# বৈষ্ণৱ সাহিত্যৰ অধ্যয়ন

প্ৰতি-
গুৱাহাটী জিলা পুথিভঁৰাল
সঞ্চালক মহোদয়লৈ
শ্ৰদ্ধাৰে আগবঢ়ালো -

ইন্দিৰা শইকীয়া বৰা
০৬/০৫/২০১৬



ড° ইন্দিৰা শইকীয়া বৰা

VAISNAVA SĀHITYAR ADHYANA an introduction to the literary works of MAHĀPURUSA SAṄKARADEVA and MAHĀPURUSA MĀDHAVADEVA the Vaisnava saint of Assam Prepared by Dr Indira Saikia Bora M A B T Ph D Lecturer Pragjyotish College Guwahati Published by Sri Tapan Kumar Bora Panjabari Guwahati Printed at Matri Offset Press Hedayetpur Guwahati-781003

First Edition June 2005 Price Rs 100 00 only

প্ৰথম প্ৰকাশ ঃ জুন ২০০৫

প্ৰকাশক ঃ তপন কুমাৰ বৰা
জুৰিপাৰ, পাঞ্জাবাৰী ৰোড
গুৱাহাটী-৭৮১ ০৩৭

পৰিবেশক ঃ বাণী মন্দিৰ
হেদাযেৎপুৰ, গুৱাহাটী-৩

মূল্য ঃ ১০০ ০০ টকা

ছপা ঃ মাতৃ অফছেট প্ৰেছ
হেদাযেৎপুৰ, গুৱাহাটী-৩
দূৰভাষ ঃ ২৬৬৪৮৯৯

# অৰ্পণ

গুৰুজনাৰ আদৰ্শৰে অনুপ্ৰাণিত
দাদা শ্ৰদ্ধেয় ঘনকান্ত বৰাদেৱৰ
পৱিত্ৰ স্মৃতিত গভীৰ ভক্তি আৰু
শ্ৰদ্ধাৰে আগবঢ়ালো।

— লেখিকা

# অৱতৰণিকা

অসমৰ ভাষা-সাহিত্য-সংস্কৃতিৰ ইতিহাসত মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰদেৱ আৰু মাধৱদেৱৰ নাম চিৰযুগমীয়া। অসমৰ বৈষ্ণৱ ভক্তিমাৰ্গৰ অভ্যুত্থানত দুযোজনা মহাপুৰুষৰ অৱদান অভূতপূৰ্ব।

'ভক্তিৰ্জ্ঞানায কল্পতে' অৰ্থাৎ ভক্তিৰ পৰা জ্ঞান লাভ হয। এই জ্ঞান হৈছে পৰমাৰ্থ বা ব্ৰহ্মজ্ঞান। জ্ঞান-কৰ্ম-যোগ আৰু ভক্তি এই চাৰিমাৰ্গেৰে ব্ৰহ্মজ্ঞান লাভ কৰিব পাৰি বুলি মনীষীসকলে স্বীকাৰ কৰিছে। কিন্তু ভক্তিমাৰ্গেই সকলোতকৈ উৎকৃষ্ট পন্থা। কিযনো, জ্ঞান কৰ্ম আৰু যোগমাৰ্গৰ নিৰ্দিষ্ট কাৰ্য কৃচ্ছ্ৰসাধ্য আৰু বুদ্ধিগম্য। তত্ত্বদৰ্শী আৰু তীক্ষ্ণবুদ্ধিসম্পন্ন সকলৰ বাবে জ্ঞান কৰ্ম আৰু যোগমাৰ্গৰ দ্বাৰা ভগৱদপ্ৰাপ্তি বা এইবোৰ মাৰ্গৰ দ্বাৰা ব্ৰহ্মজ্ঞান বা ভগৱদচিন্তা কৰাটো সহজসাধ্য নহয়।

ভক্তিৰ বীজ ঋগবেদতেই অঙ্কুৰিত হৈছিল আৰু কালক্ৰমত ব্ৰাহ্মণ আৰণ্যক উপনিষদ, ৰামায়ণ মহাভাৰত গীতা পুৰাণ আদিত বিভিন্ন প্ৰসঙ্গত ভক্তিৰ অত্যধিক প্ৰযোজনীযতাৰ কথা উল্লেখ কৰা হৈছে।

মহৰ্ষি নাৰদ আৰু মহৰ্ষি শাণ্ডিল্যই 'নাৰদ-ভক্তিসূত্ৰ' আৰু 'শাণ্ডিল্যসূত্ৰত' 'ভক্তি' শব্দৰ ব্যাখ্যা কৰিছে। নাৰদে ভক্তিৰ সংজ্ঞা দি কৈছে যে ভক্তি হৈছে পৰম প্ৰেমৰূপা আৰু অমৃতস্বৰূপা (নাৰদ ভক্তিসূত্ৰ— ২/৩)। ঈশ্বৰৰ প্ৰতি থকা প্ৰেমেই হৈছে 'ভক্তি'। সেই প্ৰেমক শব্দেৰে ব্যাখ্যা কৰিব নোৱাৰি বুলি উল্লেখ কৰিছে। (নাৰদ ভক্তি-সূত্ৰ ৫১)। দ্বিতীয় ব্যাখ্যা অৰ্থাৎ 'অমৃতৰূপা' এই শব্দৰ দ্বাৰা কোৱা হৈছে যে ঈশ্বৰৰ প্ৰতি থকা প্ৰেম কোনো ব্যক্তি বা পাৰ্থিৱ বস্তুৰ লগত তুলনা নহয়। মহৰ্ষি শাণ্ডিল্যই ব্যাখ্যা কৰিছে যে 'পৰানুৰক্তিৰীশ্বৰে' অৰ্থাৎ ঈশ্বৰৰ প্ৰতি থকা অনুৰক্তি অৰ্থাৎ আত্যন্তিক প্ৰেম। The absolute attachment to God। 'সা ভক্তিঃ পৰানুৰক্তিৰীশ্বৰে' (শাণ্ডিল্যসূত্ৰ ১/১/২)। মহৰ্ষি নাৰদ আৰু মহৰ্ষি শাণ্ডিল্য দুয়োয়ে ভক্তিক ঈশ্বৰৰ প্ৰতি আত্মসমৰ্পণ বুলি কৈছে।

শ্ৰীমদ্ভগৱদ্গীতাৰ ভক্তিযোগত ভাগৱান শ্ৰীকৃষ্ণই কৈছে— ভগৱদ ভক্তিয়েই হৈছে মোক্ষ লাভৰ মুখ্য উপায়। 'ক্লেশোঽধিকতৰস্তেষামব্যক্তাসক্তচেতসাম' (গীতা— ১২/৫) অৰ্থাৎ নিৰ্গুণ ব্ৰহ্মত আসক্তচিত্তৰ মানুহৰ অধিকতৰ ক্লেশ হয় অধিক কষ্টকৰ। এইদৰে কৈ শেষত অৰ্জুনক উপদেশ দি কৈছে যে 'ভক্তাস্তেঽতীৱ মে প্ৰিয়ঃ' (গীতা— ১২/২০) অৰ্থাৎ ভক্তসকল মোৰ অতি প্ৰিয়। এইদৰে চালে ভক্তিৰদ্বাৰা হোৱা জ্ঞানে

অব্যক্ত ব্ৰহ্মত লীন হ'বলৈ সহায় কৰে বুলি বুজা যায়। শ্ৰীধৰস্বামীয়ে গীতাৰ টীকাত জ্ঞানমিশ্ৰা ভক্তিৰ প্ৰচাৰ কৰিলেও জ্ঞানতকৈ ভক্তিৰ প্ৰাধান্য স্বীকাৰ কৰিছে। শ্ৰীমদ্ভগৱদ্‌গীতাৰ একাদশ অধ্যায়ত শ্ৰীভগৱান কৃষ্ণই বিশ্বৰূপ দৰ্শন কৰোৱাইছে তেওঁৰ প্ৰিয়সখা অৰ্জুনৰ আগত, ভগৱানৰ সেই বিশ্বৰূপ দৰ্শন অৰ্জুনৰ কোনো তপস্যা বা বৈদিক মন্ত্ৰপাঠৰ দ্বাৰা হোৱা নাই। ভক্তিৰ দ্বাৰাইহে ভগৱানৰ সেই দৰ্শন লাভ হৈছে। যিটো একান্ত ভকতৰ বাবেহে সম্ভৱ হৈছে।

নাহং বেদৈৰ্নতপসা ন দানেন ন চেজ্যযা।
শক্য এবং বিধো দ্ৰষ্টুং দৃষ্টবানসি মাং যথা।।
ভক্ত্যা ত্বনন্যযা শক্য অহমেৱং বিধোঅৰ্জুন।
জ্ঞাতুং দ্ৰষ্টুঞ্চ তত্ত্বেন প্ৰৱেষ্টুঞ্চ পৰন্তপ।। (গীতা— ১১/৫৩,৫৪)

পদ্ম পুৰাণৰ 'শ্ৰীমদ্ভগৱতমাহাত্ম্য'ত সূতে বিষ্ণু-ভক্তিৰ মাহাত্ম্য কথা বৰ্ণনা কৰি কৈছে যে ভগৱানে একান্ত ভক্তৰ হৃদযত অৱস্থান কৰে।

'অথবৈষ্ণৱচিত্তেষু আবিবেশ স্বভক্ত্যানাম হৃদযানযমলানি চ।
(পদ্মপুৰাণ, শ্ৰীভাগৱত মাহাত্ম্য ৬/১—৪ পৃ ৩৫)

শ্ৰীমদ্ভগৱদ্‌গীতাত শ্ৰীকৃষ্ণই অৰ্জুনক কৈছে যিসকল সুকৃতিশালী মানুহে তেওঁক ভজনা কৰে তেওঁলোক চাৰিবিধ— আৰ্ত্ত, জিজ্ঞাসু, অৰ্থাৰ্থী আৰু জ্ঞানী।

চতুৰ্বিধা ভজন্তে মাং জনাঃ সুকৃতিনোহৰ্জুন।
আৰ্ত্তো জিজ্ঞাসুৰৰ্থাৰ্থী জ্ঞানী চ ভৰতৰ্ষভ।। (গীতা— ৭/১৬)

এই ভক্তিকেই ভাগৱতপুৰাণত অহৈতুকী ভক্তি বুলি কৈছে। ইযাত সূতে কৈছে যে—নিঃস্বাৰ্থ ভক্তিযেই হৈছে 'মানৱৰ শ্ৰেষ্ঠতম ধৰ্ম।

'অহৈতুক্যব্যৱহিতা যা ভক্তিঃ পুৰুষোত্তমে।'
(ভাগৱতপুৰাণ — ৩/২৯/১২)

অৰ্থাৎ ভক্তি হ'ব লাগে ঈশ্বৰৰ কৃপালাভৰ বাবে আত্মসমৰ্পণ। ইযাত কামনা-বাসনাৰ স্থান নাই।

অসমীয়া সাহিত্য আৰু সংস্কৃতিৰ কৰ্ণধাৰ মহাপুৰুষ শঙ্কৰদেৱ আৰু মহাপুৰুষ মাধৱদেৱৰ জীৱনবৃত্ত, বহমুখী কৰ্মসাধনা আৰু বাৰেৰহণীয়া সাহিত্য সম্ভাৰৰ আলোচনাৰ অভাৱ নাই। মধ্যযুগীয় চৰিতপুথি সমূহত মহাপুৰুষ দুজনাৰ কৰ্মময় জীৱনৰ ভলেখিনি কথা উদ্‌ঘাটিত হৈছে। এক কথাত এই দুজনা মহাপুৰুষৰ দানেৰে পৰিপুষ্ট আৰু মহিমামণ্ডিত হৈ এই সময়তে অসমীয়া জীৱন আৰু সংস্কৃতিয়ে এক অভিনৱ বিশিষ্টতা লাভ কৰিছিল।

আধুনিক কালত ৰসৰাজ বেজবৰুৱা ডাঙৰীযাই জযজয়তে শঙ্কৰদেৱৰ সাহিত্যকৰ্মৰ ৰসগ্ৰাহী আলোচনাৰ বাট মুকলি কৰে। মহাপুৰুষ দুজনাৰ ৰচনাৱলীৰ আলোচনা বিলোচনা অকল অসমীয়াতে আবদ্ধ নাথাকি ইংৰাজী আৰু হিন্দীভাষাৰ উপৰিও আন ভাষা সমূহলৈ সম্প্ৰসাৰিত হোৱাটো অতিকে আনন্দকৰ। মহাপুৰুষ দুজনাৰ বিশাল সাহিত্যৰ ৰূপভিন্নতা আৰু বিষযবস্তুৰ বৈচিত্ৰ্যই বিভিন্ন ৰসামোদীলোকৰ চিত্ত সহজে চুই যায।

শ্ৰীমন্ত শঙ্কৰদেৱৰ প্ৰিযতম শিষ্য মাধৱদেৱে অসমৰ ভাষা-সাহিত্য-সংস্কৃতিৰ ভঁৰাললৈ যি বহুমূলীযা অৱদান দি থৈ গ'ল তাৰ তুলনা পাবলৈ নাই। মাধৱদেৱৰ গুৰুভক্তিৰ নিদৰ্শন জগতত বিৰল। একনিষ্ঠ গুৰুসেৱক মাধৱদেৱ অপৰিসীম প্ৰতিভাৰ গৰাকী হৈও সম্পূৰ্ণ উদাসীন আছিল। মাধৱদেৱৰ মাজত লুকাই থকা প্ৰতিভা আৰু প্ৰতিশ্ৰুতি শঙ্কৰদেৱে চিনি পাইছিল।

পুথিখনিৰ নাম 'বৈষ্ণৱ সাহিত্যৰ অধ্যযন দিয়া হৈছে। মহাপুৰুষ শঙ্কৰদেৱ আৰু মহাপুৰুষ মাধৱদেৱৰ ৰচনা-কৰ্ম বুজাবলৈ 'বৈষ্ণৱ সাহিত্য' শব্দ দুটা প্ৰয়োগ কৰা হৈছে। 'বৈষ্ণৱ শব্দৰ অৰ্থ বিষ্ণুৰ উপাসক বা বিষ্ণুভক্ত।

'ৱিষ্ণুভক্তা বিষ্ণুৰূপা ৱিষ্ণোঃ শক্তি স্বৰূপিনী।
সৃষ্টৌচ বিষ্ণুনা সৃষ্টা বৈষ্ণৱী তেন কীৰ্তিৰ্তা।।

'বিষ্ণু' শব্দ নিষ্পন্ন কৰিলে — 'বি পূৰ্বক ব্যাপ্ত্যাৰ্থক 'অশ্' ধাতুৰ পৰা নিষ্পন্ন। বিষ্ণু বিশ্বৰ পালনকৰ্মৰ অধীশ্বৰ তেঁৱেই পুৰাণৰ যুগত অন্যতম প্ৰধান দেৱতা বা প্ৰধানতম ৰূপে স্থান লাভ কৰিছে। শ্ৰীমদ্ভগবদগীতাত ভগৱান শ্ৰীকৃষ্ণই ঘোষণা কৰিলে যে আদিত্য সমূহৰ মাজত ময়েই 'বিষ্ণু । 'আদিত্যানামহং ৱিষ্ণুঃ।' (গীতা — ১০/২১)। 'বিষ্ণু' শব্দৰ অৰ্থ 'সূৰ্য্য'। যিদৰে অন্যান্য আদিত্য-সূৰ্যৰ শক্তি, বিষ্ণুও তেনেদৰে সূৰ্যৰ এক শক্তি। এই শক্তি 'ত্ৰিবিক্ৰম'ৰূপে প্ৰকটিত হৈছে। 'ত্ৰিবিক্ৰম' শব্দৰ অৰ্থ 'ত্ৰিপদক্ষেপ'। (বেদেৰ দেৱতা ও কৃষ্টি কাল, যোগেশচন্দ্ৰ ৰায়— পৃ ঃ ৯৪)

যেতিয়া আদিত্য ৰশ্মিসমূহত পৰিব্যাপ্ত হয়, তেতিয়া তাৰ নাম 'বিষ্ণু'। বিষ্ণু তীব্ৰ ৰশ্মিসমূহৰ দ্বাৰা সৰ্বত্ৰ প্ৰৱেশ হৈ থাকে (নিৰুক্ত—১২/১৮/৫)। ঋগ্বেদত ১০৫ বাৰ, সামবেদত ২৪ বাৰ, যজুৰ্বেদত ৫৭বাৰ আৰু অথৰ্ববেদত ৬৬ বাৰ বিষ্ণুৰ উল্লেখ আছে। ঋগ্বেদৰ বিভিন্ন সূক্তত বিষ্ণুৰ যি গুণক্ৰিয়াৰ বৰ্ণনা পোৱা যায় তাৰ ভিতৰত প্ৰধান হৈছে তেওঁৰ তিনি পদক্ষেপৰ দ্বাৰা ত্ৰিভুৱন পৰিক্ৰমণ কৰা। তেওঁ বিশ্বভুৱন স্থিৰ কৰিছে অথবা নিৰ্মাণ কৰিছে অথবা ত্ৰিলোক ধাৰণ কৰি আছে।

'ইদং ৱিষ্ণুৰ্বিচক্ৰমে ত্ৰেধা নিদধে পদম
সমূঢমস্য পাংসুৰে।।' (ঋগ্বেদ—১/২২/১৭)

অৰ্থাৎ— 'এই বিষ্ণুৱে জগত পৰিক্ৰম কৰিছে, তিনিবাৰ পদক্ষেপ কৰিছিল, তেওঁৰ ধূলিযুক্ত পদে (চৰণেৰে) জগত আবৃত হৈছিল।' 'তদ্বিষ্ণোঃপৰমং পদং সদা পশ্যন্তি সূৰযঃ।' ইযাৰ সৰল অৰ্থ হৈছে— 'জ্ঞানীগণে পৰমৈশ্বৰ্যসম্পন্ন সৰ্ব্বব্যাপক ভগৱান বিষ্ণুৰ পৰম পদ (শ্ৰেষ্ঠস্বৰূপ) সদায চাই থাকে।' (ঋগ্বেদ —১/১৫৪/৫)

এই 'পৰমপদ' শব্দটিৰ বিষযে আচাৰ্য সাযনে কৈছে— 'পৰমুৎকৃষ্টং তচ্ছাস্ত্ৰসিদ্ধং পদং স্বৰ্গস্থানাং শাস্ত্ৰদৃষ্ট্যা সৰ্ব্বদা পশ্যন্তি।' অৰ্থাৎ শাস্ত্ৰত কথিত উৎকৃষ্ট স্বৰ্গস্থান শাস্ত্ৰৰ দৃষ্টিৰে বিদ্বানসকলে সদায দৰ্শন কৰে।

'বিষ্ণু' বা 'কৃষ্ণ'ই গুণকৰ্ম অনুসাৰে বহুবিধ অৱতাৰ ধাৰণ কৰিছে। মহাভাৰতৰ শান্তিপৰ্ব্বৰ ৩৩৯ আৰু ৩৪০ অধ্যাযত 'নাৰাযণীয আখ্যান'ত নাৰাযণ, হংস, কূৰ্ম, মৎস্য, বৰাহ, নৰসিংহ, বামন, পৰশুৰাম, দাশৰথি ৰাম, কৃষ্ণ আৰু কল্কি এই একাদশ অৱতাৰৰূপে অৱতীৰ্ণ হোৱাৰ প্ৰতিশ্ৰুতি নাৰদৰ ওচৰত ঘোষণা কৰিছে। পৰৱৰ্তী অধ্যাযত হযগ্ৰীৱ অৱতাৰৰ উল্লেখ আছে।

কবি জযদেৱে 'গীতগোবিন্দম' কাব্যৰ আৰম্ভণিতে দশ অৱতাৰৰ বন্দনা কৰিছে। পদ্ম পুৰাণৰ (সৃষ্টিখণ্ডত) বিষ্ণু বা কৃষ্ণৰ অৱতাৰ গ্ৰহণৰ প্ৰসঙ্গত এটা কাহিনীৰ অৱতাৰণা কৰা হৈছে। ইয়াত বিষ্ণুৰ অৱতাৰৰ সংখ্যা সাতটা। ইযাত উল্লেখ কৰা কাহিনীটো হৈছে বলিক বন্ধন কৰাৰ পিছত দেৱতাসকল বলহীন হৈ পৰাত ইন্দ্ৰই দেৱতাসকলক লগত লৈ দানৱৰ বিৰুদ্ধে যুদ্ধ আৰম্ভ কৰিলে। দানৱ গুৰু শুক্ৰাচাৰ্য সেইসমযত তপস্যাত নিৰত থকাৰ বাবে শুক্ৰাচাৰ্যৰ মাতৃৰ ওচৰত দেৱতাসকল শৰণাপন্ন হ'ল। শুক্ৰমাতাই তপোবলেৰে ঘোৰ নিদ্ৰাৰ সৃষ্টি কৰি ইন্দ্ৰক স্তম্ভিত কৰি পেলাল। তেতিযা ইন্দ্ৰৰ অনুৰোধক্ৰমে বিষ্ণুৱে শুক্ৰাচাৰ্যৰ জননীৰ শিৰচ্ছেদ কৰিলে। বিষ্ণুকৃত মাতৃবধে শুক্ৰাচাৰ্য ক্ৰুদ্ধ হৈ বিষ্ণুক অভিশাপ দিলে।

যত্ত্বযা জানতা ধৰ্ম্মমবধ্যা স্ত্ৰীনিনদূষিতা।
তস্মাত্ত্বং সপ্তকৃত্বোহি মানুষেষুপৰ্যাস্যসি।।
ততস্তেনাভিশাপেন নষ্টে ধৰ্মে পুনঃ পুনঃ।
লোকস্য চ হিতাৰ্থায জাযতে মানুষেস্বিহ।।

(পদ্মপুৰাণ, সৃষ্টিখণ্ড, ১৩/২৪৫-৪৬)

অৰ্থাৎ— 'যিহেতু তুমি ধৰ্ম জানিও অবধ্যা স্ত্ৰীলোকক বধ কৰিছা, সেইকাৰণে তুমি সাতবাৰ মনুষ্যৰূপে জন্মগ্ৰহণ কৰিবা। তেতিযা সেই অভিশাপৰ ফলত ধৰ্মনষ্ট হ'লে মানৱৰ হিতৰ বাবে বিষ্ণুৱে বাৰে বাৰে মানুহৰ মাজত জন্ম গ্ৰহণ কৰে।'

মহাপুৰুষ শ্ৰীশঙ্কৰদেৱৰ ৰচনাৱলীৰ দৰেই মহাপুৰুষ মাধৱদেৱৰ ভক্তিবিগলিত হৃদযৰ ৰচনাসমূহে পাঁচশতকৈ অধিক বছৰ ধৰি অসমীয়া সাহিত্যৰ ভেটি পোহৰাই

ৰাখিছে। আমাৰ গ্ৰন্থখনি প্ৰস্তুত কৰোঁতে দুযোজনা মহাপুৰুষৰ ৰচনাসমূহৰ বিষয়ে বিদ্বান সমালোচক সকলে কৰা বিভিন্ন আলোচনা প্ৰবন্ধ আদিৰো সহায় লোৱা হৈছে। তথাপি এই সন্দৰ্ভত আমাৰ এই ক্ষুদ্ৰ প্ৰচেষ্টা ধৃষ্টতাহে মাথোন।

বৈষ্ণৱ সাহিত্য ভক্তিপ্ৰধান। এই ভক্তিক অন্যতম ৰস বুলি স্বীকাৰ কৰা হৈছে। ভক্তিৰসাত্মক ৰচনাসমূহক কাব্য বা সাহিত্য অৰ্থত ব্যৱহৃত হৈছে। সংস্কৃত আলঙ্কৰিক বিশ্বনাথ কবিৰাজৰ 'বাক্যং ৰসাত্মক কাব্যম্' অৰ্থাৎ 'ৰসাত্মক বাক্যই কাব্য' সংজ্ঞাই মহাপুৰুষ দুজনাৰ দৃশ্য-শ্ৰব্য সকলো সকলোবিধ ৰচনাকে বুজাইছে। নাম-ঘোষা ভক্তি ৰত্নাবলী আদি তত্ত্বমূলক পুথিসমূহ কাব্যিক গুণেৰে সমৃদ্ধ। গীতসমূহৰ ভিতৰত বৰগীত, ভটিমা তোটয় আদিও সুকীয়া বৈশিষ্ট্যৰে সমুজ্জ্বল। এই গীত আৰু ভটিমা সমূহক Lyric poetry বা গীতিকাব্য বুলি ক'ব পাৰি।

শঙ্কৰদেৱৰ অঙ্কীয়া নাট আৰু মাধৱদেৱৰ ঝুমুৰা সমূহো দৃশ্যকাব্যৰ অন্তৰ্ভুক্ত। নাটকৰ প্ৰসঙ্গত নাট্যশাস্ত্ৰ প্ৰণেতা ভাৰতমুনিয়ে কৈছে—

> ন তজজ্ঞানং ন তচ্ছিল্পং ন সা বিদ্যা ন সা কলা।
> ন তত্কৰ্ম ন যোগোহসৌ নাটকে যন্ন দৃশ্যতে।।

(নাট্যশাস্ত্ৰ— ২১/১২২)

অৰ্থাৎ এনে কোনো জ্ঞান নাই এনে কোনো শিল্প নাই এনে কোনো বিদ্যা নাই এনে কোনো কলা নাই এনে কোনো কৰ্ম নাই এনে কোনো যোগ নাই যি নাটকত দেখা নাযায়। অৰ্থাৎ, উক্ত সকলো গুণ নাটকত বা দৃশ্যকাব্যত অন্তৰ্নিহিত হৈ থাকে।' এই সকলোবোৰ গুণ শঙ্কৰদেৱ-মাধৱদেৱৰ নাটসমূহত বিদ্যমান। মাধৱদেৱৰ নাটৰ প্ৰধান বিশেষত্ব হ'ল শ্ৰীকৃষ্ণৰ বাল্যসুলভ লীলাখেলাৰ সৰল চিত্ৰ অঙ্কন কৰা। বালক কৃষ্ণৰ ভেম চোৰ-চাতুৰি মান-অভিমান দুষ্টামি আদি ৰূপায়ণ কৰাত কৃষ্ণ চৰিত্ৰ অধিক প্ৰাণৱন্ত হৈ উঠিছে। বাৎসল্য প্ৰেম মাধৱদেৱৰ ভক্তজীৱনৰ সৰ্বস্ব। শ্ৰীকৃষ্ণৰ শিশুচৰিত্ৰত বাল্যলীলাৰ স্বাভাৱিক আকৰ্ষণৰ প্ৰাবল্য লক্ষ্য কৰা যায়।

আনহাতে, শঙ্কৰদেৱৰ নাটসমূহত শ্ৰীকৃষ্ণৰ বীৰত্ব ঐশ্বৰ্য, অলৌকিক শক্তি-সামৰ্থ আৰু মাহাত্ম্য প্ৰকাশ হৈছে। দুয়োজনা মহাপুৰুষে সামাজিক জীৱনৰ প্ৰতিচ্ছবিও ফুটাই তুলিবলৈ সমৰ্থ হৈছে। চৰিত্ৰ সৃষ্টিৰ ক্ষেত্ৰতো দুয়োজনাৰ ৰচনাত বাস্তৱচিত্ৰ প্ৰতিফলিত হোৱা যেন লাগে।

সেইকাৰণে মহাপুৰুষ দুজনাৰ কবিপ্ৰতিভা তুলনাবিহীন। পাশ্চাত্য পণ্ডিত মহাকবি ৱৰ্ডছৱৰ্থে (Wordsworth) এ কবি প্ৰতিভাৰ বিষয়ে এষাৰ কথা কৈছে— "Poetry is the breath and finer spirit of all knowledge." এই বাক্যশাৰীৰ সৰল অৰ্থ

হৈছে— 'য'ত মানৱৰ সকলো জ্ঞান-বিজ্ঞানৰ সাৰতত্ত্ব আৰু সুন্দৰ ৰহস্য অন্তৰ্নিহিত হৈ থাকে, য'ত কাব্যৰ স্বৰূপ স্পৰ্শ হয, সেয়ে কাব্য।'

শঙ্কৰদেৱ-মাধৱদেৱৰ ৰচনাৱলীত ভাগৱতপুৰাণৰ প্ৰভাৱ অতি স্পষ্ট। শ্ৰীধৰস্বামীকৃত 'ভাগৱত ভাৱাৰ্থ দীপিকা' নামৰ টীকা-গ্ৰন্থখনিযে দুযোজনাকে বিশেষভাৱে প্ৰভাৱান্বিত কৰিছিল। সেইকাৰণে, ভাগৱতৰ দাৰ্শনিক চিন্তাধাৰা প্ৰতিফলিত হৈছে।

যদিও ভক্তি-ধৰ্মৰ প্ৰচাৰ আৰু প্ৰসাৰৰ উদ্দেশ্য আগত ৰাখিহে শঙ্কৰদেৱ মাধৱদেৱে সাহিত্য-কৰ্মত হাত দিছিল, অপৰিসীম প্ৰতিভাৰ অধিকাৰী দুযোজনাৰ লেখনি কাব্যৰ সকলো গুণেৰে অলঙ্কৃত হৈ পৰিছিল। বৰগীতৰ বিভিন্ন স্তৰসমূহ বিভিন্ন গীতৰ মাজেদি সাৰ্থকৰূপত প্ৰকাশ পোৱা দেখা যায। ভক্তি তিনিবিধ— বৈৰীভক্তি, ভাবভক্তি আৰু প্ৰেমভক্তি। ৰসময়ী ভক্তি প্ৰেমভক্তিৰেই নামান্তৰ। এই প্ৰেমময ভক্তি দাস্য সখ্য, বাৎসল্য আৰু মধুৰ এই চতুৰ্ধাৰাবিশিষ্ট। মহাপুৰুষ দুজনাৰ বৰগীতত প্ৰথম তিনিবিধৰ নিদৰ্শন আছে। ড বাণীকান্ত কাকতিদেৱৰ মতে— 'পাখি লগা কঁাড়ৰ দৰে শঙ্কৰদেৱ আৰু মাধৱদেৱৰ গীতবোৰ উৰি ফুৰি য'তে পৰিছিল ত'তে নৱ আধ্যাত্মিক ভাৱৰ গুটি সিঁচিছিল। (পুৰণি অসমীয়া সাহিত্য, পৃষ্ঠা—৭৪)

এই দুযোগৰাকী মহাপুৰুষৰ প্ৰতি পৰম শ্ৰদ্ধা আৰু ভক্তি সৰুৰেপৰাই আছিল। তদুপৰি তাৰাসৱৰ ৰচনাসমূহেও মোক বৰকৈ আকৃষ্ট কৰিছিল। প্ৰবন্ধ লেখিবলৈ সততে উৎসাহ আৰু অনুপ্ৰেৰণা দিয়া, বৈষ্ণৱ সাহিত্যৰ প্ৰতি একান্ত অনুৰাগী আৰু মহাপুৰুষ দুজনাৰ একান্ত সেবক দাদা প্ৰয়াত শ্ৰদ্ধেয ঘনকান্ত বৰা আৰু জ্যেষ্ঠভাতৃসম শ্ৰদ্ধেয ড° পূৰ্ণানন্দ শইকীয়াদেৱৰ অনুপ্ৰেৰণাতে দুই এটা প্ৰবন্ধ লেখিবলৈ আৰম্ভ কৰিছিলো। সেয়েহে এই ক্ষেত্ৰত দুযোজনাৰে ঋণ স্বীকাৰ কৰি শ্ৰদ্ধা নিবেদন কৰিলো। উল্লেখ্য যে, ইযাত সন্নিবিষ্ট লেখাসমূহৰ কেইটিমান প্ৰবন্ধ ইতিমধ্যে অ'তত'ত প্ৰকাশিত হৈছিল।

গুবাহাটী বিশ্ববিদ্যালযৰ প্ৰাক্তন অধ্যাপকদ্বয শ্ৰীযুত ভৱপ্ৰসাদ চলিহা আৰু ড° অপূৰ্ব চন্দ্ৰ বৰঠাকুৰীযাদেৱে পুথিখন প্ৰকাশৰ ক্ষেত্ৰত সততে দিহা-পৰামৰ্শ আগবঢাই আমাক পৰম অনুগৃহীত কৰিছে। তেখেত সকলৰ প্ৰতি ভক্তি-অৰ্ঘ্য নিবেদন কৰিলো। স্বামী শ্ৰীযুত তপন কুমাৰ বৰাই পুথিখন প্ৰকাশৰ ক্ষেত্ৰতো সহায আগবঢোৱাৰ বাবে আন্তৰিক শ্ৰদ্ধা জনাইছো।

মাতৃ অফছেট প্ৰেছৰ স্বত্বাধিকাৰী তথা গুৰুজনাৰ একান্ত সেৱক, সাহিত্যানুৰাগী শ্ৰীকমলাকান্ত বৰাদেৱৰ অনুপ্ৰেৰণা আৰু সহযোগিতাৰ বাবেই কম সময়ৰ ভিতৰতে সম্পূৰ্ণ কৰা সম্ভৱ হ'ল। সেয়ে তেখেতৰ লগতে ছপাশালৰ কৰ্মীবৃন্দৰ প্ৰতি কৃতজ্ঞতা আৰু আন্তৰিক শলাগ যাচিছোঁ।

মহাপুৰুষ দুজনাৰ সাহিত্যৰ পৰিসৰ অতি বহল। সেয়েহে ইয়াৰ সকলো দিশ বিস্তৃতভাৱে আলোচনা কৰাৰ থল প্ৰস্তুত গ্ৰন্থত যথেষ্ট কম। তথাপি সাধ্যানুসৰি প্ৰায়বোৰ দিশতে কিছু আলোচনা কৰিবলৈ যত্ন কৰা হৈছে। সাৱধানতা অৱলম্বন সত্ত্বেও ভুল-ভ্ৰান্তি থাকি যোৱাটো অসম্ভৱ নহয়। অজানিতে হৈ যোৱা সকলো ভুল ত্ৰুটিৰ বাবে পাঠক সমাজৰ ওচৰত ক্ষমা প্ৰাৰ্থনা কৰিলো। পুথিখনৰপৰা পাঠক সমাজৰ বিশেষকৈ অসমীয়া বিষয়ৰ ছাত্ৰ-ছাত্ৰীসকলৰ সামান্যতমো উপকাৰসাধন হ'লে আমাৰ শ্ৰম সাৰ্থক হ'ব।

ইন্দিৰা শইকীয়া বৰা

# সূচীপত্ৰ

# ভক্তি আন্দোলনৰ ইতিহাস আৰু ভক্তি শব্দৰ পৰ্যালোচনা

ভাৰতীয় ভক্তি আন্দোলনৰ ইতিহাস অতি পুৰণি। এই আন্দোলনৰ ইতিহাস জানিবলৈ হ'লে আমি দক্ষিণ ভাৰতৰ কথা উল্লেখ কৰিব লাগিব। কাৰণ সেইখন প্ৰদেশতেই প্ৰথমে ভক্তিৰ বীজ ৰোপন হৈছিল। কালক্ৰমত সেই বীজ অঙ্কুৰিত হৈ সমগ্ৰ উত্তৰ ভাৰত পূব-ভাৰতত এনেকৈ বিস্তাৰ লাভ কৰিলে যে ভাৰতীয় জাতীয় জীৱনত ই নতুন যুগৰ সূচনা কৰিলে। যিকোনো একোটা পৰিৱৰ্তন বা নতুনত্বৰ আঁৰত কিছুমান কাৰণ নিহিত থাকে। ভক্তি আন্দোলনৰ সৃষ্টিৰ মূলতেও আছিল কিছুমান সামাজিক আৰু ধৰ্মীয় পৰিস্থিতিৰ ক্ৰিয়া আৰু প্ৰতিক্ৰিয়া।

ভাৰতীয় জাতীয় জীৱনত তামিল সাহিত্যই প্ৰাচীন। খৃষ্টীয় ষষ্ঠশতিকাৰ পৰা নৱমশতিকালৈ তামিল প্ৰদেশৰ এই সময়ছোৱাক ভক্তিকাল বুলি কোৱা হয়। এইকালৰ সাহিত্যিকসকলে প্ৰথম অৱস্থাত সাহিত্য সৃষ্টিত মনোনিবেশ কৰিছিল যদিও পিছলৈ ধৰ্ম প্ৰচাৰৰ ক্ষেত্ৰতো আগভাগ লৈছিল। তেওঁলোকে জনসাধাৰণৰ ভাষা তামিলৰ যোগেদি বেদ উপনিষদত থকা বিচাৰধাৰা নিজৰ বিচাৰেৰে জনসাধাৰণৰ মাজত প্ৰকট কৰি তোলে। তেওঁলোকৰ হাতত ভগৱানৰ প্ৰতি প্ৰেম স্নেহ আৰু কৰুণাৰ মূৰ্তিস্বৰূপ হৈ পৰিল। কৰ্মকাণ্ডৰ সলনি ভগৱানক স্মৰণৰ দ্বাৰাহে ভগৱানৰ অনুগ্ৰহপ্ৰাপ্তিৰ সম্ভাৱনা দৃঢ় কৰা হ'ল। তামিল প্ৰদেশত আলবাৰ সকলে ভক্তি-ধৰ্ম প্ৰচাৰ কৰিছিল। তামিল ভাষাত 'আলবাৰ' শব্দটো বাৰজন বৈষ্ণৱ ভক্তক বুজাবলৈ ব্যৱহাৰ কৰা হয়। তেওঁলোকৰ উপৰিও দাক্ষিণাত্যত শঙ্কৰাচাৰ্য আৰু ৰামানুজাচাৰ্যৰো আবিৰ্ভাৱ ঘটে। এওঁলোক দুগৰাকী হ'ল ভক্তিধৰ্মৰ ক্ৰমে অদ্বৈতবাদ আৰু বিশিষ্টাদ্বৈতবাদৰ প্ৰৱক্তা। এই ভক্তি আন্দোলনক কৰ্ণাটকত 'দাসকূট' নামেৰে জনা যায়। কৰ্ণাটকত এই আন্দোলনৰ নেতৃত্ব দিছিল শ্ৰীপাদৰায় ব্যাসৰায়, পুৰন্দৰ দাস আদিয়ে। মহাৰাষ্ট্ৰত ভক্তি আন্দোলনৰ পুৰোধা আছিল সন্ত জ্ঞানেশ্বৰ। ইয়াক সবল কৰি তুলিছিল একনাথ, তুকাৰাম, ৰামদাস আদি বৈষ্ণৱ সাধকসকলে।

নৱম শতিকাৰ ভক্তি আন্দোলন দক্ষিণ ভাৰতৰপৰা আহি উত্তৰ ভাৰত পায়। উত্তৰ ভাৰতৰ ভক্তিধৰ্মৰ গুৰিধৰোঁতা হ'ল শ্ৰীৰামানন্দ। ৰামানুজৰ শিষ্য এই ৰামানন্দই গুৰুৰপৰা ফালৰি কাটি আহি নিজে এটা বৈষ্ণৱ সম্প্ৰদায়ৰ জন্ম দিয়ে। ৰামানন্দই প্ৰথমতে সকলো জাতিৰ লোকক নিজৰ সম্প্ৰদায়ত শিষ্য হিচাপে স্থান দি বৈষ্ণৱ ধৰ্মক গণতান্ত্ৰিক কৰি তোলে। এওঁ মানুহমাত্ৰকে ভক্তিৰ অধিকাৰী বুলি স্বীকাৰ কৰি ভক্তি ধৰ্মৰপৰা জাতিভেদ,

বৰ্ণভেদ আদি ভক্তিমাৰ্গৰ পৰা আঁতৰালে। ৰামানন্দ আছিল বিষ্ণুৰ অৱতাৰ ৰামচন্দ্ৰৰ উপাসক। এৱেঁই ৰামভক্তিৰ দুৱাৰ সকলো জাতিৰ বাবে মুকলি কৰি দিলে। ৰামানন্দৰ দ্বাৰা প্ৰচাৰিত ৰামভক্তি পিছলৈ দুটা প্ৰধান ধাৰাত বিভক্ত হ'ল — এটা হ'ল নিৰ্গুণ ভক্তি ধাৰা আৰু আনটো হ'ল সগুণ-ভক্তিধাৰা। প্ৰথমটোৰ প্ৰচাৰক কবীৰ দাস আৰু দ্বিতীয়টোৰ প্ৰচাৰক হ'ল গোস্বামী তুলসীদাস। নিৰ্গুণভক্তি ধাৰাৰ সৰ্বশ্ৰেষ্ঠ কবীৰ দাস পণ্ডিত নাছিল আৰু সাহিত্য ৰচনা কৰা তেওঁৰ উদ্দেশ্যও নাছিল। বাহ্যিক আড়ম্বৰ মূৰ্তিপূজা আৰু বলিবিধান আদিৰ বিপক্ষে তেওঁ অতি চোকা বাণ নিক্ষেপ কৰিছিল। কেৱল হৰিনামৰ মহিমাৰ ওপৰতহে গুৰুত্ব দিছিল।

সগুণ শাখাৰ প্ৰৱৰ্ত্তক তুলসীদাসৰ মতে ভক্তৰ হিতৰ কাৰণে ভগৱানে নৰৰূপ ধাৰণ কৰে। এওঁৰ মতে সংসাৰ সাগৰ পাৰ হ'বলৈ হ'লে পৱিত্ৰ বিবেকৰ আৱশ্যক আৰু সেই বিবেক হৰি তথা গুৰুৰ কৰুণা অবিহনে সম্ভৱ নহয়। ভক্তি আন্দোলনৰ কালছোৱাত আন এগৰাকী ধৰ্মপ্ৰচাৰক গুৰুনানকে শিখধৰ্ম প্ৰচাৰ কৰে।

উত্তৰ ভাৰতত বিভিন্ন ভক্ত কবিৰ হাতত ভক্তিধৰ্মই বিস্তাৰ লাভ কৰি শেষত পূব ভাৰত পাযহি। বঙ্গদেশৰ চৈতন্যদেৱে এই ভক্তি ধৰ্মপ্ৰচাৰ কাৰ্যত আগ ভাগ লয। চৈতন্যদেৱে শ্ৰীকৃষ্ণক ভগৱানৰূপে স্থাপন কৰি তেওঁৰ প্ৰতি ভক্তি কথা প্ৰচাৰ কৰে। তেওঁ ভগৱানৰ নাম প্ৰচাৰৰ কাৰণে সংকীৰ্তনকে পৰম আৰু সৰল উপাযৰূপে গ্ৰহণ কৰে।

ভাৰতবৰ্ষৰ পূব প্ৰান্তত অৱস্থিত অসমতো এই ভক্তিধৰ্মৰ কোবাল সোঁতে স্পৰ্শ কৰে পঞ্চদশ শতিকাত। সমগ্ৰ ভাৰতবৰ্ষ প্লাৱিত কৰা বৈষ্ণৱ ভক্তি আন্দোলনৰ লগত ঘনিষ্ঠভাৱে সম্পৰ্ক স্থাপন কৰে মহাপুৰুষ শঙ্কৰদেৱে। সেইসময়ত অসমীয়া সমাজত প্ৰচলিত নানা দেৱ-দেৱীৰ পূজা-উপাসনা, যাগ যজ্ঞ, বলি বিধান আদিৰ বিপৰীতে এজন দেৱতাৰ সন্ধান দিলে মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰদেৱে। শঙ্কৰদেৱৰ প্ৰচাৰিত ধৰ্মৰ মূল প্ৰতিপাদ্য বিষয হ'ল — 'এক দেৱ'। এই এক দেৱ হ'ল বিষ্ণু বা কৃষ্ণ। শ্ৰৱণ-কীৰ্ত্তনেই ভগৱানক লাভ কৰিব পৰা একমাত্ৰ উপায। শঙ্কৰদেৱৰ লগে লগে অসমত বৈষ্ণৱ ধৰ্ম প্ৰচাৰত আগভাগ লয তেওঁৰেই শিষ্য তথা অনুগত সেৱক মহাপুৰুষ মাধৱদেৱে। অসমৰ ভক্তি আন্দোলনৰ ক্ষেত্ৰত গুৰু, দেৱ নাম আৰু ভকত এই চাৰিটা প্ৰধান বৈশিষ্ট্য সংযোজিত হৈছে। এই ভক্তি আন্দোলনৰ আৰাধ্য ভগৱান হ'ল শ্ৰীকৃষ্ণ। অসমৰ বৈষ্ণৱ ধৰ্মত মূৰ্তিপূজাৰ স্থান নাই।

"ভক্তিৰ্জ্ঞানায কল্পতে" অৰ্থাৎ ভক্তিৰ পৰা জ্ঞানৰ উদয় হয। এই জ্ঞান হৈছে পৰমাৰ্থজ্ঞান বা ব্ৰহ্ম জ্ঞান। জ্ঞান-কৰ্ম-যোগ-ভক্তি এই চাৰিমাৰ্গেৰে ব্ৰহ্ম জ্ঞান লাভ কৰিব পাৰি বুলি মনীষী সকলে স্বীকাৰ কৰিছে। কিন্তু এই সকলোবোৰতকৈ ভক্তিমাৰ্গই হৈছে উৎকৃষ্ট পন্থা। কিযনো, জ্ঞান-কৰ্ম-যোগমাৰ্গৰ নিৰ্দিষ্ট কাৰ্য কৃচ্ছসাধ্য (কষ্টসাধ্য) আৰু বুদ্ধিগম্য। তীক্ষ্ণবুদ্ধি সম্পন্ন আৰু তত্ত্বদৰ্শীসকলৰ কাৰণে জ্ঞান-কৰ্ম-যোগমাৰ্গৰ দ্বাৰা ভগৱদ প্ৰাপ্তি বা ব্ৰহ্মজ্ঞান লাভ সুসাধ্য হ'লেও সৰ্বসাধাৰণ মানুহৰ পক্ষে এইবোৰ মাৰ্গৰ দ্বাৰা ব্ৰহ্মজ্ঞান বা

ভগৱদচিন্তা কৰাটো সহজ সাধ্য নহয়।

ভক্তিৰ বীজ ঋকবেদতেই অঙ্কুৰিত হৈছিল আৰু কালক্ৰমত ব্ৰাহ্মণ আৰণ্যক উপনিষদ ৰামায়ণ মহাভাৰত গীতা পুৰাণ আদিত বিভিন্ন প্ৰসঙ্গত ভক্তিৰ অত্যধিক প্ৰয়োজনীয়তাৰ কথা উল্লেখ কৰা হৈছে। শ্বেতাশ্বতৰোপনিষদতেই ভক্তিৰ বিষয়ে প্ৰথমে উল্লেখ কৰা হৈছে আৰু ভক্তিৰ সহায়ত ভগৱদ প্ৰাপ্তিৰ উপায় নিৰ্দেশ কৰা হৈছে।

ভক্তি শব্দটো সংস্কৃতৰ ভজ ধাতুৰ পৰা নিষ্পন্ন হৈছে - ভজ্ + ক্তিন = ভক্তিঃ। ভজ ধাতুৰ অৰ্থ হৈছে সেৱা কৰা সং মানে ঈশ্বৰ সেৱা। ঈশ্বৰৰ প্ৰতি অনুৰাগপূৰ্ণ আসক্তিয়েই ভক্তি। শাণ্ডিল্যসূত্ৰত মহৰ্ষি শাণ্ডিল্যই কৈছে – সা (ভক্তিঃ) পৰানুৰক্তিৰীশ্বৰে (শাণ্ডিল্যসূত্ৰ ১/১/২) ঈশ্বৰৰ প্ৰতি পৰা অৰ্থাৎ নিৰতিশয় যি অনুৰক্তি তাকেই ভক্তি বোলে। দেৱৰ্ষি নাৰদে ভক্তিসূত্ৰত নিৰূপণ কৰি কৈছে — সা (ভক্তিঃ) তু অস্মিন পৰমপ্ৰেমৰূপা। অৰ্থাৎ এই ভক্তি আন একো নহয় ঈশ্বৰৰ প্ৰতি প্ৰগাঢ় প্ৰেম বা হৃদয়বিগলিত নৱম। ভাগৱত পুৰাণৰ মতে -- ভক্তি হ'ব লাগে অহৈতুক। 'অহৈতুক্যব্যৱহিতা যা ভক্তি পুৰুষোত্তমে' (ভাগৱত পুৰাণ ৩/২৯/১২)-ভক্তি হ'ব লাগে ঈশ্বৰৰ কৃপালাভৰ বাবে আত্মসমৰ্পণ। ইয়াত কামনা বাসনাৰ কোনো স্থান নাই।

জীৱশ্ৰেষ্ঠ মানুহে এই বিশ্বজগতখনৰ উৎপত্তিনো কেনেকৈ হ'ল প্ৰাকৃতিক জগতৰ পৰিদৃশ্যমানবস্তুবোৰনো কেনেকৈ হ'ল মৃত্যুনো কিয় হয় জীৱনৰ আৰু মৃত্যুৰ সম্পৰ্ক কি ইত্যাদি নানা কৌতূহলোদ্দীপক বিষয়ৰ ৰহস্য উদঘাটন কৰিবলৈ প্ৰয়াস কৰি আহিছে। মানৱ মনৰ এনে চিন্তাৰ নিদৰ্শন পৃথিৱীৰ প্ৰাচীনতম সাহিত্য বেদতেই পোৱা যায়। বৈদিক যুগত আৰ্য ঋষিসকলৰ প্ৰকৃতিৰ বৈচিত্ৰ্যময় ৰূপে যিদৰে অভিভূত কৰিছিল সেইদৰে প্ৰকৃতি ৰাজ্যত সংঘটিত হৈ থকা ধুমুহা বতাহ অতিবৃষ্টি শিলাবৃষ্টি বানপানী আদিৰপৰা পৰিত্ৰাণ পোৱাৰ উপায়ৰ অন্বেষণত মনোনিবেশ কৰিছিল। তেওঁলোকৰ মনত বিশ্বাস উপজিল কোনো এক অদৃশ্য শক্তিৰ দ্বাৰা প্ৰাকৃতিক জগতৰ সকলোবোৰ কাৰ্য পৰিচালিত হয়। প্ৰকৃতি ৰাজ্যত প্ৰতিটো পদাৰ্থৰে অন্তৰালত একো একোজন অধিষ্ঠাত্ৰী দেৱতা থকা বুলি তেওঁলোকৰ বিশ্বাস উপজিল। অৰ্থাৎ সেই অদৃশ্য শক্তিৰ আঁৰত এক এক বিশেষ অভিব্যক্তিক তেওঁলোকে দেৱতা বুলি অভিহিত কৰিছিল। এই দেৱতাসকলৰ অনুগ্ৰহ অবিহনে তেওঁলোকৰ জীৱন যাত্ৰা অসম্ভৱ বুলি ভাবিয়েই তেওঁলোকে দেৱতাসকলৰ স্তুতি প্ৰাৰ্থনাৰ অৰ্থে অনুষ্ঠিত যাগ যজ্ঞাদি অনুষ্ঠানৰ মাজেৰেই বৈদিক যুগত ধৰ্মবোধ জাগ্ৰত হৈছিল আৰু এই ধৰ্মমতকেই সমালোচকসকলে বহুদেৱবাদ বুলি অভিহিত কৰিছে। কিন্তু বেদ কেৱল আনুষ্ঠানিক ধৰ্মগ্ৰন্থই নহয় বেদত দাৰ্শনিক মতবাদৰ বীজো অঙ্কুৰিত হৈছিল।

তত্ত্বদৰ্শী ঋষিসকলৰ চিন্তা ইয়াতেই সীমিত নহ'ল। তেওঁলোকে ইয়াতকৈয়ো কিবা মূল শক্তি থকা বুলি চিন্তা কৰিবলৈ ধৰিলে আৰু তেওঁলোকৰ মনত প্ৰতিভাত হ'ল এক সৰ্বশক্তিময় সত্তাৰ। ইয়াতেই আৰম্ভণি হ'ল একেশ্বৰবাদ তত্ত্বদৰ্শী ঋষিয়ে সেই সৰ্বশক্তিময়

শক্তিক কেৱল এজনতেই দেখা পালে। মুঠতে একেশ্বৰবাদতে ঈশ্বৰ বিশ্বৰ স্ৰষ্টা আৰু নিয়ন্ত্ৰক। তেওঁৱেই পৰমশক্তি, পৰমেশ্বৰ বা পৰম ব্ৰহ্ম। তেওঁকেই বিভিন্ন দৃষ্টিভঙ্গীৰে বিভিন্ন নামেৰে অভিহিত কৰা হৈছে।

গতিকে দেখা যায় যে বৈদিক যুগতে ঋষিসকলে এই পৰম সত্য উপলব্ধি কৰিছিল যে বিশ্বজগত কোনো এক নৈব্যক্তিক মহাশক্তিৰ দ্বাৰা পৰিচালিত। ঈশ্বৰে গোটেই জগততে সৰ্বব্যাপক ৰূপে বিদ্যমান, তেওঁৱেই সৰ্বেসৰ্বা, সমগ্ৰ বিশ্বজগত তেওঁৰেই লীলা। এই মহাশক্তিযেই পুৰুষ, আত্মা, সৎ আদি বিভিন্ন নামেৰে অভিহিত। ঋগ্‌বেদৰ প্ৰথম মণ্ডলত কোৱা হৈছে —

একং সদ্ বিপ্ৰাঃ বহুধা বদন্তি।
অগ্নিং যমং মাতৰিশ্বানমাহুঃ।। *(ঋগবেদ ১/১৬৪/৪৬)*

অৰ্থাৎ ‘অখণ্ড অব্যাকৃত সৎ ব্ৰহ্মক বিপ্ৰসকলে বহুপ্ৰকাৰ নামেৰে অভিহিত কৰে। যেনে — অগ্নি, যম, মাতৰিশ্বা (বায়ু) ইত্যাদি।

‘ব্ৰহ্মএক’ এই চিন্তাধাৰাৰ পূৰ্ণ বিকাশ ঘটিছে বেদৰ উপনিষদ ভাগত। ইয়াৰ পিছতেই আৰম্ভ হয় ভাৰতীয় দৰ্শনৰ। উপনিষদৰ পৰৱৰ্তী কালত ব্ৰহ্ম জিজ্ঞাসাৰ ধাৰাৰ এটি ৰূপান্তৰ ঘটিল। উপনিষদতে ব্ৰহ্মজিজ্ঞাসা আৰম্ভ হৈছিল বিশুদ্ধ কৌতূহল চৰিতাৰ্থ কৰাৰ কাৰণে। কিন্তু যেতিয়া কৰ্মফল ভোগ আৰু তাৰ কাৰণে জন্মান্তৰ বন্ধনৰ চিন্তা সংস্কাৰৰূপে পৰিগণিত হ’ল তেতিযাই জন্মবন্ধন দুঃখময, সুখকৰ নহয এইমত প্ৰতিষ্ঠিত হ’ল। গতিকে, এই দুঃখময জন্মবন্ধনৰপৰা পৰিত্ৰাণ পোৱাৰ বা মুক্তিপোৱাৰ প্ৰবল আকাঙক্ষা পৰিস্ফুট হৈ উঠিল আৰু সেই মুক্তিলাভৰ উপায়স্বৰূপে জ্ঞান মাৰ্গৰ আশ্ৰয় গ্ৰহণ কৰা হ’ল। ইয়াতেই আৰম্ভ হয় বিভিন্ন দৰ্শনৰ। হিন্দুৰ ষডদৰ্শন, বৌদ্ধ আৰু জৈনদৰ্শন।

বৌদ্ধ আৰু জৈন দৰ্শন ঈশ্বৰ সম্বন্ধে নীৰৱ। মীমাংসা, বেদান্ত, সাংখ্য, যোগ, ন্যায়, বৈশেষিক এই ছয় দৰ্শনে বেদৰ প্ৰামাণ্য স্বীকাৰ কৰে কাৰণে এইকেইখনক ‘আস্তিকদৰ্শন’ বোলে। ‘সাংখ্য’ আৰু ‘মীমাংসা’ দৰ্শনে ঈশ্বৰক বিশ্বস্ৰষ্টাৰূপে স্বীকাৰ নকৰিলেও বেদৰ প্ৰামাণ্য স্বীকাৰ কৰে কাৰণে এই দুখন আস্তিক দৰ্শনৰ শ্ৰেণীভুক্ত হৈছে। আনফালে ন্যায় আৰু যোগদৰ্শনত ঈশ্বৰৰ উল্লেখ আছে যদিও ঈশ্বৰ কৰ্তৃত্বপূৰ্ণ ৰূপত প্ৰতিষ্ঠিত হোৱা নাই। বেদৰ প্ৰামাণ্য স্বীকাৰ নকৰা কাৰণেই চাৰ্বাক বৌদ্ধ আৰু জৈন দৰ্শন নাস্তিক দৰ্শন ৰূপে খ্যাত।

দৰ্শনৰ পৰমাৰ্থিক জ্ঞান লাভৰ চিন্তা ধাৰাই সৰ্বসাধাৰণ মানুহৰ কৌতুহল নিবাৰণ কৰিব নোৱাৰাৰ ফলত মনীষীসকলে সুদীৰ্ঘ চিন্তাৰ পথত আৰু আগবাঢ়ি ধৰিলে। তেওঁলোকৰ হৃদয়ত উদ্ভুত হ’ল ঈশ্বৰৰ ব্যক্তিসত্তাময়ৰূপ। সেই ব্যক্তিৰূপী ঈশ্বৰৰ চৰণত ভক্তি নিবেদন কৰিব পাৰিলেই পৰম আনন্দলাভৰ বাসনা পূৰ্ণ হয। সেই সত্তান্বেষণকাৰী ঋষিৰ দৃষ্টিত প্ৰতিভাত হ’ল —

'যস্য দেৱে ভক্তিযৰ্থা দেৱে তথা গুৰৌ।
তস্যৈতে কথিতা হ্যৰ্থাঃ প্ৰকাশন্তে মহাত্মনঃ প্ৰকাশন্তে মহাত্মনঃ।।
(শ্বেতাশ্বতৰোপনিষদ—৬/২৩)

এই শ্লোকৰ সৰল অৰ্থ হৈছে —

'যাৰ পৰমেশ্বৰত অচলা ভক্তি আছে আৰু অনুৰূপ ভক্তি গুৰুৰ প্ৰতিও আছে উপনিষদত উল্লেখিত এই সকলো বিষয় এনেধৰণৰ মহাত্মাৰ ওচৰতেই প্ৰকাশিত হয়।' ইযাতেই আৰম্ভ হয 'ভক্তিমাৰ্গ'। এই ভক্তিমাৰ্গ'ক পুৰাণৰ যুগত ঈশ্বৰ প্ৰাপ্তিৰ প্ৰকৃত সাধন বুলি প্ৰচাৰিত হৈছে।

ব্যক্তিৰূপী ভগৱান বিষ্ণুৰ উপাসনাৰ মাধ্যমেৰেই ভক্তিবাদ আৰম্ভ হয়। বিষ্ণু বৈদিক দেৱতা। ঋগবেদত বিষ্ণুক দ্যুলোকৰ দেৱতা বুলি ধৰা হৈছে। 'বিষ্ণু' শব্দটো 'বিষ্ণ ব্যাপ্তৌ' অৰ্থাৎ ব্যাপ্ত হৈ থকা অৰ্থবোধক 'বিষ + ন'ৰ লগত নুব প্ৰত্যয় সংযোগ কৰি নিষ্পন্ন কৰা হৈছে। তৈত্তিৰীয উপনিষদত আছে — 'সৃষ্টি কৰি পিছত তেও তাতেই প্ৰৱেশ কৰিলে। পদ্মপুৰাণত প্ৰকৃতিত ব্যাপ্ত কাৰণেই ঈশ্বৰ বোলা হৈছে। স এব ভগৱান বিষ্ণুঃ প্ৰকৃত্যাম আবিৱেশঃ।

মুঠতে বিষ্ণু বা কৃষ্ণই সমগ্ৰবিশ্বতে পৰিব্যাপ্ত হৈ সমগ্ৰ বিশ্বখন তেওঁৰেই নিয়ন্ত্ৰণ কৰিছে। শ্ৰীমদ্ভাগৱত গীতাত বিষ্ণু আৰু কৃষ্ণক অভিন্ন বুলি অভিহিত হৈছে। তেওঁ মনুষ্য ৰূপ ধাৰণ কৰি মৰ্ত্যত অৱতীৰ্ণ হৈছে। 'কৃষ্ণস্তু ভগৱান স্বয়ম — অৰ্থাৎ কৃষ্ণই হৈছে স্বয়ং ভগৱান।

বিষ্ণুৰ অসীম শক্তিৰ কথা ঋগ্‌বেদতেই প্ৰথম উল্লেখ কৰা হৈছে। পুৰাণত বৰ্ণিত বিষ্ণুৰ বামন অৱতাৰৰ মূল উৎস ঋগ্‌বেদ। ভগৱান বিষ্ণুৱে বামন অৱতাৰৰূপে ভূতলত অৱতীৰ্ণ হৈ মাত্ৰ তিনি খোজেৰে ত্ৰিভূৱন ব্যাপ্ত কৰি বলিক পৰাভূত কৰাৰ কাহিনী আছে। বেদৰ মধ্যাহ্ন (মাৰ্তণ্ডৰ) বা দুপৰীয়াৰ সূৰ্যৰ নাম 'বিষ্ণু'। দুপৰীয়াৰ সূৰ্যৰ আকাৰ ক্ষুদ্ৰতম। বামনৰূপৰ আকৃতিও ক্ষুদ্ৰ। সূৰ্যৰ এই ক্ষুদ্ৰ আকৃতি হৈছে বামনৰূপ। মধ্যাহ্নৰ সূৰ্যৰ আকাৰ ক্ষুদ্ৰ হ'লেও প্ৰতাপত প্ৰচণ্ড। সেইদৰে বামন অৱতাৰত বাহিৰত ক্ষুদ্ৰ ৰূপে গ্ৰহণ কৰিলেও প্ৰতাপত অদ্বিতীয় অখণ্ড। 'ইদং বিষ্ণুৰ্বিচক্ৰমে ত্ৰেধা নিদধে পদম্" (ঋগ্বেদ ১/২২/১৭) অৰ্থাৎ 'বিষ্ণুৱে এইজগত তিনিবাৰ পদক্ষেপ কৰিছে। 'বি' পূৰ্বক অশ্ ধাতুৰ পৰাও 'বিষ্ণু' শব্দ নিষ্পন্ন হৈছে। 'বি' অৰ্থাৎ ব্যাপকতা বা সৰ্বত্ৰ ব্যাপি হৈ থকা বুজায়। ঋগবেদৰ এই মন্ত্ৰ এনেদৰে ব্যাখ্যা কৰিছে যে প্ৰথম পদক্ষেপ হৈছে উদয়কালত উদয়াচলত, দ্বিতীয় পদক্ষেপ হৈছে মধ্যাহ্ন সময়ত যেতিয়া মাজ আকাশত সূৰ্যই বিৰাজ কৰে আৰু তৃতীয় পদক্ষেপ হৈছে অস্তাচলত। এইদৰে তিনিটা খোজত সূৰ্য্যই সমগ্ৰ ভুৱন আয়ত্ব কৰে। সেইকাৰণে বিষ্ণুৰ আন এটা নাম হৈছে 'ত্ৰিবিক্ৰম'। শাকপুণি নামৰ এজন প্ৰাচীন নিৰুক্তকাৰৰ মতে বিষ্ণুৰ তিনিটা পদক্ষেপ পোহৰৰ তিনিটা ৰূপৰ প্ৰতীক। পৃথিৱীত অগ্নি, অন্তৰীক্ষত বিদ্যুৎ

আৰু স্বৰ্গত সূৰ্য্য। এনেদৰে মনীষীসকলে বিষ্ণুৰ বিভিন্ন ব্যাখ্যা দাঙি ধৰিছে।

শ্ৰীমদ্ভগৱদগীতাৰ বিভূতিযোগত 'আদিত্যানামহং বিষ্ণুৰ্জ্যোতিষাং ৰবিৰংশুমান।" (গীতা —১০/২১) — আদিত্যসকলৰ অৰ্থাৎ দ্বাদশ আদিত্যৰ এজন বুলি কৃষ্ণই নিজমুখে ব্যক্ত কৰিছে। শ্ৰীকৃষ্ণক ভগবানৰূপে অভিহিত কৰাৰ কথা মহাভাৰতৰ যুগতেই পোৱা যায়। মহাভাৰতৰ অন্তৰ্গত "শ্ৰীমদ্ভগৱদগীতাত শ্ৰীকৃষ্ণই অৰ্জুনক যি উপদেশ দিছে সি প্ৰধানতঃ শ্ৰীকৃষ্ণই সূচনা কৰা 'ভাগবত ধৰ্মৰ উপদেশ। গীতাৰ চতুৰ্থ অধ্যায়ৰ আৰম্ভতে ভগৱান শ্ৰীকৃষ্ণই কৈছে—

ইমং বিৱস্বতে যোগং প্ৰোক্তাবানহমব্যয়ম।
ৱিৱস্বান মনৱে প্ৰাহ মনুৰিক্ষ্বাকৱেহব্ৰৱীৎ।।
স এৱায়ং ময়া তেহদ্য যোগঃ প্ৰোক্তঃ পুৰাতনঃ।
ভক্তোহসি মে সখা চেতি ৰহস্যং হ্যেতদুত্তমম।।

— শ্ৰীমদ্ভগৱদ গীতা- ৪/১, ৩

অৰ্থাৎ ভগৱানে ভাগৱত ধৰ্মৰ উপদেশ পূৰ্বেই ৱিৱস্বান অৰ্থাৎ সূৰ্যক দিছিল, সূৰ্যই নিজপুত্ৰ মনুক আৰু মনুৱে তেওঁৰ পুত্ৰ ইক্ষ্বাকুক দিছিল।

"তুমি মোৰ পৰম ভক্ত আৰু সখা, এই কাৰণেই আজি এই পুৰাতন যোগৰ (ভাগৱত কথা) তোমাক ক'লো। কাৰণ, এইটো উত্তম গুহ্য তত্ত্ব।" তদুপৰি মহাভাৰতৰ শান্তিপৰ্বৰ শেষত নাৰায়ণীয় বা ভাগৱত ধৰ্মৰ বিস্তৃত বিৱৰণ আছে। সেই কাৰণে গীতাত উপদিষ্ট ভাগৱত ধৰ্ম আৰু মহাভাৰতত উল্লিখিত ভাগৱত ধৰ্মৰ কোনো পাৰ্থক্য নাই। তদুপৰি গীতা মহাভাৰতৰে অঙ্গ। গতিকে উভয়তে উল্লিখিত ভাগৱত ধৰ্ম মূলতঃ একে। মহাভাৰতৰ শান্তিপৰ্বতেই নাৰায়ণীয় বা ভাগৱত ধৰ্মৰ নিৰূপণৰ বিষয়ে বৈশম্পায়নে জন্মেজয়ক কৈছে —

এবমেষ মহান্ ধৰ্ম্মঃ স তে পূৰ্বং নৃপোত্তম।
কথিতো হৰিগীতাসু সমাসৱিধি কল্পিতঃ।।

— মহাভাৰত/শান্তিপৰ্ব/৩৪৬/১০

' হে নৃপশ্ৰেষ্ঠ জন্মেজয়, এই ভাগৱত ধৰ্ম্ম বিধিযুক্ত আৰু সংক্ষিপ্ত প্ৰণালীৰে হৰি গীতা অৰ্থাৎ ভগৱদগীতাত তোমাক পূৰ্বেই কৈছো।"

শ্ৰীকৃষ্ণক কেন্দ্ৰ কৰি যি ভাগৱত ধৰ্ম প্ৰচাৰিত হৈছে পৰৱৰ্ত্তী কালত তাক বৈষ্ণৱ ধৰ্ম বুলি অভিহিত কৰা হৈছে। এই বৈষ্ণৱ ধৰ্মৰ প্ৰধান উপাস্য ভগৱান শ্ৰীকৃষ্ণ। 'কৃষ্ণ' শব্দটোৰ ব্যাখ্যা এনেধৰণে কৰা হৈছে — "কৰ্ষতি সৰ্বং কৃষ্ণঃ।" 'কৃষ' অৰ্থাৎ 'কৰ্ষণ কৰা', 'আকৰ্ষণ কৰা' ইত্যাদিবোধক 'কৃষ্ ধাতুৰ পিছত 'নক্ (কৃষ + নক্) প্ৰত্যয় সংযোগ কৰি 'কৃষ্ণ শব্দটো নিষ্পন্ন কৰা হৈছে। যি সকলোৰে ভক্তি আকৰ্ষণ কৰে বা ভক্তিৰ উদ্ৰেক কৰে তেওঁৱেই কৃষ্ণ। মহভাৰতৰ উদ্যোগ পৰ্বত আছে —

কৃষিৰ্ভূবাচকঃ শব্দো নশ্চ নিৰ্বৃত্তিবাচক ।
দ্বযোৰৈক্যাত পৰব্ৰহ্ম কৃষ্ণ ইত্যাভিধীযতে।।

মহাভাৰত উদ্যোগপৰ্ব — ৭৪

ভক্তিৰ ক্ষেত্ৰত কোনো জাতি লিঙ্গ আৰু বৰ্ণৰ ভেদ নাই। মানৱমাত্ৰেই ভক্তিৰ পথ গ্ৰহণ কৰিব পাৰে শ্ৰীমদ্ভগৱদগীতাৰ নৱম অধ্যায়ত শ্ৰীকৃষ্ণই কৈছে –

মাং হি পাৰ্থ ব্যপাশ্ৰিত্য যেঽপি স্যুঃ পাপযোনয ।
স্ত্ৰিযো বৈশ্যাস্তথা শূদ্ৰাস্তেঽপি যান্তি পৰাং গতিম ।

— গীতা ৯/৩২

'হে পাৰ্থ যি মোৰ আশ্ৰয় গ্ৰহণ কৰে সি যদি অন্ত্যজ নাৰী বৈশ্য বা শূদ্ৰও হয় তথাপি তেওঁ পৰম গতি লাভ কৰে। মহাপুৰুষ শঙ্কৰদেৱেও কীৰ্ত্তনত কৈছে —

নলাগে ভক্তিত দেৱদ্বিজ ঋষি হুইবে।
নলাগে সম্ভ্ৰত শাস্ত্ৰ বিস্তৰ জানিবে।।
তপ জপ যজ্ঞ দান সবে বিড়ম্বন।
কেৱল ভক্তিত তুষ্ট হোন্ত নাৰায়ণ।। -কীৰ্ত্তন/প্ৰহ্লাদ চৰিত/পদ-৩৮০

পদ্মপুৰাণত কোৱা হৈছে ভগবান কৃষ্ণৰ নাম স্মৰণৰ দ্বাৰা মনৰ সকলো অপবিত্ৰতা দূৰ হয়। ভক্তিৰ কেইবাটাও স্তৰ আছে। শ্ৰীমদ্ভাগৱত পুৰাণত প্ৰহ্লাদে হিৰণ্যকশিপুক ভক্তিৰ প্ৰকাৰৰ বিষয়ে কৈছে, —

শ্ৰৱণং কীৰ্তনং বিষ্ণোঃ স্মৰণং পাদসেৱনম্।
অৰ্চনং বন্দনং দাস্যং সখ্যমাত্মনিবেদনম।। — ভাগৱত পুৰাণ-৭/৫/২৩

কৃষ্ণৰ নাম শ্ৰৱণ কীৰ্তন স্মৰণ পাদসেৱন অৰ্চন বন্দন দাস্যভাব, সখ্য আৰু আত্মনিবেদন এই নটা হৈছে ভক্তিৰ লক্ষণ।

ভাগৱতপুৰাণে কৈছে যে ভক্তি যদিও ন প্ৰকাৰৰ তাৰ ভিতৰত শ্ৰৱণ কীৰ্তনেই হৈছে মহাশ্ৰেষ্ঠ।

যদ্যপি ভকতি নৱবিধ মাধৱৰ।
শ্ৰৱণ কীৰ্তন তাতো মহাশ্ৰেষ্ঠতৰ। — ভাগৱত পুৰাণ -১/৩৮

শ্ৰীকৃষ্ণই পৰম ভক্ত নাৰদক কৈছে —

নাহং বসামি বৈকুণ্ঠে যোগিনাং হৃদয়ে ন চ।
মদ্ভক্তা যত্ৰ গায়ন্তি তত্ৰ তিষ্ঠামি নাৰদ। — বৃহন্নাৰদীয় পুৰাণ-১১/৪

— নাৰদ সংহিতা —১/৭

'হে নাৰদ মই স্বৰ্গত বাস নকৰোঁ, য'ত ভক্তসকলে মোৰ মহিমা কীৰ্তন কৰে তাতেই মোৰ বাসস্থান।'

পূজা আদি যিবোৰ কৰ্ম আছে সেই সকলোবোৰতকৈ শ্ৰৱণ-কীৰ্তনহে সাৰ অৰ্থাৎ শ্ৰেষ্ঠ। এই কথা ভাগৱতৰ দ্বিতীয় স্কন্ধত কৈছে —

পূজা আদি যত ভক্তিৰ মধ্যত
শ্ৰৱণ কীৰ্ত্তন সাৰ।।
কথা শ্ৰৱণৰ নাম কীৰ্ত্তনৰ
সমান নাহিকে আন। — ভাগৱত ২/৫২-৫৩

শ্ৰৱণ কীৰ্তন আদি ভক্তিৰ বিভিন্ন উপায়েৰে ভগৱানৰ ওচৰত আত্মসমৰ্পন কৰিব পাৰিলেই ভক্তসকলে স্বৰ্গীয় আনন্দ লাভ কৰিব পাৰে। ভক্তিৰ সহায়ত ভক্তৰ পৰমাৰ্থিক শান্তি লাভ হয়। শ্ৰৱণ-কীৰ্তনক পৰম অক্ষয় বুলি কোৱা হৈছে —

ভোগ্য ক্ষয় হোৱে কৰ্ম্ম ধৰ্ম্ম মাযাময়।
শ্ৰৱণ-কীৰ্তন ধৰ্ম্ম পৰম অক্ষয়।। — ভাগৱত ১১/২২২

ভক্তিৰ অবিহনে ধৰ্ম সংসাৰত নাই এইয়ে হৈছে চাৰিও বেদৰ সাৰ।

ভকতিত পৰে ধৰ্ম্ম নাহি সংসাৰত।
চাৰিও বেদৰ জানা এহি সাৰতত্ত্ব।। — কীৰ্ত্তন/ৰাসক্ৰীডা/১০০৭

গুৰুজনাই কীৰ্ত্তনত এইদৰে কৈছে যে কলিত কীৰ্ত্তন কৰিলেও ঈশ্বৰক পাব পাৰি।

কলিত কীৰ্তনে হোৱে ভকত।
আত পৰে লাভ নাহি লোকত।।

ৰাম নাম যিটো সততে গাৱে।
সেহিসে হাততে মুকুতি পাৱে।। — কীৰ্ত্তন/পাষণ্ড মৰ্দ্দন ৭৭/৭৮

ভক্তিৰ সহায়তেই ভক্তৰ পৰমাৰ্থিক শান্তি লাভ হয়। ভক্তই যেতিয়াই সম্পূৰ্ণভাৱে আত্মসমৰ্পন কৰে তেতিয়াই ভক্তি পূৰ্ণতা প্ৰাপ্ত হয়। ভক্তিতে ভগৱান সন্তুষ্ট হয় আৰু ভক্তৰ লগত একাত্ম হৈ পৰে।

ভক্তিৰ বহল আলোচনা বহলভাৱে ব্যাখ্যা কৰিবলৈ এই চমু প্ৰবন্ধত যিহেতু সম্ভৱ নহয়, সেই কাৰণে মহাপুৰুষ শঙ্কৰদেৱৰ সাহিত্যত থকা ভক্তিৰ বিষয়ে চমু আলোচনা আগবঢোৱা হ'ল। ❑

# মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰদেৱৰ সাহিত্যৰাজিৰ চমু আভাস

অসমৰ সংস্কৃতিৰ বুৰঞ্জীত ষোড়শ শতিকা এক নৱ অভ্যুদয় কাল। এই কালতে অসমীয়া জাতি আৰু সংস্কৃতিয়ে নিৰ্দিষ্ট এক গঢ় ল'লে। অসমৰ ধৰ্মজীৱন সমাজনীতি, ভাষা, সাহিত্য-সঙ্গীত, কলা আদি সংস্কৃতিৰ মূল উপাদানবোৰৰ ওপৰত মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰদেৱৰ প্ৰভাৱ ইমান বেছি যে অসমীয়া সংস্কৃতিৰ মাজৰ সুঁতিটোক শঙ্কৰী সংস্কৃতি বুলি ক'ব পাৰি। শঙ্কৰী ধৰ্ম দৰ্শনে অসমীয়া জন সমাজৰ আধ্যাত্মিকতা আৰু জীৱনদৰ্শন ফুটাই তুলিলে আৰু সামাজিক নৈতিকতাৰ বিধি তৈয়াৰ কৰি থ'লে। আধ্যাত্মিক সাংস্কৃতিক আৰু সামাজিক জীৱনলৈ মহাপুৰুষৰ যি দান তাৰ মূল্য নিৰূপণ কৰিবলগীয়া হয় তেখেতৰ ৰচিত সাহিত্যৰাজিৰ যোগেদি অসমৰ জাতীয় জীৱনত আধ্যাত্মিক জীৱনৰ উৎকৰ্ষৰ বিষয়ত মহাপুৰুষৰ যি চতুৰঙ্গ দান সেয়া হৈছে — (১) বহুদেৱতাৰ মাজত প্ৰধান দেৱতাৰ সন্ধান দানৰ যোগে বহু সত্যৰ ভিতৰত সনাতন সত্যৰ উপলব্ধিৰ প্ৰতি সামাজিক চৈতন্যৰ জাগৰণ। (২) কৰ্ম-ধৰ্মৰ বিভীষিকা নিবাৰণ। (৩) বাহ্যিক অনুষ্ঠানৰ ঠাইত বিশুদ্ধ আন্তৰিক আধ্যাত্মিক উপলব্ধিৰ প্ৰধান লীলাক্ষেত্ৰ বুলি ডাঠকৈ কৰা প্ৰতিপাদন। (৪) সামাজিক শ্ৰেণীসম্বন্ধৰ ব্যৱধান অপসাৰণ।

এই চাৰিটা দানৰ বিকাশ আমি পোনে পোনে শঙ্কৰদেৱৰ ৰচনাৱলীত দেখা পাওঁ। তেওঁৰ ৰচনাৱলী নতুন এক আধ্যাত্মিক আৰু সামাজিক আলোড়নৰ স্পন্দনেৰে সঞ্জীৱিত। বৈষ্ণৱ সাহিত্যই অসমৰ জাতীয় সাহিত্যৰূপে প্ৰতিষ্ঠা লাভ কৰে। গুৰুজনাই ৰচনা কৰা বৈষ্ণৱ ধৰ্মৰ সামাজিক পদ্ধতিয়ে অসমৰ সামাজিক জীৱনক এটি স্পষ্ট আৰু নিটোল ৰূপ দি তোলে। সত্ৰ আৰু নামঘৰ সামাজিক শৃঙ্খলাৰ নিদৰ্শন ৰূপে থিয় দিয়ে। বৈষ্ণৱ সাহিত্যৰ সমাদৰে ধৰ্মমূলক ভেদভাৱ নাইকিয়া কৰি মিলাপ্ৰীতিৰ বন্ধোন অটুত কৰে। মহাপুৰুষ শঙ্কৰদেৱৰ ৰচনাৱলীক তলত দিয়াধৰণে ভগাব পাৰি — (১) উপাখ্যান (২) সংস্কৃত গ্ৰন্থৰ ভাঙনি (৩) তত্ত্বালোচনা (৪) কীৰ্ত্তন-ঘোষা (৫) গীত (৬) নাট (৭) প্ৰকৰণ গ্ৰন্থ।

শঙ্কৰদেৱৰ ৰচনাৱলীৰ তাৰিখবোৰ নিৰূপণ কৰা টান হ'লেও কিছুমান বাহ্য আৰু অন্তৰঙ্গ প্ৰমানৰ পৰা সেইবোৰৰ ক্ৰম স্থিৰ কৰিব পৰা হয়। গুৰুচৰিতৰ বিৱৰণেই এই প্ৰসঙ্গত অৱশ্যে একমাত্ৰ প্ৰমাণ। অন্তৰঙ্গ প্ৰমাণবোৰ সূক্ষ্ম ধৰণৰ, ভাষা ৰচনাৰীতি, বিষয়বস্তুৰ উল্লেখ ৰামৰায় চিলাৰায় আদিৰ উল্লেখ।

(১) **উপাখ্যান ঃ** উপাখ্যান সমূহৰ ভিতৰত কাহিনী প্ৰধান উপাখ্যান শ্ৰেণীৰ মুখ্য 'হৰিশ্চন্দ্ৰ উপাখ্যান' আৰু 'ৰুক্মিণী হৰণ শঙ্কৰদেৱৰ ডেকাকালৰ ৰচনা। এইবোৰত বিৱৰণেই ৰচনাৰ প্ৰমুখ অৱলম্বন, তাৰ সৌন্দৰ্য বৃদ্ধিৰ বাবেই কবিযে সকলো কাব্যিক শক্তি প্ৰযোগ কৰিছে। হৰিশ্চন্দ্ৰ কথা মাৰ্কণ্ডেয় পুৰাণৰ অন্তৰ্গত এটি ক্ষুদ্ৰ উপাখ্যান। 'ৰুক্মিণীহৰণ' কাব্যৰ মূল কাহিনীভাগ হৰিবংশৰপৰা লোৱা হৈছে, তাত ভাগৱতৰ কাহিনীযো সন্নিবিষ্ট হৈছে। কিন্তু এই কাহিনী কাব্যৰ মৌলিক সৌন্দৰ্য তাৰ চৰিত্ৰ আৰু বচনভঙ্গী জাতীয ধৰ্মত। সেইবাবে সি শঙ্কৰদেৱৰ সকলো ৰচনাতকৈ জনপ্ৰিয। এই দুযোখন উপাখ্যান কাব্যই সম্ভৱতঃ শঙ্কৰদেৱৰ ধৰ্মপ্ৰচাৰৰ আগৰ ৰচনা। আমাৰ ভকত বৈষ্ণৱসকলৰ সাধাৰণ বিশ্বাস হৰিশ্চন্দ্ৰ উপাখ্যানতেই শঙ্কৰে পোনতে "ভকতিৰ চাৰিখুঁটি মাৰে"। এই চাৰিখুটি হ'ল গুৰু, দেৱ নাম, ভকত। অসমৰ বৈষ্ণৱ ধৰ্মৰ এই চাৰিটি পৰমাৰ্থ বস্তু। ষষ্ঠ স্কন্ধ ভাগৱতৰ পৰা গৃহীত অজামিল উপাখ্যান, অষ্টম স্কন্ধৰ পৰা গৃহীত গজেন্দ্ৰোপাখ্যান, অমৃত-মন্থন, বলিছলন আৰু দশমৰ কুৰুক্ষেত্ৰ পুথিও এই উপাখ্যান শ্ৰেণীৰ ভিতৰত পৰে।

(২) **সংস্কৃত গ্ৰন্থৰ ভাঙনি ঃ** ৰামাযণৰ উত্তৰাকাণ্ড' আৰু 'ভাগৱত'ৰ বিবিধ খণ্ডৰ ক্ৰমিক ভাঙনি কৰোঁতে কাহিনীৰ ঐক্যৰ প্ৰতি সাধাৰণতে বিশেষ লক্ষ্য ৰখা হোৱা নাই। কাৰণ সেইবিলাকত মূলৰ প্ৰধান কথাখিনিৰ মৌলিক অনুৱাদ বিশেষ লক্ষ্যণীয। প্ৰথম আৰু দ্বিতীয স্কন্ধ ভাগৱতৰ ভাঙনি কৰোঁতে শঙ্কৰদেৱে মূলকথাখিনিৰ এটি চমু বিশ্লেষণ মাত্ৰ দিবলৈ যত্ন কৰা যেন লাগে। মহাপুৰুষ শ্ৰীমন্তশঙ্কৰদেৱৰ শাস্ত্ৰানুৱাদৰ মূল প্ৰেৰণা আছিল বৈষ্ণৱ ধৰ্ম প্ৰচাৰ কৰা, কাব্য চৰ্চ্চা নহয। সেযেহে সংস্কৃত শ্ৰীমদ্ভাগৱত পুৰাণৰ যিবোৰ শ্লোক আৰু যিবোৰ অংশ অধিক ভক্তিমূলক বা শ্ৰীকৃষ্ণৰ শ্ৰেষ্ঠত্ব প্ৰতিপাদক সেইবোৰৰ কথা গুৰুজনাই বিস্তৃতভাৱে অনুৱাদ কৰিছে। 'উত্তৰাকাণ্ড'ৰ ভাঙনিত শঙ্কৰদেৱৰ দীঘল কথা চমু কৰাৰ চেষ্টা বিশেষভাৱে দেখা পোৱা যায। এই শ্ৰেণীৰ ৰচনাৰ ভিতৰত দশম স্কন্ধ ভাগৱতৰ ভাঙনি সবাতোকৈ মনোৰম আৰু কবিত্বপূৰ্ণ।

(৩) **তত্ত্বপুথি ঃ** তত্ত্বপুথি সমূহৰ ভিতৰত 'ভক্তি-প্ৰদীপ', 'অনাদি-পাতন' আৰু 'নিমি-নৱসিদ্ধ সংবাদ' আদি তত্ত্বমূলক গ্ৰন্থ। এই গ্ৰন্থ সমূহৰ মূল উদ্দেশ্য ভক্তিতত্ত্ব নিৰূপণ কৰা। 'অনাদি পাতন'ত সৃষ্টিৰ আদিৰ আৰু প্ৰলযৰ কথা বৰ্ণোৱা হৈছে। 'ভক্তি প্ৰদীপ'ত কৃষ্ণ আৰু অৰ্জুনৰ মাজত (গীতাৰ দৰে) ব্যাখ্যা কৰা হৈছে। 'নিমি-নৱসিদ্ধ সংবাদ'ত নিমি ৰজা আৰু হবি, কবি আদি ন জন সিদ্ধ পুৰুষৰ কথোপকথনৰ মাজেদি ভক্তিতত্ত্ব আলোচনা কৰা হৈছে। 'অনাদি পাতন'ত শঙ্কৰদেৱে নিজস্বভাৱে এই পুথিত সৃষ্টিতত্ত্ব বিচাৰ কৰিছে। প্ৰকৃতি আৰু তত্ত্ব সকলৰ উৎপত্তি চৰাচৰ প্ৰাণীৰ বিকাশ, সপ্তদ্বীপ, সপ্তসাগৰ নৱবৰ্ষ, জ্যোতিশ্চক্ৰ নৰক দেহতত্ত্ব আদিৰ বৰ্ণনা দক্ষতাৰে দিযা হৈছে।

'নিমি-নৱসিদ্ধ সংবাদ'ত ন জনা সিদ্ধই ৰজাৰ নটা প্ৰশ্নৰ উত্তৰত এইখিনি বিষয় বিবৃত কৰিছে — আত্যন্তিক সুখ মহাভক্তৰ লক্ষণ বিষ্ণুৰ মায়াৰ স্বৰূপ মায়াৰ পৰা সাৰিবৰ উপায় পৰমাত্মাত নিষ্ঠা কৰ্মযোগ ঈশ্বৰৰ অৱতাৰ অভক্তৰ গতি আৰু ভগৱন্তৰ পূজাবিধি। ইয়াৰ ভিতৰত শঙ্কৰদেৱৰ অৱতাৰ বৰ্ণনৰ অংশ উজ্জ্বল হৈ উঠিছে।

(৪) **কীৰ্ত্তন-ঘোষা ঃ** কীৰ্ত্তন-ঘোষা মহাপুৰুষ শঙ্কৰদেৱৰ এক স্বতন্ত্ৰ সাহিত্য। শঙ্কৰদেৱৰ কীৰ্ত্তন-ঘোষা পুথিৰ একোটি খণ্ডত কাহিনী বা আন বিষয় বস্তু বিবৃত হৈছে। কীৰ্তন-ঘোষা পুথিখনি অতিশয় জনপ্ৰিয়। ইয়াৰ ব্যৱহাৰ সকলো অসমীয়া হিন্দুৰ মাজত দৈনন্দিন বুলিব পাৰি। ধৰ্মপ্ৰচাৰ ধৰ্মশিক্ষা আৰু ধৰ্ম জীৱন গঢ় দিবৰ নিমিত্তেই এই সৰ্বাঙ্গসুন্দৰ পুথিখনি ৰচিত হৈছিল। ব্ৰহ্মপুৰাণৰ পৰা কীৰ্ত্তন ঘোষাৰ উৰেষা বৰ্ণন আৰু পদ্মপুৰাণৰপৰা 'নাম-অপৰাধ খণ্ড ৰচনা কৰা হয়। পাষণ্ড মৰ্দন খণ্ড ভাগৱত বিষ্ণু ধৰ্মোত্তৰ বৃহন্নাৰদীয় আৰু পদ্মপুৰাণৰ (সহস্ৰ নাম খণ্ড) সূত সংহিতাৰ শ্লোকৰ অৰ্থ সন্নিৱেশ কৰি প্ৰকৰণৰ দৰে ৰচনা কৰা হৈছে। এই তিনিবিধ খণ্ডৰ বাহিৰে কীৰ্ত্তনৰ সকলো খণ্ডৰ বিষয়বস্তুৱেই ভাগৱত পুৰাণৰ পৰা গৃহীত। ভাষাৰ লালিত্য ছন্দৰ ব্যৱহাৰ সুৰৰ লাৱণ্য ভাৱৰ মাধুৰ্য ভক্তিৰ দৃঢ়তা চিন্তাৰ উচ্চতা আদিৰ সমষ্টিৰে কীৰ্ত্তন-ঘোষা ৰচিত। মহাপুৰুষীয়া অৰ্থাৎ অসমৰ বৈষ্ণৱ ধৰ্মৰ 'চাৰি পুথিৰ ভিতৰত গুৰুজনাৰ কীৰ্ত্তন-ঘোষা আৰু দশম স্কন্ধ ভাগৱত আৰু মাধৱদেৱৰ 'নাম-ঘোষা' আৰু 'ভক্তি ৰত্নাৱলী'ক সামৰা হয়। শঙ্কৰদেৱৰ ঝুমুৰি ছন্দৰ গুণমালা পুথিখনো কীৰ্তন ঘোষা শ্ৰেণীৰ।

(৫) **গীত ঃ** ভক্তি আন্দোলন প্ৰধানতঃ অনুভূতিপ্ৰৱণ আৰু ই প্ৰাণৰ উচ্ছ্বাসক মুখৰ কৰি তোলে। ভাৰতৰ বিভিন্ন প্ৰদেশৰ বৈষ্ণৱ আন্দোলন সমূহে বিভিন্ন ভাষাত লিৰিক বা গীতি কবিতাৰ জন্ম দিয়ে। অসমতো ভক্তি আন্দোলন এই বিষয়ত সৃষ্টিশীল হৈ উঠে আৰু তাৰ ফলস্বৰূপে বৰগীত আৰু ভটিমাৰ সৃষ্টি হয়। বৰগীত সমূহৰ কেইবাটাও বৈশিষ্ট্য আছে — প্ৰথম হৈছে বৰগীতৰ ভাষা। গুৰুজনাৰ প্ৰায়খিনি আৰু মাধৱদেৱৰ বেছিভাগ বৰগীতৰে ভাষা ব্ৰজাৱলী। গুৰুজনাৰ প্ৰায় মধ্যাহ্ন জীৱনৰ সময়ত অসম, বঙ্গ আৰু উৰিষ্যাৰ বিশেষকৈ ব্ৰজপ্ৰিয় শ্ৰীকৃষ্ণক কেন্দ্ৰ কৰি কিছুমান গীতমাতৰ একোটি কৃত্ৰিম উপভাষাৰ সৃষ্টি হৈছিল। এই সাহিত্যিক ভাষাকেই ব্ৰজাৱলী ভাষা বোলে।

দ্বিতীয়তে বিষয়বস্তুৰ সংৰক্ষণশীলতা বা সংযম। হৰমোহন, ৰাসলীলা বা কেলিগোপালৰ কাহিনী বৰগীতত নাই। বৰগীতত আছে বেদান্তৰ ধৰ্ম, সহজ-সৰল ভাষাত, তাত বাজি আছে আধ্যাত্মিক চিন্তা ঐকান্তিক ভক্তি। ভগৱান কৃষ্ণৰ বিশ্ববিমোহন বাল্যৰূপৰ বিৱৰণ। বিশেষকৈ মাধৱদেৱৰ পৰম তৃপ্তি ত্ৰিজগত পতিৰ বাখোৱাল ৰূপত, তেওঁৰ শিশুসুলভ ক্ৰিয়া কৌতুকত। এই বৰ্ণনাৰ আঁৰত লুকাই আছে আধ্যাত্মিক জগত।

বৰগীতৰ তৃতীয় বৈশিষ্ট্য সুৰৰ। বিষয়বস্তু উদ্দেশ্য আৰু উপলক্ষ্য অনুসৰি এই

গীতখিনিৰ সুৰ নৃত্য-গীত কলা বিশাৰদ শ্ৰীমন্ত শঙ্কৰ আৰু মাধৱদেৱে সংযোজনা কৰি দি গৈছে। আধ্যাত্মিক ভাব আৰু শ্ৰীকৃষ্ণৰ বালক ৰূপৰ আৰু লীলাৰ পৰমাৰ্থিক চিত্ৰণ আৰু আনফালে প্ৰসঙ্গৰ উপযোগী গাম্ভীৰ্য বৰগীতত আছে। সুৰৰ লগত ৰসৰ সম্বন্ধ সদায় আছে। বৰগীতৰ সুৰে ভক্তক ভক্তিৰস প্ৰৱণ কৰি তোলে আৰু বাহ্যিক জগতৰ পৰা আঁতৰাই নি আৰাধ্য গোৱিন্দৰ চৰণ ছোৱাযগৈ।

বৰগীতৰ চতুৰ্থ বৈশিষ্ট্য বিষয় হৈছে চৈধ্য প্ৰসঙ্গৰ পৰিক্ৰমাত সেইবিলাকৰ স্থান। পঞ্চমতে, বৰগীতৰ পৱিত্ৰতা বৰগীত সাংসাৰিক জগতৰ প্ৰেম কাহিনীৰ পৰা সম্পূৰ্ণ মুক্ত আধ্যাত্মিক ভাবৰ উপাসনা প্ৰসঙ্গৰ গীত আৰু বৰগীত বিভিন্ন ৰাগত গোৱা হয় যেনে আশোবাৰী ভৈৰৱী, সুহাই ধনশ্ৰী ইত্যাদি।

**ভটিমা ঃ** ভটিমা বা ভট্টিমা হৈছে স্তুতিপ্ৰধান অৰ্থাৎ ভক্তিপ্ৰধান কবিতা। প্ৰকাশভঙ্গীৰ বিশেষ গাম্ভীৰ্য থকা ভটিমাসমূহ সাধাৰণতে গুণ গৰিমা প্ৰকাশক গীত। প্ৰশস্তি বা স্তুতিমূলক গীত গাই থকা ভ্ৰাম্যমান গায়কক পুৰণিকালত 'ভাট বুলি কোৱা হৈছিল। এই ভাটসকলৰ দ্বাৰা গোৱা ভক্তি মূলক গীতসমূহকে 'ভটিমা' বা 'ভট্টিমা' বোলা হৈছে। এই ভটিমা বা স্তুতিগীত অথবা প্ৰশস্তিগীত অসমীয়া বৈষ্ণৱ সাহিত্যৰ বিশেষ এক শ্ৰেণীৰ কবিতা। ভটিমা এবিধ গীতি কবিতা। ইংৰাজীত ইয়াক 'Lyric' বুলি কোৱা হয়। 'Lyric is a short poem containing one sentiment or one thought or describing one situation ' অৰ্থাৎ গীতিকবিতা ক্ষুদ্ৰ অৱয়ব বিশিষ্ট কবিতা, য'ত মাত্ৰ অনুভূতিৰ একতা বা ভাৱৰ স্বল্পতা প্ৰকাশ পায় আৰু যিযে এটা মাত্ৰ পৰিস্থিতিৰ বৰ্ণনা দিয়ে। ইয়াৰ দ্বাৰা কবিৰ আত্মানুভূতি বা একান্ত ব্যক্তিগত কামনা-বাসনা আৰু আনন্দবেদনাই তেওঁৰ প্ৰাণৰ অন্তঃস্থলৰ পৰা আৱেগ বিকম্পিত সুৰত অখণ্ড ভাৱমূৰ্তিত আত্মপ্ৰকাশ কৰে। কাৰোবাক সম্বোধন কৰাত ইয়াক ব্যৱহাৰ কৰা হয়। ভটিমাৰ বিষয়বস্তু উচ্চভাববিশিষ্ট। সাধাৰণতে ভাটে এই শ্ৰেণীৰ গীত গায় বা আবৃত্তি কৰে। ভাটৰ বৃত্তি হৈছে ৰজা-মহাৰজা আৰু ধনীমানীলোকৰ প্ৰশস্তি কীৰ্তন কৰা। পুৰণি কালত নট বা ভাটক ৰজাৰ বিষয়াৰূপে গণ্য কৰা হৈছিল।

মহাপুৰুষ শঙ্কৰদেৱে তেওঁৰ সাহিত্যিক জীৱনৰ তৃতীয় স্তৰত ভটিমা ৰচনা কৰিছিল বুলি অনুমান কৰিব পাৰি। সত্যেন্দ্ৰনাথ শৰ্মাদেৱে শঙ্কৰদেৱৰ ভটিমানসমূহক তিনিটা ভাগত ভগাইছে — নাট ভটিমা, দেৱ ভটিমা আৰু ৰাজ ভটিমা। মাধৱদেৱে আৰু এক শ্ৰেণীৰ ভটিমা ৰচনা কৰিছিল সেয়া হৈছে 'গুৰু ভটিমা'। সেই কাৰণে ভটিমা মুঠ চাৰি প্ৰকাৰৰ। আটাইকেইবিধ ভটিমা ব্ৰজাৱলী ভাষাত ৰচিত।

**নাট ভটিমা ঃ** নাট ভটিমাক তিনিভাগত ভগাব পাৰি যেনে —

(১) নাটৰ আদিতে দিয়া ভটিমা। এই ভটিমাত নায়ক কৃষ্ণ বা ৰামক স্তুতি কৰা

হয়। সূত্ৰধাৰে মুদ্ৰা আৰু নৃত্যৰ সহায়ত ইয়াক আবৃত্তি কৰে। পত্নীপ্ৰসাদ নাটৰ বাহিৰে শঙ্কৰদেৱৰ আটাইকেইখন নাটতে নান্দীশ্লোকৰ পিছতে নাট ভটিমা পৰিৱেশন কৰা হৈছে।

(২) নাটৰ শেষত দিয়া ভটিমা। এইবিধ ভটিমাক 'মুক্তিমঙ্গল' ভটিমা বুলি কোৱা হয়। সংস্কৃত নাটকৰ শেষত থকা 'ভৰতবাক্য'ৰ লগত মুক্তিমঙ্গল ভটিমাৰ সম্পৰ্ক স্থাপন কৰিব পাৰি। কেৱল পাৰ্থক্য ইমানেই যে ভৰতবাক্যত সাধাৰণতে সভাসদ আৰু জগতৰ ধৰ্ম, অৰ্থ কামবৃদ্ধি বা সুখ-শান্তি কামনা কৰি নাটকৰ প্ৰধান চৰিত্ৰৰ মুখেদি পাঠ কৰোৱা হয়। কিন্তু অঙ্কীয়া নাটকত সূত্ৰধাৰে দৰ্শকৰ সুখ শান্তি কামনা কৰি দৰ্শকৰ মন ভক্তিমাৰ্গমুখী কৰিবলৈ মুক্তিমঙ্গল ভটিমা কীৰ্তন কৰে। এই দুইশ্ৰেণী নাটৰ উদ্দেশ্যৰ বিভিন্নতাই সামৰণি স্তুতি গীতৰো পাৰ্থক্য সৃষ্টি কৰিছে।

৩। মহাপুৰুষ শঙ্কৰদেৱৰ নাটত — বিশেষকৈ পত্নীপ্ৰসাদ ৰুক্মিণীহৰণ আৰু ৰামবিজয় নাটত — নাটকীয় কাহিনীৰ অগ্ৰগতিত সহায় কৰিব পৰাকৈ একোটিত ভটিমা পৰিৱেশন কৰা হৈছে। ৰুক্মিণীহৰণ নাটত সুৰভি ভাট নায়িকা ৰুক্মিণীৰ প্ৰশস্তি নায়ক কৃষ্ণৰ আগত আবৃত্তি কৰিছে শ্ৰীৰামবিজয় নাটত বিশ্বামিত্ৰ আৰু কনকাৱতীয়ে ভাটৰ কাৰ্য সম্পাদন কৰিছে, বিশ্বামিত্ৰই ৰামৰ আগত সীতাৰ প্ৰশস্তি কীৰ্তন কৰিছে। পত্নীপ্ৰসাদ নাটত ব্ৰাহ্মণ-পত্নীসকলে কৃষ্ণৰ প্ৰশস্তি আবৃত্তি কৰিছিল। কোনো কোনো নাটকত পয়াৰ হিচাবে আবৃত্তি কৰা স্তুতিগীতক শঙ্কৰদেৱে ভটিমা বুলি উল্লেখ কৰা নাই কিন্তু তেনেধৰণৰ স্তুতিগীতকো ভটিমা বুলিব পাৰি।

দেৱ ভটিমা ঃ দেৱতাৰ প্ৰশস্তিমূলক ভটিমাই হৈছে দেৱ ভটিমা। মহাপুৰুষীয়া ধৰ্ম পৰম্পৰাত দেৱ ভটিমাৰ পাৰমাৰ্থিক তত্ত্ব অতি গভীৰ। অঙ্কীয়া নাটৰ আৰম্ভণিত দেৱ ভটিমা পৰিৱেশন কাৰ্যই আধ্যাত্মিক ভাৱৰ সৃষ্টি কৰে। উপাস্যদেৱ কৃষ্ণৰ অপৰূপ ৰূপবৰ্ণনা ঐশ্বৰিক গুণকীৰ্তনেই দেৱ ভটিমাৰ বিষয়বস্তু। গায়ন-বায়ন বা সূত্ৰধাৰৰ দ্বাৰা নৃত্যগীতৰ মাধ্যমেৰে পৰিৱেশন কৰা দেৱ ভটিমাই দৰ্শক শ্ৰোতাসকলৰ মনত আধ্যাত্মিকভাৱ জাগৰিত কৰে আৰু উপস্থাপিত বিষয়বস্তুৰ বাবে প্ৰাৰম্ভিক প্ৰস্তুতিৰ কাম কৰে। এই ভটিমাসমূহৰ যোগেদি ভক্ত আৰু ভগৱানৰ মাজত যোগসূত্ৰ সুসম্পন্ন কৰাৰ প্ৰয়াস প্ৰকাশিত হয়। দেৱ ভটিমাৰ যোগেদি ভগৱান শ্ৰীকৃষ্ণৰ বাল্যকালৰ লীলাসমূহৰ চিত্ৰ প্ৰকাশিত হৈছে —

বন্দো গোবিন্দা।
গোপী জনমানন্দা।।
মঞ্জু ভ্ৰূ যুগ সুস্মিত সুন্দৰ
বদন বিনিন্দিত চান্দা।।

**ৰাজভটিমা ঃ** মহাপুৰুষ শঙ্কৰদেৱে ৰজাৰ গুণ-যশ কীৰ্তন কৰি অন্য এক শ্ৰেণীৰ ভটিমাৰ সৃষ্টি কৰে। এই ভটিমাক 'ৰাজ ভটিমা' নামেৰে অভিহিত কৰা হয়। দেব ভটিমাৰ দৰে এই শ্ৰেণীৰ ভটিমাত কাব্যকলাৰ চমৎকাৰিত্ব দেখা নাযায়। ঐতিহাসিক প্ৰমূল্যৰ বাহিৰে এইশ্ৰেণীৰ ভটিমাৰ জনপ্ৰিয়তা বিশেষ লক্ষণীয় নহয়। ৰজা মল্লধ্বজ বা নৰনাৰায়ণৰ যশ-গুণ কীৰ্তন কৰি ৰচনা কৰা 'ৰাজ ভটিমা'ৰ যোগেদি শঙ্কৰদেৱে স্বাভাৱিক ৰজাৰ প্ৰতি আনুগত্যহে প্ৰকাশ কৰিছে। ইয়াত তেওঁৰ ৰজাৰ পৃষ্ঠপোষকতা কৰা নাই। গুৰুজনাৰ ধৰ্মপ্ৰচাৰৰ বাবে ৰজাই যি ব্যৱস্থা কৰি দিছিল, তাৰ প্ৰশংসাৰ বাবেই এই ৰাজ ভটিমাসমূহ ৰচনা কৰি শঙ্কৰদেৱে নিজৰ মহানুভৱতাৰ পৰিচয় দিছে।

কথা-গুৰুচৰিতত উল্লেখ আছে যে শঙ্কৰদেৱে ৰজা নৰনাৰায়ণৰ ৰাজসভালৈ যোৱাৰ প্ৰথম দুদিনত 'বন্দো গোবিন্দ' আৰু 'পেখিয়ে চানুৰ' শীৰ্ষক গীত দুটি আবৃত্তি কৰিছিল, আৰু পিছদিনা 'জয় জগদীশ ঈশে জগ হাসি' শীৰ্ষক ভটিমাটি আবৃত্তি কৰিছিল। নৰনাৰায়ণৰ ৰাজসভালৈ যোৱাৰ প্ৰথমদিনা শঙ্কৰদেৱে নিম্ন ৰাজভটিমাটো আবৃত্তি কৰিছিল —

জয় জয় মল্লনৃপতি ৰসৱান।
যাকেৰি গুণগণ সম নাহি আন।।
নিজকুল কুমুদ প্ৰকাশিত ইন্দু।
গহীন গম্ভীৰ ধীৰ পেখিতে সিন্ধু।।
সভা এক পাত্ৰ আপন মহাৰাজ
দেৱক মধ্যে যৈছে সুৰ ৰাজ।। ইত্যাদি।

আন এদিন শঙ্কৰদেৱে মহাৰাজ নৰনাৰায়ণৰ বীৰত্ব প্ৰকাশক আন এটি ৰাজভটিমা ৰচনা কৰি মহাৰাজৰ আগত আবৃত্তি কৰিছিল —

হাষি সভাষিত কৰো বহু থিৰ।
মল্ল নৃপতি সম নাহিকয় বীৰ।।
কাশী বৰানশী গৌড় পৰ্যন্তে।
মল্লনৃপতিক সব মহিমা কহন্তে।। ইত্যাদি।

ভটিমাৰ প্ৰধান বৈশিষ্ট্য হৈছে ইয়াৰ প্ৰকাশভঙ্গী ছন্দ আৰু সুৰ সংযোজনৰ চাতুৰ্য আৰু গাম্ভীৰ্য। অনুপ্ৰাসৰ ধ্বনি-প্ৰতিধ্বনি ভটিমাসমূহৰ বিশিষ্ট লক্ষণ। ভটিমাসমূহত ছবি দুলড়ী মাত্ৰাবৃত্তছন্দ আদি দেখা যায়। বিভিন্ন অলঙ্কাৰৰ প্ৰয়োগ আৰু শব্দ সংযোজনৰ চাতুৰ্যও মন কৰিবলগীয়া। কোমল অথচ অৰ্থ প্ৰকাশক আৰু সুৰাত্মক শব্দৰ প্ৰয়োগে

শঙ্কৰদেৱৰ ভটিমাসমূহক বিশিষ্টতা প্ৰদান কৰিছে ভটিমাসমূহৰ অন্ত্যমিল চকুত লগা। যেনে ঃ দাশক-নাশক যাতন-ঘাতন ছেদন-ভেদন নাগৰ সাগৰ সীতা-নীতা উধাৰল-তাৰল তাৰণ-মাৰণ ইত্যাদি। তদুপৰি ভটিমাসমূহত অনুপ্ৰাস ৰূপক ব্যতিৰেক প্ৰতীপ উপমা দৃষ্টান্ত বিভাবনা নিদৰ্শনা সমুচ্চয় আদি অৰ্থালংকাৰৰ সুন্দৰ প্ৰয়োগ দেখা যায়।

'বন্দো গোবিন্দ গোপী জনমানন্দ আৰু জয় জগত জন ভয়হাৰী' — এই দেৱ ভটিমা দটিত শ্ৰীকৃষ্ণৰ বাল্যকালৰ লীলাসমূহ প্ৰকাশিত হৈছে। পুতনা বধ যমলাৰ্জুনক দ্বিখণ্ডিত কৰি যক্ষকুমাৰক মুক্তি দিয়া গোবৰ্ধন পৰ্বতত গোগণক ৰক্ষা কৰা কালীনাগক নাশ কৰা কংসবধ ইত্যাদি কাৰ্যসমূহৰ মাজেদি শ্ৰীকৃষ্ণৰ স্তুতি দুয়োটা ভটিমাত কৰা হৈছে।

কৰুণ চৰণ সাৰোৰুহ কঙ্কণ
শঙ্কৰ এন বিৰচিতং
বৈৰী নিসূদন দেৱকী নন্দন
বিজয় বিৰাজিত গীত

— এই দেৱ ভটিমাটিত শব্দ সংযোজন কোমল আৰু যথাৰ্থ অৰ্থ প্ৰকাশক।

তিনিটা অংশত বিভক্ত জয় জয় মল্লনৃপতি ৰসৰান শীৰ্ষক ৰাজভটিমাত মহাৰাজ নৰনাৰায়ণৰ শৌৰ্যবীৰ্য প্ৰকাশিত হৈছে। চন্দ্ৰৰ পোহৰত বিকশিত হোৱা কুমুদৰ লগত মহাৰাজ নৰনাৰায়ণক তুলনা কৰা হৈছে -- নিজকুল কুমুদ প্ৰকাশিত ইন্দু। মহাৰাজ নৰনাৰায়ণ ধৰ্মত যুধিষ্ঠিৰৰ দৰে ধনুৰ্বিদ্যাত অৰ্জুনৰ দৰে দানকাৰ্যত কৰ্ণৰ দৰে তেওঁৰ নিজ গুণ পৃথিৱীত বিয়পাইছিল। যাৰ শৰীৰৰ বৰণ নীলা উৎপলৰ দৰে বাহু মৃণাল (পদুমৰ ঠাৰি) সদৃশ সেই মহাৰাজৰ গুণগোৱা শিশুমতি শঙ্কৰক যেন মহাৰাজে সকলো দোষ ক্ষমা কৰে — এইবুলি শঙ্কৰদেৱে ভটিমাৰ সামৰণি মাৰিছে ঃ

কহলো তযু গুণ হামু শিশুমতি
ক্ষমহ সকল মহু দোষ

এনেদৰে মহাপুৰুষ শঙ্কৰদেৱে নাট-ভটিমা দেৱ ভটিমা আৰু ৰাজ ভটিমাৰদ্বাৰা নামধৰ্মৰ ভক্তসকলৰ সবাৰ বস্তু আৰু কাব্যামোদীসকলৰ বাবে অনুপম ভক্তিৰসাত্মক কবিতা ৰচনা কৰি গৈছে।

(৬) **নাট বা অঙ্ক ঃ** সংস্কৃত নৃৎ (নচা) ধাতুৰ পৰা প্ৰাকৃত নট ধাতু উদ্ভৱ হৈ তাৰ পৰাই নট আৰু নাটক শব্দৰ উৎপত্তি হৈছে। সংস্কৃত নট মানে ভাৱৰীয়া (Actor) নাটকমানে দৃশ্যাভিনয় উপযোগী ৰচনা (drama) নাট্য মানে নাট সম্বন্ধীয় বা নাটকীয় কলা (dramatic art) অসমৰ সাংস্কৃতিক ক্ষেত্ৰত মহাপুৰুষৰ অঙ্কীয়া নাটক

এক যুগান্তকাৰী উদ্ভাৱন। ইযাৰ আগতে অসমত নাটক ৰচনা হোৱাৰ নিশ্চিত প্ৰমাণ পোৱা নাযায। অঙ্কীয়া নাটৰ নিৰ্মাণ প্ৰণালীত সংস্কৃত দৃশ্যকাব্য সমূহৰ উল্লেখনীয় প্ৰভাৱ পৰিলক্ষিত হয। মহাপুৰুষ শঙ্কৰদেৱে তেখেতৰ অভিনয যোগ্য ৰচনাখিনিক নাট বা যাত্ৰা বুলি কৈছে। কিন্তু পুৰণি চৰিত পুথিত নাট অৰ্থত অঙ্ক দুটাৰহে ব্যৱহাৰ দেখা যায। যেনে —

পাৰিজাত যেন নাম অঙ্ক মহা অনুপাম
কৰিলা শঙ্কৰ তাতে পাছে। (ৰামচৰণ ঠাকুৰ, শঙ্কৰ চৰিত)

দেৱানৰ বাণী শুনি সীতা স্বযম্বৰ।
ৰামাযণ অঙ্ক ধৰি দিলন্ত শঙ্কৰ।। (দৈতাৰি ঠাকুৰ, গুৰুচৰিত)

সংস্কৃত 'নাট্যশাস্ত্ৰ'ত 'অঙ্ক শব্দৰ অৰ্থ হ'ল 'চিহ্ন অৰ্থাৎ নাটকীয কাহিনীৰ চিহ্নিত কৰা বিভাগ। চৰিতকাৰ সকলে বা বৈষ্ণৱ কবি সকলে নাটৰ প্ৰতিশব্দৰূপে কিয 'অঙ্ক' শব্দটো ব্যৱহাৰ কৰিলে ধৰা টান। এই 'অঙ্ক শব্দটোতে 'ঈযা' প্ৰত্যয লগাই পাছৰ কালৰ বৈষ্ণৱ সমাজে বিশ্লেষণ ৰূপত ব্যবহাৰ কৰিবলৈ লয।

মহাপুৰুষ শঙ্কৰদেৱে নিজে ছযখন পূৰ্ণাঙ্গ নাটক ৰচনা কৰিছিল। নাটসমূহ গীত-পদৰপৰা, ঢুলীয়া, ওজাপালি, পুতলা নাচ আদি সাংস্কৃতিক অনুষ্ঠান বিলাকৰপৰা কম-বেছি পৰিমাণে অঙ্কীয়া নাট ৰচনা কৰিবলৈ সমল পাইছিল বুলি অনুমান কৰিব পাৰি। 'চিহ্নযাত্ৰা মহাপুৰুষ শঙ্কৰদেৱৰ প্ৰথম অভিনয যদিও সেইবিষযক ৰচিত নাট দেখা পোৱা নাযায। এই অভিনযত প্ৰৱেশ, নৃত্য, গীত, ভটিমা, পযাৰ সূত্ৰধাৰ আদি আছিল যদিও নাটৰ প্ৰধান অঙ্গ আৰু কাহিনী আৰু সংলাপ থকাৰ প্ৰমাণ চৰিত পুথিযে নিদিযে। সেইকাৰণেই সম্ভৱতঃ মহাপুৰুষে নাটৰূপত 'চিহ্নযাত্ৰা' ৰচনা কৰা নাছিল। যদিও 'কথা গুৰু চৰিতে' প্ৰথম তীৰ্থ পৰ্যটনৰ আগতে এই অভিনয প্ৰদৰ্শন কৰিছিল বুলি কৈছে। বাকী নাটসমূহ হৈছে (ক) পত্নী প্ৰসাদ (খ) কালিয়দমন (গ) ৰুক্মিণীহৰণ (ঘ) কেলিগোপাল (ঙ) পাৰিজাত হৰণ (চ) শ্ৰীৰামবিজয।

সংস্কৃত নাটকৰ শ্ৰেণী বিভাজন কৰোতে অলঙ্কাৰিক সকলে তিনিটা বিভাজন নীতি অৱলম্বন কৰে — (১) বিষযবস্তু (২) নাযক নাযিকা (৩) ৰস। সংস্কৃত নাটকৰ দৰেই অঙ্কীয়া নাটৰ বিষয বস্তু ৰামাযণ, মহাভাৰত আৰু পুৰাণৰপৰা সংগ্ৰহ কৰিছে। নাযক নিৰ্বাচনতো দেখা যায ৰাম কৃষ্ণ, যুধিষ্ঠিৰ আদিক নাযক ৰূপে নিৰ্বাচিত কৰিছে আৰু নাযিকা উচ্চ বংশজাত সৰ্বগুণযুক্তা ৰাজ কুমাৰী হোৱা দেখা যায।

ৰসৰ ক্ষেত্ৰত দেখা যায ভক্তিৰসৰ বাহিৰে অঙ্কীয়া নাটত কোনো ৰসকে প্ৰাধান্য দিযা নহয। অঙ্কীয়া নাটৰ মূল লক্ষ্য হৈছে ভক্তি ৰসৰ সঞ্চাৰ। ইযাৰ বিষযবস্তু বাচনিতো এই কথালৈ লক্ষ্য ৰখা হয। ইযাৰোপৰি নাটত শ্ৰীকৃষ্ণ বা শ্ৰীৰামৰ সঘন নাম কীৰ্তন

আৰু সুদীঘ গুণ গৰিমা বৰ্ণনাই এই কথাৰ প্ৰমাণ ডাঙি ধৰি আহিছে। নাটৰ শ্লোক বিলাকক তিনিটা শ্ৰেণীত ভাগ কৰা হয় নান্দী কাহিনী বা চালচলনা বুজোৱা শ্লোক আৰু নাট্যকাৰৰ বিষয় প্ৰবেশ আৰু মোখনিৰ শ্লোক। সংস্কৃত নাটক আৰম্ভ কৰাৰ আগতে 'নান্দী অৰ্থাৎ মাঙ্গলিক শ্লোক পাঠ কৰা হয়। সেই মাঙ্গলিক শ্লোকৰ দেৱ, দ্বিজ নৃপ আদিক স্তুতি কৰিব লাগে।

আশীৰ্বচন সংযুক্তা স্তুতিৰ্যস্মাৎ প্ৰযুজ্যতে।
দেবদ্বিজ নৃপাদীনাং তস্মান্নান্দীতি সংজ্ঞিতা
মঙ্গল্য শঙ্খ চন্দ্ৰাব্জ কোক কৈৰৱ সংশিনী।
পদৈৰ্যুক্তাদ্বাদশভি অষ্টাভিৰ্বা পদৈৰুত।। (সা দ ৬ষ্ঠ পৰিচ্ছেদ)

অৰ্থাৎ য'ত দেৱতা ব্ৰাহ্মণ নৃপ আদিক স্তুতি কৰি মাঙ্গলিক শ্লোক পাঠ কৰা হয় তাকে নান্দী বোলে। এই নান্দীত মাঙ্গলিক শব্দ যেনে শঙ্খ চন্দ্ৰ বগাপদুম চক্ৰবাক আদি শব্দ থাকিব লাগে। নান্দীত কেতিয়াবা বাৰটা পদৰো হ'ব পাৰে বা আঠটা পদৰো হ'ব পাৰে।

শঙ্কৰী নাটৰ নান্দীত শ্লোক দুটি আৰু তাৰ পদৰ সংখ্যা মুঠতে আঠটা। দুয়োটি শ্লোকতে পৰমপুৰুষ শ্ৰীকৃষ্ণ বা শ্ৰীৰামক স্তুতি কৰা হয়। প্ৰথম শ্লোকত সাধাৰণ স্তুতি দ্বিতীয় শ্লোকত সেই স্তুতিৰ ছলতে নাটৰ কথাবস্তুৰ ইঙ্গিত দিয়া হৈছে।

শঙ্কৰী নাটত তিনি শ্ৰেণীৰ ভটিমা থাকে। প্ৰথমতে নাটৰ নায়ক শ্ৰীকৃষ্ণ বা শ্ৰীৰামৰ স্তুতিবাচক শ্লোক দ্বিতীয়তে নান্দীৰ দৰে মঙ্গলাচৰণমূলক ভটিমা আৰু তৃতীয়তে সংস্কৃত ৰূপকৰ ভৰতবাক্যৰ অনুৰূপ মুক্তি মঙ্গল ভটিমা। এই মুক্তি মঙ্গল ভটিমাতো সৰ্বজনৰ আধ্যাত্মিক কুশল প্ৰাৰ্থনা কৰা হয়। কেলিগোপাল নাটৰ মঙ্গল ভটিমাত জয়দেৱৰ দশাৱতাৰৰ স্তোত্ৰৰ অনুৰূপ কৰি দহ অৱতাৰৰ বৰ্ণনাৰে নাট অভিনয়ৰ শ্ৰোতা দৰ্শক সকলৰ মুক্তি কামনা কৰা হৈছে। তাৰ পৰাই বুজিব পাৰি যে নাটৰ শেষ ভটিমাৰ কিয় মুক্তি মঙ্গল ভটিমা বোলা হয়। সংস্কৃতৰ পূৰ্বৰঙ্গ'ৰ দৰে অঙ্কীয়া নাটত ধেমালি দেখুৱা হয়। নাটৰ ধেমালি বিলাক হৈছে নাট ধেমালি সৰু ধেমালি বৰ ধেমালি দেৱ ধেমালি মৃদঙ্গ ধেমালি ঘোষা ধেমালি ইত্যাদি। প্ৰথমে ন ধেমালি তাৰ পিছত নট ধেমালি ৰাগ ধেমালি ছোট বৰ ধেমালি আদি বাদ্য বজাই ঘোষা ধেমালিৰে শেষ কৰে। ইয়াৰ পিছত সূত্ৰধাৰৰ প্ৰৱেশ হয়।

বিষযবস্তুৰ ক্ষেত্ৰত দেখা যায় 'ৰাম-বিজয় নাটৰ কাহিনী বালকাণ্ড ৰামায়ণৰ পৰা লোৱা হৈছে। 'ৰুক্মিণীহৰণ' নাটৰ মূল ঘাইকৈ হৰিবংশ আৰু লগতে ভাগৱতৰ দশমস্কন্ধ। পত্নী-প্ৰসাদ 'কালিয দমন, কেলিগোপাল আৰু পাৰিজাত হৰণ কাহিনীৰ অৱলম্বন দশম স্কন্ধ ভাগৱত। আটাইকেইখন নাটতে শঙ্কৰদেৱে কাহিনীভাগ নিজস্ব কৌশলেৰে সজাইছে। কোনো কোনো ঠাইত মূলৰ পৰা আঁতৰি গৈছে আৰু চৰিত্ৰ চিত্ৰণৰ বিষয়ত সদায়েই মুকলি পথকে গ্ৰহণ কৰিছে।

অঙ্কীয়া নাট সমূহলৈ লক্ষ্য কৰিলে কেইটামান সাধাৰণ বৈশিষ্ট্য চকুত পৰে। সূত্ৰধাৰৰ প্ৰাধান্য, কাব্যধৰ্মী গীত, শ্লোকৰ প্ৰাচুৰ্য, ব্ৰজাৱলী ভাষাৰ প্ৰযোগ লয যুক্ত গদ্যৰ ব্যৱহাৰ। অঙ্কীয়া নাটৰ সূত্ৰধাৰজনক গুৰুজনাই সংস্কৃত নাটকৰ আদৰ্শতে সৃষ্টি কৰিছে যদিও অসমীয়া দৰ্শকৰ শিক্ষা-দীক্ষা আৰু সংস্কাৰলৈ লক্ষ্য ৰাখি মহাপুৰুষে সূত্ৰধাৰক নতুন ৰূপত অঙ্কীয়া নাটত প্ৰযোগ কৰিলে। অঙ্কীয়া নাটৰ সূত্ৰধাৰ একেধাৰে গাযক, নৰ্ত্তক আৰু পৰিস্থিতিৰ ব্যাখ্যাকাৰী। সংস্কৃত নাটকৰ সূত্ৰধাৰে পাত্ৰ-পাত্ৰী প্ৰৱেশ কৰোৱাই ৰঙ্গমঞ্চৰ পৰা গুচি যায। কিন্তু অঙ্কীয়া নাটৰ সূত্ৰধাৰ জন আৰম্ভণিৰপৰা শেষলৈকে ৰঙ্গমঞ্চত উপস্থিত থাকি নাট পৰিচালনা কৰে।

সংস্কৃত নাটকৰ 'বিদুষক' নামৰ চৰিত্ৰ বিশেষক হাস্যৰস সৃষ্টিৰ বাবে দিয়া হয। অঙ্কীয়া নাটত অৱশ্যে এনেধৰণৰ কোনো চৰিত্ৰ নাথাকে। কিন্তু 'বহুৱা' নামৰ চৰিত্ৰৰ দ্বাৰা হাস্যৰসৰ সৃষ্টি কৰে।

সংস্কৃত নাটকত ৰঙ্গমঞ্চত কিছুমান দৃশ্য দেখুৱাটো নিষিদ্ধ বুলি কৈছে অৰ্থাৎ ৰঙ্গ মঞ্চত বহুবিধ মুখ্য কাৰ্যৰ বৰ্ণনা দেখুৱা নহয। নাটকৰ ঘটনাচক্ৰৰ বৰ্ণনাত বেছিকৈ পদ্যৰ সমাৱেশ নাথাকে। বহুদিন ধৰি চলি থকা ঘটনাৰ বৰ্ণনা কৰা নহয। তাৰোপৰি দূৰাহ্বান (দূৰৈৰ পৰা চিঞৰি মতা) মৰা কটা, যুদ্ধ, বিযা, ভোজন, মৃত্যু আৰু লজ্জাজনক দৃশ্য দেখুৱাটো নিষিদ্ধ। কিন্তু মহাপুৰুষ শঙ্কৰদেৱে সংস্কৃত নাটকত থকা বিধি নিষেধ লঙ্ঘন কৰি অঙ্কীয়া নাটৰ সৃষ্টি কৰিছে। কাৰণ, শঙ্কৰদেৱে নাট্যকাৰৰূপে খ্যাতি অৰ্জন কৰিবলৈ নাট ৰচনা কৰা নাছিল। সেযে হোৱা হ'লে তেখেতৰ নাট্যকলাই ভিন্ন ৰূপ ল'লেহেঁতেন। অভিনয মাজেৰে ভক্তি ধৰ্মৰ বীজ অজ্ঞাতে দৰ্শকৰ অন্তৰত প্ৰৱেশ কৰোৱাই আছিল তেখেতৰ ৰচনাৰ উদ্দেশ্য। সেই কাৰণে দৰ্শকৰ মানসিকতাৰ প্ৰতি লক্ষ্য ৰাখিযেই নাট্যশাস্ত্ৰৰ বিধি নিষেধ অগ্ৰাহ্য কৰি নাটবোৰত যুদ্ধ, শযন, ভোজন, মৃত্যু আদি ঘটনা অবাধে প্ৰযোগ কৰিছিল। এইবোৰে মহাপুৰুষৰ মৌলিক প্ৰতিভাৰ স্বাক্ষৰহে বহন কৰিছে, আৰু নিজস্ব কৌশল প্ৰদৰ্শন কৰি অভিনৱ ৰূপত সজাই তুলিছে।

(৭) **প্ৰকৰণ গ্ৰন্থ ঃ** ভক্তি-ৰত্নাকৰ — মহাপুৰুষ শঙ্কৰদেৱৰ সকলো পুথিযেই সৰ্বসাধাৰণৰ বাবে ৰচিত। সেই সকলোবোৰতে ভক্তিৰ তত্ত্ব সৰ্বজন গ্ৰাহ্য ৰূপে সৰলভাৱে ব্যাখ্যা কৰা হৈছে। সেযে মহাপুৰুষৰ প্ৰধান কীৰ্তি। কিন্তু পণ্ডিতসকলক শাস্ত্ৰৰ উদ্ধৃতিৰে আৰু যুক্তিৰে ভক্তিৰ প্ৰাধান্য আৰু সাধনৰ উপাযবোৰত পতিযন নিযাবৰ কাৰণে এখনি পুথি সঙ্কলনৰ আৱশ্যক অনুভৱ কৰিছিল আৰু সেইবাবেই 'ভক্তি-ৰত্নাকৰ' মহাগ্ৰন্থ প্ৰণযন কৰে। উক্ত ৰচনাখিনি লিখি শেষ কৰাৰ পিছত তেওঁ যেতিযা ভাগৱত পুৰাণৰ ভক্তিসাৰ সংগ্ৰহ স্বৰূপ বিষ্ণুপুৰী সন্ন্যাসীৰ ভাগৱত 'ভক্তি-ৰত্নাৱলী দেখা পায, তেতিয়া এনে ভাৱ প্ৰকাশ কৰিছিল — 'ৰত্নাৱলী থাকোঁতে ৰত্নাকৰ নিলিখা হ'লেও হ'লহেতেন।'

দুয়োখনিৰে উদ্দেশ্য একে প্ৰণালী একে। বিষ্ণুপুৰীয়ে মাত্ৰ ভাগৱতৰ পৰা ভক্তি শ্লোকসমূহ উদ্ধাৰ কৰি তেৰটি বিৰচনত ভ ি ৰত্নাৱলী সম্পূৰ্ণ কৰিছে। কিন্তু শঙ্কৰদেৱে প্ৰায় দুকুৰি অধ্যায়ত ৰত্নাকৰক ভাগ কৰিছে। তাত ভা ৰ কথা প্ৰধান হ'লেও আন বহুতো উদ্ধৃতি দিছে। ভাগৱত আৰু গীতাৰ শ্লোকসমূহ প্ৰায় শ্ৰীধৰৰ কথা আৰু প্ৰণালীৰেই ব্যাখ্যা কৰিছে। ভক্তি ৰত্নাকৰৰ প্ৰমাণ্য গ্ৰন্থসমূহৰ নাম — ভাগৱত পুৰাণ ভগৱদগীতা শ্ৰীধৰস্বামীৰ ভাগৱত ভাৱাৰ্থদীপিকা আৰু ভগৱদগীতাৰ সুবোধিনী টীকা বৃহন্নাৰদীয় পুৰাণ পদ্ম পুৰাণ নৃসিংহ পুৰাণ বিষ্ণু পুৰাণ ইত্যাদি। ভক্তি-ৰত্নাকৰৰ আলোচনাৰ ধাৰাসমূহ এনে ধৰণৰ —

(১) ভক্তি জ্ঞানপ্ৰদ গুৰুৰ মাহাত্ম্য (২) সাধু মাহাত্ম্য (৩) সৎ সঙ্গ মাহাত্ম্য (৪) সন্তৰ লক্ষণ (৫) পৰম গতি প্ৰদ ভজনীয় পৰম দেৱতাৰ মাহাত্ম্য (৬) পৰম দেৱতা শ্ৰীকৃষ্ণৰ গুণ কৰ্ম নামৰ শ্ৰৱণ মাহাত্ম্য। (৭) হৰি নাম কীৰ্তন মাহাত্ম্য (৮) হৰিৰ স্মৰণ মাহাত্ম্য (৯) কৃষ্ণাৰ্চন মাহাত্ম্য (১০) ভগৱদ্ ভক্তিৰ যোগ নিৰূপণ (১১) উত্তমা ভগৱদ ভক্তি নিৰূপণ (১২) অন্তৰঙ্গা ভক্তি নিৰূপণ (১৩) নিৰ্গুণ ভক্তি নিৰূপণ। (১৪) সপ্ৰেম ভক্তি নিৰূপণ (১৫) সগুণ নিৰ্গুণ ভেদে জ্ঞান আদিৰ চতুৰ্বিধতা (১৬) উত্তম ভক্ত লক্ষণ মাহাত্ম্য (১৭) মধ্যম ভক্ত মাহাত্ম্য (১৮) প্ৰাকৃত ভক্ত মাহাত্ম্য (১৯) আচাৰ ভ্ৰষ্ট ভক্ত মাহাত্ম্য (২০) ভগৱদ ভক্তি প্ৰাৰ্থনাদি নিৰূপণ (২১) কলিৰ পৰম ধৰ্ম নিৰূপণ (২২) জীৱাত্মা-পৰমাত্মা ভেদ মাহাত্ম্য (২৩) হৰি ভক্তিহীন পৰম অজ্ঞানীসকলৰ নিন্দা (২৪) ভগৱদ ভক্ত দ্বেষী সকলৰ গতি (২৫) ভক্তসকলৰ অঙ্গ প্ৰশংসা (২৬) ভক্তসকলৰ জন্ম-কৰ্ম প্ৰশংসা (২৭) হৰি ভক্তিহীন পৰম অজ্ঞানী সকলৰ নিন্দা (২৮) বৃথা কথা কথনত দোষ (২৯) অভক্ত সকলৰ অঙ্গ নিন্দা (৩০) প্ৰবৃত্তি মাৰ্গ নিন্দা (৩১) স্বৰ্গাদি সুখ নিন্দা (৩২) ভাৰত ভূমি প্ৰশংসা (৩৩) প্ৰায়শ্চিত্ত নিন্দা (৩৪) ব্ৰহ্মালোকাদি পৰ্যন্ত অনিত্য দেখি ঈশ্বৰ জ্ঞান ভক্তিযুক্ত বৈৰাগ্যৰ কথন (৩৫) মায়া তাৰণৰ উপায়। (৩৬) শ্ৰীভাগৱতৰ মাহাত্ম্য (৩৭) সংযম নিয়মৰ কথন (৩৮) দশবিধ ভক্তিৰ কথন।

'ভক্তি-ৰত্নাকৰ'ত মহাপুৰুষে একশৰণ নাম ধৰ্মৰ লক্ষণ আৰু মহিমা স্পষ্টকৈ নিৰূপণ কৰিছে। এইখিনি গুৰুজনাৰ পৰিষ্কাৰ পাণ্ডিত্য আৰু বিশ্লেষণী মনোবৃত্তিৰ বহল নিদৰ্শন।

মহাপুৰুষ শঙ্কৰদেৱৰ ৰচনাৱলী সমূহ অসমীয়া সাহিত্যৰ শিৰোভূষণ স্বৰূপ গীতপদৰ আৰ্হিতে পিছৰ যুগত অলেখ গীত আদি ৰচিত হৈছিল। ভাওনাৰ মাজেদি শঙ্কৰদেৱে নৃত্যবিদ্যাৰ আৰ্হি দেখুৱালে। পিছৰ যুগৰ চিত্ৰকৰ খনিকৰ সকলে শঙ্কৰী চিত্ৰকলাৰ পদ্ধতিৰ যথেষ্ট সংৰক্ষণ কৰিছে। মুঠতে আমাৰ জাতীয় জীৱনক সামাজিক আধ্যাত্মিক দিশত গঢ় দি গুৰুজনাই বিকশিত কৰি তুলিছে। ❑

# মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰদেৱৰ 'তোটয'ৰ স্বৰূপ

মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰদেৱে অসমীয়া ভাষাত কীৰ্ত্তন, দশম আদি আৰু ব্ৰজাৱলী ভাষাত অঙ্কীয়ানাট, বৰগীতসমূহ ৰচনা কৰাৰ উপৰিও সংস্কৃত ভাষাতো যে এক অনৱদ্যশৈলীৰ কাব্য ৰচনা কৰিছিল তাৰ প্ৰমাণ 'মধুদানৱদাৰণ' এই স্তোত্ৰটি বা স্তুতি গীতটি অসমীয়া বৈষ্ণৱ সাহিত্যত বিশেষভাৱে সুপ্ৰসিদ্ধ। তাৰোপৰি, এই স্তুতিগীতটিৰ স্বৰূপ বিশেষভাৱে উল্লেখযোগ্য। সমগ্ৰ স্তুতিগীতটিত মহাপুৰুষ জনাই বিষ্ণু বা কৃষ্ণক স্তুতি কৰি তেওঁৰ মহিমা প্ৰকাশ কৰিছে আৰু সেই হৰিক বৰ্ণনা কৰিবৰ বাবেই মহাপুৰুষজনাই নটা শ্লোক বা পদ্যত গীতটি ৰচনা কৰিছে। সেইকাৰণে এই তোটযক 'দেৱভটিমা' বুলিও কোৱা হয। তাৰে প্ৰথম পদ্যৰপৰা নৱম পদ্যৰ প্ৰথমাৰ্দ্ধলৈকে এটা বাক্য। সেই বাক্যটিৰ মূল কথা হ'ল মহাপুৰুষজনাই কৈছে — 'মই হৰিৰ প্ৰতি প্ৰণাম জনাইছো, নতশিৰে প্ৰণাম জনাইছোঁ।'

সংস্কৃত 'তোটক' শব্দৰপৰা অসমীয়া 'তোটয়' শব্দটো আহিছে। এই প্ৰসিদ্ধ ভক্তিমূলক তোটয স্তুতি গীতটি সংস্কৃত 'তোটক' ছন্দত বিৰচিত। 'তোটক' ছন্দৰ লক্ষণ হৈছে — 'ৱদ তোটকমব্ধি সকাৰযুতম্' (ছন্দোমঞ্জৰী)। অৰ্থাৎ চাৰিটা 'স' গণ যুক্ত হ'লে তাক 'তোটক' ছন্দ বোলে। 'স' গণত প্ৰথম দুটা লঘু আৰু তৃতীযটো গুৰুবৰ্ণ। সেই অনুসৰি 'তোটক' ছন্দৰ মুঠ বাৰটা বৰ্ণৰ প্ৰত্যেক তৃতীয বৰ্ণ গুৰু। প্ৰাকৃত ব্যাকৰণ প্ৰণেতা বৰৰুচিৰ 'প্ৰাকৃত-প্ৰকাশ'ৰ 'সৰ্বত্ৰলৱৰাম্' সূত্ৰৰ দ্বাৰা 'ৰ' কাৰ লোপ আৰু 'ক' গচজতদপযৱাং প্ৰাযো লোপঃ' সূত্ৰৰ দ্বাৰা 'ক' কাৰ লোপ হৈ 'তোটঅ' হয আৰু অসমীয়াত ক্ৰমে 'তোটয়' হয। মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰদেৱে স্তুতিমূলক স্তোত্ৰত বা গীতত এই ছন্দ ব্যৱহাৰ কৰিছিল। সেইকাৰণে পৰৱৰ্তীকালত 'তোটয়' শব্দই সকলোধৰণৰ স্তুতিকেই বুজাবলৈ ধৰিলে। 'তোটয়' স্তুতিগীতসমূহৰ স্বৰূপ এনেধৰণৰ—

১।। মধুদানৱদাৰণদেৱবৰং।
বৰবাৰিজলোচনচক্ৰধৰং।।
ধৰণিধৰধাৰণধ্যেয়পৰং।
পৰমাৰ্থ বিদ্যাশুভ নাশকৰং।।১।।

যিজন শ্ৰেষ্ঠ দেৱতাই (বিষ্ণু) 'মধু' নামৰ দানৱক বিনাশ কৰিছে, যিজনৰ চকু

উৎকৃষ্ট পদুমফুলৰ দৰে যিজনে (বিষ্ণুৰূপে) চক্ৰধাৰণ কৰি থাকে যিজনে গোকুলত কৃষ্ণৰূপে গোবৰ্দ্ধন পৰ্বতক ধাৰণ কৰিছিল যিজন পৰম ধ্যানযোগ্য যিজনে পৰমতত্ত্বজ্ঞানী সকলৰ অশুভ নাশ কৰে (তেওঁৰ প্ৰতি নতশিৰে প্ৰণাম জনাইছোঁ)।

**পদাৰ্থ ভাঙনি :**

দেৱবৰম - শ্ৰেষ্ঠদেৱতা (বিষ্ণু কৃষ্ণ) দাৰণ = বিনাশ বৰ - উৎকৃষ্ট, বাৰিজ পদুম, লোচন = চকু চক্ৰধৰম = বিষ্ণুৰ সুদৰ্শন' চক্ৰক বুজাইছে। 'চক্ৰধৰম্ পদে আন এটা দাৰ্শনিক অৰ্থও প্ৰকাশ কৰে যে বিষ্ণুৰ চক্ৰটো বাস্তৱিকতে কালচক্ৰ'ৰ প্ৰতীক।

'যাৰহস্তে কালচক্ৰ ভ্ৰমে নিৰন্তৰ।' ধৰণীধৰ - এই পদে গোকুলত থকা গোবৰ্দ্ধন পৰ্বতক বুজাইছে। গোবৰ্দ্ধন পৰ্বতক ধাৰণ কৰোঁতা অৰ্থাৎ কৃষ্ণ। ধ্যেয়পৰম্ = পৰম ধ্যানযোগ্য, পৰমাৰ্থবিদ্যা পৰমতত্ত্বজ্ঞানী অশুভনাশকৰ বেয়াদিশ সমূহ নাইকিয়া কৰোঁতা। (পৰমাৰ্থবিদ্যা + অশুভনাশকৰম) এনে ধৰণে সন্ধি ভাঙিব পাৰি।

২।। কৰচূৰ্ণিতচেদিপভূৰিভগং।
ভগভূষণকোৰ্চ্চিত পাদযুগং।
যুগনায়কনাগৰবেশৰুচিং।।
ৰুচিৰাংশপিধানশৰীৰশুচিং।। ২।।

যিজনে নিজৰ হাতেৰে চেদিৰাজ শিশুপালৰ বিশাল ঐশ্বৰ্য বিনাশ কৰিছিল, যিজনৰ চৰণযুগল শিৱ আৰু ব্ৰহ্মাৰ দ্বাৰাও অৰ্চ্চিত হয় যিজন চাৰিওযুগৰে অধিকাৰী, যিজনৰ 'নট বেশলোৱাৰ অভিৰুচি আছে, যিজনৰ পবিত্ৰ সুন্দৰ শৰীৰটো ৰশ্মিৰ আৱৰণ এটিয়ে আগুৰি আছে (সেইজন হৰিক মই প্ৰণাম জনাইছোঁ)।

**পদাৰ্থ ভাঙনি :**

কৰ = হাত চূৰ্ণিত = বিনাশ কৰা, চেদিপ = চেদিপতি শিশুপাল, ভূৰি বিশাল, ভগম = ঐশ্বৰ্য ভগভূষণ = ভগ = চন্দ্ৰ, ভূষণ = ধাৰণকৰা, অৰ্থাৎ 'ভগভূষণ হ'ল শিৱ, যি চন্দ্ৰক শিৰোভূষণৰূপে ধাৰণ কৰে। তদুপৰি ব্ৰহ্মা, বিষ্ণু আৰু মহেশ্বৰ এই ত্ৰয়ীৰ ভিতৰত ব্ৰহ্মা আৰু শিৱইও বিষ্ণুৰ স্তুতি কৰাৰ বৰ্ণনা, বিষ্ণুৰ স্তুতিকৰাটো পুৰাণ সমূহৰো ৰীতি। 'ক' = ব্ৰহ্মা অৰ্চিত = অৰ্চ্চনা কৰা, পাদযুগম্ = চৰণযুগল, যুগনায়ক = চাৰিযুগৰ অধিকাৰী চাৰিযুগ হৈছে সত্য, ত্ৰেতা দ্বাপৰ আৰু কলি), নাগৰবেশৰুচি = 'নট' বেশ লোৱাৰ অভিৰুচি থকা অৰ্থত বুজাইছে। ৰুচিৰাংশপিধান = (ৰুচিৰ + অংশ + পিধান) ৰুচিৰ = সুন্দৰদেহ, অংশ = 'অংশ' শব্দই 'অংশু' অৰ্থবহন কৰিছে। 'অংশু'ৰ অৰ্থ ৰশ্মি, পিধান = চাৰিওফালে শৰীৰ দেহ, (অৰ্থাৎ হৰিৰ দেহৰ চাৰিওফালে ৰশ্মিৰ আৱৰণ

এটিয়ে আগুৰি থকা অৰ্থ বুজাইছে। সাধাৰণতে দেৱদেৱী বা মহাপুৰুষ সকলৰ দেহৰ চাৰিওফালে এটা 'প্ৰভামণ্ডল' দেখা পোৱা যায়। শুচি = পৱিত্ৰ।

৩।। শুচিচামৰবায়ুনিসেব্যতনুং।
তনুমধ্যগদেহসুৱেশহনুং।।
হনুমন্তহৰীশসহায়ৰতং।
ৰতৰাঙ্গপৰায়ণশত্ৰুনতং।। ৩।।

যিজনৰ শৰীৰক পবিত্ৰ চোঁৱৰৰ বায়ুয়ে সেৱা কৰি আছে, যিজনৰ দেহৰ মাজভাগ ক্ষীণ যাৰ মুখৰ গঢ়টো সুন্দৰ ৰামৰূপে যিজন হনুমান আৰু বানৰৰাজ সুগ্ৰীৱৰ সহায়ৰ প্ৰতি আগ্ৰহান্বিত, বৃন্দাবনত যিজনে কামকেলিৰ (ৰাসক্ৰীয়া) প্ৰতি আগ্ৰহ প্ৰকাশ কৰিছিল যিজনৰ ওচৰত শত্ৰুৱে নতি স্বীকাৰ কৰে সেইজনা হৰিৰ প্ৰতি মই প্ৰণাম জনাইছোঁ।

**পদাৰ্থ ভাঙনি ঃ**

শুচি = পৱিত্ৰ চামৰ = চোঁৱৰ, নিসেব্য = যিজনৰ শৰীৰক সেবা কৰা হয় তনু = লাহি দেহ, মধ্যগদেহ = দেহৰ মাজভাগ অৰ্থাৎ কঁকাল, সুৱেশ = সুন্দৰ, হনু = মুখৰ গঢ়, হনুমন্ত = হনুমান, হৰীশ (হৰি + ঈশ), হৰি = বানৰ, ঈশ = ৰজা অৰ্থাৎ বানৰ ৰজা সুগ্ৰীৱ, সহায় = সহায়, ৰতম = আগ্ৰহ প্ৰকাশ কৰা, ৰতৰাঙ্গ পৰায়ণ = ৰত = প্ৰীতি, ৰাঙ্গ = আনন্দ অৰ্থাৎ কামকেলিৰ দ্বাৰা যিজন আনন্দিত বা আগ্ৰহান্বিত, শত্ৰুনতম্ = শত্ৰুৱে মূৰ দোঁৱায় বা শিৰ নত কৰে।

৪।। নতবৰ্ত্তুলস্থূলসুদীৰ্ঘভূজং।
ভূজগাধিপতল্পশয়ানমজং।।
অজৰামৰবিগ্ৰহবিশ্বগুৰুং।
গুৰুগোধনকামদকল্পতৰুং।। ৪।।

যাৰ বাহুযুগল শকত, গোলাকৃতিৰ, সুদীৰ্ঘ বা আজানুলম্বিত, সৰ্পৰাজ অনন্তনাগৰ শয্যাত যিজনে শয়ন কৰে, যিজনে অজৰ অমৰ ৰূপ ধাৰণ কৰি আছে অৰ্থাৎ জন্মৰহিত আৰু অমৰণশীল, যিজন জগতৰ গুৰু অৰ্থাৎ ত্ৰাণকৰ্ত্তা (বৃন্দাবনৰ) বিশাল গোসসমূহৰ বাঞ্ছাপূৰণ কৰোঁতা আৰু যিজন সেৱকসকলৰ প্ৰতি কল্পতৰুস্বৰূপ (সেইজনা হৰিৰ প্ৰতি প্ৰণাম জনাইছোঁ)।

**পদাৰ্থ ভাঙনি ঃ**

স্থূল = শকত, (আ) নত = বৈপৰা, সুদীৰ্ঘ = দীঘল, (আজানুলম্বিত) ভূজম্ =

বাহু, বৰ্তুল = গোলাকৃতি ভুজগাধিপতল্পশযান = (ভুজগ + অধিপতি) = সৰ্পৰাজ অনন্তনাগৰ শয্যাত যিজনে শয়ন কৰে অজৰ - জন্মৰহিত অমৰ = অমৰণশীল বিগ্ৰহ = ৰূপ (অৱতাৰ) বিশ্বগুৰুম = জগতৰ গুৰু অৰ্থাৎ ত্ৰাণকৰ্ত্তা গুৰু = বিশাল গোধন = গোসমূহ (বৃন্দাবনৰ গোসমূহক বুজাইছে) কামদ = কামকেলিৰ ঠাই (বৃন্দাবনক বুজাইছে) কল্পতৰুম - কল্প = মনৰ কামনা বা বাঞ্ছা তৰু গছ (সকলোৰে মনৰ কামনা পূৰণ কৰিব পৰা এজুপি বৈকুণ্ঠৰ গছ।)

"বৈকুণ্ঠৰ কল্পতৰু ভাগৱত শাস্ত্ৰ ।

৫ ।। তৰুণিমনমোহনসৰ্ব্বশুভং।
শুভমঙ্গলদায়কনীলনিভং ।।
ইভকুম্ভজমৌক্তিকমাল্যবহং।
বহলোৰসমিষ্টজসৰ্ববসহং ।।৫ ।।

যিজনে গোপীসকলৰ মন মুহিব পাৰে যিজন সকলোপ্ৰকাৰে শুভ যিজনে দেহত শুভমঙ্গলদায়ক নীলবৰ্ণধাৰণ কৰিছে, যিজনে গজমুক্তাৰ মালা ধাৰণ কৰিছে, যিজন বহলহৃদয়ৰ অৰ্থাৎ উদাৰমনৰ যিজন সৰ্বতো প্ৰকাৰে সহনশীল আৰু যিজন সৰ্বতো প্ৰকাৰে সহনশীল আৰু যিজনে ভক্তৰ মনোৰথ পূৰণ কৰে (সেইজনা হৰিৰ প্ৰতি প্ৰণাম জনাইছোঁ)।

**পদাৰ্থ ভাঙনি :**

তৰুণী = গোপীসকলক বুজাইছে, মনমোহন = মনমুহিব পৰা সৰ্বশুভম = সকলোপ্ৰকাৰে শুভ শুভমঙ্গলদায়ক নীল নিভম = শুভমঙ্গলদায়ক নীলবৰ্ণ ধাৰণ কৰোঁতা বিষ্ণুৰ দেহৰ বৰণ ইন্দ্ৰনীল বৰণৰ দৰে। ইন্দ্ৰনীল বৰণ শুভমঙ্গলজনক আৰু সৰ্বসুখদায়ক। ৰত্নশাস্ত্ৰৰ মতে —

ক্ষীৰমধ্যে ক্ষিপেন্নীলং ক্ষীৰং চেন্নীলতাং ব্ৰজেৎ।
স ইন্দ্ৰনীলো বিজ্ঞেয়ঃ সৰ্বসৌখ্যকৰঃ শুভঃ।।

(অৰ্থাৎ ক্ষীৰ বা গাখীৰত নীল দিলে গাখীৰখিনি যেনে নীলবৰণৰ হয়, ইন্দ্ৰনীল বৰণটোও তেনেধৰণৰ বুলি কোৱা হয়। ই সৰ্বসুখকৰ আৰু শুভজনক), ইভকুম্ভজমৌক্তিক = (ইভকুম্ভজ + মৌক্তিক) ইভকুম্ভজ + হাতী (গজ) মৌক্তিক = মুকুতা অৰ্থাৎ গজমুকুতা, ই হাতীৰদাঁতত হয় বুলি বিশ্বাস কৰা হয়। মাল্যবহম = মালা ধাৰণ কৰা, বহলোৰস বহলহৃদয়ৰ বা উদাৰমনৰ (বুকুবহল অৰ্থতো হয়) মিষ্টাদ = মনোৰথ, সৰ্বসহম্ = সৰ্বতো প্ৰকাৰে সহনশীল।

৬।। সহজাযতিপদ্মদলাক্ষচিদং।
চিদানন্দৱিনোদনৱেদবিদং।
বিদুষাম্মনমণ্ডনকম্বুগলং।
গলশোভিতকৌস্তুভভীমৱলং।। ৬।।

যিজনৰ চকু স্বাভাৱিকতে পদুমৰ পাহিৰদৰে বহল, যিজন একেসময়তে সচ্চিদানন্দস্বৰূপ, যিজন মনক আনন্দ দিয়ে বা আনন্দস্বৰূপ, যিজন ৱেদজ্ঞানী বা ৱেদৱিদ, যিজনে বিদ্ধানসকলৰ মনত অবস্থান কৰে যিজনৰ ডিঙি শঙ্খৰদৰে আৰু ডিঙিত কৌস্তুভ মণিযে শোভাবৰ্দ্ধন কৰিছে আৰু যিজন প্ৰচণ্ডবলশালী (সেইজনা হৰিৰ প্ৰতি প্ৰণাম জনাইছোঁ।)

**পদাৰ্থ ভাঙনি ঃ**

সহজ = স্বাভাৱিকতে, জাযতি = হোৱা (একে সময়তে হোৱা) পদ্ম = পদুম দলক্ষ = পদুমৰ পাহিৰ দৰে চকু, চিদম = সচ্চিদানন্দ স্বৰূপ, চিদানন্দবিনোদন = চিদানন্দ = অনন্দ, বিনোদন আনন্দদান কৰা, ৱেদৱিদম্ = বেদজ্ঞানী, কম্বু = শঙ্খ, গল = ডিঙি, শোভিত = শোভাকৰা, কৌস্তুভ = কৌস্তুভ মণি, ভীমৱলম্ = প্ৰচণ্ড বলশালী।

৭।। বলভদ্ৰসহোদৰসত্যবপুং।
ৱপুনিৰ্দ্দিতবিশ্বসুৰাৰিৰিপুং।।
ৰিপুযূথপযূথপদৰ্পহৰং।
হৰমৌলিনিঘৃষ্টপদাব্জপৰং।। ৭।।

যিজন বলৰামৰ (বলভদ্ৰৰ) সহোদৰ, যিজন সত্যস্বৰূপ, যিজনে নিজৰ দেহৰ কান্তিৰে (দেহৰ শক্তিৰে) সমগ্ৰবিশ্ব জয় কৰিছে, যিজন অসুৰ সমূহৰ শত্ৰু অৰ্থাৎ অসুৰ নাশ কৰোঁতা, যিজনে শত্ৰুৰ দলপতি সমূহৰো দলপতিৰ দৰ্পহৰণ কৰে, যিজনৰ চৰণকমলত আনকি শিৱইও মূৰ দোঁৱায (সেইজন্য হৰিৰ প্ৰতি প্ৰণাম জনাইছোঁ।)

**পদাৰ্থ ভাঙনি ঃ**

বলভদ্ৰ - বলৰাম সহোদৰ (সহ + উদৰ) = একেমাতৃৰ গৰ্ভত হোৱা, সত্যৱপুম = সত্যস্বৰূপ, বপুনিৰ্দ্দিত = দেহাকান্তিৰে, বিশ্ব = জগতৰ, সুৰাৰিৰিপুম্ (সুৰ + অৰি + ৰিপুম) সুৰ = দেৱতা অৰি = শত্ৰু ৰিপুম = শত্ৰু (অৰ্থাৎ দেৱতাৰ শত্ৰুৰ শত্ৰু), ৰিপুযুথপ = শত্ৰুৰদলপতি, যুথপদৰ্পহৰম = দলপতিৰ দৰ্প বা অহঙ্কাৰ নাশ কৰোঁতা হৰ = শিৱ মৌলিনিঘৃষ্ট = শিৰেৰে প্ৰণিপাত জনায পদ = চৰণ, অব্জ কমল (অৰ্থাৎ চৰণকমল)

৮।। পৰলোকসহায়সহস্ৰমুখ
মুখৰালিকুলাকুলমাল্যসুখং।
সুখমোক্ষদদক্ষৰমাৰমণং।
মনসোপৰিমেয়সহস্ৰপ্ৰণং

পৰলোকত যিজন সহায়ক যিজনৰ সহস্ৰমুখ আছে (ইয়াত বিষ্ণুৰ বিভিন্ন ৰূপৰ অৰ্থত বুজোৱা হৈছে)। যিজনৰ মালাৰ সুমধুৰ গোন্ধৰ লোভত ভ্ৰমৰ সমূহ আকুলিত হৈ সুখ লাভ কৰে, যিজনৰ মোক্ষসুখ দিব পৰা ক্ষমতা আছে যিজনে লক্ষ্মীদেৱীৰ মনত আনন্দ প্ৰদান কৰে, যিজনক মনেৰেও কল্পনা কৰি সহজে পাব নোৱাৰি, সেইজনা হৰিৰ প্ৰতি সহস্ৰবাৰ প্ৰণাম জনাইছো।

**পদাৰ্থ ভাঙনি :**

পৰলোকসহায় = পৰলোক অৰ্থাৎ বৈকুণ্ঠ প্ৰাপ্তত যিজন সহায়ক সহস্ৰমুখ - 'সহস্ৰমুখ' পদটোৱে বিষ্ণুৰ বিভিন্ন অৱতাৰৰ কথা বুজাইছে। ইয়াৰ লগত ঋগ্‌বেদত থকা এই শ্লোক তুলনা কৰিব পাৰি -

সহস্ৰশীৰ্ষা পুৰুষঃ সহস্ৰাক্ষঃ সহস্ৰপাৎ।
স ভূমিং বিশ্বতো বৃত্বাত্যতিষ্ঠদ্দশাঙ্গুলম।। (ঋগ্‌বেদ ১০-৯০-১)

অৰ্থাৎ — পুৰুষৰ সহস্ৰ মূৰ সহস্ৰ চকু আৰু সহস্ৰ চৰণেৰে সমগ্ৰ পৃথিৱীক ব্যাপ্ত কৰি দশ আঙুলিৰে অৱস্থিত থাকে।

মুখৰালিকুলাকুল = (মুখৰ + অলি + কুল + আকুল) মুখৰ মুখৰিত অলি = ভোমোৰা কুলাকুল = আকুলিত হোৱা (ভ্ৰমৰ সমূহ আকুলিত হোৱা) মাল্যসুখম্ = মালাৰ সুমধুৰ গোন্ধত সুখ লাভ কৰা সুখমোক্ষদদক্ষ সুখদায়ক মোক্ষ দান কৰাত সুদক্ষ ৰমা = লক্ষ্মী দেৱীক বুজাইছে। ৰমনম - আনন্দপ্ৰদান কৰা মনসো পৰিমেয় = মনেৰে সহজে পোৱা কঠিন।

৯।। প্ৰণতোস্মি নতোস্মি নতোস্মি হৰিং।
হৰিবৈৰিহুতাশনভোগ্যহৰিং।।
হৰিকিঙ্কৰশঙ্কৰঈশপদে।
পদমিচ্ছন গায়তিচামৃতদে।। ৯।।

হে হৰি। মই তোমাক প্ৰণাম জনাইছো নতশিৰে প্ৰণাম জনাইছো ভেকুলীৰ শত্ৰু সৰ্প আৰু সৰ্পৰ শত্ৰু অগ্নিসম গৰুড়পক্ষী যাৰ বাহনৰূপে ভোগ্য, সেইজন হৰিৰ দাস শঙ্কৰে ভগৱানৰ অমৃতময় চৰণত স্থান কামনা কৰিছে আৰু এই স্তুতিগীত গাইছে।

**পদাৰ্থ ভাঙনি ঃ**

প্ৰণতোস্মি = প্ৰণাম জনোৱা, নতোস্মি = (নতশিৰে প্ৰণামজনোৱা) হৰিম = বিষ্ণু বা কৃষ্ণ, হৰি = ভেকুলী বৈৰী = শত্ৰু, হুতাশন = অগ্নি (হৰিবৈৰীহুতাশন) অৰ্থাৎ ভেকুলীৰ শত্ৰু সৰ্প আৰু সৰ্পৰ শত্ৰু অগ্নিসম গৰুড়পক্ষী ভোগ্য = ভোগকৰা (গৰুড়পক্ষীক বাহন ৰূপে ব্যৱহাৰ কৰে) হৰি কিঙ্কৰ = ভগবানৰ দাস শঙ্কৰ = মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰদেৱ (মহাপুৰুষজনাই নিজকে ভগৱানৰ দাস বুলি কৈছে।) ঈশ পদে = ভগৱানৰ চৰণত, পদমিচ্ছন = স্থান কামনা কৰা, গাযতি = গাইছে, অমৃত দে = অমৃতময়।

এনেদৰে এটা শ্লোকত মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰদেৱে বিষ্ণুৰ স্তুতি কৰিছে। 'তোটয পদৰত্ন' নামৰ পুথিৰ ভূমিকাত 'তোটয' ৰচনাৰ সম্বন্ধে এনেধৰণে পোৱা যায় —

'মহপুৰুষ শ্ৰীমন্ত শঙ্কৰদেৱ পৰম্পৰাগত স্মাৰ্তকৰ্মৰ বিৰোধ বুলি ৰুষ্ট হৈ নৰনাৰাযণ ৰজাই যেতিয়া তেখেতক বন্দী কৰাই নিছিল, তেতিয়া তেখেতে এই স্বৰচিত 'তোটয' স্তোত্ৰটিৰেই অনৰ্গলভাৱে নিজৰ ইষ্ট দেৱতাক স্তুতি কৰিযেই ৰাজ সিংহাসনৰ কাষচাপি গৈছিল। তেতিয়া ৰজাই মান্যৱন্তৰ আসন বঢাই দি অৰ্থ পুচিলন্ত। ৰাজপণ্ডিতৰ দ্বাৰায গুৰুৱে অৰ্থ ভাঙনি কৰি দিবলৈ নৰনাৰাযণ ৰজাক ক'লে। কিন্তু পণ্ডিতে তাৰ অৰ্থ দিব নোৱাৰে বুলি হাৰমনা দেখি ৰজাই শঙ্কৰদেৱক অৰ্থ ভাঙবলৈ আদেশ দিলে। গুৰুজনাই কথা ব্যাখ্যা আৰু পদভাঙনিৰে জযযুক্ত হৈ 'ৰজাৰ হাতীদাঁত চিকুটি চিঙি সিদ্ধহস্ত হ'ল।"

উল্লেখযোগ্য যে মহাপুৰুষজনাৰ এই তোটয় স্তোত্ৰটিত (স্তুতি গীতটিত) "সন্দষ্টযমক" নামৰ শব্দালংকাৰ প্ৰযোগ হৈছে। এই অলংকাৰৰ বিশেষত্ব এইযে যে পদ্যৰ কোনো এটি চৰণ যি স্বৰব্যঞ্জন সংঘাতেৰে শেষ হয আৰু পৰৱৰ্তী চৰণটো সেই একে স্বৰব্যঞ্জনসংঘাতেৰে আৰম্ভ হ'লে তাক 'সন্দষ্টযমক' বোলা হয। মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰদেৱে তোটযটিত প্ৰথম চৰণৰ শেষৰ পদৰ লগত পৰৱৰ্তীচৰণৰ লগত এককভাৱে সঙ্গতি ৰাখি শ্লোকসমূহ ৰচনা কৰিছে। সমগ্ৰ সংস্কৃত সাহিত্যত কৃষ্ণস্তুতি সম্পৰ্কত এনে ধৰণৰ পদৰচনা বিৰল। এনে ভক্তিমূলক পদ ৰচনাৰ কবি যি পাণ্ডিত্যৰ পৰিচয় দিছে আৰু তেওঁৰ অসীম কবিত্ব শক্তিৰ বাবে আজিও মহাপুৰুষ শঙ্কৰদেৱ অমৰ হৈ আছে।

মহাপুৰুষ শঙ্কৰদেৱৰ অনুপ্ৰেৰণা লাভ কৰি কবি সূৰ্য্যবিপ্ৰইও ভগৱান শ্ৰীকৃষ্ণ আৰু বিষ্ণুক উদ্দেশ্য কৰি স্তোত্ৰ ৰচনা কৰিছিল।

সংস্কৃত সাহিত্যত বিষ্ণু আৰু কৃষ্ণৰ গুণগৰিমা প্ৰকাশ কৰাৰ ধুনীয়া দৃষ্টান্ত আছে। মহাকবি ভাৰৱিযে 'কিৰাতাৰ্জুনীযম'নামৰ কাব্যত শিৱৰ মাহাত্ম্য প্ৰকাশ কৰিছিল। পৰৱৰ্তী কবিমাঘে ভাৰবিতকৈও অধিক আকৰ্ষণীযভাৱে ভাৰবিৰ ৰচনাশৈলী অনুকৰণ কৰি 'শিশুপালবধম' কাব্যত শ্ৰীকৃষ্ণৰ গুণ গৰিমা প্ৰকাশ কৰিছিল। ❑

# ভক্তিশাস্ত্ৰ শ্ৰীমদ্ভাগৱত মহাপুৰাণ ঃ এটি পৰ্যালোচনা

**পুৰাণ' শব্দৰ অৰ্থ ঃ** 'পুৰাণ শব্দৰ অৰ্থ হৈছে— প্ৰাচীন কথা 'যস্মাত পুৰা হি অনতি ইদাং পুৰাম । ব্ৰাহ্মণ আৰু উপনিষদ সাহিত্যতো পুৰাণৰ উল্লেখ আছে আৰু তাত ইতিহাসপুৰা শব্দৰ একেলগে উল্লেখ কৰা হৈছে। বৈদিক সাহিত্যত আখ্যান উপাখ্যান পুৰাণ ইতিহাস প্ৰায় সমাৰ্থক শব্দৰূপে ব্যৱহৃত হৈছে। পুৰাণ শব্দৰ বুৎপত্তিগত অৰ্থ হ'ল 'পুৰাকালান আৰু ইতিহাস শব্দৰ বুৎপত্তিগত অৰ্থ হ'ল 'এনেকুৱাই আছিল (ইতি-হ-আস) মহাভাৰতত কোনো ইতিহাস কাবাৰ সময়ত ব্যাসদেৱে তাক 'পুৰণি' বুলি অভিহিত কৰিছিল। পুৰাণমাখ্যানম অৰ্থাৎ 'পুৰাণ শব্দৰ অৰ্থ পুৰণি আখ্যান ।

'অত্ৰাপ্যুদাহৰন্তীম্ ইতিহাসাং পুৰাতনম্ - মহাভাৰত বনপৰ্ব ২৫৯। অনুমান হয় ইতিহাসে কোনো অতীত ঘটনাকেই বুজাইছে আৰু সুদূৰ অতীতক বুজাবৰ কাৰণে 'পুৰাণ' শব্দৰ ব্যৱহাৰ কৰা হৈছে, কিন্তু পুৰাণৰ বিষয়বস্তু ইতিহাসতকৈ অধিক ব্যাপক আৰু বিস্তৃত।

"The two classes of works are very different The Itihasas are the legendary histories of heroic men before they were actually dei fied, whereas the puranas are popularly the history of the same heros converted into positive Gods and mode to occupy the highest position in the Hindu pantheon ' Hindusim P 82

"পুৰাণং বেদ সম্মতম - বেদসমূহক অনুসৰণ কৰিয়েই পুৰাণসমূহ ৰচিত হৈছে। বৈদিক সাহিত্যত পুৰাণ ইতিহাস প্ৰভৃতি শব্দ সমাৰ্থকৰূপে ব্যৱহৃত হ'লেও পৰৱৰ্তী সাহিত্যত ইয়াৰ বিশেষ ধৰণৰ ৰচনাক যে বুজাইছে সেইটো নিশ্চিত। মৎস পুৰাণত কোৱা হৈছে বেদবাদীসকলে পুৰাণসমূহত এই ইতিহাস পাঠ কৰি থাকে ' পুৰাণেস্বিতিহাসোহয়ং পঠ্যতে বেদবাদিভি. ইতিহাস পুৰাণৰ সৈতে বেদক পঞ্চমবেদ বুলি কোৱা হয়। ইতিহাসো পুৰাণংচ পঞ্চমোবেদ উচ্যতে। (ভাগৱত পুৰাণ ১/৪/২০) (মৎস পুৰাণ - ৫৮/৪)। পোৰোক্তৰ বীৰপুৰুষসকলৰ কাৰ্যকলাপ ধাৰাবাহিক যত বৰ্ণিত আছে তাক ইতিহাস বোলা হয় আৰু সৃষ্টি ধৰ্ম আচাৰ ব্যৱহাৰ প্ৰভৃতিৰ ওপৰত বৰ্ণনা কৰা বিক্ষিপ্ত আলোচনা বিলাকক কোৱা হয় পুৰাণ । বায়ু পুৰাণত কোৱা হৈছে – আখ্যান,

উপাখ্যান আৰু গাথাৰ দ্বাৰা পুৰানাৰ্থ বিশাৰদ মহৰ্ষি ব্যাসে পুৰাণ ৰচনা কৰিছিল।

আখ্যানৈশ্চাপ্যুপাখ্যানৈ র্গাথাভির্দ্বিজসত্তমা।
পুৰাণ সংহিতাশ্চক্রে পুৰাণাৰ্থ বিশাৰদ।।

**পুৰাণৰ সংখ্যা ঃ** প্ৰাচীন কালৰেপৰাই পুৰাণৰ সংখ্যা ওঠৰ বা অষ্টাদশ বুলি স্বীকাৰ কৰি অহা হৈছে। মহাভাৰতৰ কোনো এঠাইত ওঠৰখন পুৰাণৰ নাম পোৱা যায়। দেৱী ভাগৱতত ১/৩/২১ নং শ্লোকত আদি আখৰেৰে অষ্টাদশ পুৰাণৰ নাম অনুষ্টুপ ছন্দৰ শ্লোক এটাত পোৱা যায় –

"মদ্বয়ং ভদ্বয়ং চৈব ব্ৰত্ৰয়ং বচতুষ্টয়ম।
অনাপদ্লিঙ্গকুস্কানি পুৰাণানি পৃথক পৃথক।।

(১) ম-কাৰাদি দুই পুৰাণ – মৎস আৰু মাৰ্কণ্ডেয়।
(২) ভ-কাৰাদি দুই পুৰাণ – ভাগৱত আৰু ভৱিষ্যত।
(৩) ব্ৰ-কাৰাদি তিনি পুৰাণ – ব্ৰহ্ম, ব্ৰহ্মাণ্ড আৰু ব্ৰহ্মবৈবৰ্ত্ত।
(৪) ব-কাৰাদি চাৰি পুৰাণ – বামন, বিষ্ণু, বায়ু আৰু বৰাহ।
(৫) অনাপদলিঙ্গকুস্ক – অগ্নি, নাৰদ, পদ্ম, লিঙ্গ, গৰুড, কূৰ্ম আৰু স্কন্দ।

উক্ত ওঠৰখন মহাপুৰাণৰ দৰেই আৰু ওঠৰখন উপপুৰাণৰ সৃষ্টি হয়। বিষ্ণু পুৰাণত অষ্টাদশ মহাপুৰাণৰ নাম উল্লেখ আছে।

**পুৰাণসমূহৰ উৎপত্তি ঃ** পুৰাণসমূহে নিজ নিজ দৈৱী উৎপত্তিৰ কথাই প্ৰচাৰ কৰিছে। কেইখনমান পুৰাণৰ মতে ব্ৰহ্মাৰ মুখৰপৰা প্ৰথমে পুৰাণসমূহ নিৰ্গত হয়, পিছত বেদসমূহৰ আৱিৰ্ভাৱ হয়।

পুৰাণং সৰ্বশাস্ত্ৰানাং প্ৰথমং ব্ৰহ্মণা স্মৃতম্।
অনন্তৰং চ বক্ত্ৰেভ্যো বেদাস্তস্য বিনিৰ্গতঃ।।

মৎসপুৰাণৰ মতে প্ৰথমে বিপুলায়তনৰ এখন মাত্ৰ পুৰাণ আছিল। কালক্ৰমত মানুহে তাক গ্ৰহণ কৰিবলৈ অসমৰ্থ হোৱাত ভগৱানে ব্যাস ৰূপ ধৰি যুগৰ প্ৰয়োজন অনুসাৰে তাক সংক্ষিপ্ত কৰি অষ্টাদশ পুৰাণৰ ৰূপত পৃথিৱীত প্ৰচাৰ কৰে।

পুৰাণমেকমেবাসীত্তদা কল্পান্তৰে অনঘ।
ত্ৰিবৰ্গসাধনং পুণ্যং শতকোটি প্ৰবিস্তৰম।।
কালেনাগ্ৰহণং দৃষ্টা পুৰাণস্য ততো নৃপ।
ব্যাসৰূপমহং কৃত্বা সংহৰামি যুগে যুগে।।
তদাষ্টাদশধা কৃত্বা ভূৰ্লোকেহস্মিন প্ৰকাশ্যতে।
অদ্যাপি দেৱলোকেহস্মিন শতকোটি প্ৰবিস্তৰম্।। মৎসপুৰাণ ৫৩ অধ্যায়।

কূৰ্মপুৰাণত কোৱা হৈছে এতিয়ালৈকে (২৮) আঠাইশজন ব্যাসে জন্মগ্ৰহণ কৰিছে। শেষ দ্বাপৰত অষ্টাবিংশ ব্যাসে জন্মগ্ৰহণ কৰিছিল। এওঁৱেই সত্যৱতীৰ পুত্ৰ কৃষ্ণদ্বৈপায়ণ। তেওঁৰ দ্বাৰাই পুৰাণসমূহ ৰচিত হয়, সেইকথা শ্লোক আকাৰে পোৱা যায় —

অষ্টাবিংশে পুনঃ প্ৰাপ্তে হ্যস্মিনবৈ দ্বাপৰে দ্বিজা।
পৰাশৰ সুতো ব্যাসঃ কৃষ্ণদ্বৈপায়নোহভবৎ
স এব সৰ্ববেদানাং পুৰাণানাং প্ৰদৰ্শকঃ ।

**পুৰাণসমূহৰ বৈশিষ্ট্য :** — বায়ুপুৰাণত কোৱা হৈছে যে পুৰাণবিলাকৰ নিজা পাচেঁাটা লক্ষণ আছে।

সৰ্গশ্চ প্ৰতিসৰ্গশ্চ বংশোমন্বন্তৰানি চ।
বংশানুচৰিতং চৈব পুৰাণং পঞ্চলক্ষণম।। - বায়ুপুৰাণ

(১) সৰ্গ (সৃষ্টি) (২) প্ৰতিসৰ্গ (প্ৰলয়কালত আগৰ সৃষ্টিৰ ধ্বংসৰ পিছত নতুন সৃষ্টিৰ বিকাশ) (৩) বংশ (দেৱতা আৰু ঋষিসকলৰ বৰ্ণনা) (৪) মন্বন্তৰ (মনুসকলৰ ৰচনা কাল) (৫) বংশানুচৰিত (ৰজাসকলৰ বংশৰ ইতিহাস)।

কিন্তু ভাগৱত পুৰাণত (১০/৭/৯ ১০) ত দহটা লক্ষণৰ কথা কোৱা হৈছে। সেয়া হ'ল — (১) সৰ্গ (২) বিসৰ্গ (৩) বৃত্তি (৪) ৰক্ষা (৫) মন্বন্তৰ (৬) বংশানুচৰিত (৭) বংশ (৮) সংস্থা (৯) হেতু (১০) অপাশ্ৰয়।

আনহাতে ব্ৰহ্মবৈবৰ্ত পুৰাণত দিয়া ভাগকেইটিৰ নাম বেলেগ। যেনে : — (১) সৃষ্টি (২) বিসৃষ্টি (৩) স্থিতি (৪) পালন (৫) কৰ্মবাসন (৬) মন্বন্তৰ (৭) প্ৰলয় (৮) মোক্ষ নিৰূপণ (৯) হৰিকীৰ্তন (১০) দেৱকীৰ্তন।

এইবিলাকৰ উপৰিও পুৰাণৰ আলোচ্য বিষয়ৰ গণ্ডী আৰু বিস্তৃত। ভূগোল, পদাৰ্থ-বিদ্যা, জ্যোতিষ শৰীৰ বিদ্যা ব্যাকৰণ, বাস্তুবিদ্যা চিকিৎসাশাস্ত্ৰ অস্ত্ৰবিদ্যা প্ৰভৃতি সকলো বিষয়ে পুৰাণসমূহত আলোচনা হৈছে।

**শ্ৰীমদ্ভাগৱত পুৰাণ :** অষ্টাদশ পুৰাণৰ ভিতৰত ভাগৱত পুৰাণক পুৰাণ সূৰ্য অৰ্থাৎ শ্ৰেষ্ঠ আখ্যা দিয়া হৈছে। 'ভাগৱতম শব্দৰ ব্যুৎপত্তি হৈছে "ভগৱতঃ ইদম"— ভাগৱতম। বিষ্ণুপুৰাণত সমগ্ৰ ঐশ্বৰ্য, ধৰ্ম যশ শ্ৰী, জ্ঞান আৰু বৈৰাগ্যকেই 'ভগ বা ষড়ৈশ্বৰ্য বুলি কোৱা হৈছে। কৌশিক সংহিতাত 'ভাগৱত' এই চাৰিটি আখৰৰ তাৎপৰ্য এনেদৰে ব্যাখ্যা কৰা হৈছে 'ভা' = কীৰ্তি, 'গ = জ্ঞান, 'ৱ' = অভিলষিত মঙ্গল আৰু 'ত' = বিস্তাৰ। এই চাৰিটা বৰ্ণৰ বৈশিষ্ট্যৰ দ্বাৰা ভগৱান কৃষ্ণৰ মহিমা প্ৰকাশ ভাগৱত পুৰাণত পোৱা যায়।

মহাভাৰত ৰচনা কৰাৰ পিছত ব্যাসদেৱ সন্তুষ্ট হ'ব পৰা নাছিল, সেইকথা মূল শ্ৰীমদ্ভাগবত পুৰাণৰ প্ৰথম স্কন্ধৰ পঞ্চম অধ্যায়ত বৰ্ণিত হৈছে –

জিজ্ঞাসিতং সুসম্পন্নমপি তে মহদ্ভুতম।
কৃতবান ভাৰতং যস্তং সৰ্বাৰ্থপৰিবৃংহিতম।।

– শ্ৰীমদভাগৱত পুৰাণ – ১/৫/৩

গতিকে, দেবৰ্ষি নাৰদৰ উপদেশত ব্যাসদেৱে শ্ৰীমদ্ভাগবত পুৰাণ ৰচনা কৰে। অষ্টাদশ পুৰাণৰ ভিতৰত এই পুৰাণক 'পুৰাণ সূৰ্য মৰ্যদা দান কৰা হৈছে। এই বিষয়ে পদ্ম পুৰাণত কোবা হৈছে –

পুৰাণেষু চ সৰ্বেষু শ্ৰীমদ্ভাগৱতং পৰম।
যত্ৰ প্ৰতিপদং বিষ্ণুৰ্গীযতে বহুধৰ্ষিভিঃ।।
ইতি সঙ্কল্পাঃ মনসা শ্ৰীমদ্ভাগৱতং পৰম।
জন্মাদ্যস্য যতশ্চেতি ধীমহ্যন্তমুপাবদত।।

যি পুৰাণত ভগৱান বিষ্ণুৰ (কৃষ্ণৰ) মহিমা কীৰ্তন কৰি ৰচনা কৰা হৈছে, সেইবাবে সকলো পুৰাণৰ ভিতৰতে এই পুৰাণ শ্ৰেষ্ঠ। এই পুৰাণ শ্ৰৱণ, কীৰ্তন কৰিলে মনুষ্যৰ জীৱন সাৰ্থক হয়।

শ্ৰীমদ্ভাগৱত পুৰাণৰ ওপৰত কেবাখনো টীকা গ্ৰন্থ (ভাষ্য গ্ৰন্থ) ৰচিত হৈছে। তাৰে ভিতৰত (ক) শ্ৰীধৰ স্বামীৰ ভাগৱত ভাবাৰ্থ দীপিকা (খ) সম্বন্ধোক্তি (গ) বিদ্বৎ কামধেনু (ঘ) শুক মনোহৰা (ঙ) পৰমহংসপ্ৰিয়া আদি ভাষ্যৰ নাম উল্লেখযোগ্য।

এই শ্ৰীমদ্ভাগৱত পুৰাণ শাস্ত্ৰখন উত্তম ভক্তিশাস্ত্ৰৰূপে ভাৰতত জনপ্ৰিয়। ভাৰতবৰ্ষত ভাগৱত পুৰাণতকৈ অধিক প্ৰসিদ্ধি আৰু জনপ্ৰিয়তা আন কোনো পুৰাণে অৰ্জন কৰিব পৰা নাই। পৰীক্ষিত আৰু শুকৰ সংবাদেই হৈছে মূল ভাগৱত। ধৰ্ম অৰ্থ কাম আৰু মোক্ষ এই চতুবৰ্গ প্ৰদানকাৰী ভাগৱতত ভক্তিধৰ্মই প্ৰতিপাদ্য বিষয়।

ভাগৱত সম্প্ৰদায় দুটা বুলি বৰ্ণিত হৈছে – প্ৰথমটোৰ মতে ইয়াৰ প্ৰৱৰ্তক ভগবান নাৰায়ণ। সেই নাৰায়ণ শ্ৰীকৃষ্ণই ব্ৰহ্মাক ক'লে। ব্ৰহ্মাই নাৰদক আৰু নাৰদে বাদৰায়ণক দিলে। তাৰপৰাই শুক-পৰীক্ষিত সংবাদৰূপে ই বিদিত হ'ল।

আনটো সম্প্ৰদায়ক অনন্ত সম্প্ৰদায় বোলে। তেওঁলোকৰ মতে ভাগৱতৰ প্ৰৱৰ্তক ভগৱান সঙ্কৰ্ষন। তেওৰ পৰা সনৎ কুমাৰে ইয়াক লাভ কৰে আৰু ক্ৰমে সাংখ্যায়ণ, বৃহস্পতি, উদ্ধৱ, পৰাশৰ পুলস্ত্যৰ যোগে মৈত্ৰেয় বিদুৰৰ মাধ্যমেদি নৈমিষাৰণ্যত লোমহৰ্ষণ, সূতপুত্ৰ উগ্ৰশ্ৰবাৰ দ্বাৰা উপদেশ দিয়া হয়।

প্ৰধানকৈ শুক পৰীক্ষিতৰ সংবাদ স্বৰূপেই ভাগৱতৰ পৰিচয়। ব্যাসৰ অসন্তোষ অশান্তি আৰু নাৰদৰ উপদেশেই ভাগৱত সৃষ্টিৰ কাৰণ বুলি নিৰ্দেশ কৰিছে। ভাগৱতত

সৰ্গ বিসৰ্গ স্থান পোষণ উতি মন্বন্তৰ ঈশানু কথা নিৰোধ মুক্তি আশ্ৰয় এই দহোটা লক্ষণৰ কথা কোৱা হৈছে। (মূল ভাগৱত ২/১০/২-৯)। ইয়াৰ শেষৰ আশ্ৰয়েই হৈছে ভগৱান।

শ্ৰীমদ্ভাগৱত পুৰাণৰ প্ৰথম স্কন্ধৰ প্ৰথম অধ্যায়ৰ (১/১ ৯ ২০) নৱমৰপৰা তেইশ নং শ্লোকত নৈমিষাৰণ্যত শৌনকাদি ঋষিসকলৰ ছটা প্ৰশ্ন হৈছে

(ক) মানুহৰ একান্ত কল্যাণ সাধক কি

(খ) সকলো শাস্ত্ৰৰ সাৰভূত বস্তু কি।

(গ) পৰমপুৰুষ শ্ৰীহৰিয়ে কিয় মনুষ্যৰূপে জন্মগ্ৰহণ কৰিলে।

(ঘ) নাৰদাদি বৰ্ণিত সেই মহাপুৰুষৰ ব্ৰহ্মা ৰুদ্ৰ আদি দেৱতাসকলৰ সৃষ্টি স্থিতি লয়ৰূপ সুমহৎ কাৰ্যাৱলী কেনে ধৰণৰ।

(ঙ) শ্ৰীহৰিয়ে মায়াক অৱলম্বন কৰি মৎস্য কচ্ছপাদি বিবিধ অৱতাৰ ধৰি মনুষ্যৰ বাবে অসম্ভৱ লীলা আদি কিয় কৰিলে।

(চ) ভগৱান শ্ৰীকৃষ্ণই মনুষ্য লীলা সামৰি নিজ ধামলৈ গতি কৰাত কাক অৱলম্বন কৰি আছিল।

নৈমিষাৰণ্য বা নৈমিশাৰণ্য স্থানৰ নামত দুটা বানানৰ বাবে দুটা ব্যাখ্যা দিয়া হয়। প্ৰথমতে শ্ৰীহৰিয়ে নিমিষতে যত অসুৰকুল বধ কৰিছিল সেই ঠাইৰ নাম 'নৈমিষ অৰণ্য'। আন এটি ব্যাখ্যাত পোৱা যায় যে ভগৱান প্ৰজাপতিয়ে মনোৰম চক্ৰ নিৰ্মান কৰি এৰি দি ক'লে - যতে এই চক্ৰৰ নেমি অৰ্থাৎ ধাৰা নচলা হ'ব সেই ঠাইয়েই "নৈমিশ" নামে অভিহিত হ'ব।

শ্ৰীমদ্ভাগৱত পুৰাণ শাস্ত্ৰখনি উত্তম ভক্তিশাস্ত্ৰৰূপে ভাৰতত জনপ্ৰিয়। ভাৰতবৰ্ষত ভাগৱত পুৰাণতকৈ অধিক প্ৰসিদ্ধি আৰু জনপ্ৰিয়তা আন কোনো পুৰাণে অৰ্জন কৰিব পৰা নাই। শ্ৰীমদভাগৱত পুৰাণৰ অধ্যায় আৰু স্কন্ধলৈ মতভেদ আছে। ইয়াত বাৰটা স্কন্ধত ১৮ ০০০ শ্লোক সঙ্কলিত হৈছে।

গ্ৰন্থোঽষ্টাদশসাহস্ৰো দ্বাদশ স্কন্ধ সম্মিতঃ

পৰীক্ষিতচ্ছুক সংবাদং শৃনু ভাগৱতং চ তৎ। শ্ৰীমদ্ভাগৱত। পৃঃ ৪

শ্ৰীমদ্ভাগৱত পুৰাণৰ প্ৰথম স্কন্ধত ১৯ টা অধ্যায় অধ্যায় আছে। ইয়াত নৈমিষাৰণ্যত শ্ৰীমদ্ভাগৱতৰ বিষয়ে সূতৰ প্ৰতি শৌনকাদি ঋষিসকলৰ প্ৰশ্ন সূতৰ উত্তৰ ভাগৱত কথাৰ শ্ৰৱণ-কীৰ্তনৰ মাহাত্ম্য মহৰ্ষি ব্যাসৰ অসন্তোষ আৰু সেই আশ্ৰমলৈ দেৱৰ্ষি নাৰদৰ আগমন নাৰদ-ব্যাস সংবাদ নাৰদৰ উপদেশত ব্যাসৰ দ্বাৰা শ্ৰীমদ্ভাগৱত আৰম্ভ, শুই থকা দ্ৰৌপদীৰ পুত্ৰক অশ্বত্থামাৰ দ্বাৰা বধ পৰীক্ষিতৰ জন্ম উত্তৰাৰ গৰ্ভ ৰক্ষা, পঞ্চপাণ্ডৱৰ ভীষ্মৰ ওচৰলৈ গমন ভীষ্মৰ মহাপ্ৰস্থান ভগৱান শ্ৰীকৃষ্ণৰ দ্বাৰকা গমন,

পৰীক্ষিতৰ জন্মোৎসৱ পৰীক্ষিতৰ ৰাজ্যলাভ, ধৰ্মসংবাদ, কলি নিগ্ৰহ পৰীক্ষিতক মুনি কুমাৰৰ শাপ, গঙ্গাৰ পাৰত পৰীক্ষিতৰ প্ৰায়োপবেশন ব্ৰত। ঋষিসকলৰ সমাগম, শুকৰ আগমন আৰু ৰজাৰ প্ৰশ্ন আদি বৰ্ণনা কৰা হৈছে।

দ্বিতীয় স্কন্ধত ১০ টা অধ্যায় আছে। ইয়াত শুকৰ প্ৰবচন, ধ্যানবিধি ভগৱানৰ বিৰাটৰূপ বৰ্ণন যোগীসকলৰ যোগচাৰণ নানাবিধ কামনাসিদ্ধিৰ বাবে নানা দেৱতাৰ উপাসনা, শৌনকৰ প্ৰশ্ন, সূতৰ উক্তি ৰজাৰ সৃষ্টি বিষয়ক প্ৰশ্ন ব্ৰহ্মাৰ প্ৰতি নাৰদৰ প্ৰশ্ন ব্ৰহ্মোক্তি পুৰুষসূক্তত ভগবানৰ বিৰাট ৰূপৰ বৰ্ণন, বৰাহ অৱতাৰৰ আৰম্ভ, শ্ৰীকৃষ্ণৰ অবতাৰলৈকে অৱতাৰসমূহৰ সংক্ষেপে বৰ্ণন, পৰীক্ষিতৰ প্ৰশ্ন, শুকৰ প্ৰতিবচন (উত্তৰ), পুৰাণৰ লক্ষণ আদি বৰ্ণনা কৰা হৈছে।

তৃতীয় স্কন্ধত ৩৩ টা অধ্যায় আছে। ব্ৰহ্মোৎপত্তি সৃষ্টি, ৰুদ্ৰ, মৰীচি, পৃথিৱী, সৰস্বতী, স্বায়ম্ভুব আদিৰ উৎপত্তি, কৰ্দম দেৱহুতিৰ আখ্যান যোগৰ লক্ষণ, ভক্তি যোগৰ ৰহস্য, দেৱাহুতিৰ দ্বাৰা ভগৱৎস্তুতি কপিলৰ প্ৰস্থান আদি।

চতুৰ্থ স্কন্ধত ৩১ টা অধ্যায় আছে। ইয়াত মনুবংশৰ কথা ধ্ৰুৱৰ ভাগৱত দৰ্শন, ভগৱত স্তুতি, পৃথুৰ ভাগৱত ধৰ্মৰ উপদেশ পুৰঞ্জনৰ উপাখ্যান, নাৰদৰ উপদেশ, দহপ্ৰচেতসৰ ভগৱদ দৰ্শন আদি পোৱা যায়।

পঞ্চম স্কন্ধত ২৬ টা অধ্যায় আছে। এই স্কন্ধত প্ৰিয়ব্ৰত অগ্নীধ্ৰ, নাভি, ঋষভ আৰু ভৰত বংশৰ বৰ্ণনা, ভূগোল, খগোল চন্দ্ৰাদি গ্ৰহসমূহৰ স্থিতি, গতিৰ বৰ্ণনা, বিষ্ণুপদৰ বৰ্ণনা, সঙ্কৰ্ষণদেৱৰ স্তৱ, বিভিন্ন নৰক গতিৰ বৰ্ণনা।

ষষ্ঠ স্কন্ধত ১৯ টা অধ্যায় আছে। এই স্কন্ধত অজামিলৰ উপাখ্যান, বিষ্ণুদূত আৰু যমদূতৰ সংবাদ, বিষ্ণুদূতৰ দ্বাৰা ভাগৱত ধৰ্মৰ মাহাত্ম্য নিৰূপণ, যমদূতৰ সংবাদ, বৈষ্ণৱোৎকৰ্ষ বৰ্ণন। দক্ষজন্ম, দক্ষৰ ছয়গৰাকী কন্যাৰ বংশ বিস্তাৰ বিশ্বৰূপ, ইন্দ্ৰবৃত্ৰৰ যুদ্ধ আৰু বৃত্ৰবধ, অঙ্গিৰা আৰু নাৰদৰ উপদেশ কৈলাসত পাৰ্বতীৰ সৈতে শিৱৰ উপহাসৰ কাৰণে পাৰ্বতীৰ শাপত চিত্ৰকেতো বৃত্ৰজন্ম প্ৰাপ্তি। দিতিৰ বংশ বৰ্ণন, মৰুৎ উৎপত্তি, পুংসৱন ব্ৰতবিধি আদি বৰ্ণনা কৰা হৈছে।

সপ্তমস্কন্ধত পোন্ধৰ (১৫) টা অধ্যায় আছে। এই স্কন্ধ আৰম্ভ হৈছে নাৰদ আৰু যুধিষ্ঠিৰৰ সংবাদেৰে। জয়-বিজয়ৰ সনকাদি ঋষিৰ শাপত দৈত্যজন্ম প্ৰাপ্তি, হিৰণ্যকশিপুৰৰ বৰ্ণনা, প্ৰহ্লাদৰ জন্ম, মাতৃৰ গৰ্ভত থাকোতেই প্ৰহ্লাদৰ দেৱৰ্ষি নাৰদৰ উপদেশ শ্ৰৱণ, হিৰণ্যকশিপুৰৰ বধ ব্ৰহ্মাদি-দেৱতাসকলৰ ভগৱত স্তুতি। প্ৰহ্লাদ নৃসিংহ সংবাদ, ভগৱানৰ অন্তৰ্ধান, ত্ৰিপুৰদাহৰ আখ্যান মানৱৰ সনাতন ধৰ্ম বৰ্ণধৰ্ম, স্ত্ৰীধৰ্ম চতুৰাশ্ৰম বৰ্ণনা আদি পোৱা যায়।

অষ্টম স্কন্ধত ২৪ টা অধ্যায় আছে। স্বায়ম্ভুৱাদিমন্বন্তৰ চতুষ্টয়ৰ বৰ্ণনা, যজ্ঞাৱতাৰ

চৰিত আদিৰ বৰ্ণনা গজেন্দ্ৰোপাখ্যান গ্ৰাহ গজেন্দ্ৰৰ যুদ্ধ বৰ্ণনা ভগবানৰ আদেশত দেৱতা আৰু অসুৰৰ সমুদ্ৰমন্থন আৰম্ভ কৃষ্ণৰ মোহিনীৰূপ দেখি মহাদেৱৰ মোহ, বলিৰ স্বৰ্গ জয় দেৱতাসকলৰ পলায়ন বামনাৱতাৰ আৰু বলিক বন্ধন বলিৰ সুতল গমন আৰু মৎস্যাৱতাৰৰ কথা ইত্যাদি।

নৱমস্কন্ধৰ ২৪ টা অধ্যায়ত সূৰ্য্যবংশৰ বৰ্ণন অম্বৰীশৰ উপাখ্যান ইক্ষ্বাকুবংশ বৰ্ণন মান্ধাতা চৰিত ত্ৰিশঙ্কু আৰু হৰিশ্চন্দ্ৰৰ চৰিত বৰ্ণন সগৰৰ বৰ্ণনা গঙ্গাৱতৰণ ৰামচৰিত বৰ্ণনা, নিমিবংশৰ বৰ্ণনা চন্দ্ৰবংশৰ বৰ্ণন পুৰুৰৱা-উৰ্বশীৰ উপাখ্যান, জমদগ্নিৰ বধ পৰশুৰামৰ দ্বাৰা ক্ষত্ৰিয়ৰ সংহাৰ যযাতিৰ চৰিত্ৰ ভৰতবংশ যদুবংশ বৰ্ণন আৰু শ্ৰীকৃষ্ণৰ অৱতাৰ কথন আদিৰ বৰ্ণনা কৰা হৈছে

দশম স্কন্ধত পূৰ্বাৰ্দ্ধ আৰু উত্তৰাৰ্দ্ধৰূপে দুটা খণ্ড আছে আৰু মুঠ অধ্যায়ৰ সংখ্যা নব্বৈ। ইয়াত ভগৱান শ্ৰীকৃষ্ণৰ লীলাসমূহ বৰ্ণনা কৰা হৈছে।

একাদশ স্কন্ধত ৩১ টা অধ্যায় আছে। ইয়াত ঋষিসকলৰ যদুবংশ সংহাৰৰ অভিশাপ শ্ৰীকৃষ্ণ উদ্ধৱ সংবাদ অৱধূত চৰিত্ৰ ভক্তিৰ সাধন যমনিয়মাদিৰ বৰ্ণনা ভাগৱত ধৰ্ম নিৰূপন উদ্ধৱৰ বদৰিকাশ্ৰমলৈ গমন যদুকুল ধ্বংস ভগৱানৰ পৰমধামলৈ গমন ইত্যাদি বৰ্ণনা কৰিছে

দ্বাদশ স্কন্ধত কলিযুগৰ ৰাজবংশৰ বৰ্ণনা কলিৰ ধৰ্ম নিৰূপণ কল্কি অৱতাৰ কৃতযুগ আৰম্ভ যুগধৰ্ম নিৰূপন হৰিনাম কীৰ্তনৰ মাহাত্ম্য পৰমাৰ্থৰ উপদেশৰ দ্বাৰা ৰজা পৰীক্ষিতৰ ভয় নিবাৰণ পৰীক্ষিতৰ দেহত্যাগ সৰ্প যজ্ঞ বেদৰ শাখা বিভাগ পুৰাণৰ লক্ষণ বৰ্ণন, মাৰ্কণ্ডেয়ৰ তপস্যা তেওঁৰ দ্বাৰা নাৰায়ণৰ স্তুতি ভগৱানৰ মায়ানিৰ্মিত মহাপ্ৰলয়ৰ লীলাদৰ্শন, শ্ৰীমদ্ভাগৱতৰ মহত্ত্ব আদিয়েই প্ৰধানভাৱে বৰ্ণিত হৈছে।

এই দ্বাদশ স্কন্ধৰ ভিতৰত শেষৰ তিনিটা স্কন্ধতেই শ্ৰীকৃষ্ণ আৰু বিষ্ণুৰ জীৱন আৰু বাণী ব্যাপকভাৱে আছে এই ভাগৱত পুৰাণ ভক্তি শাস্ত্ৰৰূপে মোক্ষপ্ৰাপ্তিৰ দ্বাৰস্বৰূপ বুলি বৈষ্ণৱসকলৰ মাজত সমাদৃত। পদ্ম পুৰাণত ভাগৱতৰ ৰূপ পৰমপুৰুষ ভগৱানৰ শৰীৰৰ লগত কল্পনা কৰা হৈছে। তাত কোৱা হৈছে যে –

"প্ৰথম আৰু দ্বিতীয় স্কন্ধ চৰণ।
তৃতীয় আৰু চতুৰ্থ উৰুদ্বয়।
পঞ্চমে নাভি ষষ্ঠে বক্ষস্থল।
সপ্তম আৰু অষ্টম কৰ কমল (হাত) দুটি।
নৱম আৰু দশমে কণ্ঠ আৰু পদ্মসদৃশ আনন্দিত মুখ।
একাদশ কপাল, দ্বাদশে শিৰ (মূৰ)।
সেই ভাগৱত মূৰ্ত্তি অতি মনোহৰ আৰু তমাল ফুলৰ দৰে শ্যামবৰ্ণৰ।

সংস্কৃত এনেধৰণে পোৱা যায় –

পাদৌ যদীয়ৌ প্ৰথম দ্বিতীয়ৌ তৃতীয়তুৰ্যো কথিতৌযদুৰু।
নাভিস্তথা পঞ্চম এব ষষ্ঠোভূজান্তৰং দোৰ্যুগলং তথান্যৌ।।
কণ্ঠস্তুৰাজন নৱমো যদীয়ো মুখাৰবিন্দং দশমং প্ৰফুল্লম্।
একাদশোযশ্চ ললাট পট্টং শিৰোহপি যদ দ্বাদশ এৱ ভাতি।।
নমামি দেৱং কৰুণা নিধানং তমালবৰ্ণং সুহিতাৱতাৰম।
অপাৰ সংসাৰ সমুদ্ৰ হেতং ভজামহে ভাগৱত স্বৰূপম।।

শ্ৰীমদ্ভাগৱত পুৰাণৰ প্ৰথম শ্লোকটো ব্ৰহ্মসূতৰ দ্বিতীয় সূত্ৰেৰে আৰম্ভ কৰা হৈছে আৰু গায়ত্ৰীৰ 'ধীমহি' শব্দেৰে সেই শ্লোকটি শেষ কৰা হৈছে যি সত্যৰ স্বতঃসিদ্ধ আলোকত সমস্ত অজ্ঞানৰূপ অন্ধকাৰ দূৰীভূত হয়। ভাগৱত পুৰাণৰ প্ৰথম শ্লোকটি হৈছে –

জন্মাদ্যস্য যতোহন্বযাদিৰত
শ্চাৰ্থেষ্বভিজ্ঞঃ স্বৰাট
তেনে ব্ৰহ্ম হৃদা য আদিকবযে
মুহ্যন্তি যত্সুৰযঃ।
তেজোবাৰিমৃদাং যথা বিনিময়ো
যত্ৰ ত্ৰিসৰ্গোঅমৃষা
ধাম্না স্বেন সদা নিৰস্তকুহকং
সত্যং পৰং ধীমহি।। (ভাগৱত - ১-১)

এই প্ৰথম শ্লোকটোক মঙ্গলাচৰণ বা নান্দী শ্লোক বোলা হৈছে। 'ভাগৱত লীলা চিন্তামণি' গ্ৰন্থত ভাগৱতৰ এই প্ৰথম শ্লোকটোৰ ব্যাখ্যা বহুপ্ৰকাৰে কৰা হৈছে। "সেই সত্যস্বৰূপ পৰমপুৰুষক বহুপ্ৰকাৰে ধ্যান কৰোঁ। ব্ৰহ্মাৰ দ্বাৰা নিক্ষিপ্ত মনোৰূপ চক্ৰৰ যি পৱিত্ৰ স্থান নৈমিষাৰণ্য সেই প্ৰভাৱেৰে কলিৰ দুষ্ট প্ৰভাৱ বিনষ্ট হোৱাত যি বিষয়ত সকলো পণ্ডিত সন্দিগ্ধ হৈ আছিল, সেই পৰম তত্ত্ব বিষয়কঅভিজ্ঞ ভৱিষ্যত বক্তা মহা পৌৰাণিক ঋষি শৌনকাদিৰ সংশয় দূৰ কৰাৰ মানসেৰে ভাগৱত শাস্ত্ৰ প্ৰকাশ কৰিলে।

ভগৱান শ্ৰীকৃষ্ণৰ অন্তৰ্দ্ধান বা কলিযুক আৰম্ভ হোৱাৰ ত্ৰিশ বছৰৰ পিছত প্ৰথমে শুকে পৰীক্ষিতক ভাদ মাহৰ নৱমীৰপৰা পূৰ্ণিমা পৰ্যন্ত সাত দিন ধৰি ভাগৱতৰ উপদেশ দিয়ে। তাৰ দুশ বছৰৰ পিছত গোবৰ্ণ নামৰ সাধু গৰাকীযে তেওঁৰ ভাতৃ ধুন্ধুকাৰীক প্ৰেতৰপৰা উদ্ধাৰ কৰাৰ মানসেৰে ভাগৱতৰ কথা প্ৰকাশঁ কৰে। সেযা সময় আছিল আহাৰ মাহৰ শুক্লা নৱমীৰপৰা পূৰ্ণিমা পৰ্যন্ত। ইযাৰ ত্ৰিশ বছৰৰ পিছত সনকাদি ঋষিযে

কাতিৰ শুক্লা নৱমীৰ পৰা পূৰ্ণিমা পৰ্যন্ত দেৱৰ্ষি নাৰদক শুনাবলৈ সপ্তাহ যোৱা এই যজ্ঞৰ অনুষ্ঠান কৰে বুলি জনা যায়। এনেদৰে ভাগৱতে কথা বিস্তাৰৰ বিৱৰণ বহুতো আছে।

**ভাগৱত পুৰাণৰ সময় :** ভাগৱত পুৰাণৰ ৰচনাৰ সময় বিভিন্ন পণ্ডিতে বিভিন্ন মতবাদ দিছে –

ওঠৰখন মহাপুৰাণৰ সময় খৃঃ পূৰ্ব প্ৰায় ছয়শৰপৰা আৰম্ভ কৰি দ্বাদশ শতিকাৰ ভিতৰত বুলি কোৱা হয়। ওঠৰখন উপপুৰাণৰ মযো সেইদৰে খ্ৰীষ্টাব্দ ৬৫০ মানৰপৰা খৃষ্টীয অষ্টম শতিকাৰ ভিতৰত ধৰা হয়। কিন্তু বৰ্তমান প্ৰাপ্ত ৰূপৰ ভাগৱত ৰচনাৰ কাল খৃষ্টীয ষষ্ঠ শতিকাৰ আগৰ হ'ব নোৱাৰে। The Philosophy of Bhagavata vol I গ্ৰন্থত তিনিটা স্তৰ দেখুৱা হৈছে –

(১) ইযাৰ প্ৰাচীন উপাদান।

(২) মহাপুৰাণৰ মৰ্যাদাহেতু খৃষ্টীয প্ৰায় প্ৰথম শতিকাত ইযাত সংযোজিত কথাৰে লাভ কৰা দ্বিতীয় পৰ্যায।

(৩) আলোৱাৰ বৈষ্ণৱসকলৰ তৃতীয় পৰ্যায।

খৃষ্টীয তৃতীয় চতুৰ্থ শতিকাত ৰচিত হৰিবংশ আৰু বিষ্ণু পুৰাণতকৈ এই পুৰাণত কৃষ্ণ চৰিত্ৰৰ বৰ্ণনা ব্যাপক। গতিকে ৫০০ ৰ পৰা ৯৫০ খৃঃ পূঃ ভিতৰত ভাগৱত পুৰাণ ৰচিত হৈছে বুলি পণ্ডিতসকলে স্থিৰ কৰিছে। মুঠতে ভাগৱত পুৰাণৰ ৰচনা কাল গৌড়পাদাচাৰ্যতকৈযো পূৰ্বৰ। শঙ্কৰাচাৰ্যৰ গুৰু গৌবিন্দপাদ আৰু তেওঁৰ গুৰু গৌড়পাদ। এই গৌড় পাদৰ উত্তৰ গীতাৰ টীকাত ভাগৱতৰ শ্লোক উদ্ধৃত কৰা হৈছে। এই ভাগৱত পুৰাণৰ ওপৰত বহুতো টীকা গ্ৰন্থ ( ভাষ্য গ্ৰন্থ) ৰচিত হৈছে যদিও তাৰ ভিতৰত শ্ৰীধৰ স্বামীৰ ভাগৱত ভাৱাৰ্থ দীপিকা বিশেষ উল্লেখযোগ্য।

এই সংস্কৃত মূল ভাগৱত শাস্ত্ৰখনি অসমৰ নৱবৈষ্ণৱ ধৰ্মৰ প্ৰৱৰ্তক মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰদেৱে সকলোৱে বুজি পোৱাকৈ সহজ-সৰলভাৱে অসমীয়া ভাষালৈ ভাৱানুবাদ কৰে। বহুতো অংশ বাদ দিছে যদিও বেছি অংশকেই সামৰি লৈছে। প্ৰাচীন কালত পণ্ডিতৰ পাণ্ডিত্যৰো পৰীক্ষা কৰিছিল ভাগৱতাতে – "বিদ্যাৱতাং ভাগৱতে পৰীক্ষা' সেইকাৰণে মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰদেৱে ভাগৱত শাস্ত্ৰখনি অসমীয়ালৈ অনুবাদ কৰোতে তেখেতে কেনেদৰে পাণ্ডিত্য প্ৰদৰ্শন কৰিছে পঢ়িলে বিস্ময় মানিব লাগে।

উক্ত প্ৰবচন গুৰুজনাৰ ৰচনাত প্ৰতিফলিত হৈছে। পুৰাণ আৰু এই প্ৰবন্ধত ভাগৱত পুৰাণ সম্পৰ্কে চমু আলোচনা আগবঢ়োৱা হ'ল। ❑

# মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰদেৱৰ 'ভক্তি-ৰত্নাকৰ' গ্ৰন্থৰ তাত্ত্বিক পৰ্যালোচনা

ভক্তি-ৰত্নাকৰ' অৰ্থাৎ ভক্তিৰত্নাং মুদ্ভৱক্ষেত্ৰমিৱ সংগ্ৰহম" — ভক্তিস্বৰূপ ৰত্নসমূহৰ উদ্ভৱক্ষেত্ৰৰ নিচিনা সংগ্ৰহ। ভক্তি-ৰত্নাকৰৰ 'ভক্তি' শব্দটো নিষ্পন্ন কৰিলে দেখা যায যে "ভজতে ইতি" 'ভজ' ধাতু (সেৱা অৰ্থত) ক্তিন প্ৰত্যয ঃ 'ভক্তি' শব্দই নিষ্ঠা প্ৰেম, আসক্তি, অনুৰাগ আদি বুজায। ৰত্নাকৰ' শব্দ ষ্পিন্ন কৰিলে ৰণযতি ইতি "ৰম ' ধাতু নিচ নঃ (অৰ্থাৎ উৎকৃষ্ট সম্পদ) — "জাতৌ জাতৌ যদুতকৃষ্টং তদ্ৰত্নমধিধীযতে।"— মল্লিনাথ। ৰত্নাকৰ' শব্দই সমুদ্ৰক বুজায়। ভাগৱতস্বৰূপ ক্ষীৰ সমুদ্ৰত থকা নৱবিধ ভক্তিৰ সমষ্টিক বুজাইছে। ৰত্ন আদিৰ উৎপত্তিৰ স্থান যিদৰে সমুদ্ৰ তেনেদৰে সমুদ্ৰ সদৃশ ভাগৱত মহাপুৰাণেই হৈছে ৰত্নসদৃশ ভক্তিৰ সমষ্টি।

নাৰদ সূত্ৰত মহৰ্ষি নাৰদে ভক্তিক ঈশ্বৰৰ প্ৰতি পৰম প্ৰেম বুলি কৈছে। মহৰ্ষি শাণ্ডিল্যৰ মতেও ঈশ্বৰৰ প্ৰতি সৃষ্টি হোৱা অনুৰক্তিয়েই ভক্তি। (সা ভক্তিঃ পৰাণুৰক্তিৰীশ্বৰে-শাণ্ডিল্যসূত্ৰ-১/১/২) পৰমাৰ্থিকৰূপে কৰা ভক্তিযেই ভগৱদ্ৰতি।

মহাপুৰুষ শঙ্কৰদেৱে বিভিন্ন শাস্ত্ৰৰপৰা বিশেষকৈ ভাগৱত শাস্ত্ৰৰপৰা বিষ্ণুভক্তি সম্বন্ধীয শ্লোকসমূহ সংগ্ৰহ কৰি একত্ৰিত কৰে 'ভক্তি-ৰত্নাকৰ'ত। ভক্তি-ৰত্নাকৰ মহাপুৰুষৰ জীৱনৰ শেষৰফালে সঙ্কলিত। চৰিত পুথিৰ পৰা জনা যায যে বিষ্ণুপুৰীকৃত 'ভক্তি-ৰত্নাৱলী' পুথিখন কণ্ঠভূষণে কাশীৰপৰা আনি শঙ্কৰদেৱক দিযে। মাধৱদেৱৰ হতুৱাই তাক পঢ়াই তাৰ বিষযবস্তুৰ কথা জানি শঙ্কৰদেৱ পৰম আনন্দিত হয আৰু কয যে আগতে এই গ্ৰন্থ (ভক্তি-ৰত্নাৱলী) পোৱা হ'লে তেওঁ ভক্তি-ৰত্নাকৰ প্ৰণয়ন নকৰিলেহেঁতেন। তথাপি 'ভক্তি-ৰত্নাকৰ' প্ৰণযন কৰা সত্ত্বেও জনসাধাৰণৰ মাজত 'ভক্তি-ৰত্নাৱলী'ৰ সুকীযা মূল্য অনুভৱ কৰি মাধৱদেৱৰ হতুৱাই তেওঁ তাৰ পদানুবাদ কৰোৱায। (কথা গুৰু চৰিত পৃ ১৭৫, অধ্যাপক উপেন্দ্ৰ চন্দ্ৰ লেখাৰু সম্পাদিত।) চৰিত পুথিৰ এই প্ৰমাণৰ পৰা বুজা যায ভক্তি-ৰত্নাৱলী প্ৰাপ্তিৰ আগে আগে 'ভক্তি-ৰত্নাকৰ' মহাপুৰুষ শঙ্কৰদেৱে ৰচনা কৰিছিল।

'ভক্তি-ৰত্নাকৰ'ৰ বিষযবস্তু কবিযে ৩৮ টা ভাগত বিভক্ত কৰিছে। প্ৰতিটো ভাগকে 'মাহাত্ম্য' বোলা হৈছে। যেনেঃ – (১) ভক্তিজ্ঞানপ্ৰদগুৰুঃ পূজ্যত্বম (২) নৃদেহমাহাত্ম্যম (৩) সৎসঙ্গমাহাত্ম্যম (৪) সতাং লক্ষণম (৫) পৰমগতিপ্ৰদ ভজনীয পৰমদেৱতাস্বৰূপ

নিৰূপণং মাহাত্ম্যম (৬) শ্ৰীকৃষ্ণ গুণকৰ্মনাম্না শ্ৰৱণমহাত্ম্যম (৭) শ্ৰীহৰেঃ কীৰ্তন মাহাত্ম্যম (৮) শ্ৰীহৰিস্মৰণ মাহাত্ম্যম (৯) শ্ৰীকৃষ্ণাৰ্চ্চা নিৰ্ণয়ঃ (১০) ভগৱদ্‌ভক্তিযোগ নিৰূপণম (১১) উত্তমা-ভাগৱতভক্তি নিৰূপণম (১২) ৰাগানুগাভক্তি নিৰূপণম (১৩) নিৰ্গুণাভক্তি নিৰূপণম (১৪) সপ্ৰেমা ভক্তি নিৰূপণম (১৫) জ্ঞানাদীনাং চাতুৰ্বিধ্যম (১৬) উত্তম ভক্ত লক্ষণম (১৭) মধ্যম ভক্ত লক্ষণম (১৮) প্ৰাকৃতভক্তলক্ষণম্ (১৯) আচাৰভ্ৰষ্টভক্তমাহাত্ম্যম (২০) ভক্তিপ্ৰাৰ্থনানিৰূপণম (২১) কলেঃ পৰধৰ্মনিৰূপণম (২২) জীৱপৰামাত্মা ভেদঃ (২৩) শ্ৰীহৰিভক্তিহীনপৰমাত্মজ্ঞানিনাং নিন্দা (২৪) ভক্তদ্বেষণাং গতিঃ (২৫) ভক্তানামঙ্গপ্ৰশংসা (২৬) ভক্তানাং জন্মকৰ্মাদি প্ৰশংসা (২৭) ভক্তিবৰ্জিতানাং জন্মকৰ্মাদি নিন্দা (২৮) বৃথাকথাকথন দোষঃ। (২৯) অভক্তসঙ্গ নিন্দা (৩০) প্ৰায়শ্চিত্ত গৰ্হণম্ (৩১) প্ৰবৃত্তি মাৰ্গ নিন্দনম। (৩২) স্বৰ্গাদিসুমসা হেয়ত্বম (৩৩) ভাৰতভূপ্ৰশংসা (৩৪) ভক্ত্যধিকাৰি নিৰূপণম (৩৫) বৈৰাগ্যাৰ্থং ব্ৰহ্মলোক পৰ্যন্তস্য ভোগস্থানস্যানিত্যত্বকথনম (৩৬) মায়াতৰণোপায (৩৭) শ্ৰীমদ্ভাগৱত মাহাত্ম্যম (৩৮) যমনিযমাঃ।

চাৰিটা প্ৰস্তাৱনা শ্লোকেৰে মহাপুৰুষ শঙ্কৰদেৱে ভক্তি-ৰত্নাকৰ গ্ৰন্থ আৰম্ভ কৰিছে। যাৰ নাম ধ্যান কৰি মানুহে পৰমপদ লাভ কৰে সেই মহাপুৰুষৰ পদপঙ্কজত প্ৰথম এই দুটা শ্লোকৰ মাজেদি গুৰুজনাই নমস্কাৰ জনাইছে। ভক্তি ৰত্নাকৰে এফালে যেনেকৈ মহাপুৰুষ জনাৰ বিচাৰ বিবেচনাৰ মৌলিকতা প্ৰকাশ কৰিছে আনফালে তেনেকৈ শ্ৰীমদ্ভাগৱত পুৰাণ গীতা প্ৰভৃতি শাস্ত্ৰৰ পৰা সাৰ সংগ্ৰহ কৰি ভক্ত আৰু ভক্তিৰ স্বৰূপ ব্যাখ্যাৰ মাজেৰে ভক্তিধৰ্মৰ শ্ৰেষ্ঠতা ঘোষণা কৰিছে।

'ভক্তি-ৰত্নাকৰ' গ্ৰন্থৰ মূল আধাৰ হৈছে পুৰাণসূৰ্য শ্ৰীমদ্ভাগৱত মহাপুৰাণ। গুৰুজনাই ভাগৱত মহাপুৰাণৰ মাহাত্ম্যত কৈছে— শ্ৰীমদ্ভাগৱতাভিধঃ সুৰতৰুস্তাৰাঙ্কুৰ সজ্জনিঃ স্কন্ধৈঃ দ্বাদশভিস্ততঃ প্ৰবিলসদ্ভক্ত্যালবালোদয়ঃ। দ্বাত্ৰিংশাত্ৰিশতঞ্চ যস্য বিলসত শাখাঃ সহস্ৰান্যলং পৰ্ণান্যষ্টাদশেষ্টদো সুলভো বৰ্ততি সৰ্বোপৰি

ভাগৱত ১/১/১/ শ্ৰীধৰস্বামী টীকা।

শ্ৰীমদভাগৱত নামৰ কল্পতৰু বৃক্ষজোপাৰ উত্তম বীজস্বৰূপ হ'ল সজ্জনসকল এই বৃক্ষৰ দ্বাদশটা ডাল দ্বাদশ স্কন্ধৰূপে বিস্তৃত কৰি শোভা কৰি আছে। উৎকৃষ্ট মুক্তি লাভৰ উপায়সদৃশ তিনিশ পয়ত্ৰিশ অধ্যায় সৰু সৰু ঠাল। ওঠৰহেজাৰ শ্লোকেই পত্ৰৰূপে ভূষণ সদৃশ ভাগৱত বৃক্ষ জোপাৰ ধৰ্ম অৰ্থ কাম মোক্ষ আৰু পঞ্চম পুৰুষাৰ্থ ভক্তিৰ দিগ্ দৰ্শন কৰাইছে।

'ভক্তি-ৰত্নাকৰ গ্ৰন্থৰ প্ৰথম মাহাত্ম্য হৈছে 'ভক্তিজ্ঞানপ্ৰদ গুৰুঃ পূজ্যত্বম'। এই মাহাত্ম্যত কোৱা হৈছে যে হৰি ভক্তিত গুৰুসেৱা অবিহনে আন একো নাই। প্ৰথমে

গুৰুক সেৱা কৰা মহাধৰ্ম। শ্ৰীমদ্ভাগৱত পুৰাণৰ দশম স্কন্ধৰ আশী অধ্যায়ত ভগৱান কৃষ্ণই বিপ্ৰ দামোদৰৰ আগত গুৰু শ্ৰেষ্ঠতাৰ বিষয় কৈছে যে এই সংসাৰত তিনিপ্ৰকাৰৰ গুৰু পোৱা যায়। যাৰপৰা জন্মলাভ কৰিছে সেইজন পিতৃ হৈছে আদ্যগুৰু আৰু তেওঁৱেঁই উত্তম পূজনীয়। দ্বিতীয় গুৰু হৈছে যিজন গুণৱন্ত, দ্বিজোত্তম, শুদ্ধকৰ্মশীলা পৰমবেদবিদ শাস্ত্ৰজ্ঞান দান কৰে তেওঁক দ্বিতীয় গুৰু বোলা হয়। সেইজনো অতিশয় উত্তম আৰু পূজনীয় তেওঁ জন্মদাতা পিতৃতকৈযো অতি শ্ৰেষ্ঠ। তৃতীয় গুৰু হৈছে যিজনে ভক্তিজ্ঞান দান কৰে সেই বুদ্ধিমন্ত নৰোত্তম জগতত তেওঁৰ সমান কোনো নাই। সেইজনেই হৈছে ভক্তিজ্ঞান দাতা গুৰু। যিজনে শ্ৰীকৃষ্ণক ভক্তি কৰিবলৈ উপদেশ দিয়ে সেইজনেই হৈছে ভক্তিজ্ঞান দাতা গুৰু। গৃহাশ্ৰমী, ব্ৰহ্মচাৰী, বাণপ্ৰস্থী, যতি বা সন্ন্যাস আদি সকলোৱে যি ধৰ্ম আচৰণ কৰিলেও গুৰুসেৱা হৈছে মহাধৰ্ম। সেইসকল উত্তম গুৰুক ভক্তি কৰিলে দুৰ্ঘোৰ সংসাৰৰ দুৰ্গতিৰ পৰা ৰক্ষা পৰে।

ভাগৱত মহাপুৰাণৰ একাদশ স্কন্ধৰ বিংশতি অধ্যায়ত উদ্ধৱৰ প্ৰতি ভগৱানে কৈছে যে নৰদেহা পৰম দুৰ্লভ। এই দুৰ্লভ মানৱীজন্ম লাভ কৰি ঈশ্বৰত ভক্তি ৰাখিব লাগে। বিষয়সুখত নিজকে এৰি দি ভগৱানক ভজনা নকৰিলে দুৰ্ঘোৰ নৰক-ভূঞ্জিব লাগে। জপ, তপ, যজ্ঞ, দান সকলো বৃথা হয় যদিহে ঈশ্বৰ কৃষ্ণক ভক্তি নকৰে।

বিষয়সুখ সকলো জীৱতে পায়। কিন্তু কৃষ্ণৰ চৰণ বন্দনা কৰিবলৈ নৰদেহৰ বাহিৰে আনে নোৱাৰে। সেইকথা ভক্তি ৰত্নাকৰত কৈছে।

মানৱীজন্ম লাভ কৰিও যিসকলে ঈশ্বৰক ভজনা নকৰে তেওঁ সংসাৰত অতিশয় কষ্ট ভোগ কৰিবলগা হয়। ভকতৰ সঙ্গত ভগৱানক সদায় ভক্তি কৰিব লাগে, তেতিয়া ভগৱানক পোৱা সম্ভৱ আৰু হৰিক ভক্তি কৰিলে দুৰ্গতি নাশ হৈ মুক্তিলাভ হয়।

ভক্তি-ৰত্নাকৰ গ্ৰন্থৰ তৃতীয় অধ্যায়ত সৎসঙ্গক অভিনন্দন জনাইছে। শ্ৰীমদ্ভাগৱত পুৰাণৰ প্ৰথম স্কন্ধৰ অষ্টাদশ অধ্যায়তো সৎ সঙ্গৰ মাহাত্ম্যত একে কথাকে কৈছে—

তুলয়াম লবেনাপি ন স্বৰ্গং নাপুনৰ্ভৱম্।
ভগৱত সঙ্গিসঙ্গস্য মৰ্ত্যানাং কিমুতাশিষঃ।।

ভক্তি-ৰত্নাকৰ — ৩/১, ভাগৱত, ১/১৮/১৩

শৌনক ঋষিয়ে সূতৰ আগত কৈছে — অতিকম সময়তে মহন্তসকলৰ সঙ্গৰ দ্বাৰা স্বৰ্গলাভ হৈ মোক্ষ প্ৰাপ্তি হয়। কৃষ্ণ হৈছে দেৱৰো দেৱতা জনাৰ্দন হৰি। সৎসঙ্গৰ দ্বাৰা কু-প্ৰবৃত্তি নাশ হৈ ঈশ্বৰৰ প্ৰতি ভক্তি উদ্ৰেক হয়। শ্ৰেষ্ঠ মানৱীজন্ম লাভ কৰি ভকতৰ সঙ্গ ল'লে অতিশয় শ্ৰেষ্ঠ লাভ হয়। ধৰ্ম, অৰ্থ, কাম আৰু মোক্ষ মানৱজীৱনৰ এই চাৰি পুৰুষাৰ্থৰ বিষয়ে ভক্তি-ৰত্নাকৰত কোৱা হৈছে যে সৎসঙ্গই হৈছে সকলোতকৈ ওপৰত। মোক্ষ আদি যিমান পুৰুষাৰ্থ আছে সেই সকলোবোৰতকৈ সৎসঙ্গই শ্ৰেষ্ঠ পুৰুষাৰ্থ বুলি

প্ৰতিপাদন হৈছে। যদি মহৎলোকৰ সঙ্গ ক্ষন্তেক সময়ো লোৱা হয় সেয়া স্বৰ্গপ্ৰাপ্তি বা মোক্ষপ্ৰাপ্তিৰ সমান হয়।

ভগৱান কৃষ্ণৰ যশ গুণ, মহিমা আদি এইসকলৰ লগত অতি অলপ সময়ো আলাপ কৰা হয় তেতিয়া মনৰ সকলো অজ্ঞান আঁতৰি যায়। ভগৱানৰ কীৰ্ত্তনে মনত বোধ জন্মায়, সেইকাৰণে সাধুসঙ্গৰ মহিমা অপাৰ। 'ভক্তি-ৰত্নাকৰ'ত এইদৰে কৈছে যে জলময় শিলাময়, তীৰ্থ, দেৱ য'ত সেই সকলোৰতকৈ সাধু-সঙ্গ অতিশয় শ্ৰেষ্ঠ। সাধুসকলৰ দৰ্শনতে দেহ পৱিত্ৰ হয়।

ন হ্যপ্যময়ানি তীৰ্থানি ন দেৱা মৃচ্ছিলাময়াঃ।
তে পুনন্ত্যুৰুকালেন দৰ্শনাদেৱ মাধৱং।। ভক্তি-ৰত্নাকৰ ৩/৯

যিদৰে অন্ন প্ৰাণীসমূহৰ জীৱন, সেইদৰে আৰ্তসকলৰ শৰণ স্থান হৈছে ভগৱান কৃষ্ণ। যদি পৰিহাস চলেৰেও ভগৱানৰ নাম স্মৰণ কৰে। তেওঁও শুদ্ধ হয়। আনকি কৃষ্ণৰ নাম উচ্চাৰণ কৰি চণ্ডালো শুদ্ধ হয়। সেইকাৰণে শুকজনাই কৈছে যে ভগৱান কৃষ্ণৰ নাম কীৰ্তনে জাতি, অন্ত্যজাতি সকলোকে শুদ্ধ কৰে

জানি সৰ্ব্বজ্ঞানে পৰম যতনে
তেজি আন য'ত কাম।
কৃষ্ণৰ চৰণে ধৰি দৃঢ মনে
সদা বোলা ৰাম ৰাম।। ভক্তি-ৰত্নাকৰ পদ ২৯০

যিজনে ভকতৰ সৈতে ভগৱানৰ নাম আলাপ কৰে তেওঁৱেই ভগৱানৰ শ্ৰেষ্ঠ ভকত।

ভগৱান কৃষ্ণ হৈছে ত্ৰিজগতৰ পৰম ভজনীয় দেৱতা। ভগৱানেই কেৱল সত্য আৰু মায়াময়। ভগৱানৰ অবিহনে আন সত্যবস্তু নাই, সকলো মায়াময়। অজ্ঞানীজনে ভগৱানৰ তত্ত্ব বুজি নাপাই গোটেই সংসাৰ ভ্ৰমণ কৰে। শ্ৰীমদ্ভাগৱত পুৰাণৰ অষ্টম স্কন্ধৰ ষষ্ঠ অধ্যায়ত ব্ৰহ্মাই ভগৱান কৃষ্ণক স্তুতি কৰি কৈছে –

ৰূপং তবৈতত পুৰুষৰ্ষভজ্যং শ্ৰেয়োঅৰ্থিভিৰ্বৈদিকতান্ত্ৰিকেণ।
যোগেন ঘাতঃ সহনস্ত্ৰিলোকান পশ্যাম্যমুষ্মিন নু হ বিশ্বমূৰ্ত্তৌ।।
শ্ৰীমদ্‌ভাগৱত ৮/৬/৯

ভগৱানে বিভিন্নৰূপত নিজকে প্ৰকাশ কৰে –

তুমি যে প্ৰকাশ প্ৰভু কৰা বহুৰূপে।
তুমি বিনে বস্তু নাই কহিলো স্বৰূপে।। ভক্তি-ৰত্নাকৰ – ১১৩

শুদ্ধ সত্ত্ব অৱতাৰ আছয় যতেক।
সবাৰো কাৰণ প্ৰভু তুমিসি প্ৰত্যেক।। ভক্তি-ৰত্নাকৰ – ১১৫

যিদৰে ঘট মাটিৰ বাহিৰে আন একো নহয় কাৰণ, ঘট ভাঙিলে মাটিযেই হয়, ঘটৰ মাটিযেই আছিল ঘটৰ পূৰ্বৰূপ। সেইদৰে ভগৱান কৃষ্ণও জগতৰ ঈশ্বৰ, আদি, অন্ত, মধ্য সকলো। ভগৱানৰ অবিহনে আন সত্য নাই। তেওঁৱেই পুৰাতন পুৰুষ পূৰ্ণস্বৰূপ আৰু সুখময়। ভাগৱতত সেই একেকথাকে কৈছে —

একস্ত্বমাত্মা পুৰুষঃ পুৰাণঃ সত্যঃ স্বয়ংজ্যোতিৰনন্ত আদ্যঃ।
নিত্যো অক্ষৰোঅজস্ৰ সুখো নিৰঞ্জনঃ পূৰ্ণোঅদ্বযোমুক্ত উপাধিতোঅমৃতঃ।।
ভাগৱত পুৰাণ — ১০/১৪/২৩

বৃহন্নাৰদীয় পুৰাণত কৈছে যে বিবিধ জন্তুৰ খোজ হাতীৰ খোজত নাইকিয়া হৈ পৰাৰ দৰে সেই সমস্ত চৰাচৰ জগতৰ জীৱসমূহো কৃষ্ণতে লয় পায় কেৱল কৃষ্ণময় হৈ থাকে।

নানাবিধ জন্তুৰ আছয় খোজ য'ত।
সমস্তে লুকায় যেন হস্তীৰ খোজত।। ভক্তি-ৰত্নাকৰ — ১১৭

পাণ্ডৱী গীতাতো বিদুৰে তিনি সত্য কৰি কৈছে যে যিদৰে বেদৰ ওপৰত আৰু শাস্ত্ৰ নাই তেনেদৰে কেশৱৰ অবিহনে আৰু শ্ৰেষ্ঠদেৱ নাই।

সত্যং সত্যং পুনঃ সত্যমুদধৃত্য ভুজমুচ্যতে।
নাস্তিবেদান পৰং শাস্ত্ৰং ন দেৱঃ কেশৱাত পৰঃ।।
ভক্তি-ৰত্নাকৰ — ৫/২৩
পাণ্ডৱী গীতা — ১২

সকলো দেৱতাই যাক সেৱা কৰে যিজনে ভুজঙ্গৰ শয্যাত শয়ন কৰে সেইজন কৃষ্ণৰ অবিহনে আৰু শ্ৰেষ্ঠ দেৱতা নাই। সেইজনেই হৈছে দৈৱকীৰ পুত্ৰ ভগৱান শ্ৰীকৃষ্ণ পৰম ভজনীয় দেৱ, যাৰ চৰণত শৰণ ল'লে দুৰ্ঘোৰ সংসাৰ মহা সুখেৰে পাৰ হ'ব পাৰি।

ভগৱদ্ ভক্তি সাধাৰণতে দুবিধ — সগুণা ভক্তি আৰু নিৰ্গুণা ভক্তি। 'গুণ' মানে সত্ত্ব, ৰজঃ, তমঃ এই তিনি গুণীযা প্ৰাকৃত বস্তুক আশ্ৰয় কৰি ত্ৰিগুণাধীন প্ৰাকৃত জনৰ যি ভগৱদ ভক্তি সেযে সগুণা ভক্তি। নিৰ্গুণ অৰ্থাৎ সত্ত্ব, ৰজঃ তমোগুণৰ সহযোগ, নোহোৱাকৈ, গুণাতীত ভগৱানৰ প্ৰতি অন্তঃকৰণৰ অবিচ্ছিন্নভাৱে চলি থকা যি ভক্তিৰ আকৰ্ষণ সেযে নিৰ্গুণা ভক্তি। মন, বুদ্ধি, চিত্ত, অহঙ্কাৰ, জ্ঞানেন্দ্ৰিয়, কৰ্মেন্দ্ৰিয়, পঞ্চতন্মাত্ৰ, পঞ্চভূত এই সকলোবিলাক প্ৰকৃতিৰ কাৰ্য সগুণ গতিকে প্ৰাকৃত। এই প্ৰকৃতিৰ কাৰ্যবোৰে প্ৰাণীৰ অন্তঃকৰণত প্ৰতিবিম্বিত চৈতন্যব্ৰহ্মৰূপ জীৱক নিজৰ লগত সম্বন্ধ ৰাখি বৈষয়িক সুখ ভোগায়। প্ৰকৃত বস্তুৰ লগত সম্বন্ধ হৈ থকা জীৱই প্ৰকৃতিৰ অধীন আৰু সেযে সত্ত্ব, ৰজঃ তমোগুণৰ দ্বাৰা অভিভূত গতিকে সগুণ। প্ৰকৃতিৰ লগত সম্বন্ধ ছেদ কৰিব নোৱাৰা

পৰ্যন্ত প্ৰাণীৰ অন্তঃকৰণ প্ৰাকৃত বস্তুৰ লগত আবদ্ধ থকাৰ কাৰণে যি ভগৱদমুখী হ'ব নোৱাৰে। সগুণা ভক্তি ন ভাগত বিভক্ত যেনে শ্ৰৱণ কীৰ্তন স্মৰণ পাদসেৱন অৰ্চন বন্দন দাস্য সখ্য আৰু আত্মসমৰ্পণ। পাঁচোকবিধেই ৰাজসিক তামসিক আৰু সাত্ত্বিক ৰূপত বিভক্ত।

ভাগৱত পুৰাণত কোৱা হৈছে যে দৈৱকীৰ অষ্টম গৰ্ভত ভগৱান কৃষ্ণৰ জন্ম হৈছিল। তেওঁৰ গৰ্ভকেইটাক ভক্তিৰ ৰূপক হিচাবে গ্ৰহণ কৰা হয়।

তস্যাং স জনয়াঞ্চক্ৰে আত্মজামসিতেক্ষণম্।
যৱীয়স সপ্ত সুতাং সপ্ত দ্ৰবিড়ভূ ভৃতঃ।
শ্ৰীমদ্ভাগৱত পুৰাণ ৪/২৮/৩০

ইযাৰে প্ৰথমৰ পৰা সপ্তম গৰ্ভ পৰ্যন্ত শ্ৰৱণাদিৰ দাস্য ভক্তিৰ স্বৰূপ। সপ্তম গৰ্ভৰ পিছতে অৰ্থাৎ দাস্য ভক্তিৰ পাছতে হৰি প্ৰত্যক্ষ হয় অৰ্থাৎ ভক্তৰ হৃদয়ত ভগৱানৰ স্থিতি হয়। শ্ৰীমদ্ভাগৱত পুৰাণৰ পুৰঞ্জন উপাখ্যান বৰ্ণনা প্ৰসঙ্গতো ৰূপকৰ চলেৰে বুজোৱা হৈছে যে — দাস্যান্ত সাতবিধ ভক্তিহে গুৰুৰ উপদেশৰ পৰা জন্মে।

আত্মসমৰ্পণ ভক্তিৰ ফলত জীৱৰ ৰাজগুণ আৰু তমোগুণৰ বাসনাবিলাক নোহোৱাহে পৰিলেই নিৰ্গুণ ভক্তি হয়। এই সগুণ ভক্তিসাধন আৰু নিৰ্গুণ ভক্তি সাধ্য। ফলস্বৰূপে সগুণ ভক্তিৰ দ্বাৰাই নিগুণ ভক্তি অভিব্যক্ত হয়।

সগুণ ভকতি একাশী প্ৰকাৰ।
নিৰ্গুণ ভকতি একেবিধ মাধৱৰ। ভক্তি-ৰত্নাকৰ পদ - ৫০৬

'বচনভেদাৎ সগুণভক্তেৰেকাশীতিভেদাঃ।। ভক্তি-ৰত্নাকৰ — ১৩

ভক্তি-ৰত্নাকৰত এই কথাকেই কোৱা হৈছে —

স্মৰন্তঃ স্মাৰয়ন্তশ্চ মিথোঅঘৌধহৰং হৰিম্
ভক্ত্যা সঞ্জাতয়া ভক্ত্যা বিভ্ৰত্যুৎপুলকাং তনুম্।।
ভক্তি-ৰত্নাকৰ ১৪/৪
ভাগৱত — ১১/৩/৩১

ইযাত প্ৰথম ভক্ত্যা শব্দই সাধন ভক্তি আৰু দ্বিতীয় ভক্ত্যা শব্দই সাধ্য ভক্তি বুলি উল্লেখ কৰিছে। এই কথা ভাষ্যৰ দ্বাৰা বুজোৱা হৈছে।

"ভক্ত্যা সাধনাৰূপয়া সঞ্জাতয়া প্ৰেমলক্ষণয়া ফলৰূপয়া"

হৰিভক্তিহীন অজ্ঞানীৰ কেতিয়াও সুখ নহয় আৰু ইন্দ্ৰিয়সমূহত নানা ব্যাধিয়ে পীড়া কৰে। ভাগৱত পুৰাণৰ একাদশ স্কন্ধৰ চতুৰ্দশ অধ্যায়ত কৃষ্ণই উদ্ধৱৰ আগত

ভক্তিৰ মহিমাৰ কথা বৰ্ণনা কৰিছে যে ভকতিৰ বহুতো মহিমা আছে। ঈশ্বৰৰ প্ৰতি প্ৰেম বশতঃ বাক্য গদ্ গদ হৈ আনন্দসাগৰত নিমজ্জিত হৈ পৰে। কেতিযাবা কান্দি কান্দি বা *কেতিযাবা কৌতুকবশতঃ বা কেতিযাবা বৈৰীভাৱতো ঈশ্বৰত ভক্তি কৰে তেওঁৰো* পৱিত্ৰ হয আৰু ভগৱানৰ কৃপা লাভ কৰে।

মহাপুৰুষ শঙ্কৰদেৱে 'ভক্তি-ৰত্নাকৰ' গ্ৰন্থত সগুণ নিৰ্গুণভেদে জ্ঞানক চাৰি প্ৰকাৰ বুলি কৈছে। দেহাদিক বাদ দি পঞ্চেন্দ্ৰিযক সংযম কৰিলে আত্মাৰ জ্ঞান হয সেই জ্ঞানক সাত্মিক জ্ঞান বুলি কোৱা হয। যিজনে দেহাদিক জানে বা ইন্দ্ৰিযৰ বিষয আসক্তিৰ প্ৰতি মোহিত হয তেতিযা ৰাজসিক জ্ঞান বোলা হয। যিসকলে কেৱল বাহ্যিক সুখ লাভৰ প্ৰতি আকৃষ্ট হয তেওঁলোকক তামসিক বুলি কোৱা হয।

কৈৱল্যং সাত্মিকং জ্ঞানং ৰজো বৈকল্পিকং চ যত্।
প্ৰাকৃতং তামসং জ্ঞানং মন্নিষ্ঠং নিৰ্গুণং স্মৃতম।।

ভাগৱত ১১/২৫/২৪
ভক্তি-ৰত্নাকৰ -১৫/১

কৰ্মফলত আসক্তি এৰি কৰ্ম কৰে যিটো জনে সেইজনক সাত্মিক বুলি কোৱা হয। যিজনৰ কৰ্মফলত মন অতিশয নিমজ্জিত হয় সেইজন ৰাজসিক। আনহাতে নজনাকৈ কাম কৰি যায জ্ঞানশূন্য মতিভ্ৰম তেওঁক তামসিক বুলি কোৱা হয।

সাত্মিকঃ কাৰকোঅসঙ্গী ৰাগান্ধো ৰাজসঃ স্মৃতঃ।
তামসঃ স্মৃতি বিভ্ৰষ্টো নিৰ্গুণো মদপাশ্ৰযঃ।।

ভক্তি-ৰত্নাকৰ – ১৫/৩
ভাগৱত – ১১/২৫/২৬

ভক্তি-ৰত্নাকৰত কৰ্মও তিনি প্ৰকাৰৰ বুলি কোৱা হৈছে – যিসকলে কৰ্ম কৰি সকলো ভগৱানত অৰ্পণ কৰে তাক সাত্মিক কৰ্ম বুলি কোৱা হয। যিসকলে কৰ্ম কৰি নানা সঙ্কল্প লয সেযা ৰাজসিক কৰ্ম বুলি কোৱা হয। দম্ভ, দৰ্প, হিংসা আদি য'ত বিস্তাৰভাবে থাকে তাকে তামসিক কৰ্ম বুলি কোৱা হয।

মদৰ্পণং নিষ্ফলং বা সাত্মিকং নিজকৰ্ম তৎ।
ৰাজসং ফলসঙ্কল্পং হিংসাপ্ৰাযাদি তামসম।।

ভক্তি-ৰত্নাকৰ – ১৫/৮
ভাগৱত – ১১/২৫/২২

এই দুৰ্লভ মানৱ জীৱনত মাধৱৰ গুণ শ্ৰৱণ কীৰ্তন কৰি সংসাৰৰ দুখ পাৰ হ'ব লাগে তেতিয়াহে সিদ্ধি লাভ হ'ব পাৰে।

ভক্তি-ৰত্নাকৰত গুৰুজনাই হৰিভক্তিহীনক নিন্দা কৰিছে। যদি ভগৱানৰ গুণ, যশ আদি শ্ৰৱণ নকৰে এই সংসাৰত তেওঁ অতি মহামন্দ হয়। দুঃখৰূপ কৰ্মহে তেওঁ কৰে, সেইজনক কফ বাত পিত্তইও পীড়া কৰে। ঈশ্বৰৰ যশ শ্ৰৱণ, কীৰ্তনত বিমুখ হোৱাৰ বাবে তেও সুখৰপৰা বঞ্চিত হয়। যিজনে ভগৱান নাম শ্ৰৱণ কীৰ্তন নকৰে তেওঁ পশুতুল্য। ভাগৱতৰ প্ৰথমস্কন্ধৰ পঞ্চম অধ্যায়ত এইদৰে নাৰদে ব্যাসৰ আগত কৈছে –

তদবাগবিসৰ্গো জনতাঘবিপ্লবো
যস্মিন প্ৰতিশ্লোকমবদ্ধৱত্যপি
নামান্যনন্তস্য যশোঅঙ্কিতানি যত
শৃণ্বন্তি গায়ন্তি গৃণন্তি সাধৱঃ ভাগৱত ১/৫/১১

ভগৱানৰ যশ গুণ শ্ৰৱণ কীৰ্তন কৰি ভক্তি ৰসিব লাগে। শ্ৰোতা থাকিলে শুনে বক্তা থাকিলে গায। যদি শ্ৰোতা বক্তা নাথাকে তেতিয়া নিজেই কীৰ্তন কৰিব লাগে। তেতিযাই ভক্ত ভক্তিৰসত আপ্লুত হৈ পাৰে। কাৰণ ভক্তিয়েই হৈছে পৰমানন্দ ৰস। 'অমৃতৰূপেন দ্ৰৱেণ সংযুক্তম । – অমৃতৰূপ দ্ৰৱ বা ৰসৰ দ্বাৰা সংযুক্ত। 'অমৃতাং পৰমানন্দং স এবং দ্ৰাৱো ৰসঃ অৰ্থাৎ অমৃত মানে পৰমানন্দ সেযে দ্ৰৱ অৰ্থাৎ ৰস। ভক্তি ৰসত কেবাটাও বিশিষ্ট ভাব আছে তাৰ ভিতৰত পাঁচটা ভাৱেই প্ৰধান। শান্ত দাস্য বাৎসল্য সখিত্ব আৰু মধুৰ। এই ভাবসমূহৰ মাজেদি ৰসময়ী ঈশ্বৰক ভক্তই আস্বাদন কৰে। তৈত্তিৰীযোপনিষদত কোৱা হৈছে 'ৰসো বৈ সঃ। ৰসং হোৱায়ং লব্ধাঅঅনন্দী ভবতি। (তৈত্তিৰীয়োপনিষদ ২/৭) "ভগবানেই পৰমানন্দ ৰসস্বৰূপ। সেই পৰমানন্দ ৰস পাই অৰ্থাৎ ভগৱানক অনুভৱ কৰি উক্ত ভক্ত আনন্দিত হয় আৰু ভক্তিৰসত আপ্লুত হৈ পৰে।

গুৰুজনাই এইকথা ভক্তি-ৰত্নাকৰ গ্ৰন্থৰ আৰম্ভনিতে কৈছে –

"যন্নামধেযেন ভৱাব্ধিমঞ্জসা তৰ্য্যা সমুত্তাৰ্য নৰঃ পৰং পদম্।
প্ৰাপ্নোতি পাতক্যপি তং সনাতনং সদা সদানন্দ উপাস্মহে হৃদি।।
ভক্তি-ৰত্নাকৰ – ১/১

ইয়াত উল্লেখ কৰা 'নাম শব্দৰ অৰ্থ ব্যাপক 'নাম' অৰ্থত ভক্তিমিশ্ৰিত নামকাহে বুজাইছে। সেইদৰে 'ভক্তি বুলিলেও তাৰ সকলো লক্ষণ থকা 'ভক্তি'কহে বুজিব লাগিব। 'সদা উপাস্মহে' অৰ্থাৎ "সদায় উপাসনা কৰোঁ" – এই কথাষাৰে গীতাত শ্ৰীভগৱানে অৰ্জুনক কোৱা কথাৰ লগত মিল দেখা যায। গীতাৰ অষ্টম অধ্যায়ত শ্ৰীভগৱানে অৰ্জুনক কৈছে –

অনন্য চেতাঃ সততং যো মাং স্মৰতি নিত্যশঃ।
অস্যাহং সুলভঃ পাৰ্থ নিত্যযুক্তস্য যোগিনঃ।।
(শ্ৰীমদ্ভগৱদ গীতা – ৮/১৪)

অৰ্থাৎ "হে পাৰ্থ! যিজনে অন্য চিন্তা ৰোধ কৰি চিৰদিন নিৰন্তৰে মোক স্মৰণ কৰে তেনেকুৱা নিত্যযুক্ত যোগীৰ পক্ষে মই সুখলভ্য।'

'নাম'ৰ সাত কাৰ্য আছে। নামে প্ৰথমে পাপ ধ্বংস কৰে অৰ্থাৎ নিৰ্মল চিত্তবিশিষ্ট কৰে। তৃতীযতে বিষয ভোগৰ প্ৰতি অনাসক্তি আনে, চতুৰ্থতে প্ৰেম ভক্তি লাভ কৰায পঞ্চমতে বৈষ্ণৱী জ্ঞান দিযে, ষষ্ঠত মাযাৰ নিৰ্যাণ কৰে আৰু সপ্তমতে পৰমপদ বিষ্ণুপ্ৰাপ্তি কৰায। নামৰ এই সাত কাৰ্য অজামিলৰ জীৱনত সম্পূৰ্ণভাৱে প্ৰকাশিত হৈছে। সেইকথা মহাপুৰুষ শঙ্কৰদেৱৰ ষষ্ঠ স্কন্ধ ভাগৱতৰ অজামিলৰ উপাখ্যানত আৰু ভক্তিৰত্নাকৰৰ 'শ্ৰীহৰেঃ কীৰ্ত্তন মাহাত্ম্য' খণ্ডত অজামিলৰ কাহিনীত সুন্দৰভাৱে ব্যাখ্যা কৰিছে –

"সংকীৰ্ত্তনং ভগৱতো গুণকৰ্মনাম্নাম।
বিক্ৰুশ্য পুত্ৰমঘবান যদ্জামিলোহপি
নাৰাযণেতি ম্ৰিযমান ইযায মুক্তিম।। ভক্তি-ৰত্নাকৰ – ৭/১৬
ভাগৱত – ৬/৩/২৪

ভক্তি-ৰত্নাকৰ গ্ৰন্থৰ ষষ্ঠ অধ্যাযৰ শ্ৰীকৃষ্ণ গুণকৰ্মনাম্নাং শ্ৰৱণমাহাত্ম্যৰ অন্তৰ্গত ৮নং শ্লোকত কোৱা হৈছে যে – কৃষ্ণৰ নাম কৰ্ণৰন্ধ্ৰ বা কাণৰ ভিতৰেদি প্ৰৱেশ কৰাৰ লগে লগে হৃদযত ভগৱান প্ৰৱিষ্ট হৈ ধ্যানগোচৰ হৈ শ্ৰোতা ভক্তজনৰ বিষয় দূষিত অন্তঃকৰণৰ দুৰ্বাসনাবিলাক আৰু ভক্তি প্ৰতিবন্ধক বিষয-লালসা বিলাক নাশ কৰি চিত্তক নিৰ্মল কৰি দিযে। তাৰ লগতে সঙ্গতি ৰাখি এটা উদাহৰণৰ দ্বাৰা দেখুৱাইছে যে – বৰ্ষাকালৰ নদী সৰোবৰ আদিৰ অপৰিষ্কাৰ পানী শৰৎ কালেহে নিৰ্মল কৰে। সেই পানীক অন্য প্ৰকাৰে নিৰ্মল কৰিব নোৱাৰি। ঠিক তেনেকৈ ভগৱান যেতিয়া ভক্তৰ হৃদযত প্ৰকট হয তেতিয়া ভক্তজনৰ মনৰ মল অৰ্থাৎ কাম, ক্ৰোধ, লোভ, মোহ আদি নিজেই আঁতৰ হৈ পৰিব। এই কথা ভাগৱত পুৰাণতো পোৱা যায।

প্ৰৱিষ্টঃ কৰ্ণৰন্ধ্ৰেণ স্বানাং ভাৱসৰোৰুহম্।
ধুনোতি শমলং কৃষ্ণঃ সলিলস্য যথা শৰৎ।। ভক্তি-ৰত্নাকৰ – ৬/৮
ভাগৱত পুৰাণ – ২/৮/৫

মৎস্য পুৰাণত কোৱা হৈছে যে যিসকল লোকে কলিযুগত নিজে হৰিকীৰ্তন কৰে আৰু আনকো হৰিৰ কীৰ্তন কৰায তেওঁলোকেই প্ৰকৃততে পূজ্য ধন্য আৰু সুহৃদজন।

তেহপি পূজ্যাস্তেহপি ধন্যাস্তে এৱ সুহৃদাঃ জনাঃ।

স্মৰন্তঃ স্মৰযন্তো যে হৰিণাম্ম কলিযুগে ।।মৎস্যপুৰাণ -- ২১/২১

ভাগৱত পুৰাণ আৰু ভক্তি ৰত্নাকৰত কোৱা হৈছে

কৃতাদিষু প্ৰজা ৰাজন কলৌ ইচ্ছন্তি সম্ভৱং ।
কলৌ খলু ভৱিষ্যন্তি নাৰায়ণপৰায়ণা ।।

ভাগৱত পুৰাণ - ১১/৫/৩৮
ভক্তি ৰত্নাকৰ ২১/৭

অৰ্থাৎ—সত্যযুগৰ লোকেও কলিত জন্মলাভ কৰিবলৈ কামনা নকৰে। এইকাৰণেই যে কলিযুগত কৃষ্ণৰ গুণ যশ কীৰ্ত্তন কৰি ভক্তিৰ দ্বাৰা ভগৱানৰ পাৰ পাৰি। কলিত হৰিৰ নাম ল'লে সকলো পাপ নাইকিয়া হয় আৰু অনায়াসে মায়াৰ সংসাৰ পাৰ হৈ ভগৱানৰ কৃপা লাভ কৰিবলৈ সমৰ্থ হয়

শ্ৰীমদ্ভগৱদ গীতাৰ জ্ঞান-যোগত ভগৱান কৃষ্ণই কৈছে পাপকৰ্মপৰায়ণ বিবেকশূন্য নৰাধমসকলে মায়াৰ দ্বাৰা হৃতজ্ঞান হৈ অসুৰভাব পোৱাৰ কাৰণে মোক ভজনা নকৰে। আসুৰিক স্বভাৱ দম্ভ দৰ্প অভিমান আদি।

ন মাং দুষ্কৃতিনো মূঢ়াঃ প্ৰপদ্যন্তে নৰাধমাঃ।
মায়য়াপহৃতজ্ঞানা আসুৰং ভাৱমাশ্ৰিতাঃ।

শ্ৰীমদভগৱত গীতা – ৭/১৫

সংসাৰত জন্ম ল'লেই মানুহে ধৰ্ম অৰ্থ কাম আৰু মোক্ষ এই চাৰি পুৰুষাৰ্থ সাধন কৰাত আহোপুৰুষাৰ্থ কৰি থাকে। যদিও মানুহে চাৰিপুৰুষাৰ্থ সাধনত জীৱন পাত কৰে কোটিজনৰ ভিতৰত কাচিৎ এজনহে এই পুৰুষাৰ্থসমূহ লাভ কৰা দেখা যায। কলিযুগত চাৰি পুৰুষাৰ্থ লাভ কৰিবলৈ হৰিনামেই শ্ৰেষ্ঠ উপায় বুলি কৈছে

ন হি এতঃ পৰমো লাভঃ দেহিনাং ভ্ৰাম্যতামিহ।
যতো বিন্দেত পৰমাং শান্তিং নশ্যতি সংসৃতিঃ।।

ভক্তি-ৰত্নাকৰ -- ২১/৬

যত হৰিকীৰ্তনৰ দ্বাৰাই সকলো পুৰুষাৰ্থ মহাসুখে লাভ কৰিব পাৰে, দেহধাৰী সকলৰ বাবে তাতকৈ পৰম লাভ একো হ'ব নোৱাৰে

মুঠতে হৰিভক্তিবিহীন জীৱন বৃথা আৰু হৰিভক্তিয়েই মোক্ষৰ উপায়। কাৰণ, কৃষ্ণৰ চৰণত শৰণ লৈ দানৱ নৃপতি খটাঙ্গই দুই দণ্ড সময় থাকোতেও পৰমগতি পাইছিল।

বৃহন্নাৰদীয় পুৰাণত মহাভক্ত নাৰদক কৃষ্ণই কৈছে যতেই ভকতে তেওঁৰ গুণ নাম কীৰ্তন কৰে ততেই অপ্ৰকটভাৱে তেওঁ ভকতৰ মুখ নিৰীক্ষণ কৰি নিজগুণে নাম যশ কীৰ্তন শুনি পৰমানন্দ কৰি থাকে।

নাহং তিষ্টামি বৈকুণ্ঠে যোগিনাং হৃদযে ন চ।
মদভক্তা যত্র গাযন্তি তত্র তিষ্ঠামি নাৰদ।। বৃহন্নাৰদীয় পুৰাণ - ১১/৪
নাৰদীয় সংহিতা — ১/৭

এক কথাকে গুৰুজনাই কৈছে --

মোতে নিষ্ঠ হুযা মোক ভক্তি মাত্র কৰে।

তেৱে অনাযাসে মোক্ষ পাৱে সিটো নৰে।। ভক্তি-ৰত্নাকৰ পদ-৫০৯

এনেদৰে বিশ্লেষণ কৰিলে দেখা যায যে সমগ্র ভক্তি ৰত্নাকৰ গ্ৰন্থত মুঠ ৫৬৮ টা শ্লোক পোবা যায। শ্রীমদ্‌ভাগবত পুৰাণ, শ্রীমদভগবত গীতা, কূৰ্মপুৰাণ, নৰসিংহপুৰাণ বৃহন্নাৰদীয পুৰাণ, পদ্মপুৰাণ বিষ্ণুপুৰাণ, ব্ৰহ্মাণ্ডপুৰাণ, মৎস পুৰাণ, বিষ্ণুধৰ্মোত্তৰ পুৰাণ, বৈষ্ণৱানন্দলহৰী, পাণ্ডৱী গীতা, নৃসিংহ পুৰাণ, গৰুড় পুৰাণ আদি গ্ৰন্থৰপৰা শ্লোকসমূহ সংগ্ৰহ কৰা হৈছে। গ্ৰন্থখনিৰ অন্তৰ্গত ৫৬৮ টা শ্লোকৰ ভিতৰতে ৪৪৯ টা শ্লোকেই ভাগবত পুৰাণৰ শ্লোক। আনকি ১ ৬ ১১, ১২, ১৩, ১৪, ১৫, ১৭, ২৯, ৩০, ৩১, ৩৩ আৰু ৩৭ম মাহাত্ম্যৰ অন্তৰ্ভুক্ত শ্লোকসমূহ ভাগৱতৰপৰা সংগ্ৰহ কৰা। বিশেষভাৱে উল্লেখযোগ্য যে ভাগৱতৰ প্ৰতিটো শ্লোকৰ লগতে শ্ৰীধৰ স্বামীৰ টীকা সংযোগ কৰি শ্লোকবোৰৰ কথা প্ৰসঙ্গ আৰু অৰ্থ সুস্পষ্ট কৰা হৈছে। শ্ৰীৰামচৰণ ঠাকুৰে ভক্তি-ৰত্নাকৰ গ্ৰন্থ পদানুবাদ কৰিছে। অৱশ্যে ৰামচৰণ ঠাকুৰৰ অনুবাদ টীকা অনুযাযী বহলভাবে হোৱা নাই আৰু বহুতো লোকৰ অনুবাদো অন্তৰ্ভুক্ত হোৱা নাই।

মহাপুৰুষ শঙ্কৰদেৱৰ ভাগৱত পুৰাণৰ উপৰিও আন শাস্ত্ৰৰপৰা যিবোৰ শ্লোক সংগ্ৰহ কৰিছে সেই শ্লোকৰ টীকা নোহোৱাকৈ উদ্ধৃত কৰিছে। ভাগৱতৰ শ্লোকৰ সংখ্যা আধিক্য হোৱালৈ লক্ষ্য কৰি ভাগৱত পুৰাণৰ প্ৰাধান্য স্পষ্ট কৰি তোলে। গুৰুসেৱা মাহাত্ম্যকে ধৰি দশবিধা ভক্তি পৰ্যন্ত ৩৮ টা বিষয ভক্তি-ৰত্নাকৰত প্ৰতিপাদিত হৈছে। ইযাত ভক্তি আৰু ভক্তৰ শ্ৰেণীবিভাগ কৰি কেবাটাও মাহাত্ম্যৰ যোগেদি দেখুৱা হৈছে। যেনে -- উত্তমাভক্তি, অন্তৰঙ্গা ভক্তি নিৰ্গুণ ভক্তি, সপ্ৰেম ভক্তি, উত্তম ভক্ত আৰু প্ৰকৃত ভক্তৰ লক্ষণ ইত্যাদি। ভক্তিৰ ক্ষেত্ৰত সৎসঙ্গৰ যি প্ৰযোজন সেই কথা ভক্তি-ৰত্নাকৰত কোৱা হৈছে।

ভবাপবৰ্গো ভ্ৰমতো যদাভৱেত জনস্য অৰ্হ্যচ্যুত সত্‌সমাগমঃ।
সৎসঙ্গমো যৰ্হি তদৈব সদ্‌গতৌ পৰাবৰেশে ত্বযি জাযতে মতিঃ।।
ভক্তি-ৰত্নাকৰ — ৩/৮

এই সংসাৰত জন্মগ্ৰহণ কৰি যদি সৎসঙ্গ নলয তেতিযাহ'লে তেওঁৰ জীৱন বৃথা। ভগৱানৰ প্ৰতি ভক্তিভাৱ আনিবলৈ সৎসঙ্গৰ অতিশয় প্ৰয়োজন এই কথা গুৰুজনাই

১৮ টা শ্লোকত বৰ্ণনা কৰিছে। শ্ৰৱণাদি আত্মনিবেদন পৰ্যন্ত নৱবিধ ভক্তিৰ স্বৰূপৰ শ্ৰৱণ কীৰ্তন, স্মৰণ আৰু অৰ্চন এই চাৰিবিধ ভক্তিৰ স্বৰূপহে সৰহটা মাহাত্ম্যৰ যোগেদি ব্যাখ্যা কৰি দেখুৱাইছে। শৰণ মাহাত্ম্য গুৰুজনাই ভক্তি-ৰত্নাকৰত সন্নিবিষ্ট কৰা নাই। বোধকৰো ভক্তি-ৰত্নাৱলী আৰু ভক্তিবিবেক থকা হেতুকে গুৰুজনাই প্ৰয়োজনবোধ নকৰিলে। বিভিন্ন শাস্ত্ৰ সমূহৰপৰা ভিন ভিন গুণৰ মণিমুকুতা সদৃশ শ্লোকসমূহ বুটলি গুণ অনুসৰি পৰ্যায়ভুক্ত কৰিছে আৰু সেইবোৰ শৃঙ্খলিত ৰূপত সজাই দেখুৱাইছে। ভাগৱত পুৰাণৰ তাৎপৰ্য ব্যাখ্যাৰ ক্ষেত্ৰত মহাপুৰুষে এৰ শ্ৰুভাৱে শ্ৰীধৰ স্বামীৰ ভাগৱত ভাৱাৰ্থ দীপিকাখন অনুসৰণ কৰিছিল ভাগৱত পুৰাণ হ'ল সমস্ত বেদান্তৰ সাৰ। মূলত আছে —

সৰ্ববেদান্তসাৰংহি ভাগৱতমিষ্যতে।
তদ্ৰসামৃততৃপ্তসা নান্যত্ৰ স্যাদ্ ৰতি ক্বচিত।।
ভাগৱত পুৰাণ ১২/১৩/১৫

ইযাকে মহাপুৰুষ মাধৱদেৱেও নাম-ঘোষাৰ ৪০৩ আৰু ৬০৩ নং ঘোষাত দেখুৱাইছে।

সকল নিগম কল্পতৰু তাৰ
মহাফল ভাগৱত।
সেহি ফল ৰস হৰিগুণ যশ
পিয়োক সাধুসঙ্গত।। নাম ঘোষা ৪০৩

অৰ্থাৎ বেদসমূহ কল্পবৃক্ষ সদৃশ। শুকমুনিৰ দ্বাৰা কোৱা মহাভাগৱত ৰসময়। এই ৰসময় ভাগৱত শাস্ত্ৰ সাধুসঙ্গত শ্ৰৱণ কৰিব লাগে।

ভগৱান কৃষ্ণৰ ৰূপ গুণ লীলাসমূহ ভাগৱত পুৰাণত বিস্তৃতভাৱে বৰ্ণনা কৰা হৈছে। হৰিনাম, শ্ৰৱণ কীৰ্তন আৰু স্মৰণ আদিৰ লগতে ভক্তি আৰু ভক্তৰ প্ৰকাৰসমূহ ভাগৱতত তাৎপৰ্যপূৰ্ণভাৱে উল্লেখ কৰিছে। গুৰুজনাইও ভাগৱতৰ আদৰ্শকে গ্ৰহণ কৰি সংস্কৃত ভাষাত গ্ৰন্থখনি ৰচনা কৰিছে। অতিশয় উচ্চস্তৰৰ গ্ৰন্থখনি গুৰুজনাৰ পাণ্ডিত্য প্ৰদৰ্শনৰ লগতে ধৰ্ম প্ৰচাৰৰ উপযুক্ত মাধ্যম। এই নিবন্ধটিত অতি সীমিত শ্লোকহে ব্যাখ্যা কৰি দেখুৱা হৈছে। ভক্তি-ৰত্নাকৰত গুৰুজনাই ভক্ত আৰু ভক্তিৰ স্বৰূপ ব্যাখ্যাৰ মাজেৰে ভক্তিধৰ্মৰ শ্ৰেষ্ঠতা ঘোষণা কৰিছে এই পুথিৰ জৰিয়তে মহাপুৰুষজনাৰ মননশীলতাৰ সম্যক পৰিচয় পোৱা যায়। ❑

# শ্ৰীমন্ত শঙ্কৰদেৱৰ ৰচনাত উপনিষদৰ প্ৰভাৱ

ভাৰতীয জীৱনত উপনিষদৰ প্ৰভাৱ প্ৰায সকলো ক্ষেত্ৰতে বিস্তৃত। সভ্যতাৰ আৰম্ভণিতে ভাৰতে মানৱজাতিক আধ্যাত্মিক চিন্তাৰ অৰিহনা যোগাই আহিছে। বিভিন্ন জাতি-গোষ্ঠীৰ ধৰ্ম-সংস্কৃতিক সামৰি লৈ এখন অখণ্ড সমাজ গঢ দি অহাৰ বাহিৰেও সমগ্ৰ মানৱ জাতিক শান্তি-সম্প্ৰীতিপূৰ্ণ এক শাশ্বত নিৰঙ্কুশ সভ্যতা গঢাৰ পথ দেখুৱাই আহিছে। ভাৰতে এনে সাৰ্বভৌম আদৰ্শ দাঙি ধৰিব পৰাৰ মূল উৎস উপনিষদ বুলি ক'লেও অত্যুক্তি কৰা নহ'ব। জন্মৰপৰা মৃত্যুলৈকে যিমান কৰ্ম আদি কৰা হয আৰু যি কৰ্মৰ দ্বাৰা জীৱন পৰিচালিত হয তাৰ মূলতে আছে উপনিষদ। যি বিদ্যা বা জ্ঞানে অজ্ঞতা নাশ কৰি জীৱক ব্ৰহ্মপ্ৰাপ্তিৰ বাবে বাট দেখুৱাই দিযে, পৰমব্ৰহ্ম সাধনৰূপ সেই ব্ৰহ্মবিদ্যাৰ নামেই উপনিষদ। 'উপনিষদ' শব্দটো নিষ্পন্ন কৰিলে উপ-নি + সদ্ + ক্বিপ্ = উপনিষদ। কঠোপনিষদৰ ভাষ্য-ভূমিকাত উপনিষদ শব্দটোৰ এনেধৰণে ব্যাখ্যা দিছে — 'সদ্' ধাতুৰ অৰ্থ জীৰ্ণ কৰা বিনাশ কৰা বা গমন 'নি' মানে নিশ্চিতৰূপে, নিঃশেষে। যি বিদ্যাই মানুহৰ জন্ম-মৃত্যুৰ কাৰণ অজ্ঞান বা অবিদ্যাক নিঃশেষে জীৰ্ণ কৰে বা বিনষ্ট কৰে সেই বিদ্যাৰ নাম উপনিষদ। 'উপ শব্দৰ অৰ্থ কাষত। অবিদ্যা বা অজ্ঞান নাশ কৰি যি বিদ্যাই বা পৰমজ্ঞানে জীৱক পৰমব্ৰহ্মৰ কাষলৈ লৈ যায, পৰম ব্ৰহ্মপ্ৰাপ্তি সাধনৰূপ সেই পৰাবিদ্যা বা ব্ৰহ্মবিদ্যাকে উপনিষদ বোলে। বেদজ্ঞ গুৰুৰ কাষত বহি বেদক আশ্ৰয কৰি যি বিদ্যা বা জ্ঞান লাভ কৰা হয তাকেই উপনিষদ বোলে। বেদৰ চৰম (উৎকৃষ্ট) জ্ঞান, মম বা ৰহস্য উপনিষদত ৰূপাযিত হৈছে। সেইকাৰণে উপনিষদৰ আন এটা নাম ৰহস্য। অৰ্থাৎ বেদৰ জ্ঞানকাণ্ডৰ পাছত উপনিষদ অন্তৰ্গত হোৱা বাবে উপনিষদক 'বেদান্ত' বুলিও কোৱা হয। অতি গভীৰ' আৰু 'দুৰ্গম' বুলি এই উপনিষদ বা ব্ৰহ্মবিদ্যাক সাধাৰণ বিদ্যাৰ নিচিনা নিৰ্বিচাৰে য'তে ত'তে সকলোৰে ওচৰত প্ৰকাশ কৰা নহ'ল বুলিযেই ই হ'ল 'ৰহস্য'। 'ৰহসি' অৰ্থাৎ 'নিভৃতে' সংগোপনে যি বিদ্যা দান কৰা হয সেযে ৰহস্য। ব্ৰহ্মবিদ্যা আত্মতত্ত্ব সৃষ্টি ৰহস্য, পৰলোক তত্ত্ব, কাৰ্য-কৰণবাদ জীৱ ব্ৰহ্মৰ ঐক্য প্ৰভৃতি যিবিলাক গভীৰ তত্ত্বৰ আলোচনা উপনিষদত পোৱা যায়, তেনে আলোচনা আন ক'তো পোৱা নাযায।

হিন্দু ধৰ্মৰ মূল উৎস বেদ। উপনিষদ' বেদৰ বিশুদ্ধ অংশ। বেদক অপৌৰুষেয বুলি কোৱা হয। বেদক চাৰিটা ভাগত ভগোৱা হয — সংহিতা, ব্ৰাহ্মণ, আৰণ্যক-উপনিষদ। বেদৰ ব্ৰাহ্মণভাগত যাগ-যজ্ঞ পুৰোহিতসকলৰ লক্ষণ আৰু কৰ্তব্য যজ্ঞ প্ৰণালী, উদ্দেশ্য

ফলশ্ৰুতি আৰু দাৰ্শনিক ব্যাখ্যা আছে। আৰণ্যকত আধ্যাত্মবিদ্যা আত্মতত্ত্ব, ব্ৰহ্মতত্ত্ব, সৃষ্টি ৰহস্য প্ৰভৃতি জ্ঞানকাণ্ড আৰণ্যক আৰু উপনিষদৰ প্ৰতিপাদ্য। প্ৰাচীনকালত তত্ত্বদ্ৰষ্টা ঋষিসকলে লোকালয়ৰ পৰা দূৰত থাকি নিৰ্জন অৰণ্যত বাস কৰিছিল আৰু সেই অৰণ্যতেই সংগোপনে ব্ৰহ্মজিজ্ঞাসু শিষ্যক এই অধ্যাত্মবিদ্যা দান কৰিছিল। সেইকাৰণেই এই বিদ্যা যি গ্ৰন্থত লিপিবদ্ধ হৈছে তাক আৰণ্যক বুলি কোৱা হয়। অৰণ্য অৰ্থাৎ ব্ৰহ্ম সম্বন্ধীয় জ্ঞান যি শাস্ত্ৰত আছে সেয়েই আৰণ্যক।

উপনিষদত যি তত্ত্বজ্ঞান বৰ্ণিত ও ব্যাখ্যা হৈছে সি হিন্দু ধৰ্মৰ শ্ৰেষ্ঠ অংশ বুলি গৃহীত হ'ল। পৰৱৰ্তীকালত ভাৰতত যিবোৰ ধৰ্মই প্ৰতিষ্ঠালাভ কৰিলে সেইসমূহে উপনিষদৰ ওপৰত ভিত্তি কৰিয়েই আগবাঢ়িল। বৌদ্ধ জৈন আৰু কোনো কোনো বৈষ্ণৱ ধৰ্ম সম্প্ৰদায়সমূহে বেদৰ যাগ-যজ্ঞ কৰ্মবোৰৰ পৰিবৰ্তে উপনিষদৰ দ্বাৰাই প্ৰভাৱিত হ'ল। মহাভাৰতৰ দিনত ভগৱান শ্ৰীকৃষ্ণই সমস্ত উপনিষদৰ সাৰ কাঢ়ি আনি অৰ্জুনক ব্ৰহ্মজ্ঞান দিয়ে —

সৰ্বোপনিষদো গাবো দোগ্ধা গোপাল নন্দনঃ।
পাৰ্থো বৎসঃ সুধীৰ্ভোক্তা দুগ্ধং গীতামৃতং মহৎ।।
গীতা ধ্যানম — ৫

উপনিষদসমূহ খীৰতী গাই সদৃশ। দোহন কৰোঁতা কৃষ্ণ। গাইৰ পোৱালি যেনিবা অৰ্জুন আৰু গীতাৰ অমৃতময় উপদেশস্বৰূপ যি দুগ্ধ জ্ঞানীসকলে পান কৰে। উপনিষদসমূহৰ ক্ৰমিক ৰচনাকাল আৰু প্ৰাচীনত্বৰ সম্বন্ধে নিশ্চিতভাৱে কোৱা টান। বৈদিক যুগৰ শেষৰফালে বেদক আশ্ৰয় কৰি উপনিষদসমূহ ধীৰে ধীৰে গঢ় লৈ উঠিছিল। বেদৰ সংহিতা অংশত ইয়াৰ জন্ম আৰু আৰণ্যক অংশত পৰিবৰ্ধন হৈছিল। বৈদিক যাগ-যজ্ঞক কেন্দ্ৰ কৰি গঢ় লৈ উঠা অনুষ্ঠানসমূহ কৰ্মকাণ্ডৰ ভিতৰত অভিহিত কৰা হৈছিল আৰু উপনিষদসমূহ ইয়াৰপৰা নিলগত থাকি জ্ঞানকাণ্ড হিচাবে অভিহিত হৈছিল। কৰ্মকাণ্ড বৈদিক দেৱ-দেৱীৰ স্তুতি নিবেদনেৰে পূৰ্ণ আৰু জ্ঞান-কাণ্ড বিশ্বৰহস্যক ভেদ কৰাৰ আকূতিৰ তীব্ৰজ্ঞান তৃষ্ণাৰে সমৃদ্ধ। এই পৰম তৃষ্ণাই আৰণ্যকৰ যুগত প্ৰাধান্য লভিছিল আৰু বিশুদ্ধ দাৰ্শনিক জ্ঞানৰ অন্বেষণত মনীষীসকলে আত্মনিয়োগ কৰিছিল, ইয়াৰ ফলস্বৰূপে উপনিষদসমূহৰ সৃষ্টি হৈছিল। কালক্ৰমত পদ্য আৰু গদ্য দুয়োটা মাধ্যমেৰে ইয়াৰ ৰূপ প্ৰকাশ হয়। গুৰুৰ ওচৰত বহি দাৰ্শনিক বিদ্যা আয়ত্ত কৰা হৈছিল বাবে তাৰ নাম উপনিষদ।

উপনিষদৰ মূল ভাৱ হ'ল — *ব্ৰহ্মসত্য জগৎ মিথ্যা।* '*তত্ত্বমসি*' অৰ্থাৎ '*তুমিয়েই সেই*'। উপনিষদক আত্মবিদ্যা 'মোক্ষবিদ্যা আৰু ব্ৰহ্মবিদ্যা' বুলিও কোৱা হয়। বেদান্ত দৰ্শনৰ তিনিটা স্তৰ উপনিষদ গীতা আৰু ব্ৰহ্মসূত্ৰ। উপনিষদ হৈছে শ্ৰৱণাত্মক, গীতা

নিদিধ্যাসনাত্মক আৰু ব্ৰহ্মসূত্ৰ মননাত্মক।

উপনিষদৰ জ্ঞান যুক্তিৰ দ্বাৰা পোৱা সম্ভৱ নহয়। ই হ'ল পৰব্ৰহ্মবিদ্যা, যি জ্ঞানৰ উৎসই আমাক ইন্দ্ৰিয়গ্ৰাহ্য বস্তুৰ জ্ঞান দিব পাৰে, সেই উৎসই আমাক অন্তৰ জগতৰ জ্ঞান দিব নোৱাৰে। উপনিষদে যি জগতৰ জ্ঞান দিয়ে সেই জগত হ'ল অতীন্দ্ৰিয়। গতিকে, উপনিষদৰ বিষয় যুক্তিৰ বাহিৰত। উপনিষদৰ মূল লক্ষ্যই হ'ল সত্য। কিন্তু এই সত্যক জানিবলৈ নিজৰ অনুভূতিৰ মূল্য বেছি। উপনিষদে কোনো দৰ্শন প্ৰচাৰ কৰা নাই বা কোনো অধ্যাত্ম তত্ত্বও উলিওৱা নাই। সত্য সন্ধানী উপনিষদে কেৱল সত্যৰ প্ৰতিযেই ইঙ্গিত দিছে। সত্যৰ সন্ধান কৰিব লাগিলে কাৰো ওপৰত বিশ্বাস নকৰি কেৱল নিজৰ অন্তৰৰ পোহৰত সত্যসন্ধান কৰিব লাগে। গতিকে, উপনিষদ হ'ল সংস্কাৰমুক্ত নিৰ্ভীক সত্যৰ সাধনা।

বৃহদাৰণ্যক উপনিষদত কোৱা হৈছে যিজনে পৰমব্ৰহ্মক জানিব বিচাৰে তেওঁ বিদ্যাৰ অহঙ্কাৰ বিসৰ্জন দি শিশুৰ দৰে নিষ্পাপ হ'ব লাগিব। কঠোপনিষদে কৈছে যে -- শিক্ষাৰ দ্বাৰা, প্ৰতিভাৰ দ্বাৰা নাইবা কিতাপৰ বিদ্যাৰ দ্বাৰাও পৰমব্ৰহ্মক জানিব নোৱাৰি। তেওঁক জানিবলৈ লাগিব কঠোৰ সাধনা। এই কঠোৰ সাধনাৰ দ্বাৰাই সাধকসকলে তেওঁলোকৰ অন্তৰৰ পোহৰত পৰমব্ৰহ্মক লাভ কৰিবলৈ সমৰ্থ হয় আৰু তেওঁক লাভ কৰাৰ পিছত মানুহৰ অন্তৰত কোনো দুঃখ-বেদনা নাথাকে। সেইসময়ত ব্যক্তিসুখ পৰমসত্যৰ পোহৰত উদ্ভাসিত হৈ উঠে।

মুণ্ডক, কঠ, তৈত্তিৰীয়, ছান্দোগ্য, বৃহদাৰণ্যক আদি উপনিষদসমূহৰ মতে ঈশ্বৰেই জগতৰ সকলো। তুচ্ছ এটি ধূলি-কণাৰপৰা আৰম্ভ কৰি সকলো বস্তুতেই ঈশ্বৰ বিৰাজমান। এই সকলোবোৰ বস্তুৱেই এটা সত্যৰ ওপৰত প্ৰতিষ্ঠিত আৰু সেই সত্যই হ'ল পৰমাত্মন। গতিকে, উপনিষদে কৈছে যে সকলো বস্তুৰ মূলতে হ'ল 'পৰমব্ৰহ্ম'। কঠোপনিষদে কৈছে যে— যাৰ সত্যবোধ নাই, যিজন অপৱিত্ৰ সেইজন কেতিয়াও পৰমব্ৰহ্মৰ ওচৰলৈ যাব নোৱাৰে। কিন্তু যিজনৰ শক্তিবোধ আছে আৰু যিজন পৱিত্ৰ, তেওঁহে পৰমাত্মাক পাব পাৰে আৰু সেইজনৰ পুনৰ জন্ম নাই।

উপনিষদে সত্য লাভৰ বাবে যিবোৰ নৈতিক দাযিত্ব পালনৰ উপদেশ দিছে অৰ্থাৎ সংযম, উদাৰতা, দয়া, ধ্যান, যথাৰ্থ কৰ্ম, অহিংসা, সত্যবাদিতা এইবোৰ গভীৰভাৱে চিন্তা কৰি মানি চলিলে এক পৰম পবিত্ৰ জীৱন-যাপন কৰিবলৈ গৃহত্যাগী সন্ন্যাসী হৈ যোৱাৰ কোনো অৰ্থ নাই। উপনিষদত সংসাৰ ধৰ্মক ঘৃণা কৰি দেখুওৱা নাই। তৈত্তিৰীয় উপনিষদত কৈছে যে -- বিবাহ হ'ল ধৰ্মীয় ঘটনা। ই এক প্ৰকাৰ ঈশ্বৰ সাধনা।

ভগৱানৰ প্ৰভুত্ব অমান্য কৰি প্ৰকৃতিৰ নিয়মসমূহ উলঙ্ঘা কৰাটোৱেই হ'ল পাপৰ মূল। প্ৰকৃতিৰ নিয়মসমূহ অথবা ভগৱানৰ বিধান উলঙ্ঘা কৰিলে বিনাশকাল চমু চাপে।

সেইকথা ঈশোপনিষদত এনেদৰে কোৱা হৈছে

বিদ্যাং চাবিদ্যাং চ যস্তদ্‌ বেদোভয়ং সহ।
অবিদ্যয়া মৃত্যুং তীৰ্ত্বা বিদ্যয়ামৃতমশ্নুতে।। ঈশোপনিষদ – ১১

অৰ্থাৎ ' যিজনে তত্ত্বজ্ঞানৰ দ্বাৰা অবিদ্যাৰূপ অজ্ঞানতা নাশ কৰি পৰম ব্ৰহ্মক উপলব্ধি কৰিব পাৰে তেওঁ বাৰে বাৰে জন্ম মৃত্যুৰ অতিক্ৰম কৰি জ্ঞানৰ দ্বাৰা পূৰ্ণ অমৃত আস্বাদন কৰিব পাৰে। '

ইয়াৰ তাৎপৰ্য এয়ে যে প্ৰকৃতজগত সৃষ্টি হোৱাৰেপৰা প্ৰাণীমাত্ৰেই শাশ্বত জীৱন প্ৰাপ্তিৰ বাবে প্ৰযত্ন কৰি আহিছে কিন্তু প্ৰকৃতিৰ নিয়ম ইমানেই ধ্ৰুব যে কোনেও মৃত্যুৰ কৰাল গ্ৰাসৰপৰা হাত সাৰিব নোৱাৰে। এই কথা সঁচা যে মৃত্যু কোনেও কামনা নকৰে নাইবা কোনেও বৃদ্ধ বা ৰুগ্ন হ'বলে নিবিচাৰে কিন্তু প্ৰকৃতিৰ নিয়মে কাকো জৰা ব্যাধি আৰু মৃত্যুৰপৰা অব্যাহতি নিদিয়ে। পাৰ্থিৱ জ্ঞানৰ প্ৰগতিয়ে এই সমস্যাসমূহৰ সমাধান কৰিবও নোৱাৰে। উদাহৰণস্বৰূপে ক'ব পাৰি যে পাৰ্থিৱ ক্ষেত্ৰত অতি অগ্ৰণী অসুৰৰাজ হিৰণ্যকশিপুৰৰ কাযকলাপ আমি পুৰাণসমূহৰ পৰা জানিব পাৰোঁ। তেওঁ স্বীয় লৌকিক সম্পত্তি আৰু অবিদ্যাৰ বলত মৃত্যুৰ জয় কৰিবৰ ইচ্ছাৰে তেও এক প্ৰকাৰৰ এনে কঠোৰ তপস্যা কৰিছিল যে, তেওঁৰ যোগ শক্তিত সমগ্ৰ জগতে কঁপি উঠিছিল সকলো গ্ৰহৰ বাসিন্দাসকল আতঙ্কিত হৈ উঠিছিল। আনকি ব্ৰহ্মাণ্ডৰ স্ৰষ্টা ব্ৰহ্মাকো তেওৰ ওচৰলৈ নামি আহিবলৈ বাধ্য কৰিছিল। ব্ৰহ্মাক তেও অমৰত্ব প্ৰাৰ্থনা কৰে। ব্ৰহ্মাই উত্তৰ দিলে যে তেও সেই বৰদান কৰিব নোৱাৰে। কিয়নো সকলো প্ৰাকৃত জগতৰ স্ৰষ্টা আৰু শাসক হৈয়ো তেৰেঁই অমৰ নহয়। ভগৱদগীতাত ৮/১৭ নং শ্লোকত এই কথা কোৱা হৈছে যে ব্ৰহ্মা যুগ যুগ ধৰি জীয়াই থাকে কিন্তু এইটো নবুজায় যে তেওঁ অমৰ।

'হিৰণ্য মানে সোণ আৰু 'কশিপু মানে কোমলশয্যা। এও 'কামিনী আৰু কাঞ্চন' এই দুটা বস্তুৰ প্ৰতি আসক্তি আছিল আৰু অমৰ হৈ এইবিলাক উপভোগ কৰিব বিচাৰিছিল। অমৰত্বৰ বৰ দিব নোৱাৰে বুলি ব্ৰহ্মাই তেওঁক কোৱাৰ পাছত হিৰণ্যকশিপুৱে ব্ৰহ্মাক অনুৰোধ কৰিলে যে তেওক এনে বৰ দিয়া হয় যাতে মনুষ্য, পশু, দেৱতা আদি ৮৪ ০০,০০০ যোনিৰ কোনো প্ৰাণীয়েই তেওঁক মাৰিব নোৱাৰে। তেও আৰু এই বৰ প্ৰাৰ্থনা কৰিলে যে জল স্থল আৰু আকাশ ক'তো যেন তেওঁৰ মৃত্যু নহয় আৰু কোনো অস্ত্ৰৰ দ্বাৰা যেন তেওৰ মৃত্যু নঘটে। মূঢ় হিৰণ্যকশিপুৱে ভাবিছিল যে এইবিলাক বৰৰ প্ৰতাপত তেওঁ মৃত্যুৰপৰা হাত সাৰিব পাৰিব। কিন্তু অৱশেষত ব্ৰহ্মাৰ এই বৰসমূহ লাভ কৰিও বিনা অস্ত্ৰে ভগৱান নৃসিংহৰ নখৰ আঘাটত তেওঁৰ মৃত্যু হ'ল। তেওঁৰ মৃত্যু জল, স্থল, আকাশ ক'তো নহ'ল। তেওঁৰ ধাৰণাৰ অতীত এক অদ্ভুত নৰসিংহৰূপ ধাৰণ

কৰি ভগৱানে নিজৰ কোলাত তুলি লৈ তেওঁক বধ কৰিলে। (হৰিবংশ পুৰাণ বিষ্ণুপুৰাণ, ভাগৱত পুৰাণ)

এই কথাৰ সাৰ হ'ল যে হিৰণ্যকশিপুৰৰ দৰে অতি শক্তিশালী বিষযীজনেও তেওঁৰ নানান আচনিৰ দ্বাৰাও অমৰ হ'ব নোৱাৰিলে। এতেকে ভক্তসকলে তেওঁলোকৰ ৰক্ষক শ্ৰীভগৱানক অনন্যমনেৰে শ্ৰৱণ, কীৰ্তন, স্মৰণ আৰু পূজন কৰিব লাগে।

তস্মাদেকেন মনসা ভগৱান সাত্বতাং পতিঃ।
শ্ৰোতব্যঃ কীৰ্তিতব্যশ্চ ধ্যেযঃ পূজ্যশ্চ নিত্যদা।।
(ভাগৱত – পৃ ১০২/১৪)

ঈশোপনিষদৰ 'পৰাবিদ্যা' আৰু 'অপৰাবিদ্যা'ৰ ব্যাখ্যা শ্ৰীমদ্ভগৱদ গীতাৰ সপ্তম অধ্যাযত এই কথা প্ৰতিপন্ন কৰা হৈছে। গীতাই স্পষ্টভাবে কৈছে –

কামৈস্তৈস্তৈৰ্হৃতজ্ঞানাঃ প্ৰপদ্যন্তেহন্যদেৱতাঃ।
তং তং নিযমমাস্থায প্ৰকৃত্যা নিযতাঃ স্বযা।। গীতা – ৭/২০

অৰ্থাৎ – 'কামনাৰ দ্বাৰা হতজ্ঞান হৈ নিজৰ নিজৰ কামনাৰ দ্বাৰা কলুষিত স্বভাৱৰ লোকে অন্যান্য দেৱতাৰ আৰাধনা কৰে।

শ্ৰীমদ্ভগৱদ্ গীতাৰ ১৮/৬৬ শ্লোকত কোৱা হৈছে সকলো প্ৰকাৰৰ বিধি আৰু উপাসনা এৰি পূৰ্ণৰূপে একমাত্ৰ তেওঁৰেই চৰণত শৰণ ল'ব লাগে। এনেদৰে সকলো শাস্ত্ৰই প্ৰতিপন্ন কৰিছে যে নাৰাযণ বা কৃষ্ণই হৈছে সকলো কাৰণৰ কাৰণ। ব্ৰহ্ম সংহিতাতো কোৱা হৈছে যে পৰমব্ৰহ্ম ভগৱান হৈছে শ্ৰীকৃষ্ণ, তেওঁৰেই নাম গোৱিন্দ, তেওঁৱেই জীৱমাত্ৰৰে আনন্দদাতা।

ঈশোপনিষদে উপদেশ দিছে যে গজনৰ উৎস শিপাতহে আমি পানী ঢালিব লাগে। উপনিষদে পৰোক্ষভাৱে আমাৰ ধ্যান আদি পুৰুষ ভগৱান কৃষ্ণৰ প্ৰতি ধাৱিত হ'বলৈ কৈছে। ভগৱানৰ লীলা শুনি ভক্তই ভগৱানৰ ধ্যান তেওঁৰ প্ৰতি আকৰ্ষিত কৰি লয। এইদৰেই জীৱমাত্ৰৰে হৃদযত অৱস্থান কৰি ভক্তক শুদ্ধ পথৰ নিৰ্দেশ দি সহায কৰে। (ভ গীতা ১০/১০)

কঠোপনিষদত বৰ্ণিত অনুসাৰে ভগৱানে যাক কৃপা কৰে তেওঁহে মাথোন ভগৱানক বুজিব পাৰে। ঈশোপনিষদৰ সপ্তমমন্ত্ৰত কোৱা হৈছে যে জীৱজগতৰ ভিতৰত এই মনুষ্য দেহাটোকেই সৰ্বশ্ৰেষ্ঠ হিচাবে স্বীকৃতি দিযা হয, যদিহে এই মনুষ্যদেহত পূৰ্ণ আধ্যাত্মিক জ্ঞানৰ চেতনা থাকে। প্ৰধানকৈ ন-বিধ দিব্যকাৰ্যৰ দ্বাৰা ভগৱদ্ ভক্তি কৰিব পাৰি। উপনিষদৰ দাৰ্শনিক চিন্তাধাৰাৰ দুটা ৰূপ প্ৰথমটো হৈছে জ্ঞান মাৰ্গেৰে মুক্তিৰ অন্বেষণ আনটো হৈছে ভক্তিমাৰ্গেৰে মুক্তিৰ অন্বেষণ আৰু এই ভক্তিমাৰ্গ প্ৰায় সকলোবোৰ পুৰাণতে প্ৰকাশ

পাইছে। উপনিষদসমূহত এই চিন্তাই পৰিণতি লাভ কৰে আৰু এই শক্তি সকলোবোৰ স্থাবৰ-জঙ্গম, উৰণ-বুৰণ প্ৰাণীৰ মাজত অন্তৰ্নিহিতভাৱে বিৰাজমান হৈছে। ইয়াকে 'ব্ৰহ্ম' বোলা হৈছে আৰু উপনিষদসমূহৰ প্ৰতিপাদ্য বিষয়ো ব্ৰহ্ম। এবে ঈশ্বৰবাদক কেন্দ্ৰ কৰি যি ভক্তিবাদ গঢ়ি উঠিল সি অনেক পথেৰে আগবাঢ়িবলৈ ধৰিলে। এই ভক্তিবাদৰ প্ৰধান কাৰ্য হৈছে – (১) ভগৱদ্ কথা শ্ৰৱণ (২) ভগৱানৰ কীৰ্তন (৩) ভগৱানৰ স্মৰণ (৪) ভগৱানৰ পাদ-সেৱন (৫) ভগৱান পূজন (৬) বন্দন (৭) ভগৱানৰ দাস্য সেৱা (৮) ভগৱানৰ সৈতে সখ্যভাৱৰ আস্বাদন (৯) ভগৱানৰ ওচৰত আত্মনিবেদন। ভক্তিমূলক কাৰ্যৰ এই ন বিধ সিদ্ধান্ত অনুসৰি নিৰন্তৰ ভগৱদ সেৱা কৰিলে ভগৱানৰ নিবিড় সংস্পৰ্শলৈ আহিব পাৰি। এইদৰে ভক্তিমাৰ্গত থাকিব পাৰিলে জীৱনৰ অন্তিম মূহূৰ্ততো ভক্তই সহজে ভগৱানক স্মৰণ কৰিব পাৰিব। এই নৱবিধা ভক্তিৰ যিকোনো এটা গ্ৰহণ কৰি সু-প্ৰসিদ্ধ নজন ভক্ত পৰমগতি প্ৰাপ্ত হৈছে। যেনে – (১) শ্ৰৱণৰ দ্বাৰা মহাৰাজ পৰীক্ষিত (২) কীৰ্তনৰ দ্বাৰা শ্ৰীমদ্ভাগৱতৰ বক্তা শুকদেৱ (৩) স্মৰণৰ দ্বাৰা ভক্ত প্ৰহ্লাদ (৪) পাদ-সেৱনৰ দ্বাৰা সৌভাগ্য দেৱী লক্ষ্মী (৫) অৰ্চনাৰ দ্বাৰা পৃথু মহাৰাজ (৬) বন্দনাৰ দ্বাৰা অক্ৰূৰদেৱ (৭) সেৱাৰ দ্বাৰা ৰামভক্ত হনুমান (৮) সখ্যভাৱৰ দ্বাৰা অৰ্জুন (৯) নিজৰ সৰ্বস্ব সমৰ্পন কৰি বলি মহাৰাজে আকাঙ্খিত ফল লাভ কৰিছিল।

উপনিষদৰ মূল লক্ষ্যই হ'ল সত্য জ্ঞান লাভ কৰা। যি নৈতিক দায়িত্ব পালনৰ নিৰ্দেশ উপনিষদত আছে আৰু সেইবোৰ পালন কৰিব পাৰিলে জীৱনৰ সাৰ্থকতা উপলব্ধি হয়। 'মুণ্ডক' উপনিষদে কৈছে যে সম্যক জ্ঞান লাভ কৰিবলৈ লাগে সত্য জীৱন ধৰ্মীয় জীৱন। গতিকে, আধ্যাত্মিক জ্ঞান লাভ কৰিবলৈ হ'লে মানুহৰ জীৱনত নৈতিক শৃঙ্খলাৰ বিশেষ প্ৰয়োজন। উপনিষদে এই কথাও কৈছে যে সত্যৰ পথ কাঁইটীয়া। ইয়াৰ ওপৰেদি পাৰ হৈ যোৱা কষ্টকৰ। তথাপি এই পথেৰে খোজ কাঢ়ি যাওতে যাওঁতে সময়ত চিৰন্তন সত্যৰ সন্ধান লাভ হয়। মানুহৰ মুক্তি বা বন্ধন নিৰ্ভৰ কৰে তাৰ কৰ্মৰ ওপৰত। যিয়ে যেনে ধৰণৰ কৰ্ম কৰে, তেওঁ তেনে ধৰণৰ ফল লাভ কৰে।

মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰদেৱ আৰু মহাপুৰুষ মাধৱদেৱৰ বিৰচিত গ্ৰন্থসমূহত উপনিষদৰ মূলতত্ত্ব আৰু বাণীসমূহৰ মূৰ্ত প্ৰকাশ ঘটিছে। গুৰুজনাৰ ধৰ্মৰ মূল খুটি হৈছে বেদ। বেদৰ উপনিষদৰ ভাগৰ মূলতত্ত্ব ব্ৰহ্মক কেন্দ্ৰ কৰি নিৰাকাৰ আৰু সাকাৰ দুযো ৰূপতে উল্লেখ কৰিছে যদিও গীতা, ভাগৱত, বিষ্ণুপুৰাণ, পদ্মপুৰাণ, বৃহন্নাৰদীয় পুৰাণ আৰু শ্ৰীধৰ স্বামীৰ শ্ৰীমদ্ভাগৱত ভাবাৰ্থ-দীপিকা শীৰ্ষক টীকাৰ ওপৰত ভিত্তি কৰি মহাপুৰুষীয়া ধৰ্মৰ ভেটি গঢ়ি উঠিছে। এই সকলোবোৰৰ পৰা সাৰকাঢ়ি আনি নিৰাকাৰ ব্ৰহ্মৰ সাকাৰ লীলা প্ৰচাৰ কৰা হৈছে। সেয়েহে নিৰ্গুণ ব্ৰহ্মৰ কথা উল্লেখ কৰিলেও সগুণ ব্ৰহ্মক অনন্য শৰণ ভজনেৰে ভক্তি কৰাটোকেহে গ্ৰহণ কৰিছে। এই

ব্ৰহ্ম অব্যক্ত হ'লেও প্ৰয়োজনবশতঃ সাকাৰ ৰূপ ধাৰণ কৰি নানান অৱতাৰেৰে ধৰ্ম স্থাপন কৰি জীৱক তথা সাধুসকলক পৰিত্ৰাণ কৰে। গুৰুজনাৰ ৰচনাৰ কেইটামান উদাহৰণ দেখুৱা হ'ল। মহাপুৰুষ শঙ্কৰদেৱে কীৰ্ত্তনৰ আৰম্ভণিতে এই সনাতনৰূপী ব্ৰহ্মাক প্ৰণাম জনাই কীৰ্ত্তন পুথিৰ পাতনি মেলিছে —

প্ৰথমে প্ৰণামো ব্ৰহ্মাৰূপী সনাতন।
সৰ্ব অৱতাৰৰ কাৰণ নাৰায়ণ।।

কীৰ্ত্তন/চতুৰ্বিংশতি অৱতাৰ - পদ — ১/১

অব্যক্ত ব্ৰহ্মাই কিদৰে সূক্ষ্ম আৰু বিৰাট ব্ৰহ্মাণ্ডত বিৰাজমান হৈ লীলা প্ৰকাশ কৰে। 'বেদস্তুতি'ত সেইকথা ব্যক্ত হৈছে —

জীৱ অংশে তুমি প্ৰৱেশিলা গাৱে গাৱে।
আৱে আমি তোম্মাক ভজোহো সৰ্বভাৱে।।
তোম্মাৰেসে অংশ আমি যত জীৱজাক।
তোম্মাৰ মাযাযে প্ৰভু বান্ধিলে আম্মাক।। (বেদস্তুতি — ১৬৫৫,৫৬)

তুমি সত্য ব্ৰহ্ম তোম্মাত প্ৰকাশে
জগত ইটো অসন্ত।
জগততে সদা তুমিও প্ৰকাশা
অন্তৰ্য্যামী ভগৱন্ত।। (পদ — ১৬৬২)

মহাপুৰুষ মাধৱদেৱেও এনে অব্যক্ত ব্ৰহ্মাকে অব্যক্ত ঈশ্বৰ বুলি নাম-ৰূপ মহা আনন্দত নিশ্বাস পেলাবলৈ কৈছে —

অব্যক্ত ঈশ্বৰ হৰি কিমতে পূজিবা তাঙ্ক
ব্যাপকত কিবা বিসৰ্জন।
এতাৱন্ত মূৰ্ত্তিশূন্য কেনমতে চিন্তিবাহা
ৰাম বুলি শুদ্ধ কৰা মন।। (নাম-ঘোষা - পদ — ৮)

সেইদৰে প্ৰহ্লাদচৰিতত —

শুনিয়া প্ৰহ্লাদে বোলন্ত বাণী।
ব্যাপক বিভু প্ৰভু চক্ৰপাণি।।
সবাতো আছন্ত জগত স্বামী।
স্ফটিকৰ স্তম্ভে দেখোহো আমি।। (কীৰ্ত্তন - পদ — ৩৯৬)

অদ্বৈত ব্ৰহ্মাই পৰমাত্মা বুলি 'হৰমোহন'ত পোৱা যায়। তেওঁৱেই পৰমাত্মা জগতৰ

ঈশ্বৰ, সোণ আৰু সোণৰ অলঙ্কাৰ মাজত যিদৰে কোনো পাৰ্থক্য নাই সেইদৰে তেওঁৱেই জগতৰ কাৰ্য আৰু কাৰণ। সকলো জীৱৰ মাজতে তেওঁ বিৰাজমান।

তুমি পৰমাত্মা জগতৰ ঈশ এক।
একো বস্তু নাহিকে তোম্মাত ব্যতিৰেক।।
তুমি কাৰ্য কাৰণ সমস্ত চৰাচৰ।
সুৱৰ্ণ কুণ্ডলে যেন নাহিকে অন্তৰ।
তুমি পশু-পক্ষী সুৰাসুৰ তৰু তৃণ।
অজ্ঞানতে মূঢ়জনে দেখে ভিন্ন ভিন্ন।
তোমাৰেসে মাযায়ে মোহিত সৰ্বক্ষণে।
তুমি আত্মা তোমাক নজানে একোজনে
সমস্ত ভূতৰে তুমি আছা হৃদযত
তত্ত্ব নপাই তোম্মাক বিচাৰে বাহিৰত।। (পদ – ৫১৯ ২০, ২১)

এই সৰ্বব্যাপ্ত সাৰ্বভৌম ব্ৰহ্মই 'শিশুলীলা'ত সাকাৰৰূপে বৰ্ণিত হৈছে –

ছলে হাসি তুলি দেখাইলা মাৱত।
গৰ্ভৰ ভিতৰে আছে সমস্ত জগত।। (পদ – ৬৫৪)

যিটো ব্ৰহ্ম নোহে তৰ্ক গোচৰ।
নপাৰে বচনে মনে গুচৰ।
নাহি উতপতি নাহি মৰণ।
সদাযে প্ৰণামো তান চৰণ।। (পদ - ৬৭৫ ৭৬)

যিজনৰ আদি অন্ত নাই পূৰ্ণব্ৰহ্ম জগতৰ ঈশ্বৰ তেওঁকেই যশোদাই ঘৰতে লগ পালে –

নাহি আদি অন্ত পূৰ্ব্বাপৰ।
পূৰ্ণব্ৰহ্ম জগত ঈশ্বৰ।। পদ – ৬৯৭

কিনো আতি নন্দ যশোদাৰ মহাভাগ।
পূৰ্ণব্ৰহ্ম তোম্মাক গৃহতে পাইলা লাগ।। (পদ – ৭০৮)

এনেধৰণৰ পূৰ্ণব্ৰহ্মভাব গোপীসকলৰ কণ্ঠধ্বনিত মুখৰিত হৈছিল ৰাসক্ৰীড়াত দেখা যায় –

নুহিকা যশোদা নন্দন গোবিন্দ
নিশ্চয়ে বুলিলো বাক।

তুমি সমস্তৰে বুদ্ধি সাক্ষী সখি
প্ৰাৰ্থিলা ব্ৰহ্মা তোহ্মাক।। (পদ — ৮৯৩)

ব্ৰহ্মাই কিদৰে সাৰ্বভৌম ৰহস্য ধাৰণ কৰি প্ৰকাশমান হৈছে তাক 'বিপ্ৰপুত্ৰ আনযন'ত শঙ্কৰদেৱে দেখুৱাই দিছে। এই বিৰাজমান মূৰ্তি সহজেই ভক্তই হৃদযত উপলব্ধি কৰিব পাৰে —

তান শৰীৰত সুখাসনে।
প্ৰকাশন্ত বহি নাৰাযণে।। পদ — ১৫৫৮

আত্মাক কৃষ্ণ দৰশন পাই।
পড়ি প্ৰণামিলা মাথা দৱাঁই।। পদ — ১৫৬৫

'দৈৱকী পুত্ৰ অনযন'তো এই জগতাত্মাক বন্দনা কৰা হৈছে —

জগতৰে আত্মা মোৰ পৰমদৈৱত।
কিনো মোৰ ভাগ্য আসি ভৈলা উপগত।। পদ — ১৬২৩

মহাপুৰুষ মাধৱদেৱে ব্ৰহ্মাক ৰসময ভক্তিৰ মাজেৰে উপলব্ধি কৰি ভজিবলৈ উপদেশ দিছে। তেখেতে নাম-ঘোষাৰ প্ৰাৰম্ভতে মুক্তিতো নিস্পৃহ ভকতক নমস্কাৰেৰে ৰসময ভকতি বিচাৰিছে আৰু সমস্ত ব্ৰহ্মাণ্ডৰ মস্তকমণি, ভকতৰ বশ্য যদুপতিক ভজনা কৰিছে। জীৱসমূহৰ আত্মাতেই পৰমাত্মা বিৰাজমান। এই ভাৱো নান-ঘোষাত ব্যক্ত হৈছে —

যিহেতু চৈতন্য পূৰ্ণ পৰমাত্মা ৰূপে হৰি
হৃদযত আছন্ত প্ৰকাশি।
তাতেসে ইন্দ্ৰিযগণ ভূত প্ৰাণ বুদ্ধি মন
প্ৰৱৰ্ত্তে যতেক জড়ৰাশি।। নাম-ঘোষা — ২২

সেই পৰমব্ৰহ্মাক তৰ্কেৰে ঢুকি পাব নোৱাৰি। উপনিষদসমূহ অমৃতৰ ভাণ্ডাৰ। দৈৱকীনন্দন শ্ৰীকৃষ্ণই এই অমৃত ভাণ্ডাৰ ভকতসকলক সুলভ কৰি দিলে —

তৰ্কশাস্ত্ৰ মহাব্যাঘ্ৰী তাহান নিপুণ পতি
তাৰ শিষ্য ভৈল পুত্ৰপ্ৰায।
সংসাৰ বনত পশি পতি পুত্ৰ সমন্বিতে
উপনিষদ ধেনু ধৰি খায।। নাম-ঘোষা — ৪৩

সেইদৰে নাম-ঘোষাৰ — ১২৯, ১৫৪, ১৭৬, ১৬২, ৫৮৭, ৫৯০, আদিত ঈশ্বৰ পৰমব্ৰহ্মাৰ কথা প্ৰকাশ কৰিছে। সমস্ত উপনিষদৰ সাৰমৰ্ম আৰু গীতাশাস্ত্ৰৰ সমস্ত সাৰমৰ্ম নাম-ঘোষাত কেইজনমান ঘোষাতে পাণ্ডিত্যপূৰ্ণভাৱে মাধৱদেৱে স্তুপীকৃত কৰিছে —

সকলে উপনিষদ ধেনু দোগ্ধা ভৈলা তানে নন্দসুত
তাৰ বৎস ভৈলা কুন্তীসুত ধনঞ্জয়।
দুগ্ধ ভৈলা মহাগীতামৃত কৃষ্ণৰ চৰণে দিয়া চিত্ত
সুবুদ্ধিসকলে সন্তোষে পান কৰয়।। নাম-ঘোষা - ৬৬৮

তেনেদৰে সমস্ত গীতা-শাস্ত্ৰৰ তাৎপৰ্য নিৰ্ণয় একে আষাৰে ঘোষাতে ব্যক্ত কৰিছে —

ভগৱন্ত ভক্তিযুক্ত পুৰুষৰ আত্মবোধ
মাধৱৰ প্ৰসাদে মিলয়।
কৃষ্ণৰ কৃপাত জানা গুচয় সংসাৰ ভয়
এহিমানে গীতাৰ নিৰ্ণয়।। নাম-ঘোষা — ৬২০

বৰগীতসমূহতো দুয়োজনা মহাপুৰুষে ব্ৰহ্মৰ সগুণ-নিৰ্গুণ বা সাকাৰ-নিৰাকাৰ মহিমা বৰ্ণনা কৰিছে। দৈৱকীনন্দন কৃষ্ণদেৱেই যে নিৰাকাৰ পৰমব্ৰহ্ম হৈয়ো সাকাৰৰূপে লীলা কৰিছে আৰু তেওঁকেই ঐকান্তিক শৰণেৰে ভজনা কৰিব লাগে তাকে প্ৰকাশ কৰিছে। শ্ৰীমন্ত শঙ্কৰদেৱৰ গীতত ব্যক্ত হৈছে —

জগজন জীৱন অঞ্জন জনাৰ্দ্দন
দনুজ দমন দুঃখহাৰী।
মহদানন্দ কন্দ পৰমানন্দ
নন্দ নন্দন বনচাৰী।।

যত জীৱ জঙ্গম কীট পতঙ্গম
অগ নগ জগ তেৰি কায়া।

হামু যতজীৱ শিৱ তেৰি অংশ
কাহে ওহি মোহ বন্ধ।।

ইত্যাদি বহুতো গীতৰ মাজেৰে শঙ্কৰদেৱে উপনিষদৰ তত্ত্বকেই প্ৰকাশ কৰিছে। তেনেদৰে মহাপুৰুষ মাধৱদেৱৰ বৰগীত আৰু ঝুমুৰাসমূহতো পৰমব্ৰহ্মাই কিদৰে নৰতনু ধাৰণ কৰি চোৰ-চাতুৰীৰ মাজেৰে জগতক বিমোহিত কৰিছে, সেই তত্ত্বকেই প্ৰকাশ কৰিছে।

ইটো পৰমাত্মা লক্ষ্মীপতি
হুয়া আছে ব্ৰজেৰ সঙ্গতি।।

সেইদৰে —

নাহি জন্ম তোমাৰ তথাপি জন্ম ধৰা।

সোহি জন্মে জীৱৰ জনম দূৰ কৰা।।
তুমি প্ৰভু নিৰ্গুণ গুণৰ সীমা নাই।
নিৰ্গুণ হোৱয জীৱ সোহি গুণ গাই।।

ঘটে ঘটে ৰাম বিযাপক হোই।
আতমা ৰাম বিনে নাহি কোই।।

তিনিগুণময বেদৰ মাজত ব্ৰহ্ম চিনিবলৈ যোৱাটো বৃথা শ্ৰম। সাকাৰ ব্ৰহ্ম কৃষ্ণই ব্ৰহ্ম। সেইকাৰণে সেই গুণময ব্ৰহ্মক মাধৱদেৱে পুনৰ গীতৰে স্তুতি কৰিছে –

তিনিগুণময বেদ বন পৰিহৰা।
গোৱাৰীৰ ঘৰে গৈযা ব্ৰহ্ম চিনি ধৰা।।
যদি হৰি অনন্ত ব্ৰহ্মাণ্ড অধিকাৰী।
তথাপি ভক্তৰ বশ্য হোৱন্ত মুৰাৰি।।
তাতেসে বন্ধন হৰি ভৈলা যশোদাৰ।
নিৰন্তৰে নিগমৰ এতত্ত্ব বিচাৰ।। ইত্যাদি।

এনেদৰে শ্ৰীমন্ত শঙ্কৰদেৱ আৰু মাধৱদেৱে পৰম ৰহস্যময ব্ৰহ্মৰ ধাৰণা চকুৰ সন্মুখত দাঙি ধৰিছে। এই পৰমব্ৰহ্মৰ ওচৰত শৰণাপন্ন হৈ ভজনা কৰাটোৱেই নৰলোকৰ শ্ৰেষ্ঠ কৰ্ম তাকে উপলব্ধি কৰি পৰম আনন্দ লভিবলৈ উপদেশ দিছে।

মহাপুৰুষ শঙ্কৰদেৱ আৰু মাধৱদেৱৰ এই ব্ৰহ্মবাদ সহজে হৃদযঙ্গম কৰিব পৰা যায চাৰিটা কাৰণত। স্বতন্ত্ৰ উপাদানকাৰণ, নিমিত্তকাৰণ, ৰূপকাৰণ আৰু উদ্দেশ্যকাৰণ। বিশ্ব খন হ'ল সৃষ্টি আৰু ব্ৰহ্ম হ'ল স্ৰষ্টা। সেযেহে উপনিষদৰ পৰিকল্পিত ব্ৰহ্ম নিবিড়ভাবে জড়িত আৰু সকলোৰে কাৰণ ব্ৰহ্মৰ লগত ওতঃপ্ৰোতভাৱে সম্বন্ধ। ইযাৰ তাৎপৰ্য হ'ল ব্ৰহ্মাণ্ডৰ সকলোবোৰেই ব্ৰহ্ম, ব্ৰহ্মাতেই জন্ম, পৰিপুষ্টি আৰু বিলয। ইযাৰপৰাই ৰসৰ সৃষ্টি – 'ৰসো বৈ সঃ'। ৰূপ, ৰস, গন্ধ, স্পৰ্শ বিষযসমূহ নিঃসৃত হৈছে। এই ৰূপৰ অভিব্যক্তিকেই ভজনা কৰিলে আনন্দৰূপ অমৃত আস্বাদন হয। ❑

# মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰদেৱৰ সাহিত্যত অলঙ্কাৰ আৰু ছন্দৰ প্ৰযোগ

অলঙ্কাৰ আৰু ছন্দই সাহিত্য সুন্দৰ, মনোগ্ৰাহী আৰু শ্ৰুতিমধুৰ কৰাৰ উপৰিও সৌষ্ঠৱ বৃদ্ধি কৰি মহত্ব প্ৰদান কৰে। সাহিত্যক ৰমণ য আৰু কমনীয় কৰিবৰ বাবেই সাহিত্যত অলঙ্কাৰ প্ৰয়োগ কৰা হয। সেযে অলঙ্কাৰক কাব্যৰ শোভাবৰ্দ্ধক বুলি কোৱা হয। প্ৰকৃতাৰ্থত সৌন্দৰ্যই অলঙ্কাৰ — সৌন্দৰ্যমলঙ্কাৰ আৰু অলঙ্কাৰহীন কাব্যক অলঙ্কাৰবিহীন ৰমণীৰ লগত ৰিজোৱা হয়, অৰ্থাৎ সুন্দৰী নাৰীৰ কমনীয়তা অলঙ্কাৰে (গহনা) যিদৰে বৃদ্ধি কৰে সেইদৰে ছন্দ আৰু অলঙ্কাৰে সাহিত্যৰ মনোগ্ৰাহিতা বৃদ্ধি কৰে। মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰদেৱে তেওঁৰ ৰচনাৰাজিত নানা অলঙ্কাৰ আৰু ছন্দ প্ৰয়োগ কৰি ৰচনাৰ সৌষ্ঠৱ বৃদ্ধি কৰি অসমীয়া সাহিত্যক যুগজয়ী কৰি গৈছে। বৰ্তমান প্ৰবন্ধত সাহিত্যিক শঙ্কৰদেৱৰ ৰচনাত অলঙ্কাৰ আৰু ছন্দৰ প্ৰযোগ সম্পৰ্কে এটি আলচ আগবঢ়োৱা হৈছে।

'অলঙ্কাৰ' শব্দটো বৈদিক যুগতে প্ৰযোগ হৈছে - 'বায়বায়াহি দৰ্শতেমে সোমা অৰঙ্কৃতাঃ" — ঋগ্বেদ - ১/২/১। আদিকাব্য ৰামায়ণতো এই শব্দটিৰ প্ৰয়োগ দেখা যায় — "অলঙ্কাৰোহি নাৰীণাং ক্ষমা ।— বালকাণ্ড ৩৪

ভৰতমুনিৰ 'নাট্যশাস্ত্ৰ'ত কোৱা হৈছে —

উপমাদীপকংচৈব ৰূপকং যমকং তথা।
কাব্যস্যৈতে অলঙ্কাৰশ্চত্বাৰ পৰিকীৰ্ত্তিতাঃ।। নাট্যশাস্ত্ৰ — ১৭ ৪৩

অৰ্থাৎ, উপমা দীপক ৰূপক, যমক আদি কাব্যালঙ্কাৰৰ কথা বিবৃত হৈছে। সপ্তমশতিকাৰ আচাৰ্য দণ্ডীয়ে তেওঁৰ 'কাব্যাদৰ্শ' গ্ৰন্থত অলঙ্কাৰক কাব্যৰ শোভাবৰ্দ্ধক গুণাৱলীৰূপে গণ্য কৰিছে।

"কাব্য শোভাকৰাণ ধৰ্মানলঙ্কাৰাণে প্ৰচক্ষতে।"

— দণ্ডী/কাব্যাদৰ্শ, ১/২

আচাৰ্য ভামহৰ মতে — যিদৰে অলঙ্কাৰ বিহীনা কমনীয় মুখমণ্ডল শোভিত নহয়, সেইদৰে ৰূপকাদি অলঙ্কাৰবিহীন সাহিত্যকৰ্মও শোভিত নহয়।

ৰূপকাদিৰলঙ্কাৰস্তস্যান্যৈৰ্বহুধোদিতঃ।
ন কান্তমপি নিৰ্ভূষং বিভাতি বনিতামুখম। — ভামহ/কাব্যালঙ্কাৰ, ১/১৩

(অলঙ্কাৰে সাহিত্য সুন্দৰ আৰু শ্ৰুতিমধুৰ কৰি তোলে। ৰমণীয়তা সম্পাদনৰ বাবেই কাব্যত অলঙ্কাৰৰ প্ৰয়োজন। প্ৰকৃতাৰ্থত সৌন্দৰ্যই অলঙ্কাৰ – "সৌন্দৰ্যমলঙ্কাৰঃ"

– ৱামন/কাব্যালঙ্কাৰসূত্ৰবৃত্তি, ১/১/২), কাব্যংগ্ৰাহ্যমলংকৰাৎ-ঐ, ১/১/১

নৱম শতিকাৰ ৰুয্যকে তেওঁৰ "অলঙ্কাৰসৰ্বস্ব" গ্ৰন্থত কৈছে –

"অভিধানপ্ৰকাৰৱিশেষা এৱ অলঙ্কাৰঃ।" – অলঙ্কাৰসৰ্বস্ব, ৬

– অৰ্থাৎ বিশেষপ্ৰকাৰৰ শব্দসম্ভাৰৰ প্ৰয়োগেই অলঙ্কাৰ। নৱম শতিকাত আনন্দৱৰ্দ্ধনে "ধ্বন্যালোক"ৰ বৃত্তিত লিখিছে –

"অনন্তাঃ হি ৱাগ্‌ৱিকল্পাঃ তৎপ্ৰকাৰাঃ এৱ অলঙ্কাৰাঃ।"

– ধ্বন্যালোক/, পৃ ৫১১

ভাষাৰ বিকল্প শৈলী অন্তহীন। সেইদৰে অলঙ্কাৰো অন্তহীন। কবিৰাজ ৰাজশেখৰে 'কাব্যমীমাংসা' গ্ৰন্থত স্পষ্টভাৱে লিখিছে –

"গুণৱৎ অলঙ্কৃতৱাক্যং কাব্যম্"।

একাদশ শতাব্দীৰ সুপ্ৰসিদ্ধ আলঙ্কাৰিক ভোজে তেওঁৰ গ্ৰন্থ 'সৰস্বতীকণ্ঠাভৰণ'ত লিখিছে – কাব্য হ'ব লাগে দোষহীন, গুণযুক্ত, অলঙ্কাৰমণ্ডিত আৰু ৰসান্বিত।

নিৰ্দোষং গুণৱৎ কাব্যম্‌লঙ্কাৰৈৰলঙ্কৃতম।
ৰসান্বিতং কৱিঃ কুৰ্বন্ কীৰ্ত্তিং প্ৰীতিংচ ৱিন্দতি।। – সৰস্বতী কণ্ঠাভৰণ

কাব্যপ্ৰকাশকাৰ মম্মটৰ মতে – কাব্যত ৰস অঙ্গীবস্তু, এই ৰসৰ উৎকৰ্ষ হ'ল গুণ, যেনে মানুহৰ ক্ষেত্ৰত বীৰত্ব আদি। অলঙ্কাৰ হাৰৰ নিচিনা ভূষণ, কেতিয়াবা ই কাব্যত ৰসৰ উপকাৰ কৰে, কেতিযাবা নকৰে।

উপকুৰ্বন্তি তং সন্তং যেহঙ্গদ্বাৰেণ জাতুচিন্।
হাৰাদিৱদলঙ্কাৰাস্তেহনুপ্ৰাসো উপমাদযঃ।। – সাহিত্যদৰ্পণ/পৃ ৬৬৫

'সাহিত্যদৰ্পণ' গ্ৰন্থত বিশ্বনাথ কবিৰাজে কৈছে –

"শব্দাৰ্থয়োৰস্থিৰা যে ধৰ্মাঃ শোভাতিশায়িনঃ।
ৰসাদীনুপকুৰ্বন্তো হলঙ্কাৰস্তেঙ্গদাদিৱৎ।। – সাহিত্যদৰ্পণ/১০ ১

যিদৰে কেযূৰ, কুণ্ডল আদি পৰিধান কৰিলে সেইবিলাকে মানৱ শৰীৰৰ শোভাবঢাই শৰীৰ বা আত্মাৰ উপকাৰ সাধন কৰে, ঠিক সেইদৰে অনুপ্ৰাস, উপমা আদি যিবিলাকে কাব্যৰ শৰীৰ স্বৰূপ শব্দ আৰু অৰ্থৰ শোভা বঢায আৰু কাব্যৰ আত্মাস্বৰূপ ৰসৰ উপকাৰ সাধন কৰে তাকে অলঙ্কাৰ বোলা হয।

আদিকবি বাল্মীকিৰপৰা আৰম্ভ কৰি সংস্কৃত আলঙ্কাৰিকসকলে তেওঁলোকৰ প্ৰতিভাৰ সংযোগত সাৰ্থকভাৱে কাব্যত অলঙ্কাৰ প্ৰয়োগ কৰিছে। অলঙ্কাৰৰ কাম প্ৰধানতঃ তিনিটা –

(১) বাক্যৰ প্ৰভাশালীকৰণ

(২) প্ৰযোজনীয় বৰ্ণনীয় বিষয়ৰ স্পষ্টীকৰণ

(৩) ৰমণীযতা সম্পাদন। - সাহিত্যবিদ্যা পৰিক্ৰমা/পৃ ৫৭

মহাপুৰুষ শঙ্কৰদেৱৰ ৰচনাত অলঙ্কাৰৰ সুন্দৰ প্ৰয়োগ দেখা যায়। সংস্কৃত কবিসকলৰ, যেনে -- বাল্মীকি কালিদাস মাঘ ভৱভূতি প্ৰভৃতিৰ ৰচনাত অলঙ্কাৰ সৃষ্টিত পাৰদৰ্শিতা দেখা যায়। তেনেদৰে শঙ্কৰদেৱেও তেওঁৰ কাব্য নাটক গীত আদিত অলঙ্কাৰৰ সৃষ্টি কৰিছিল সেই অলঙ্কাৰসমূহৰ কিছুমান আহৰণ কৰিছিল ঘৰুৱা জীৱনৰপৰা আৰু কিছুমান স্বতঃস্ফূৰ্তভাৱেই সৃষ্টি হৈছিল।

অলঙ্কাৰ দুই প্ৰকাৰৰ

(১) শব্দালঙ্কাৰ (২) অৰ্থালঙ্কাৰ

বিশিষ্ট আৰু নিৰ্বাচিত শব্দপ্ৰয়োগৰ দ্বাৰা সাহিত্যত যি ৰমণীযতা প্ৰতিপাদিত হয় সেয়ে শব্দালঙ্কাৰ। ব্যৱহৃত শব্দৰাতি নানান অৰ্থত প্ৰযোগ হৈ ৰমণীয়তা প্ৰতিপাদন কৰিলে তাকে অৰ্থালঙ্কাৰ বোলা হয়।

শব্দালঙ্কাৰৰ ভিতৰত (১) অনুপ্ৰাস (২) যমক (৩) শ্লেষ (৪) বক্ৰোক্তি আৰু (৫) পুনৰুক্তৱদাভাস এই পাঁচপ্ৰকাৰে বিভক্ত।

(১) অনুপ্ৰাস অলঙ্কাৰ ঃ স্বৰৰ বৈষম্য স্বত্ত্বেও শব্দৰ (ব্যঞ্জনৰ) যি সাম্য সেয়ে অনুপ্ৰাস অলঙ্কাৰ।

'অনুপ্ৰাসঃ শব্দসাম্যং বৈষম্যেপি স্বৰস্য যৎ।"

– সাহিত্যদৰ্পণ/১০৩

শঙ্কৰদেৱৰ অনুপ্ৰাস ৰঞ্জিত ৰচনাৰ উদাহৰণ —

শৰতকালৰ ৰাত্ৰি আতি বিতোপন।
বহুবিধ পুষ্পে বিকশিত বৃন্দাবন।।

ৰাক্ৰীডা কৰিতে কৃষ্ণৰ ভৈলা চিত।।

কামাতুৰ স্ত্ৰীৰ যেন সন্তাপ মাৰ্জন্তে।।
অখণ্ড মণ্ডল চন্দ্ৰ দেখিলন্ত হৰি।
কুঙ্কুমে অৰুণ লক্ষ্মী মুখপদ্ম সৰি।। – ভাগৱত/১০ ১২১০-১২১১

ইয়াৰ প্ৰথম শাৰীত 'ত (শৰত ৰাত্ৰি আতি বিতোপন)

দ্বিতীয় শাৰীত 'ব' (বহু, বিধ বিকশিত বৃন্দাবন)

তৃতীয় শাৰীত 'ৰ' (ৰাস ক্ৰীডা কৰিতে কৃষ্ণৰ)

চতুৰ্থ শাৰীত 'ত (কামাতুৰা, স্ত্ৰীৰ, সন্তাপ মাৰ্জন্তে)

পঞ্চম শাৰীত 'ন (অখণ্ড, মণ্ডল, চন্দ্ৰ, দেখিলন্ত)

ষষ্ঠশাৰীত 'ম' (কুঙ্কুমে লক্ষ্মী মুখ পদ্ম)

ইত্যাদি ধ্বনিৰ বাৰে বাৰে উচ্চাৰিত হৈ অনুপ্ৰাস অলঙ্কাৰৰ সৃষ্টি কৰিছে। অনুপ্ৰাস অলঙ্কাৰ পাঁচটা ভাগত ভাগ হৈছে —

(ক) ছেকানুপ্ৰাস (খ) বৃত্ত্যনুপ্ৰাস (গ) শ্ৰুত্যনুপ্ৰাস (ঘ) অন্ত্যানুপ্ৰাস (ঙ) লাটানুপ্ৰাস।

**(ক) ছেকানুপ্ৰাস ঃ**

ব্যঞ্জনবৰ্ণসমূহৰ অনেক প্ৰকাৰে এবাৰ হোবা সাদৃশ্যই ছেকানুপ্ৰাস।

"ছেকো ব্যঞ্জনসঙ্ঘস্য সকৃৎ সাম্যমনেকধা" -- সাহিত্যদৰ্পণ/১০৩

'ছেক' মানে বিদগ্ধ বা চতুৰ ৰসিক।

বিদগ্ধ কবিয়ে কৌশলেৰে এইবিধ অনুপ্ৰাসক কাব্যত প্ৰযোগ কৰে। সেয়ে ইযাৰ নাম ছেকানুপ্ৰাস ।ইযাত আগেযে যিবোৰ ব্যঞ্জনবৰ্ণ স্বৰবৰ্ণসহ যেনেকৈ আছিল পিছতো সেইবোৰ ঠিক তেনেকৈয়ে বহে। যেনে --

তীৰিথ বৰতঃ তপ জপঃ যাগ যোগ যুগুতি।
মন্ত্ৰ পৰমঃ ধৰম কৰমঃ কৰতু নাহি মুকুতি।। — বৰগীত/৯

ইযাত 'ৰথ', 'যাগ', 'ৰস' এইকেইটা দুবাৰকৈ ধ্বনিত হৈ ছেকানুপ্ৰাস অলঙ্কাৰ হৈছে।

**(খ) বৃত্ত্যনুপ্ৰাস অলঙ্কাৰ ঃ**

"অনেকস্যৈকধা সাম্যমসকৃদ্বাপ্যনেকধা।
একস্য সকৃদপ্যেষ বৃত্ত্যনুপ্ৰাস উচ্যতে।। — সাহিত্যদৰ্পণ/ ১০৪

এটা বা একাধিক বৰ্ণৰ এবাৰ বা বাৰে বাৰে পুনৰাবৃত্তি হ'লে বৃত্ত্যনুপ্ৰাস অলঙ্কাৰ হয। বৃত্তমানে গুণ। ৰসাদিৰ অভিব্যঞ্জক গুণ অনুসাৰে বৰ্ণ ব্যৱহাৰেই বৃত্তি। গতিকে ৰসপুষ্টিৰ অনুকূলে যিবোৰ গুণ ৰচনাত থাকিব লাগে সেইবোৰ ফুটাই তুলিব পৰা বৰ্ণৰ আবৃত্তিকে বৃত্ত্যনুপ্ৰাস বোলে। এটা বৰ্ণ উচ্চাৰণ হোৱাৰ পাছত তাৰ ধ্বনি প্ৰতিধ্বনি মাৰ নৌযাওঁতেই পুনৰ সেই বৰ্ণটো উচ্চাৰিত হৈ বাক্যত ই এটা সাংগীতিক মূৰ্চ্ছনা সৃষ্টি কৰে, অৰ্থাৎ ইযাক আবৃত্তি কৰোঁতে নিৰ্দিষ্ট বৰ্ণতো বাৰে বাৰে কাণত বাজি থকাৰ বাবে এটা মধুৰ সুশ্ৰাব্য অনুৰণৰ সৃষ্টি হয। যেনে —

কনক কিঙ্কিনি ধ্বনি ঝলকে মঞ্জীৰ মণি
দোলে হৃদযে হেমমালা।

চঞ্চল লোচন মন হেৰয ৰমণী ঘন

হৰি বযন বৰমালা।। -- **ৰুক্মিণীহৰণ নাট**/পৃ ১০৩৬

ইযাত ক ন ণ, নি দ চ ল ৰ ব বৰ্ণৰ আবৃত্তি।

(গ) **শ্ৰুত্যনুপ্ৰাস অলঙ্কাৰ ঃ**

উচ্চাৰ্যত্বাদাদেকত্ৰ স্থানে তালুৰাদিকে।

সাদৃশ্যং ব্যঞ্জনস্যৈৱ শ্ৰুত্যনুপ্ৰাস উচ্যতে।। সাহিত্যদৰ্পণ/১০৫

তালু দন্ত আদি একে স্থানত উচ্চাৰিত হৈ আবৃত্ত হোৱা ব্যঞ্জকবৰ্ণৰ সাদৃশ্যকে শ্ৰুত্যনুপ্ৰাস অলঙ্কাৰ বোলে। সদৃশ ব্যঞ্জন বৰ্ণবোৰৰ দুই চাৰিটা যদি কোনো বাক্যত উল্লেখ থাকে সি দেখাত অনুপ্ৰাস নহ'লেও তাক আবৃত্তি কৰোঁতে অনুপ্ৰাসৰ দৰেই কাণত বাজি থাকে। এইদৰে যদিও দেখাত অনুপ্ৰাস নহয কিন্তু শুনোতে (শ্ৰুতিত) যি অনুপ্ৰাস হয তেতিযা তাক শ্ৰুত্যনুপ্ৰাস অলঙ্কাৰ বোলে। যেনে –

মদনক ধনু ভ্ৰুৰভঙ্গ।

ভুজ যুগ বলিত ভুজঙ্গ।। **ৰুক্মিণী হৰণ নাট**/পৃ ১০২৫

ইযাত 'ম, 'ভ 'ব' 'ব এইকেইটা ক' আৰু 'গ এই দুটা -- ত 'দ ধ ন এইকেইটা সদৃশ অৰ্থাৎ একেস্থানৰপৰা উচ্চাৰিত ব্যঞ্জনবৰ্ণ। দেখাত যদিও ইয়াত অনুপ্ৰাস হোৱা নাই আবৃত্তি কৰোঁতে অনুপ্ৰাসেই শুনা যায সেয়ে **শ্ৰুত্যনুপ্ৰাস অলঙ্কাৰ** হৈছে।

(ঘ) **অন্ত্যানুপ্ৰাস অলঙ্কাৰ ঃ**

ব্যঞ্জনং চেদ্যথাৱস্থং সহাদ্যেন স্বৰেণ তু।

আবৰ্ত্যতেহন্ত্যযোজ্যত্বাদন্ত্যানুপ্ৰাস এৱ তৎ।। – **সাহিত্যদৰ্পণ**/১০৬

– অৰ্থাৎ প্ৰথম স্বৰবৰ্ণৰ সৈতে ব্যঞ্জনৰ যথাৱস্থ (ঠিক একে ৰূপত) থাকি আবৃত্তি হ'লে তাকে অন্ত্যানুপ্ৰাস বোলা হয। এনে আবৃত্তি প্ৰাযে পদ নাইবা পাদৰ শেষত হয়, সেইকাৰণে ইযাৰ নাম অন্ত্যানুপ্ৰাস। যেনে –

তযু গুণ নাম ঃ ধৰ্ম অনুপাম।

মোক্ষ অৰ্থকাম ঃ সাধা প্ৰভুৰাম।। – **গুণমালা**/১২

ইযাত প্ৰথম যতিস্থানত থকা 'নাম ৰ 'ম ব্যঞ্জনবৰ্ণটো দ্বিতীয় যতি স্থানৰ 'অনুপাম'ৰ 'ম' ৰে পুনৰাবৃত্তি হৈছে। সেইদৰে দ্বিতীয় চৰণৰ প্ৰথম আৰু দ্বিতীয় যতি স্থানতো 'কাম' আৰু 'ৰাম'ৰ 'ম' ব্যঞ্জনটো পুনৰাবৃত্তি হৈ অন্ত্যনুপ্ৰাস হৈছে।

(ঙ) **লাটানুপ্ৰাস অলঙ্কাৰ ঃ**

লাটানুপ্ৰাস অলঙ্কাৰ হৈছে – এটা শব্দ একে অৰ্থতে তাৎপৰ্যভেদে পুনৰাবৃত্তি হ'লে তাক লাটানুপ্ৰাস অলঙ্কাৰ বোলে। 'শব্দাৰ্থয়োঃ পৌনৰুক্ত্যং ভেদে তাৎপৰ্যমাত্ৰতঃ

লাটানুপ্ৰাসঃ।" শঙ্কৰদেৱৰ ৰুক্মিণীহৰণ নাটত দেখা যায় —

সাহিত্যদৰ্প/পৃ ৬৭১

পূৰল পৰম মনোৰথ কামিনী
মধু অধৰ মধু পানে।। — ৰুক্মিণীহৰণ নাট/পৃ ১০৪৪

ইযাত 'মধু অধৰ' আৰু 'মধু পানে' দুযো ঠাইতে 'মধু' শব্দটোৰ একে অৰ্থতে প্ৰযোগ হৈছে। কিন্তু দুযো ঠাইতে তাৎপৰ্যৰ ভিন্নতা ঘটিছে। প্ৰথম মধু'ৰ তাৎপৰ্য 'অধৰ' আৰু দ্বিতীয 'মধু'ৰ তাৎপৰ্য পান কৰা কাৰ্য।

(২) **যমক অলঙ্কাৰ ঃ**

শব্দালঙ্কাৰৰ আৰু এবিধৰ নাম যমক। 'সাহিত্য দৰ্পণ' গ্ৰন্থত যমকৰ সংজ্ঞা এনেধৰণে দিছে —

"সত্যৰ্থে পৃথগৰ্থাযাঃ স্বৰব্যঞ্জনসংহতেঃ।
ক্ৰমেণ তেনৈৱাবৃত্তিৰ্যমকং ৱিনিগদ্যতে।।— সাহিত্যদৰ্পণ/১০ ৮

— যদি বাচ্য থাকে, আৰু যদি ভিন্ন অৰ্থ সমন্বিত স্বৰেৰে সৈতে ব্যঞ্জন বৰ্ণ সংহতিৰ একে ক্ৰমেৰেই আবৃত্তি হয, তেতিযাহ'লে তাক যমক বোলা হয।

শব্দমাত্ৰৰে অৰ্থপ্ৰকাশক সামৰ্থ্য থাকে আৰু প্ৰত্যেকটোৱেই এটা মুখ্যাৰ্থ প্ৰতিপাদন কৰে। এই মুখ্যাৰ্থৰ উপৰিও শব্দবোৰে লক্ষ্যাৰ্থৰ দ্বাৰা বেলেগ অৰ্থ আৰু ব্যঞ্জনাৰ দ্বাৰা অতিৰিক্ত অৰ্থ বুজাব পাৰে। তদুপৰি কিছুমান শব্দই দুটা তিনিটা মুখ্যাৰ্থ দিব পাৰে বা তাৰ এটা মুখ্যাৰ্থ থকাৰ উপৰিও এটা বা একাধিক গৌণাৰ্থ থাকিব পাৰে। এনেকুৱা একাধিক অৰ্থবাচক কোনো এটা শব্দ বাক্য এটাৰ দুঠাইত উল্লেখ হ'লে আৰু দুযোটা স্থানতে বেলেগ অৰ্থ বুজালে তাক যমক অলঙ্কাৰ বোলে। আনকথাত একেটা শব্দ বেলেগ বেলেগ অৰ্থত একাধিকবাৰ উচ্চাৰিত হ'লে যমক (Pun) অলঙ্কাৰ হয। যেনে ঃ

পাণ্ডু পুত্ৰ মাজে জীউ একখানি
সম্যকে মোহোৰ জীউ।
কাবৌ কৰো হেৰা পালিবা বিহানী
তোম্মাৰেসে ভৈল জীউ।। — ৰুক্মিণীহৰণ কাব্য/পৃ ৯০৩

ইযাত 'জীউ শব্দটো তিনিবাৰ উল্লেখ হৈছে। প্ৰথম আৰু তৃতীয 'জীউ' শব্দই কন্যা বুজাইছে। দ্বিতীযটো 'জীউ' শব্দই 'প্ৰাণ' বুজাইছে। প্ৰথম আৰু তৃতীযটোৰ একে অৰ্থ মাত্ৰ তাৎপৰ্যৰ ভিন্নতা আছে। 'জীউ' দুযোটাই একেস্বৰ আৰু ব্যঞ্জন বৰ্ণৰ সমষ্টিৰে একে শব্দ হ'লেও বেলেগ বেলেগ অৰ্থত প্ৰযোগ হৈছে। গতিকে ইযাত 'যমক' অলঙ্কাৰ হৈছে।

এইটো মন কৰিবলগীয়া যে বাক্যত ব্যৱহাৰ হোৱা একেৰূপৰ একাধিক শব্দৰ অৰ্থৰ ভিন্নতা যদি ঘটে তেতিয়াহে যমক হয়। অৰ্থৰ ভিন্নতা নাথাকিলে যমক হ'ব নোৱাৰে।

(৩) শ্লেষ ঃ

শব্দালঙ্কাৰৰ আন এটা ভাগ হৈছে শ্লেষ। 'সাহিত্য দৰ্পণ'ত কোৱা হৈছে –

শ্লিষ্টৈঃ পদৈৰনেকাৰ্থাভিধানে শ্লেষ ইষ্যতে।

- সাহিত্যদৰ্পণ পৃ - ৬৭৫

– অৰ্থাৎ, শ্লিষ্ট পদৰ দ্বাৰা অনেকাৰ্থবোধনকে শ্লেষ বোলা হয়।

উদাহৰণ –

"স্বৰ্গৰো আনিলা হৰি পুষ্প পাৰিজাত।

– কীৰ্ত্তন/লীলামালা পদ ১৭৩৬

ইয়াত এটা অৰ্থত 'হৰি' মানে 'কৃষ্ণ' আনটো অৰ্থত 'হৰণ কৰি নিয়া'

(৪) বক্ৰোক্তি ঃ

বক্ৰোক্তি অলঙ্কাৰ হৈছে – দ্ব্যৰ্থক অৰ্থবোধক অৰ্থাৎ দুটা অৰ্থ দিব পৰা কোনো শব্দ যদি বাক্যত প্ৰয়োগ হয় আৰু বক্তাই যি অৰ্থ প্ৰয়োগ কৰিছে সেই অৰ্থত নলৈ আন অৰ্থত শ্ৰোতাই গ্ৰহণ কৰে তেতিয়া বক্ৰোক্তি অলঙ্কাৰ হয়। যেনে –

মোক বিহা কৰিবাক আইলা শিশুপাল।
মোৰ মনে ভেবেতো জীৱন ভৈল ভাল।।

– ৰুক্মিণী-হৰণকাব্য/পদ - ৮৮

ইয়াত ৰুক্মিণীয়ে শিশুপালৰ লগত বিয়া হ'লে ভাল হ'ব বুলিলেও শ্ৰোতাই কিন্তু 'বেয়া হ'ব' এনে অৰ্থহে গ্ৰহণ কৰে, সেইকাৰণে এয়াই বক্ৰোক্তি।

বক্ৰোক্তি দুই প্ৰকাৰৰ – (১) শ্লেষ বক্ৰোক্তি আৰু (২) কাকু বক্ৰোক্তি।

(ক) শ্লেষ বক্ৰোক্তি ঃ বক্ৰোক্তি মানে বক্ৰভাৱে (বেঁকাকৈ) কৰা উক্তি। বাক্য এটাক অভিধাৰ দ্বাৰা বোধগম্য অৰ্থটোত গ্ৰহণ নকৰি বেলেগ এটা অৰ্থত গ্ৰহণ কৰাই হ'ল বক্ৰোক্তি। আনকথাত ই হ'ল বিশেষভাৱে কোৱা একপ্ৰকাৰ বাক্যভঙ্গী যাৰদ্বাৰা বক্তাই গোপনীয়া অৰ্থটোক প্ৰতিপাদন কৰিবলৈ নিবিচাৰে বেলেগ এটা অৰ্থ প্ৰতিপাদন কৰাটোৱেই তেওঁৰ অভিপ্ৰায় হয়। বাক্যত একে শব্দৰ একাধিক অৰ্থ গ্ৰহণৰ নাম শ্লেষ। কিন্তু এটা অৰ্থ অগ্ৰাহ্য কৰি আনটো অৰ্থ বুজালে তাক শ্লেষবক্ৰোক্তি বোলে। বক্তাৰ অভিপ্ৰায় নহ'লেও শ্ৰোতাই জানিশুনিও যদি আন অৰ্থত লৈ আচল অৰ্থটো নুবুজাৰ খোজে তেতিয়াও শ্লেষ বক্ৰোক্তি হয়। যেনে -

*মই প্ৰহ্লাদৰ নাতি হুয়া যেৱে মিছা মাতি*
তেৱেকি উচিত হৈবে মোৰ। —ভাগৱত/৮ম স্কন্ধ, পদ - ২৯২

ইযাত "প্ৰহ্লাদৰ নাতি হৈ মিছামতা মোৰ পক্ষে উচিত হ'ব" এইদৰে কোৱা হৈছে। কিন্তু শ্ৰোতাই "মিছা মতা মোৰ পক্ষে অনুচিত হ'ব" এই অৰ্থটোহে গ্ৰহণ কৰি ল'ব।

(খ) **কাকু বক্ৰোক্তি ঃ** বক্তাই কোৱা কথাৰ অৰ্থ, তেওঁৰ বচন ভঙ্গী বা মাতৰ পৰা কোৱা সুৰটোৰ পৰা যদি শ্ৰোতাই বেলেগ অৰ্থ বুজি লয তেতিযা তাক কাকু বক্ৰোক্তি বোলে।

ধৰ্ম্ম হোম ব্ৰত তীৰ্থত স্নান।
যতেক আছে মহাযজ্ঞ দান।।
আক এৰে কৰে নামক সৰি।
কতনো যাতনা ভুঞ্জিবে মৰি।। — কীৰ্ত্তন/নাম-অপৰাধ, ৫৩

ইযাত 'আক এৰে' শব্দটো 'ইয়াৰে সৈতে' অৰ্থত প্ৰযোগ হৈছে। কিন্তু শ্ৰোতাই ইযাক ভাণ্ডি "ইয়াক এৰি" এইটো অৰ্থত গ্ৰহণ কৰি লৈ আন অৰ্থক অগ্ৰাহ্য কৰে।

(৫) **পুনৰুক্তবদাভাস ঃ**

যি অৰ্থৰ আপাত দৃষ্টিত (ওপৰে ওপৰে) পুনৰুক্তি যেন দেখা যায, সেযে পুনৰুক্তিবদাভাস অলঙ্কাৰ।

"আপাততো যদৰ্থস্য পৌনৰুক্ত্যেন ভাসনম্।
পুনৰুক্তবদাভাসঃ স ভিন্নাকাৰশব্দগঃ।। — সাহিত্যদৰ্পণ/১০ ২

যেনে —

**কুবুজা কাম মনোৰথ পূৰল**
**বৰদ বৰদ বনমালী।। — ৰুক্মিণীহৰণ নাট, পৃ ১০২২**

**শঙ্কৰদেৱৰ ৰচনাৰাজিত শব্দালঙ্কাৰৰ উপৰিও অৰ্থালঙ্কাৰ যথেষ্ট পৰিমাণে দেখিবলৈ পোৱা যায়। অৰ্থালঙ্কাৰসমূহৰ চমু আলোচনা তলত আগবঢোৱা হৈছে।**

**(১) উপমা ঃ উপমাৰ লক্ষণ হৈছে —**

**সাম্যং ৰাচ্যমবৈধৰ্মং ৰাক্যৈক্য উপমা দ্বযোঃ।**

**— সাহিত্যদৰ্পণ/১০ ১৪**

**বৈধৰ্মৰ উল্লেখ নকৰাকৈ একে বাক্যতে দুটা বস্তুৰ সাম্য বাচ্যৰূপে কথিত হ'লে তাকে উপমা বোলে। উপমাৰ অঙ্গ চাৰিটা — উপমেয় (যাক তুলনা কৰা হয়), উপমান (যাৰ লগত তুলনা কৰা হয), সাধাৰণ ধৰ্ম (যি গুণৰ দ্বাৰা ৰিজোৱা হয়), সাদৃশ্য (তুলনা)। শঙ্কৰদেৱৰ 'কীৰ্ত্তন'ত উপমাৰ উদাহৰণ হৈছে ঃ**

চাৰু চাৰিভুজ জ্বলে আজানুলম্বিত।
কৰীকৰ সম উৰু বৰ্ত্তুল বলিত।। – কীৰ্ত্তন/শিশুলীলা, ৬৪৪

ইয়াত 'উৰু' আৰু 'কৰীকৰ বিজাতীয় বস্তু দুটাৰ সমান ধৰ্ম 'বৰ্ত্তুল বলিত ।ইয়াৰদ্বাৰা উৰুক কৰীকৰৰ লগত ৰিজোৱা হৈছে। আন এটা উদাহৰণ –

শৰতকালত ভৈলন্ত উদিত
যেন পূৰ্ণিমাৰ চান্দ। কীৰ্ত্তন/কালযৱন বধ - ১৩৪৫

(২) **মালোপমা ঃ**

"মালোপমা যদেকস্যোপমানং বহু দৃশ্যাতে।'

– সাহিত্যদৰ্পণ/১০ ২৫

একেটা উপমেযৰে যদি বহুত উপমান দিযা হয় তেতিযাহ'লে তাক মালোপমা বোলে। যেনে –

নিৰ্মল গগন যেন ভৈল সভাখান।
লক্ষেক নৃপতি তাতে ভৈলা তাৰাগণ।।
সবাৰো মধ্যত কৃষ্ণ প্ৰকাশন্ত বসি।
শৰত কালৰ যেন পূৰ্ণিমাৰ শশী।। – ৰুক্মিণী-হৰণ কাব্য, ২৩০

(৩) **উপমেয়োপমা ঃ**

য'ত দুটা বাক্যৰ দুটা পদাৰ্থ পৰস্পৰৰ উপমেয় আৰু উপমান হয় তাত উপমেযোপমা অলঙ্কাৰ হয়। অৰ্থাৎ, পৰ্যায়ক্ৰমে দুটা বস্তুৰ যেতিয়া উপমানত্ব আৰু উপমেযত্ব হয় তেতিযা তাক উপমেযোপমা বোলা হয়।

'পৰ্যায়েণ দ্বযোৰেতদুপমেয়োপমা মতা।' – সাহিত্যদৰ্পণ/পৃ ৭১২

উদাহৰণ –

ভকত জনেসে মোৰ হৃদয়।
ময়ো ভকতৰ হিয়া নিছয়।। – কীৰ্ত্তন/পাষণ্ড মৰ্দন, ১২৪

– ইয়াত উপমেয় 'ভকত'ক উপমান মোৰ হৃদয়েৰে' তুলনা কৰি আকৌ 'ময়ো' অৰ্থাৎ 'মোৰ হৃদয়ক' 'ভকত'ৰ সৈতে তুলনা কৰা হৈছে।

(৪) **স্মৰণোপমা ঃ**

সদৃশ বস্তু এটাৰ জ্ঞানৰ দ্বাৰা কোনো বস্তুৰ জ্ঞান হ'লে তাক স্মৰণ অলঙ্কাৰ বোলে। অৰ্থাৎ, সাদৃশ্যজনিত স্মৃতিৰ বৰ্ণনাই স্মৰণোপমা।

"সাদৃশানুভৱাদ্বস্তুস্মৃতিঃ স্মৰণমুচ্যতে।" – সাহিত্যদৰ্পণ/১০ ২৭

যেনে —

নুহি গোকুলক স্মৰিবা কেনে।
পুষ্প চুম্বি এড়ে ভ্রমৰ যেনে।।
স্ত্রীতো হেতু তেনে পুৰুষ চিত্ত।
বুজিলো কৃষ্ণৰ আমি ইঙ্গিত।।

—কীর্ত্তন/গোপী-উদ্ধব সংবাদ, ১২৫১

(৫) ৰূপক ঃ

শব্দ বা তাৎপৰ্যৰ দ্বাৰা গোপন নোহোৱা উপমেয়ত উপমানৰ তাদাত্ম্য আৰোপ হ'লে ৰূপক অলঙ্কাৰ হয়।

"ৰূপকং ৰূপিতাৰোপাদ্বিষয়ে নিৰপহ্নবে।"

— সাহিত্যদর্পণ/পৃ ৭১৫

যেনে —

(ক) গুচিল চক্ষুৰ অন্ধ দৈৱকীনন্দন চন্দ্র
দেখ সখী ভৈলন্ত উদয়।। — শ্রীমদ্ভাগৱত/১০ ১৬২৪

ইয়াত 'দৈৱকী নন্দন' উপমেয়ত কল্পিত উপমান 'চন্দ্র' আৰোপিত হৈছে।

(খ) সংসাৰ গৰ্ত্তে পৰি আছে লোক।
(গ) কাল ভূজঙ্গে দংশি লবে প্ৰাণ।

— কীর্তন/ ভাগৱত তাৎপর্য, ২০৩১

ৰূপক অলঙ্কাৰ তিনি প্ৰকাৰৰ —

(১) পৰম্পৰিত (২) সাঙ্গ (৩) নিৰঙ্গ —

(ক) পৰম্পৰিত ৰূপক ঃ য'ত কোনো এটা আৰোপ আন এটা আৰোপৰ কাৰণ হয় তাকে পৰম্পৰিত ৰূপক বোলে।

"যত্ৰ কস্যাচিদাৰোপঃ পৰাৰোপণকাৰণম্ তৎ পৰম্পৰিতম্।"

—সাহিত্যদর্পণ/১০ ২৯

যেনে —

নাম পঞ্চানন নাদে পলাৱত
পাপ দন্তী ভয়-ভীত। — বৰগীত/৮ পৃ ২৭

— ইয়াত 'পঞ্চানন' শব্দই সিংহক বুজাইছে। 'নাদ' মানে শব্দ আৰু 'দন্তী' অৰ্থ হাতী। অৰ্থাৎ ৰাম-নামৰ ধ্বনিত সকলো পাপ দূৰ হয়, যিদৰে সিংহৰ গোজৰণি শুনি

হাতী পলাই যায।

(খ) **সাঙ্গৰূপক** : প্ৰধান বা অঙ্গী উপমানৰ যদি অঙ্গবিলাকেৰে সৈতে ৰূপণ অৰ্থাৎ উপমেযত আৰোপ হয় তেতিযা তাক সাঙ্গৰূপক বোলে।

"আঙ্গিনো যদি সাঙ্গস্য ৰূপণং সাঙ্গমেব তৎ ।

— সাহিত্যদৰ্পণ/১০ ৩০

যেনে —

(ক) জয জয ৰঘুকুল কমল প্ৰকাশক
দাসক নাশক ভীতি।— ৰামবিজয নাট/পৃ ১১০১

(খ) হাসি হাসি ৰহস্যে হৰবে নখ পৰশে
কুচ কাঞ্চলি ফোৰে কাণে।
পুৰল পৰম মনোৰথ কামিনী
মধু অধৰ মধুপানে।। — ৰুক্মিণীহৰণ নাট/পৃ ১০৪৪

(গ) **নিৰঙ্গৰূপক** : যি ৰূপকত কেৱলমাত্ৰ অঙ্গী উপমানৰ ৰোপণ বা আৰোপ কৰা হয তাক নিৰঙ্গৰূপক বোলে।

"নিৰঙ্গ কেৱলস্যৈব ৰূপণং
— সাহিত্যদৰ্পণ/১০ ৩২

যেনে — আঙুলিৰ পান্তি নখ চন্দ্ৰকান্তি।
দেখি খণ্ডে ভ্ৰান্তি তাপ উপশান্তি।।
ৰঙা পদ তলে অঙ্কুশ কমলে।
চিহ্নসকলে অতিশয জ্বলে।। — গুণমালা, ৫৯, ৬০

(৬) **সন্দেহ অলঙ্কাৰ** :

সন্দেহঃ প্ৰকৃতেন্যস্য সংশয়ঃ প্ৰতিভোত্থিতঃ।

— সাহিত্যদৰ্পণ/১০ ৩৫

— যদি উপমেয় আৰু উপমান দুযোটাতে সন্দেহ থাকে আৰু সেই সন্দেহৰ দ্বাৰা কাব্যত যদি চমৎকাৰিত্ব সৃষ্টি হয়, তেতিয়া তাক সন্দেহ অলঙ্কাৰ বোলে।

দেখা আসে কোন ঋষি।
জানিলোহো বিমৰিষি।।
আসন্ত আদিত্য চলি।
চাহিবাক যজ্ঞ স্থলি।। — অমৃতমন্থন/পদ ২১৭, ২১৮

— ইযাত উপমেয বামনক আদিত্যৰূপে সন্দেহ কৰা হৈছে।

(৭) **ভ্ৰান্তিমান অলঙ্কাৰ ঃ**

সাদৃশ্যৰ বাবে এটা বস্তুত অন্য এটা বস্তুৰ ভ্ৰম উত্থিত হোৱাকে ভ্ৰান্তিমান বোলে। ই কবি প্ৰতিভাৰ দ্বাৰা উত্থিত হয।

সাম্যাদতস্মিস্তদ্‌বুদ্ধির্ভ্রান্তিমান প্ৰতিভোত্থিত ঃ।

— সাহিত্যদৰ্পণ/১০ ৩৬

যেনে —

ৰত্নৰ চাৰু কুন্দৰুখ জালে।
ধূপ ধূম্ৰচয বজাই বোম্বালে।।
মেঘ বুলি তাত মযূৰ গণে।
গৃহত পৰিযা নাচে সঘনে।।

— কীৰ্ত্তন/নাৰদৰ কৃষ্ণদৰ্শন, ১৪৯৩-৯৪

ইযাত ধোৱাঁ আৰু মেঘৰ সাদৃশ্য থকাত ঘৰৰ ভিতৰৰপৰা জলঙাইদি বিস্তাৰিতভাৱে ওলাই অহা ধূপৰ ধোঁৱাকে মেঘ' বুলি ম'ৰা চৰাইবোৰে ভ্ৰম কৰিছে। গতিকে ইযাত ভ্ৰান্তিমান অলঙ্কাৰ হৈছে।

(৮) **উল্লেখ অলঙ্কাৰ ঃ**

কেতিযাবা জানোতাৰ ভেদ অনুযাযী আৰু কেতিযাবা জ্ঞেয বিষযৰ ভেদ অনুযাযী বিষযৰ অনেকভাৱে উল্লেখ হয। তাকে উল্লেখ অলঙ্কাৰ বোলে।

ক্বচিদ্ ভেদাদ্ গ্ৰহীতৃণাং বিষযাণাং তথা ক্বচিৎ।
একস্যানেকধোল্লেখো যঃ স উল্লেখ উচ্যতে।।

— সাহিত্যদৰ্পণ/১০ ৩৭

যেনে —

মালে বোলে কিনো বজ্ৰময কলেৱৰ।
অন্যজনে বোলৈ এহেন্তেসে নৰবৰ।।
নাৰীগণে বোলে মূৰ্ত্তি ধৰিছা মদনে।
আমাৰেসে বন্ধু বুলি মানে গোপগণে।।
আমাৰেসে শাস্তা বোলে দুষ্ট ৰাজাচয।
বসুদেৱ দৈৱকীযে বোলয় তনয।।

— কীৰ্তন/কংসবধ, ১১৮১, ১১৮২

উক্ত উদাহৰণত একে কৃষ্ণকে বজ্ৰময় কলেৱৰ, নৰবৰ, মদন আদি বিভিন্ন প্ৰকাৰে

বৰ্ণনা কৰা হৈছে কাৰণে ইযাত উল্লেখ অলঙ্কাৰ হৈছে।

**(৯) অপহ্নুতি অলঙ্কাৰ :**

অপহ্নুতি অলঙ্কাৰ হৈছে –

প্ৰকৃতং প্ৰতিষিধ্যান্যস্থাপনং স্যাদপহ্নুতিঃ।।

– সাহিত্যদৰ্পণ/পৃ ৭৩৫

প্ৰকৃত বস্তুক (উপমেযক) নিষেধ কৰি অন্যবস্তুক (উপমানক) স্থাপন কৰিলে অপহ্নুতি অলঙ্কাৰ হয়।

যেনে –

যমুনা তীৰত থাকা তীৰ্থবাসী
মিছা নামাতিবা জানি।
আমি অচেতন নিশ্চয় কহিয়ো
কৈ গৈলা শাৰঙ্গপাণি।। – শ্ৰীমদ্ভাগবত/১০ ১৩২০

**(১০) উৎপ্ৰেক্ষা অলঙ্কাৰ :**

প্ৰকৃত বস্তুক অৰ্থাৎ উপমেযক উপমান বুলি সম্ভাৱনা কৰিলে উৎপ্ৰেক্ষা অলঙ্কাৰ হয়।

"ভৱেৎ সম্ভাৱনোৎপ্ৰেক্ষা প্ৰকৃতস্য পৰাত্মনা।'

– সাহিত্যদৰ্পণ/১০ ৪০

যেনে –

যাৰ উৰঃস্থলে ছটা দেখিয়া লক্ষ্মীৰ।
শ্যামল মেঘত যেন বিজুলী সুস্থিৰ।। – কীৰ্ত্তন/ৰাসক্ৰীডা, ৯৮৩

– ইয়াত উৰঃস্থলক বিজুলী বুলি সম্ভাৱনা কৰা হৈছে।

**(১১) অতিশয়োক্তি অলঙ্কাৰ :**

অধ্যৱসায (উপমেযক তলপেলাই উপমানৰ জ্ঞান হ'লে) সিদ্ধ হ'লে তাক অতিশয়োক্তি অলঙ্কাৰ বুলি কোৱা হয়।

"সিদ্ধত্বে অধ্যৱসায়স্যাতিশয়োক্তির্নিগদ্যতে।'

– সাহিত্যদৰ্পণ/১০ ৪৫

– অৰ্থাৎ, উপমেয়ৰ উল্লেখ নকৰি উপমানকে উপমেয়ৰূপে নিৰ্দেশ কৰিলে অতিশয়োক্তি অলঙ্কাৰ হয়।

যেনে –

হোই যব নীল নব ঘন খণ্ড।

উবৰে ৰহ ৰবিকৰ পৰচণ্ড।।
পূৰ্ণিমাক চান্দ দুহোঁ দুহোঁ পাশা।
*তথি কৰু ইন্দ্ৰচাপ পৰকাশা।। — পাৰিজাতহৰণ নাট/পৃ ১০৮১*

*— ইযাত কৃষ্ণৰ ৰূপৰ সৈতে উপমান 'নীল নৱ ঘন খণ্ড' 'ৰবিকৰ পৰচণ্ড' আদিৰ* অভেদত্ব স্থাপিত হোৱাৰ ফলত ৰূপ ঢাক খাই পৰিল, তাৰ ঠাইত 'নীল নৱ ঘন খণ্ড' আদি উপমানহে দেখা গৈছে, আৰু সেইকাৰণেই ইযাত অতিশযোক্তি অলঙ্কাৰ প্ৰযোগ হৈছে।

(১২) **তুল্যযোগিতা অলঙ্কাৰ ঃ**

প্ৰাসঙ্গিক বস্তুত (প্ৰস্তুত) পদাৰ্থবিলাকৰ অথবা আনবিলাকৰ যেতিযা একেটা ধৰ্মৰ লগত সম্বন্ধ হয, তেতিযা তাক তুল্যযোগিতা অলঙ্কাৰ বোলে। ইযাত 'আনবিলাক'ৰ মানে 'অপ্ৰস্তুত বা অপ্ৰাসঙ্গিক বিলাকৰ'। 'ধৰ্ম' মানে গুণ আৰু ক্ৰিযাৰূপ ধৰ্ম।

পদাৰ্থানাং প্ৰস্তুতানামন্যেষাং ৱা যদা ভৱেৎ।
এক ধৰ্মাভিসম্বন্ধঃ স্যাত্তদা তুল্যযোগিতা।। — সাহিত্যদৰ্পণ/১০ ৪৭

যেনে —

ৰাম সুহৃদ সোদৰ মাতা।
**জান ৰামেসে** অভয দাতা।। — ৰৰগীত/২৯ পৃ ৩২

— ইয়াত সুহৃদ, সোদৰ, মাতা, অভযদাতা আদিৰ শুভাকাঙ্ক্ষীৰ গুণটোৰ বৰ্ণনা উপমেয ৰামত যোগ দি বৰ্ণনা কৰা হোৱাত তুল্যযোগিতা অলঙ্কাৰ হৈছে।

(১৩) **দীপক অলঙ্কাৰ ঃ**

**প্ৰস্তুত আৰু অপ্ৰস্তুতৰ একধৰ্মত্ব আৰোপ বৰ্ণনাত দীপক অলঙ্কাৰ হয।**

অপ্ৰস্তুত প্ৰস্তুতযোৰ্দীপকং তু নিগদ্যতে। — সাহিত্যদৰ্পণ, ১০/৪৮

যেনে —

তুমি বাৰম্বাৰ হুযা অৱতাৰ।
পৃথিৱীৰ ভাৰ খণ্ডিলা অপাৰ।।
ইন্দ্ৰক দমিলা ব্ৰহ্মাযো নমিলা।
বনত ভ্ৰমিলা গোপীক ক্ৰীড়িলা।।— গুণমালা/৯, ১০

— ইযাত 'অৱতাৰ হোৱা', 'ভাৰ হৰা', 'ইন্দ্ৰক দমা', 'বনত ভ্ৰমা', 'গোপীক ক্ৰীডা' ক্ৰিযাৰ একেটা কাৰকৰ লগত সম্বন্ধ হয।

(১৪) **প্ৰতিৱস্তুপমা অলঙ্কাৰ ঃ**

পৰস্পৰৰ শব্দ সাদৃশ্য অনুভৱ হোৱা বাক্যৰ একেটা সাধাৰণ ধৰ্ম পৃথকভাৱে বিভিন্ন শব্দেৰে নিৰ্দিষ্ট হ'লে 'প্ৰতিৱস্তুপমা অলঙ্কাৰ' হয়। অৰ্থাৎ উপমেয আৰু উপমানক

যদি দুটা বেলেগ বেলেগ বাক্যত দেখুওৱা হয় সিহঁতৰ সাধাৰণ ধৰ্মক সমাৰ্থক বিভিন্ন ভাষাত প্ৰকাশ কৰা হয় আৰু তুলনা বাচক শব্দ যেনে — সম তুল্য প্ৰভৃতি শব্দবোৰৰ কোনোটোকে ব্যৱহাৰ কৰা নহয় তেতিয়া প্ৰতিবস্তুপমা অলঙ্কাৰ হয়। ইয়াত 'বস্তু' মানে 'বাক্য'। বাক্যৰ সৈতে বাক্যৰ উপমা হয় বাবে ইয়াক প্ৰতিবস্তুপমা বোলে।

"প্ৰতিবস্তুপমা সা স্যাদ্বাক্যযোর্গম্যসাম্যযোঃ।'

— সাহিত্যদৰ্পণ, ১০ ৪৯

যেনে —

ত্ৰৈলোক্যৰ নাথ মাধৱক এৰি যায়।
কোনে শিশুপালক বৰিবে চক্ষু খাই।।
সিংহ এৰি শূকৰক খোজে কোন প্ৰাণী।
দুগ্ধ কৰি কোনজনে পিয়ে মাচো পানী।।

— ৰুক্মিণীহৰণ কাব্য/৯১, ৯২

— মাধৱক (কৃষ্ণক) এৰি শিশুপালক বৰিব নোখোজা ৰুক্মিণীৰ ভাষণত সিংহ এৰি শূকৰক গ্ৰহণৰ অনিচ্ছা আৰু দুগ্ধ এৰি পানী পানৰ অনিচ্ছা প্ৰকাশ পোৱাত তিনিওটা বাক্যৰেই সাধাৰণ ধৰ্ম হ'ল এটাক এৰি আনটোক লোৱা অনিচ্ছা।

**(১৫) দৃষ্টান্ত অলঙ্কাৰ ঃ**

'দৃষ্টান্তস্তু স্বধৰ্মস্য বস্তুনঃ প্ৰতিবিম্বনম।' — সাহিত্যদৰ্পণ/১০ ৫০

— য'ত সমান ধৰ্মসম্পন্ন উপমান উপমেয়ৰূপ বাক্যাৰ্থৰ (নাইবা প্ৰকৃত-অপ্ৰকৃত বস্তুদ্বয়ৰ) বিম্বপ্ৰতিবিম্বভাৱ দেখা যায়, সেযে দৃষ্টান্ত অলঙ্কাৰ।

যেনে —

তোৰ নিন্দা বাণী আম্মাক নপাৱে
শুন অনাচাৰ বাম।
যতেক কুকুৰে কামোৰ মাৰয
সৰেও আঠুৰ নাম।। -- ৰুক্মিণীহৰণ কাব্য/পদ - ৫১৯

— ইযাত উপমেয 'তোৰ নিন্দাবাণী' আৰু উপমান 'কুকুৰে কামোৰ মৰা' দুটা বেলেগ বাক্যত আছে। ইহঁতৰ সাধাৰণ ধৰ্ম 'আমাক নপাৱে আৰু 'আঠুৰ নাম' দুয়োটাই পৃথক। কিন্তু দুযোটাই গাত নালাগে বা ডাঙৰ ক্ষতি একো কৰিব নোৱাৰে। এই অৰ্থ বুজোৱাতেই তাৎপৰ্যত সাদৃশ্য থকা দেখা গৈছে। সাদৃশ্যবাচক কোনো শব্দ ইয়াত উল্লেখ হোৱা নাই। গতিকে ইয়াত দৃষ্টান্ত অলঙ্কাৰ হৈছে।

(১৬) **নিদর্শনা অলঙ্কাৰ ঃ**

য'ত পদাৰ্থৰ অন্বয সম্বন্ধ কোনো ঠাইত উপপন্ন কোনো ঠাইত অনুপপন্ন, কিন্তু উপমান উপমেয স্বৰূপ বিম্ব-প্ৰতিবিম্ব ভাব দেখা যায, সেযে নিদৰ্শনা।

সম্ভৱন ৱস্তু সম্বন্ধো অসম্ভৱন ৱা অপি কুত্ৰচিত।
যত্ৰ ৱিম্বানুৱিম্বত্বং বোধযেৎ সা নিদৰ্শনা।। — সাহিত্যদৰ্পণ/১০ ৫১

যেনে —

মুকুতি ৰসকো স্ৰৱৈ তোম্মাৰ ভকতি।
তাঙ্ক এৰি জ্ঞানপথে যিটো কৰৈ ৰতি।।
ক্লেশ মাত্ৰ পাৱৈ সিটো নিস্ফল প্ৰযাসে।
বাহানে পতান যেন তণ্ডুলক আশে।। — শিশুলীলা/৭৪৫

— ইযাত জ্ঞানপন্থী উপমেযৰ কাৰ্যক পতান বনা লোকৰ উপমানেৰে অসম্ভৱ প্ৰতিপন্ন কৰি তোলা হৈছে।

(১৭) **ব্যতিৰেক অলঙ্কাৰ ঃ**

আধিক্যমুপমেযস্যোপমানান্ন্যূনতা অথৱা।। — সাহিত্যদৰ্পণ/১০ ৫২

**— উপমানতকৈ উপমেযৰ আধিক্য বা ন্যূনতা বৰ্ণনাত ব্যতিৰেক অলঙ্কাৰ হয।**

যেনে —

বন্দুলি নিন্দি অধৰ কৰু কান্তি।
দাড়িম্ব নিবিড বীজ দন্তপান্তি।।
ঈষত হাস মদন মোহ যাই।
নাসা তিলফুল কমলিনী মাই।। — শ্ৰীৰামবিজয় নাট/পৃ ১১০৭

— ইযাত উপমান চন্দ্ৰ আৰু বন্দুলিতকৈ উপমেয 'বদন' আৰু 'অধৰ' শ্ৰেষ্ঠ বুলি কোৱা হৈছে।

(১৮) **বিনোক্তি অলঙ্কাৰ ঃ**

য'ত বিনা (বাহিৰে) নাইবা বিনা শব্দৰ সমানাৰ্থক অন্য শব্দৰ অৰ্থৰ সামৰ্থৰ দ্বাৰা এটা বস্তুৰ অভাৱ বৰ্ণনাত অন্য এটা বস্তু অশোভন নহয, নাইবা কেতিযাবা অশোভনৰূপে প্ৰকাশ হয, তাতে বিনোক্তি অলঙ্কাৰ হয।

"ৱিনোক্তিৰ্যদ্‌ৱিনান্যেন নাসাধ্বন্যদ্‌সাধু ৱা।"
— সাহিত্যদৰ্পণ/১০ ৫৫

যেনে ঃ

হৰি বিনে সুহৃদ বান্ধৱ নাহি কোই।। — বৰগীত/২৬
ৰাম বিনে নাহি গতি আন।। — বৰগীত/২৯

(১৯) **সমাসোক্তি অলঙ্কাৰ :**

সমাসোক্তি সমৈৰ্যত্ৰ কাৰ্য্যালিঙ্গবিশেষণৈঃ।
ব্যৱহাৰ সমাৰোপ্য প্ৰস্তুতেঅন্যস্য বস্তুন়ঃ।। -- সাহিত্যদৰ্পণ/১০ ৫৬

— য'ত প্ৰস্তুত অপ্ৰস্তুতত বিষযত সমানে সম্মন্বিত হোৱা কাৰ্য, লিঙ্গ আৰু বিশেষণৰ বলত প্ৰস্তুতৰ ওপৰত অপ্ৰস্তুতৰ ব্যৱহাৰ আৰোপ কৰা হয সেয়ে সমাসোক্তি অলঙ্কাৰ।

যেনে —

ওবা তুলসী সমিধান দিযা।
তুমি গোবিন্দৰ চৰণ প্ৰিযা।।
যাহন্তে দেখিলা নন্দকুমাৰ।
প্ৰাণতো অধিক প্ৰিয আমাৰ।।
হে জাই যুথী সখী মালতী
কৃষ্ণ পৰশে কি লভিলা গতি।।

— কীৰ্তন/ৰাসক্ৰীডা, পদ ৮৫৫-৫৬

(২০) **পৰিকৰ অলঙ্কাৰ :**

বিশেষণৰ অভিপ্ৰায গৰ্ভ প্ৰযোগত পৰিকৰ অলঙ্কাৰ হয়।

"উক্তৈঃ বিশেষণৈ° সাভিপ্ৰাযৈঃ পৰিকৰো মতঃ।

— সাহিত্যদৰ্পণ/পৃ ৭৮৭

যেনে —

"কিনো তপ ওবা কৰিলা ভূমি।
কৃষ্ণৰ চৰণ পৰশি তুমি।।
মিলি আছে আতি আনন্দ ভাব।
দেখো ৰোমাঞ্চিত তোমাৰ গাব।।
পূৰ্বতো বৰাহে আছে আলিঙ্গি।
তুমি সৰ্বকালে কৃষ্ণৰ সঙ্গী।।
দেখিছা কৃষ্ণক জানো নিশ্চয়।
কহিযো অম্মাত হুযা সদয়।। — কীৰ্তন/ৰাসক্ৰীডা, ৮৫৮-৫৯

গোপীসকলে কৃষ্ণক বিচাৰি ফুৰোঁতে গছ, লতা ভূমি সকলোকে 'কৃষ্ণ কেনি গল' বুলি সুধি ফুৰিছে। এই কথাযাৰ পৃথিৱীক সম্বোধন কৰি কৈছে। ইয়াত পৃথিৱীয়ে কৃষ্ণৰ চৰণ পৰশা আৰু পূৰ্বত তেওঁক বৰাহে আলিঙ্গন কৰাৰ কথা উল্লেখ কৰি কৃষ্ণৰ চিৰসঙ্গী বিশেষণ ব্যৱহাৰ কৰাৰ উদ্দেশ্য হৈছে চিৰসঙ্গী যেতিয়া কৃষ্ণ ক'ত আছে আমি নাজানিলেও তুমি জানা এই অভিপ্ৰায় বুজোৱা হৈছে।

(২১) **শ্লেষ অলঙ্কাৰ ঃ**

স্বভাৱতে একাৰ্থবাচক শব্দৰ দ্বাৰা অনেক অৰ্থ অভিধানত প্ৰতিপাদন হোৱাকে শ্লেষ অলঙ্কাৰ বোলে।

"শব্দৈঃ স্বভাৱাদ একাৰ্থৈঃ শ্লেযো অনেকাৰ্থৱাচনম্।"

– সাহিত্যদৰ্পণ/১০ ৫৭

– অৰ্থাৎ, বাক্যত ব্যৱহাৰ হোৱা একোটা পদৰ একাধিক অৰ্থ সংযুক্ত হৈ থাকিলে তাক শ্লেষ অলঙ্কাৰ বোলে।

যেনে –

'ওহি বৰ প্ৰাৰ্থিএ ঃ কুমাৰী তথি ৰহল থিক।'

– ৰুক্মিণীহৰণ নাট/পৃষ্ঠা ১০৩৫

(২২) **অপ্ৰস্তুত প্ৰশংসা ঃ**

অপ্ৰস্তুতৰপৰা প্ৰস্তুতৰ প্ৰশংসা হ'লে অপ্ৰস্তুত প্ৰশংসা অলঙ্কাৰ হয়।

"ক্বচিদ্‌ৱিশেষঃ সামান্যাৎ সামান্যং ৱা ৱিশেষতঃ"। সাহিত্যদৰ্পণ ১০ ৫৮

অপ্ৰস্তুত অৰ্থাৎ যিটো বৰ্ণনীয় নহয়, তাৰপৰা যদি প্ৰস্তুত অৰ্থাৎ বৰ্ণনীয় বিষয়ৰ প্ৰতীতি জন্মে তেতিয়া অপ্ৰস্তুত প্ৰশংসা অলঙ্কাৰ হয়।

যেনে –

আমাৰ বংশত তই ভৈলি ধূমকেতু।
গোত্ৰ কুটুম্বৰ সুখ নাহি তোৰ হেতু।।

– ৰুক্মিণীহৰণ কাব্য/পদ ৫০০

– ইযাত উপমান কাৰণ 'ধূমকেতু'ৰ পৰা গোত্ৰকুটুম্বৰ সুখ নোহোৱা উপমেযৰ প্ৰতীতি হৈছে।

(২৩) **অৰ্থান্তৰন্যাস অলঙ্কাৰ ঃ**

সাধৰ্ম নাইবা বৈধৰ্মৰ বৰ্ণনাৰে সাধাৰণৰ দ্বাৰা বিশেষৰ, বিশেষৰদ্বাৰা সাধাৰণৰ, কাৰ্যৰ দ্বাৰা কাৰণৰ দ্বাৰা কাৰ্যৰ সমৰ্থনত অৰ্থান্তৰন্যাস অলঙ্কাৰ হয়।

সামান্যং ৱা ৱিশেষণ ৱিশেষস্তেন ৱা যদি।
কাৰ্য্যং চ কাৰণেনেদং কাৰ্যেণ ৱা সমৰ্থ্যতে।।

– সাহিত্যদৰ্পণ/১০ ৬১

যেনে –

পৰম ঈশ্বৰে কৰৈ অকৰ্ম।
তেজস্বীত কিছু নাহি অধৰ্ম।।

হৰক দেখি বিষ খায আনে।
সিজন জানা মৰি যায প্ৰাণে।। – কীৰ্ত্তন/ৰাসক্ৰীডা, ৯৭০

**(২৪) কাব্যলিঙ্গ অলঙ্কাৰ :**

"হেতুৰ্ব্বাক্য পদাৰ্থত্বে কাব্যলিঙ্গ নিগদ্যতে।"

—সাহিত্যদৰ্পণ/১০ ৬২

বৰ্ণনীয় কোনো অৰ্থৰ প্ৰতিপাদনৰ বাবে বাক্যাৰ্থ বা পদাৰ্থক কাৰণৰূপে বৰ্ণনা কৰিলে কাব্যলিঙ্গ অলঙ্কাৰ হয়। যেনে –

ব্ৰজৰ তৃণ হৈবো মহাভাগ।
পাইবো গোপিকাৰ ৰেণুক লাগ। কীৰ্ত্তন/পাষণ্ডমৰ্দন/১২৭

**(২৫) বিশেষোক্তি অলঙ্কাৰ :**

"সতিহেতৌ ফলাভাৱে বিশেষোক্তিস্তথা দ্বিধা।"

— সাহিত্যদৰ্পণ/১০ ৬৭

কাৰণ থকা সত্ত্বেও কাৰ্যৰ অভাৱৰ বৰ্ণনাতে বিশেষোক্তি অলঙ্কাৰ হয়। যেনে —

এহি বুলি বীৰে বৰষিবে লৈলা বাণ।।
পৰশু মুষল অসি ভল্ল ভিণ্ডিপাল।
নৰাচ তোমৰ ত্ৰিকণ্টক কনিয়াল।।
সনাইবাৰ শৰসব হানন্ত সন্ধানে।
গোৱালৰ চালকো নিবিন্ধে গৈয়া বাণে।।

— ভাগৱত/১১ ৭২৭ ২৮

**(২৬) বিৰোধাভাস অলঙ্কাৰ :**

পৰস্পৰ বিৰুদ্ধযেন দেখা বিষয়ৰ বৰ্ণনাত বিৰোধভাব অলঙ্কাৰ হয়।

বিৰুদ্ধমিৱভাসেৎবিৰোধোহসৌ বিৰোধাভাসঃ।

— সাহিত্যদৰ্পণ/১০ ৬৮

যেনে —

চান্দ চন্দন মন্দ মলয় সমীৰে।
কেশৱ বিনে বিষ বৰিষে শৰীৰে।।
ঘন ঘন হানয় মদন পঞ্চবাণ।
কোকিল কুহুঁ কুহুঁ লেহ মোৰ প্ৰাণ।। — বৰগীত/৩৩/পৃ ৩৩

**(২৭) বিষম অলঙ্কাৰ :**

কাৰ্য আৰু কাৰণৰ গুণ নাইবা সিহঁতৰ ক্ৰিয়া পৰস্পৰৰূপে বৰ্ণনা কৰিলে নাইবা বিৰুদ্ধ পদাৰ্থৰ পৰস্পৰ সংঘটনা বৰ্ণনাত বিষম অলঙ্কাৰ হয়।

— বিৰূপয়ো সংঘটনা যাচ তদ্বিষমং মতম্।।।

— সাহিত্যদৰ্পণ/১০ ৭০

যেনে —

ভাই নোহি ইটো পাপী পৰম চাণ্ডাল।

হেন মনোৰথ মোৰ কৰাইলে বিফল।
জ্যেষ্ঠ ভাই নুহি সাত শত্ৰুতো আগল।।

— ৰুক্মিণীহৰণ কাব্য/পদ ৮৫, ৮৭

(২৮) **বিভাৱনা অলঙ্কাৰ ঃ**

"বিভাৱনা ৱিনাহেতুং কার্যোৎপত্তির্যদুচ্যতে।"

— **সাহিত্যদর্পণ**/১০ ৬৬

প্ৰসিদ্ধ কাৰণ নোহোৱাকৈ কার্যোৎপত্তিৰ বৰ্ণনাত বিভাৱনা অলঙ্কাৰ হয।

যেনে —

কি ভৈল অদ্ভুত ইটো যত ধেনুগণ।
নৱ বৎস এৰি বোকগুাক দেই স্তন।। — ভাগৱত/১০ম, পদ ৪৪০

(২৯) **সংসৃষ্টি অলঙ্কাৰ ঃ**

যেতিয়া দুটা বা অধিক অলঙ্কাৰ পৰস্পৰ লগলাগি মিহলি হৈ অৱস্থান কৰে তেতিযা সংসৃষ্টি অলঙ্কাৰ হয।

যদ্যেত এৱাহ লঙ্কাৰাঃ পৰস্পৰাৱিমিশ্ৰিতাঃ।
তদা পৃথগলঙ্কাৰৌ সংসৃষ্টিঃ।। — সাহিত্যদর্পণ/১০ ৯৭

যেনে —

তুষ্ট হৈয়া সূর্য্যে স্যমন্তক তাক দিলা।
সত্ৰাজিতে মহামণি কণ্ঠত পিন্ধিলা।।

সূর্যযেন প্ৰকাশিযা আসৈ দ্বাৰকাক।
ৰশ্মিয়ে চক্ষুক পীড়ে দেখি প্ৰজাজাক।।
আসন্ত আদিত্য বুলি মনত শঙ্কিযা।
কৃষ্ণৰ পাশক সৱে যায লৰডিযা।।

— কীৰ্তন/স্যমন্তহৰণ, পদ ১৪০৭, ০৮

— ইযাত স্যমন্তক মণি পিন্ধি দ্বাৰকালৈ আহোঁতে প্ৰজাসকলে সূৰ্যবুলি শঙ্কা কৰি দৌৰি যোৱাৰ কথা কৈছে।

(৩০) **স্বভাৱোক্তি অলঙ্কাৰ ঃ**

কবিৰ কল্পনাগম্য দুৰূহ অৰ্থস্বৰূপ বা ক্ৰিয়াৰ বৰ্ণনাত স্বভাৱোক্তি অলঙ্কাৰ হয়।

স্বভাৱোক্তির্দুৰূহাৰ্থস্বক্ৰিয়াৰূপৱৰ্ণনম্। — সাহিত্যদর্পণ/১০ ৯২

যেনে —

পাছে ত্ৰিনয়ন দিব্য উপৱন
দেখিলন্ত বিদ্যমান

যত দিব্য পক্ষী ফলফুল ভক্ষি
কাঢ়য় সুস্বৰ ৰাৱ।
কুহু কুহু ধ্বনি কোকিলৰ শুনি
বহয়ে মলয়া বাৱ।।

— কীৰ্ত্তন/হৰমোহন/পদ ৫৩৪-৫৩৯

(৩১) **প্ৰতীপ অলঙ্কাৰ ঃ**

প্ৰসিদ্ধস্যোপমানস্যোপমেয়ত্ব প্ৰকল্পনম।
নিষ্ফলত্বাভিধানং ব-প্ৰতীপমিতি কথ্যতে।। - সাহিত্যদৰ্পণ/১০ ৮৭

— প্ৰসিদ্ধ উপমানক উপমেয়ৰূপে কল্পনা কৰিলে নাইবা তাৰ নিষ্ফলত্ব প্ৰতিপাদন কৰিলে প্ৰতীপ অলঙ্কাৰ হয়। যেনে —

কোটি লক্ষ্মীসম নোহে কটাক্ষে ত্ৰৈলোক্য মোহে
ভণ্টাখেৰি খেলে দুয়োহাতে।। — কীৰ্ত্তন/হৰমোহন, পদ ৫৪০

— ইয়াত কোটি লক্ষ্মীৰো ৰূপ মোহিনীৰ সমান নহয় বুলি উপমানৰ নিকৃষ্টতা বৰ্ণোৱা হৈছে।

(৩২) **অধিক অলঙ্কাৰ ঃ**

"আশ্ৰয়াশ্ৰয়িনোৰেক্যাধিক্যে অধিকমুচ্যতে।"

— সাহিত্যদৰ্পণ/পৃষ্ঠা ৮২৮

যেতিয়া আশ্ৰয় আৰু আশ্ৰিতৰ (আধাৰ আৰু আধেয়ৰ) ভিতৰত এটাক আনটোৰ অধিকৰূপে বৰ্ণনা কৰা হয়, তাক অধিক অলঙ্কাৰ বোলে। যেনে —

সত্যব্ৰত ৰাজাক দেখাইলা নিজমায়া।
নধৰিলা সমুদ্ৰে তোমাৰ মৎসকায়া।

— কীৰ্ত্তন/চতুৰ্বিংশতি অৱতাৰ, পদ ২

(৩৩) **পৰ্য্যায় অলঙ্কাৰ ঃ**

কোনো ক্ষেত্ৰত এটা পদাৰ্থৰ অনেক পদাৰ্থত, কোনো ক্ষেত্ৰত অনেক পদাৰ্থৰ এটা পদাৰ্থত পৰ্যায়ক্ৰমে অৱস্থান বা সম্পাদনা কৰিলে তাক পৰ্যায় অলঙ্কাৰ বোলে।

ক্বচিদেকমনেকস্মিন্ননেকং চৈকগং ক্রমাৎ।
ভৱতি ক্রিয়তে ৱা চেওদা পর্যায় ইষ্যতে।। — সাহিত্যদর্পণ/১০ ৭৯

যেনে —

কতো নৰকত থাকো কদাচিত
স্বৰ্গক কৰোহো গতি।
মনুষ্যলোকত থাকো কতো বেলা
পশুৰো হওঁ সঙ্গতি।। — কীৰ্ত্তন/উৰেষাবৰ্ণন, পদ ১৭৩

— উক্ত উদাহৰণত একেজন লোকেই ক্রমে নৰক, স্বৰ্গ, মনুষ্যলোক আৰু পশুৰ সঙ্গত থকাৰ কথা বৰ্ণোৱাত পৰ্যায অলঙ্কাৰ হৈছে।

এই অলঙ্কাৰসমূহৰ বাহিৰেও শঙ্কৰদেৱৰ সাহিত্যত সাৰ, প্রত্যনীক, অনুকূল, একাৱলী, অৰ্থাপত্তি, সমুচ্চয়, ব্যাজস্তুতি, ব্যাজোক্তি, প্রেয়, সমাহিত, অনুমান, যথাসংখ্য, পৰিবৃত্তি, বিকল্প, পৰিসংখ্যা, সমাধি ইত্যাদি অলঙ্কাৰৰ নিপুণ প্রয়োগ দেখা যায়। মহাপুৰুষ শঙ্কৰদেৱে তেৰাৰ ৰচনাৰাজিত প্রয়োগ কৰা উক্ত অলঙ্কাৰসমূহ পৰৱৰ্তী বৈষ্ণৱ কবিসকলেও অনুকৰণ কৰি তেওঁলোকৰ ৰচনাত সন্নিবিষ্ট কৰিছিল।

অলঙ্কাৰৰ উপৰিও শঙ্কৰদেৱৰ ৰচনাত ছন্দৰ প্রয়োগ মন কৰিবলগীয়া। শঙ্কৰদেৱেই হৈছে অসমীয়া সাহিত্যৰ ছন্দোগুৰু।

কবিতাৰ (পদ্যৰ) উচ্চাৰিত ধ্বনিবোৰক নিযমিত কলাসম্মত ৰূপত সজ্জিত কৰা হয় ইয়াকে ছন্দ বোলে। কবিতাৰ ধ্বনিবিলাকক নিয়মিত কৰণৰ যোগেদি আনি দিয়া ভাষাটোৰ শ্ৰুতি মধুৰ স্বাচ্ছন্দ্যময় গতিশীল অৱস্থা। যিবোৰ নিয়মনীতিক অৱলম্বন কৰি ছন্দ গঠনৰ বিশ্লেষণ কৰা হয় তাক ছন্দশিল্প বা ছন্দতত্ত্ব (Prosody) বোলা হয়। সংস্কৃতত ইয়াক 'ছন্দস্' বোলা হৈছে আৰু ই বেদাঙ্গৰ এটা অন্তৰ্গত বিষয়। বেদ, সংহিতাত ছন্দস্‌ক পাঠ আৰু আবৃত্তিত সহায়ৰূপে লোৱা হৈছিল। প্রাচীন ভাৰতীয় সাহিত্যত ছন্দ-শাস্ত্ৰই সৰ্বোচ্চ স্থান অধিকাৰ কৰি আছিছে। পুৰণিকালত ছন্দজ্ঞানহীনলোকে বেদপাঠ কৰাটো নিষিদ্ধ আছিল, কাৰণ ছন্দৰ লক্ষণ অনুধাৱন নকৰাকৈ পঠিত মন্ত্র অশুচিৰূপে বিবেচিত হৈছিল। স্বৰ অথবা বৰ্ণনা দোষযুক্ত মন্ত্ৰই বাগ্‌বজ্ৰ যজমানক হত্যা কৰে বুলি পতঞ্জলিয়ে মহাভাষ্যত উল্লেখ কৰি গৈছে।

মন্ত্ৰহীনঃ স্বৰতো বৰ্ণতো বা মিথ্যাপ্ৰযুক্তো ন তমৰ্থমাহ।
স বাগ্বজ্ৰো যজমানং হিনস্তি যথেন্দ্ৰশত্ৰুঃ স্বৰতোপৰাধাৎ।।
—শতপথব্ৰাহ্মণ্/১৩ ১ ৫, মহাভাষ্য, পৃ ১৩

'ছান্দোগ্য উপনিষদ'ত আছে দেৱগণক জ্বলন্ত অগ্নিৰ উত্তাপৰপৰা নিৱাৰণ বা ৰক্ষা কৰিছিল ছন্দই।

"দেবাবৈ মৃত্যোবিভ্যতস্ত্ৰয়ীং বিদ্যাং প্ৰাৱিশংস্তে ছন্দোভিৰচ্ছাদয়ন যদেভিৰচ্ছাদযনস্তচ্ছন্দসাং ছন্দসত্ত্বম।

ছান্দোগ্য উপনিষদ/১ ৪ ২

ভাৰতীয় আলঙ্কাৰিকসকলে ৰসক কাব্যৰ আত্মা বুলি কৈ ছন্দক কাব্যদেহৰ শোভাবৰ্দ্ধক বুলি কৈছে। গদ্যসাহিত্যৰ ছন্দৰ স্পন্দ অনিযমিত কিন্তু পদ্য সাহিত্যৰ ক্ষেত্ৰত এই অন্তৰ্লীন ছন্দস্পন্দ এটা বিশেষ ৰূপত ফুটি উঠে। গদ্যত যি ছন্দ থাকে সি দেহৰ লাৱণ্যৰ দৰে অন্তৰ্লগ্ন, পদ্যত সেই ছন্দই শব্দ ধ্বনিৰ নিয়মিত বিন্যাসত সুস্পষ্ট হৈ উঠে। ক্ৰৌঞ্চ পক্ষীৰ বেদনাক অৱলম্বন কৰি বাল্মীকিৰ হৃদয়ত যি কৰুণাৰ উদ্ৰেক হৈছিল, তাক তেওঁ গদ্যভাষাত ৰূপায়িত কৰা নাই ছন্দৰ নিয়মিত ধ্বনি স্পন্দনৰ মাজেদি তেওঁ সেই বেদনাক কাব্যৰূপ দান কৰিছিল। ইয়াৰ কাৰণ হ'ল মানুহৰ মনৰ অব্যক্ত ভাৱৰাশিক ছন্দইহে বিমুক্ত কৰিব আৰু এটা অপূৰ্ব ৰসাবেশ সৃষ্টি কৰিব পাৰে।

অসমত নৱবৈষ্ণৱ ধৰ্ম প্ৰচাৰৰ কাৰণে মহাপুৰুষ শঙ্কৰদেৱে ৰচনা কৰা কাব্য, নাট, গীতসমূহত বিভিন্ন ছন্দ প্ৰয়োগ কৰিছে। এজন অতি শ্ৰেষ্ঠ শিল্পী হিচাবে ছন্দশিল্পৰ ক্ষেত্ৰত শঙ্কৰদেৱৰ শ্ৰেষ্ঠতম কৃতিত্বৰ পৰিচয় পোৱা যায় কেবাটাও সম্পূৰ্ণ অভিনৱ ছন্দসজ্জাৰ আৱিষ্কাৰত। শঙ্কৰদেৱে তেওঁৰ পূৰ্বসূৰী কবিসকলৰ ৰচনাৱলীৰ কতোৱেই সেই নতুন ছন্দসজ্জাসমূহৰ আভাস পোৱা নাছিল। মহাপুৰুষে সংস্কৃত পিঙ্গল ছন্দশাস্ত্ৰপৰা আৰু বৌদ্ধসিদ্ধাচাৰ্যসকলে তেওঁলোকৰ চৰ্যাগীতত প্ৰয়োগ কৰা অক্ষৰাবৃত্ত ছন্দৰ অনুকৰণত সৃষ্টি কৰি লৈছিল। অঙ্কীয়া নাটৰ শ্লোকসমূহত সংস্কৃত ছন্দৰ প্ৰয়োগ কৰিছে যদিও শঙ্কৰদেৱে সৃষ্টি কৰা ছন্দসমূহৰ কেইটামান চমুকৈ আলোচনা কৰা হ'ল –

১। **পয়াৰ ঃ**

দ্বিপাৰ্বিক ছন্দসজ্জাৰ ভিতৰত কবিৰ লেখাত পদ বা পয়াৰৰ প্ৰয়োগেই প্ৰচুৰ। সংস্কৃত অনুষ্টুভ ছন্দৰ ছাঁত এই ছন্দই প্ৰাক-শঙ্কৰী যুগতে গা-কৰি উঠে। ইয়াৰ প্ৰতিটো চৰণতে দুটাকৈ পৰ্ব থাকে আৰু সাধাৰণতে দুটা চৰণত একোটা পদ হয়। প্ৰথম চৰণৰ দ্বিতীয় পৰ্বৰ সৈতে চতুৰ্থ চৰণত অন্ত্যমিল থাকে। অক্ষৰৰ মাত্ৰা আৰু সংকেত যেনে –

শুক নিগদতি পাচে। গোবিন্দ তহিতে। ৮ + ৬
আৰম্ভিলা ৰাসক্ৰীড়া। গোপিকা সহিতে।। ৮ + ৬

– কীৰ্ত্তন/ৰাসক্ৰীড়া, পদ ৯৩৮

২। **মালতী ঃ**

মালতীছন্দৰ প্ৰতিটো এশৰীয়া চৰণত পোন্ধৰটা ধ্বনি থাকে। দুটা চৰণত এটা পদবন্ধ হয। মালতী ছন্দটোক দীৰ্ঘ পযাৰ বুলি ক'ব পৰা যায়। ইয়াৰ প্ৰতিটো চৰণত পযাৰতকৈ এটা অক্ষৰ বেছি থাকে। যেনে -

করতল কমল ক/মল দল নয়ন/৮ + ৭
ভৱদৱ দহন গ/হন বন শয়ন/৮ + ৭ — শঙ্কৰদেৱ, গীত

৩। **পাঞ্চালী ঃ**

পাঞ্চালী ছন্দত দুটা অসমান চৰণ থাকে। প্ৰথমটোত ১২ + ৬ ৰূপকল্পৰ দুটা *পদবিভাগ থাকে আৰু তাক দুটা পংক্তিত লিখা হয়। দ্বিতীয়টো চৰণত ৬ + ৬ ৰূপকল্পৰ* দুটা পদবিভাগ থাকে আৰু তাক এটা পংক্তিত লিখা হয়। প্ৰতিটো পৰ্বৰ অন্তিম ধ্বনিৰ মিত্ৰতা মন কৰিবলগীয়া — দ্বিতীয় চৰণৰ পদ দুটা মিত্ৰাক্ষৰী নহয়। কিন্তু চৰণান্তিক ধ্বনি মিত্ৰাক্ষৰী। এই ছন্দটোত পাঁচটা পৰ্বৰ ভাগ থাকে। সেয়ে ইয়াক পাঞ্চালী বোলা হয়। যেনে —

প্ৰমত্ত মাতঙ্গ/নিপাতল অঙ্গ/কৰি ভ্ৰূ-ভঙ্গ/
দশন উৎপাৰি/প্ৰৱেশল ৰঙ্গ/ — পত্নীপ্ৰসাদ, পৃ ১০১৩

৪। **ঝুমুৰি ঃ**

সংস্কৃত মধুমালতী ছন্দৰ অনুকৰণত যুদ্ধাদিৰ ক্ষিপ্ৰবৰ্ণনাত বহুলভাৱে ব্যৱহাৰ কৰা এইবিধ ছন্দৰ প্ৰতিটো চৰণত চাৰিমাত্ৰাযুক্ত দুটাকৈ পৰ্ব থাকে।

যেনে —

কতো বেলি/হানে গাছ। ৪ + ৪
কতো কোপে/চাপে কাছ।। ৪ + ৪
— কীৰ্ত্তন/স্যমন্তক হৰণ, পদ ১৪৩১

৫। **ঝুণা বা একাৱলী ঃ**

ঝুণা ছন্দৰ দুটা পদত ৬ + ৫ অক্ষৰ যুক্ত একোটা চৰণত মুঠ এঘাৰটা অক্ষৰ থাকে আৰু তাক এটা পংক্তিত লিখা হয়। তেনেকুৱা দুটা চৰণ লগলাগি এটা পদ্য হয়। মহাপুৰুষৰ কীৰ্তন-ঘোষাত প্ৰচুৰ ব্যৱহৃত অন্ত্যমিলবিশিষ্ট দ্বিপাদী ঝুণা বা একাৱলী ছন্দ। যেনে —

মেঘ বুলি তাত/ময়ূৰ গণে।
গৃহত পড়িয়া/নাচে সঘনে।।
— কীৰ্ত্তন/নাৰদৰ কৃষ্ণ দৰ্শন, পদ ১৪৯৪

৬। **কুসুমমালা ঃ**

মহাপুৰুষ শঙ্কৰদেৱৰ ছন্দসজ্ঞাসমূহৰ ভিতৰত পোনতে গুণমালাৰ 'কুসুমমালা'ৰ নামটোকে মনত পেলাবলগীয়া হয়। 'ভাগৱত পুৰাণ' হাতীমাৰি ভূৰুকাত ভৰোৱাটোৱেই অসাধ্যসাধন। কিন্তু তেৰাই সেই প্ৰত্যাহ্বানৰ উত্তৰ কেৱল তেৰাৰ বিশাল পাণ্ডিত্যৰেই দিয়া নাছিল, অসামান্য ছান্দসিক প্ৰতিভাৰেও দিছিল। দ্বিপাদী কুসুমমালা ছন্দৰ প্ৰতিটো

পাদত ছয়মাত্ৰাযুক্ত দুটা পৰ্ব থাকে। চাৰিওটা পৰ্বৰ অন্ত্যধ্বনিৰ মিল এই ছন্দসজ্জাৰ মন কৰিবলগীয়া কথা। সমগ্ৰ গুণমালা গ্ৰন্থ এই ছন্দত মহাপুৰুষে শেষ কৰা গুণে ইয়াক গুণমালা ছন্দ বুলিও কোৱা হয়। যেনে —

নমো নাৰায়ণ/সংসাৰ কাৰণ/ ৬ + ৬
ভকত তাৰণ/তোমাৰ চৰণ / ৬ + ৬ গুণমালা পদ - ১

৭। **দুলড়ী ঃ**

দুলড়ী ছন্দত এটা চৰণত বিশটাকৈ ধ্বনি ধাৰ্য কৰা হয়। ইয়াৰ চৰণটোক ১২ ৮ ধ্বনি সংখ্যাৰ দুটা পদত বিভক্ত কৰি দুটা পংক্তি বা শাৰীত লিখা হয়। আকৌ বাৰসংখ্যাৰ পদটোক ৬ ৬ দুটা পৰ্বত ভাগ কৰি দুয়োটাৰে মাজত ফাঁক কৰি লিখা হয়। মাত্ৰা সঙ্কেত ৬ + ৬ + ৮। দুলড়ীৰ আৰ্হি সংস্কৃত ত্ৰিষ্টুভ ছন্দ। মাত্ৰ ত্ৰিষ্টুভৰ বাইশটা অক্ষৰৰ ঠাইত দুলড়ীত দুটা কম কৰি বিশটা ধৰা হৈছে

যেনে —

পাছে ত্ৰিনয়ন দিব্য উপবন
দেখিলন্ত বিদ্যমান। ৬ + ৬ + ৮
ফল ফুল ধৰি জকমক কৰি
আছে যত বৃক্ষমান।। ৬ + ৬ + ৮
— কীৰ্ত্তন/হৰমোহন পদ ৫৩৪

৮। **ছবি ঃ**

ছবি ছন্দৰ এটা চৰণ ১৬ + ১০ টাকৈ ধ্বনিৰ ভাগেৰে দুটা পদৰ দুটা পংক্তিত লিখা হয়। ইয়াৰে প্ৰথম পদটোত ৮ + ৮ কৈ দুটা পৰ্ব বিভাগ থাকে আৰু দুয়োটাকে মাজত ফাঁক ৰাখি একোটা পংক্তিত লিখা হয়। আৱেগ-অনুভূতি প্ৰকাশৰ মাধ্যমৰূপে এই ছন্দ বেচ উপাদেয়।

মাত্ৰা সঙ্কেত ৮ + ৮ + ১০। অন্ত্যমিল দুলড়ীৰ দৰেই।

যেনে —

হেন দিব্য উপবন দেখিলন্ত ত্ৰিনয়ন
দিব্যকন্যা এক আছে তাতে। ৮ + ৮ + ১০
কোটি লক্ষ্মী সম নোহে কটাক্ষে ত্ৰৈলোক্য মোহে
ভণ্টা খেৰি খেলে দুয়োহাতে।। ৮ + ৮ ১০
কীৰ্ত্তন/হৰমোহন পদ ৫৪০

৯। **হংসমালা ঃ**

মহাপুৰুষ শঙ্কৰদেৱে বহু যত্নকৈ কৰা আৰু বনাপাৰা জুইৰ পৰা ৰক্ষা পোৱা

এমুঠি মাথোন বৰগীতৰ এটিত আন এবিধ ছন্দসজ্জাৰ এটি অকলশৰীয়া নিদৰ্শন পোৱা যায় সত্যনাথ বৰাই এইবিধ ছন্দসজ্জাৰ নাম 'হংসমালা' বুলি কৈছে। বৈয়াকৰণিক গৰাকীয়ে লিখিছে — 'এই ছন্দত দুফাঁকি কথা থাকে। প্ৰত্যেকফাঁকিত ১৮ টাকৈ আখৰ থাকে আৰু দুয়োফাঁকিৰ শেষৰ আখৰ মিলে।' (শঙ্কৰী সাহিত্য সমীক্ষা, পৃ ১৮)। ত্ৰিপাৰ্বিক, অন্ত্যমিলযুক্ত, দ্বিপাদী হংসমালা ছন্দৰ মাত্ৰাসংকেত হ'ল ৬ + ৬ + ৬। যেনে —

দিবসে বিষয়ে/বিয়াকুল নিশি/শয়নে গোৱাই। ৬ + ৬ + ৬
মনে ধন খোজি/বিয়াকুল তেৰি/আৰতি নপাই।। ৬ + ৬ + ৬
— বৰগীত/১৪

যদিও উক্ত বৰগীতত এই ছন্দৰ ব্যৱহাৰ কৰিছে তথাপি পৰৱৰ্তীচৰণসমূহ হংসমালাৰ অনুগামী নহয়। তালসলনি কৰি তেৰাই আকৌ এবিধ ছন্দসজ্জাৰ যোগান ধৰছে। সেইবিধ হ'ল — দুলড়ী অথবা তৰল ত্ৰিপদ।

১০। **ঝমক ঃ**

শঙ্কৰদেৱে অসমীয়া ছন্দ ভাণ্ডাৰলৈ আৰু এবিধ ছন্দসজ্জাৰ অৰিহণা যোগাই থৈ গৈছে। তেৰাই নিজেই ইয়াৰ নাম থৈছিল 'ঝমক'। ইয়াৰ অনুপ্ৰেৰণা তেৰাই ক'ৰপৰা সংগ্ৰহ কৰিছিল কোনেও ক'ব নেবাৰে। ভাগৱতৰ ৮ম খণ্ডত শঙ্কৰদেৱে এটি অকলশৰীয়া নিদৰ্শন এৰি থৈ গৈছে। যেনে —

এৰি ধনুশৰ।
খেনো বেলি পুৰন্দৰ।।
কামোৰে অধৰ।
কৰে কোঢ়ালে সমৰ।।
যুজে মালবান্ধে।
ধৰি বাহু বাহু চান্দে।।
চেপি ধৰে কণ্ঠে।
কতো হিয়াভৰি চান্দে।। — ভাগৱত ৮ম, পদ ৫৩৫-৫৩৬
— শঙ্কৰী সাহিত্যৰ সমীক্ষা/পৃ ২১

ওপৰত মহাপুৰুষ শঙ্কৰদেৱে তেৰাৰ বিভিন্ন ৰচনাত প্ৰয়োগ কৰা ছন্দগুচ্ছৰ এটি চমু আলোচনা কৰা হ'ল। গুৰুজনাৰ পৰৱৰ্তী কবিসকলে ওপৰত উল্লেখিত ছন্দতেই তেওঁলোকৰ কাব্য, উপাখ্যান প্ৰভৃতি ৰচনা কৰি গৈছে আৰু ছন্দসমূহৰ প্ৰকাশভঙ্গীয়ে প্ৰভূতভাৱে প্ৰভাৱান্বিত কৰিবলৈ সমৰ্থ হৈছে। ❑

# শঙ্কৰদেৱৰ সাহিত্যত ৰস ঃ শ্ৰীৰামবিজয নাটৰ বিশেষ উল্লেখেৰে

অসমত নৱ বৈষ্ণৱ ধমৰ প্ৰচাৰক মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰদেৱৰ ৰচনাসমূহত বিভিন্ন ৰসৰ প্ৰয়োগ সুন্দৰভাৱে কৰা দেখা যায়। নাট্যশাস্ত্ৰৰ প্ৰণেতা ভৰতমুনিৰ মতে বিভাৱ অনুভাৱ আৰু ব্যভিচাৰীভাৱৰ সহযোগত ৰসনিষ্পত্তি হয়। -- তত্ৰ বিভাৱানুভাৱ ব্যভিচাৰী সংযোগাদ্ৰসনিষ্পত্তিঃ।' (— নাট্যশাস্ত্ৰ)। আচাৰ্য মম্মটভট্টই 'কাব্যপ্ৰকাশ গ্ৰন্থত স্পষ্টভাৱে উল্লেখ কৰিছে যে লৌকিক জগতত ৰতি প্ৰভৃতি স্থায়ী ভাৱোদ্ৰেকৰ সহকাৰী কাৰ্য-কাৰণ আদিয়েই যদি কাব্য আৰু নাটত বৰ্ণিত হয, আৰু সিয়েই বিভাৱ, অনুভাৱ আৰু সঞ্চাৰী ভাৱৰূপে কথিত হয়, সেই বিভাৱাদিৰ দ্বাৰা অভিব্যক্ত স্থায়ীভাৱেই ৰস।

ভৰতমুনিয়ে ৰতি, হাস শোক ক্ৰোধ উৎসাহ, ভয় যুগুপ্সা আৰু বিস্ময় — এই আঠটা স্থায়ীভাৱ স্বীকাৰ কৰি শৃঙ্গাৰ, হাস্য কৰুণ, ৰৌদ্ৰ, বীৰ ভয়ানক, বীভৎস আৰু অদ্ভুত নামৰ ৰসৰ লগতে শমক স্থায়ীভাৱৰ মৰ্যাদা দি শান্তকো ৰসৰ অন্তৰ্ভুক্ত কৰে। মধ্যযুগীয় ভক্তি আন্দোলনৰ লগে লগে কাব্য-কৰ্মত একপ্ৰকাৰৰ নতুন ৰসৰ সংযোজন ঘটিল। সেয়া 'ভক্তিৰস'। ভক্তিৰসৰ সন্দৰ্ভত কোৱা হৈছে — ব্যাসাদিৰ দ্বাৰা বৰ্ণিত বিষ্ণু বা বিষ্ণুভক্তৰ নৱৰসাত্মক চৰিত্ৰৰ শ্ৰৱণাদিৰ দ্বাৰা যি চমৎকাৰ ভাৱ জন্মে সেয়ে হৈছে ভক্তিৰস। ৰূপগোস্বামীকৃত 'ভক্তিৰসামৃতসিন্ধু' গ্ৰন্থত ভক্তিৰসক মুখ্য আৰু গৌণ দুটি উপ-বিভাগত ভগাই মুখ্য ভক্তিৰসক শান্ত, প্ৰীত, প্ৰেয়ঃ, বাৎসল্য আৰু মধুৰ — এই পাঁচটা ভাগত বিভক্ত কৰিছে। একেদৰে, গৌণভক্তিৰসকো হাস্য, কৰুণ অদ্ভুত, বীৰ ৰৌদ্ৰ ভয়ানক আৰু বীভৎস এই সাতটা উপ-শাখাত বিভাগ কৰিছে।

মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰদেৱৰ সাহিত্যতো ভক্তিৰসৰ মন্দাকিনী ধাৰা প্ৰৱাহিত হোৱা সহজে চকুত পৰে। মহাপুৰুষজনাৰ ৰস-সন্ধানী লেখাসমূহত কেনেদৰে বিভিন্ন ৰসৰ আস্বাদন হৈছে তাৰে এটি চমু আলোচনা তলত কৰা হৈছে—

**ক। শৃঙ্গাৰৰূপ আদি ৰস ঃ** 'শৃঙ্গাৰ' শব্দই (শৃঙ্গ = কামোদ্ৰেক আৰ = আগমন) কামোদ্ৰেক আগমনৰ কাৰণে স্ত্ৰী-পুৰুষৰ যি অৱস্থা বিশেষ হয় সেয়ে শৃঙ্গাৰৰূপে অভিহিত হয়। সম্ভোগ আৰু বিপ্ৰলম্ভ নামে শৃঙ্গাৰ দুটা ভাগত বিভক্ত।

নায়ক-নায়িকাৰ পৰস্পৰৰ চুম্বন, আলিঙ্গন আদি সম্ভোগ অৱস্থাৰ বৰ্ণনাৰপৰা যি ৰসনিষ্পত্তি হয় সেয়ে সম্ভোগ শৃঙ্গাৰ ৰস। উদাহৰণ স্বৰূপে 'ৰুক্মিণীহৰণ নাট'ত —

ঘন ঘন নয়ন পঙ্কজ মুহ হেৰি
কৰত কানু কেলি।
আলিঙ্গি অঙ্গ অনঙ্গ ৰঙ্গ ৰসিক
কামিনীক ভুজ মেলি।।

আকৌ 'ৰামবিজয় নাট'ৰ—

কৰত সুৰত মত মাতঙ্গ গামিনী
কামিনী যামিনী যাই।।

নায়ক-নায়িকাৰ বিয়োগ অৱস্থাৰ উপস্থিতিৰপৰা ৰতিভাৱক লৈ যি ৰস অভিব্যক্ত হয় তাকে বিপ্ৰলম্ভ শৃঙ্গাৰ বোলে। ইয়াৰ পাঁচটা উপ-বিভাগ আছে — পূৰ্বৰাগ, বিৰহ, ঈৰ্ষা, প্ৰৱাস আৰু দৈৱ-দুৰ্বিপাক জনিত। প্ৰকৃত মিলনৰ পূৰ্বে পৰস্পৰৰ দৰ্শন-প্ৰভৃতিৰ পৰা নায়ক-নায়িকাৰ সমুচিত সঞ্চাৰী ভাৱ আৰু অনুভাৱৰ দ্বাৰা পুষ্ট মিলনেচ্ছাময় যি ৰতি সেয়ে পূৰ্বৰাগ। যেনে ঃ ৰুক্মিণীহৰণ নাটত দেখা যায় —

জগত নিৱাস শ্বাস ঘন ফোঁকাৰায়
চিন্তিতে ৰুকমিণী নাৰী।
কমন উপায়ে পাই পুনু পৰশন
দৰশন ৰাজকুমাৰী।। ৰু হ না পৃ ১০২৪

বিভিন্ন কাৰণত নায়ক-নায়িকাৰ মিলন ব্যাহত হ'লেই সি বিৰহৰ পৰ্যায়ভুক্ত হয়। তাৰ উদাহৰণ 'কেলিগোপাল' নাটত দেখা যায় —

হা হৰি হা হৰি কৰয় কামিনী মিলি
বিৰিন্দা বিপিন বিচাৰি।
ঘন ঘন মুৰুছি পৰয়ে বৰবালা
দিশ দিশ দেখু অন্ধিআৰি।।
*প্ৰাণ গোপাল বিনে নাহি ৰহ জিউ*
বিৰহ দহনু দহে প্ৰাণ।।

আনৰ প্ৰতি আসক্ত হোৱা গম পাই নায়ক বা নায়িকাঁই এজনে আনজনৰ ওপৰত দেখুওৱা ঠেহ-অভিমান ব্যঞ্জিতভাৱেই ঈৰ্ষা। 'পাৰিজাতহৰণ' নাটত ইয়াৰ সুন্দৰ উদাহৰণ দেখা যায়। যেনে —

সতিনীক উদয়ে হৃদয়ে দহে আগি
অধিক মিলয়ে মনতাপ।

প্ৰৱাসজনিত বিপ্ৰলম্ভ শৃঙ্গাৰ হৈছে প্ৰণয়ী দুজনৰ এজন আঁতৰত থাকিলে যি মনোবেদনা আৰু মিলনাগ্ৰহ জন্মে সেয়ে হৈছে প্ৰৱাসহেতুক বিপ্ৰলম্ভ শৃঙ্গাৰ। ইয়াৰ উদাহৰণ 'গোপী-

উদ্ধৱ সংবাদ'ত পোৱা যায়। দেৱতা আৰু গুৰুৰ অভিশাপ বা গ্ৰহদোষ আদিৰ পৰা প্ৰণয়ী-প্ৰণয়িনীৰ যি বিয়োগ ঘটে তাৰপৰা হোৱা শৃঙ্গাৰ ৰস দৈৱদুৰ্বিপাক হেতুক বিপ্ৰলম্ভ। কংস-বধ' অধ্যায়ত ইয়াৰ উদাহৰণ দেখা যায় --

কৃষ্ণ কৃষ্ণ বুলি গেড়ি দেয়।
আমাৰ প্ৰাণক কোনে নেয়।।
ক্ৰুৰ অক্ৰুৰ ভৈল বৈৰী।
জীৱ কাটি নেয় কেন কৰি।।

কীৰ্ত্তন-ঘোষা কংস-বধ পদ ১০৫৩

**খ। হাস্যৰস :** বিকৃত বেশভূষা বচন চলন আদিক আলম্বন কৰি 'হাস নামৰ স্থায়ীভাৱৰ লগত ইচ্ছাৰ বা কথাৰ লগত কাৰ্যৰ অসঙ্গতি হ'লেই হাস্যৰসৰ উৎপত্তি হয়। 'হৰিশ্চন্দ্ৰ উপাখ্যান'ত আন ৰসৰ লগত হাস্যৰসে সহাৱস্থান কৰা দেখা যায়। যেনে হৰিশ্চন্দ্ৰৰ পত্নৰ পাচত দান নিবলৈ অহা দৰিদ্ৰ ব্ৰাহ্মণৰ ভোজন আৰু দান গ্ৰহণৰ যি আমোদজনক চিত্ৰ অঙ্কন কৰিছে তাত হাস্যৰসৰ স্ফুৰণ দেখা যায়। সেইদৰে 'ৰুক্মিণীহৰণ কাব্য' আৰু নাটত বেদনিধিৰ চৰিত্ৰৰ যোগেদি হাস্যৰসৰ সৃষ্টি কৰা দেখা যায়। কীৰ্ত্তন-ঘোষাৰ 'হৰমোহন অধ্যায়ত দেৱাদিদেৱ মহাদেৱে মোহিনীৰূপত মুগ্ধ হৈ -- 'কন্যা বুলি ধৰিলন্ত বৃক্ষক নচাই' আদি বৰ্ণনাই লঘু হাস্যৰসৰ সৃষ্টি কৰিছে। যোগেশ্বৰৰ হাস্যোদ্দীপক অনুৰূপ বৰ্ণনা 'অমৃত-মন্থন'ৰ লক্ষ্মীৰ স্বয়ম্বৰৰ সভাতো লক্ষ্য কৰা যায়। পাৰিজাতহৰণ নাট'ত টুটকীয়া নাৰদৰ চৰিত্ৰই বিমল হাস্যৰসৰ যোগান ধৰে। একে নাটৰে ইন্দ্ৰ আৰু শচীৰ বাক-বিতণ্ডাতো হাস্যৰস সৃষ্টি হয়। ৰুক্মিণীৰ ভুৱনমোহন ৰূপ নিৰেখি স্বয়ং ব্ৰহ্মা কাম-মোহিত হোৱা আৰু কুশণ্ডিকা কালত সীতাদেৱীৰ ৰূপত বৃদ্ধা বিশ্বামিত্ৰ মূৰ্চ্ছিত হোৱা বৰ্ণনায়ো হাঁহিৰ যোগান ধৰে।

**গ। কৰুণ ৰস :** ৰসবাদীসকলৰ মতে কৰুণ ৰস সৰ্বৰসৰ আকৰ স্বৰূপ। এই কৰুণ ৰসেই হেতুৰ ভিন্নতাৰ কাৰণে ভিন ভিন হৈ নান ৰূপত পৰিণত হয়।

*একো ৰসঃ কৰুণ এৱ নিমিত্তভেদাদ্।*
ভিন্ন পৃথক্ পৃথগিৱাশ্ৰয়তে বিবৰ্ত্তান।। -- উত্তৰৰামচৰিত ৩/৪৭

মৃত বা চিৰকালৰ কাৰণে বিযুক্ত প্ৰিয়জনক অৱলম্বন কৰি শোক ভাৱটি আলম্বনাদিৰ দ্বাৰা উদ্দীপিত হৈ ৰোদনাদি অনুভাৱৰ দ্বাৰা ভাৱনা পালেই সি কৰুণ ৰসত পৰিণত হয়। গুৰুজনাৰ অনূদিত 'উত্তৰাকাণ্ড ৰামযণ'ৰ বিভিন্ন স্থানত আৰু 'হৰিশ্চন্দ্ৰ উপাখ্যান'ৰ সৰ্বাধিক স্থানত, 'কালিয়দমন'ৰ নাগপত্নীসকলৰ কৰুণ ক্ৰন্দনত আৰু গোপী বিৰহৰ বৰ্ণনাসমূহত কৰুণ ৰসৰ গভীৰতা সহজে উপলব্ধি কৰিব পাৰি। যথা :

হা বান্ধৈ সীতা ত্যজি গৈলি মোক
মাৰিয়া বুকুত ঘাৱ।

সুমৰি শাস্তীক লোতক নিগৰৈ
পোৰে মৰ্মে সৰ্ব গাৱ।। — ৰামায়ণ, উত্তৰাকাণ্ড পদ - ৫১৮

**ঘ। ৰৌদ্ৰৰস ঃ** বৈৰী আদিক আলম্বন কৰি ক্ৰোধভাৱ বৈৰিকৃত অপকাৰ আদিৰ দ্বাৰা উদ্দীপিত, তৰ্জন, গৰ্জন, কম্পন আদিৰ দ্বাৰা অনুভাৱিত আৰু গৰ্ব, অমৰ্ষ (অসহিষ্ণুতা) আদিৰ দ্বাৰা সঞ্চাৰিত হৈ সামাজিকৰ দ্বাৰা আস্বাদিত হয় তাকে ৰৌদ্ৰৰস বোলে। বীৰ আৰু ৰৌদ্ৰৰস অঙ্গাঅঙ্গী ভাৱে থাকে। বহু সময়ত ইটোৰ পৰা সিটোলৈ ৰূপান্তৰিত হয় মাথো। ৰামায়ণৰ উত্তৰাকাণ্ডত যেনে —

শুনিযা দুৰ্বাসা আতি জ্বলিল ক্ৰোধত।
তৰঙ্গ বৰঙ্গ খঙ্গে আখি আৰকত।।
কৰ কৰ কৰি ক্ৰোধে দশন চোবান্ত।
কি বুলিলি লক্ষণ। কটাক্ষ দৃষ্টি চান্ত।।

দশন প্ৰকটি চটি কৰন্ত ছুপটি।
ক্ৰোধে যেন উফৰি ফুৰন্ত ফিৰিঙ্গতি।।
— ৰামাযণ, উত্তৰাকাণ্ড, ৫, ৩৮-৫৪০

সেইদৰে ‘ৰুক্মিণীহৰণ’ কাব্যত নিজ পক্ষৰ নৃপতি মণ্ডলীৰ ছত্ৰ-ভঙ্গৰ পাছত ৰুক্মবীৰে কৰা তৰ্জন-গৰ্জনত ৰৌদ্ৰৰসৰ বিকাশ মন কৰিবলগীয়া।

যুদ্ধ হাৰি ৰাজাগণ যেৱে দেশে গৈল।
শুনি ৰুক্মকুমাৰৰ মহাক্ৰোধ ভৈল।।
ৰঙ্গা দুই নয়ন ফুৰাৱে যেন কুঞ্জ।
ঘৃত পাই যেন উথলিল বহ্নিপুঞ্জ।।
মাধৱক গৰ্জে মুণ্ড ঝোঙ্কাৰি ঝোঙ্কাৰি।
দেখা দেখা কৃষ্ণ কেনমত অহঙ্কাৰী।। পদ - ৪৫৫

কীৰ্ত্তন-ঘোষাৰ ‘জৰাসন্ধ যুদ্ধ’ আৰু ‘স্যমন্ত হৰণ’ অঁধ্যায় দুটিত ৰৌদ্ৰৰসৰ উদাহৰণ দেখিবলৈ পোৱা যায়।

**ঙ। বীৰৰস ঃ** উৎসাহ নামৰ স্থাযী ভাৱটিৰ উপযুক্ত বিভাৱ, অনুভাৱ আদিৰ দ্বাৰা উদ্দীপিত হৈ আস্বাদনৰ যোগ্য হ'লেই সি বীৰৰসৰ আখ্যা পায়। ৰুক্মিণীহৰণ, অমৃতমথন, বলিছলন আদি কাব্যৰ যুদ্ধাদিৰ বৰ্ণনাত বীৰৰসৰ স্ফুৰণ ঘটিছে।

**চ। ভয়ানক ৰস ঃ** ভয লগা বস্তুৰ অৱলম্বনত ভয় ভাৱৰ উদ্দীপন কৰি ত্ৰাসাদিৰ দ্বাৰা তাক সঞ্চাৰিত কৰিব পাৰিলেই ভয়ানক ৰসলৈ ৰূপান্তৰিত হয়। ‘প্ৰহ্লাদ-চৰিত্ৰ’ৰ নৰসিংহৰ

দ্বাৰা হিৰণ্যাক্ষ বধৰ চিত্ৰটি ভয়ানক ৰসৰ সুন্দৰ নমুনা।

তপ্ত সুৱৰ্ণৰ সম জ্বলে চক্ষু দুই।
পৰ্বত সমান কায় আছে স্বৰ্গ ছুই।।
শৰীৰৰ লোম চন্দ্ৰসম শুক্লবৰ্ণ।
তুলি আছে উদ্ধক তৱধ দুই কৰ্ণ।।

বহল হৃদয দীৰ্ঘ গ্ৰীৱা কৃশ কটি।
জিহ্বা মেলি আছে দুই দশন প্ৰকটি।
হেন দেখি দৈত্যেন্দ্ৰ মনত গুণে ডৰি।
আম্মাক বধিবে হৰি আইলা মায়া কৰি।। পদ ৮০২ ৪০৫

**ছ। অদ্ভুত ৰস ঃ** বিস্ময় নামৰ স্থায়ীভাৱ অস্বাভাৱিক বস্তু বা ঘটনাক আলম্বন কৰি তাৰ অস্বাভিকতা বা অসাধাৰণ মাহাত্ম্য আদিৰ দ্বাৰা উদ্দীপিত শিহৰণ স্তম্ভন, চকখোৱা আদিৰ দ্বাৰা অনুভাৱিত আৰু বিতৰ্ক চিন্তা-আবেগ আদিৰ দ্বাৰা সঞ্চাৰিত হৈ আস্বাদিত হ'লে তাকে অদ্ভুত ৰস বোলে। মহাপুৰুষ শঙ্কৰদেৱৰ সাহিত্যত এইবিধ ৰসৰ প্ৰভাৱ যথেষ্ট বেছি। 'কীৰ্ত্তন-ঘোষা' পুথিৰ এটি উদাহৰণ দাঙি ধৰা হ'ল –

গৃহত পাইলেক যত জৰী।
এহিমতে জুৰিয়া সুন্দৰী।।
উডুখলে এৰে বান্ধে চাপি।
নাটে দুই আঙ্গুল তথাপি।।
হেন দেখি হাসে গোপীগণে।
যশোদা বিস্ময় ভৈলা মনে।। – শিশুলীলা ৭০০ ০১

**জ। বীভৎস ৰস ঃ** জুগুপ্সা অৰ্থাৎ ঘিণ ভাবটি ঘিণ লগা বস্তুক আলম্বন কৰি দুৰ্গন্ধ আদিৰ দ্বাৰা অনুভাৱিত আৰু গ্লানি আদিৰ দ্বাৰা সঞ্চাৰিত হৈ আস্বাদিত হ'লে তাক বীভৎস ৰস বোলা হয়। 'অজামিল উপাখ্যান'ৰ নৰকৰ বীভৎস বৰ্ণনাত এইবিধ ৰসে আত্মপ্ৰকাশ কৰিছে। যেনে ঃ

কৃষ্ণ কথা এৰি সাতে পাষণ্ড বেঢি
আন কথা কই থাকে।
অমৃতক এৰি যেন্ন বিষ্ঠা ভুঞ্জে
গাঁৱি শুকৰৰ ভাকে।। পদ ১৯৯

**ঝ। শান্তৰস ঃ** নিৰ্বেদ বা শম ভাবটি উপযুক্ত অনুভাৱ আৰু সঞ্চাৰী ভাৱৰ দ্বাৰা ভাৱনা পালে সি শান্তৰসৰূপে জ্ঞাত হয়। শান্তৰসৰ স্থায়ীভাৱ হ'ল নিৰ্বেদ বা শম। বহিৰ্বিষয়ৰ

প্ৰতি আসক্তিৰ অভাৱেই শম। পণ্ডিত মনোৰঞ্জন শাস্ত্ৰীদেৱে শান্তৰসৰ আস্বাদিত ভাৱটি পাঁচোটা অৱস্থাত বিভাজিত কৰিছে। সেই আটাইকেইটা ভাৱেই শঙ্কৰদেৱৰ সাহিত্যত পোৱা যায়। ভাৱকেইটা হৈছে — ভাৱোদয, ভাবস্থিতি, ভাবশান্তি, ভাৱসন্ধি, ভাৱশৱলতা। **ভাৱোদযৰ** উদাহৰণ 'উত্তৰাকাণ্ড ৰামাযণ'ত পোৱা যায়। যেনে ঃ

আগক নবাঢে ভৰি বিৱৰ্ণ বদন।
ৰামত জনাইলা দুৰ্বাসাৰ আগমন।।
থিৰযে মৰিল ৰাম লক্ষ্মণক দেখি।
আথে-বেথে পঠাইলন্ত কালক উপেখি।। পদ -৫৪৪

**ভাৱস্থিতি ঃ** 'হৰমোহন'ত দেখা যায —

বহ্নিৰ সংযোগে যেন উথলিল ঘৃত।
দুঃসহমদন শৰে জৰ্জ্জৰিত চিত্ত।
একো নেদেখন্ত কামাতুৰ ভৈলা বৰ।
কন্যাক ধৰিবে লাগি দিলেক লৱৰ।। পদ - ৫৫১

**ভাৱশান্তিৰ** উদাহৰণ 'উত্তৰাকাণ্ড ৰামাযণ'ত পোৱা যায —

ঋষিৰ মূৰ্ত্তিক দেখি ৰাঘৱ শঙ্কিত।
কৰিলা প্ৰণাম প্ৰভু পৰিযা ভূমিত।।
কৃতাঞ্জলি বোলন্ত সুমৰি ধৰ্ম ধৰ্ম।
আজ্ঞা কৰিয়োক মোক সাধো কোনকৰ্ম।। পদ - ৫৫০

**ভাৱসন্ধি** — 'কেলিগোপাল' নাটত — যেনে ঃ

নিশী একুশ্বৰী নাৰী অনাথিনী
কৰু কৰুণা মুৰাৰি।
তুহু বিনে জীৱন ৰহই নপাৰি
দহে হৃদয হামাৰি।। কে গো পৃ - ১০৭০

**ভাৱশৱলতা** 'হৰিশ্চন্দ্ৰ উপাখ্যান'ত —

মৃতক শিশু ৰাজা চাহন্ত নিৰেক্ষি।।
গাতে সৱে আছে নৃপতিৰ যত চিহ্ন।
মহাসুলক্ষণ একো অঙ্গে নুহি হীন।।
কিবা দোষে ইহাৰ অল্পত ভৈল কাল। পদ - ৩৮৩

মহপুৰুষ শ্ৰীমন্ত শঙ্কৰদেৱৰ বিশাল সাহিত্যৰাজি নৱ-ৰসেৰে ৰঞ্জিত হ'লেও আটাইবোৰ

ৰসকে দমন কৰি যিটো ৰসে তুঙ্গ-শীৰ্ষত আসন লৈছে, সেয়া হ'ল 'ভক্তিৰস'। ডঃ সত্যেন্দ্ৰ নাথ শৰ্মাই 'অসমীয়া নাট্য-সাহিত্য'ত উল্লেখ কৰিছে যে - মহাপুৰুষ শঙ্কৰদেৱে কৃষ্ণ বা ৰামৰ কাৰ্যত মানৱৰ ব্যৱহাৰ আৰোপ কৰিও ঈশ্বৰ বুলি সেৱৰাই থাকিবলৈ খন্তেকো পাহৰা নাই। গতিকে সাধাৰণ কাব্য নাটত ৰূপায়িত নবিধ ৰস অঙ্কীয়া নাটত স্বাভাৱিকভাৱে প্ৰকাশ হোৱা নাই, এইবোৰত প্ৰকটিত হোৱা শৃঙ্গাৰ বা বীৰৰস ভক্তিৰসৰে বিভিন্ন অভিব্যক্তি বুলিহে গ্ৰহণ কৰিব লাগিব।

উদহৰণস্বৰূপে দেখা যায় যে – কেলিগোপাল ৰুক্মিণীহৰণ আদি অঙ্কীয়া নাটত প্ৰকটিত শৃঙ্গাৰ ৰস সাধাৰণ কাব্য নাট্যৰ শৃঙ্গাৰ ৰসতকৈ ভিন্ন। ই শৃঙ্গাৰাত্মক ভক্তিৰসহে। সেইকাৰণে মহাপৰুষ শঙ্কৰদেৱে সাহসেৰে কব পাৰিছিল –

শৃঙ্গাৰ ৰসে যাৰ আছে ৰতি
আকে শুনি হৌক নিৰ্মল মতি।। ৰাসক্ৰীড়া পদ ৯৫৪

মুঠতে মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰদেৱৰ সাহিত্যত নৱৰস ভক্তিৰসৰ মাজেৰে প্ৰৱাহিত হৈছে। এই ভক্তিৰসেই সকলোৰে মনত বিমল আনন্দ প্ৰদান কৰিছে।

**শ্ৰীৰামবিজয় নাটৰ ৰস পৰ্যালোচনা :** মহাপুৰুষ শ্ৰীমন্তশঙ্কৰদেৱে শ্ৰীৰামবিজয় নাটখনি মহাকাব্য ৰামায়ণ আৰু অগ্নিপুৰাণৰ কাহিনীক লৈ কোচবিহাৰত শ্ৰীশুক্লধ্বজ নৃপতিৰ অনুৰোধত ৰচনা কৰে (শ্ৰীৰামবিজয়-পৃ ১১)। ঋষি বিশ্বামিত্ৰই যজ্ঞৰক্ষা কৰিবলৈ ৰাম-লক্ষ্মণক আশ্ৰমলৈ লৈ যায়। তাৰ পিছত মিথিলাত সীতাস্বয়ম্বৰত হৰৰ ধনু 'অজগৱ' ভঙ্গ কৰি ৰামে সীতাক লাভ কৰে। সীতাৰ পাণি-প্ৰাৰ্থী অন্যান্য ৰজাসকলক পৰাস্ত কৰি সীতাক লৈ অযোধ্যালৈ উভতি যোৱা বাটতে ৰামে শিৱ-ভক্ত পৰশুৰামক পৰাস্ত কৰি পৰশুৰামৰ দৰ্পচূৰ্ণ কৰে। তাৰপিছত অযোধ্যাত ৰাম-সীতাৰ বিবাহ সম্পন্ন হয়। এয়ে নাটখনিৰ মূলকাহিনী। এই নাটখনি 'সীতাস্বযম্বৰ' নামেৰে জনা যায়। এই প্ৰবন্ধত 'ৰামবিজয় নাটৰ ৰস সম্পৰ্কে এটি চমু পৰ্যালোচনা আগবঢ়োৱা হ'ব।

"কাব্যেষু নাটকং ৰম্যম" কাব্যৰ ভিতৰত নাটকেই ৰমণীয়। কাৰণ ই একেলগে দৃশ্য আৰু শ্ৰব্যও। অসমৰ সমগ্ৰ বৈষ্ণৱ সাহিত্য ভক্তিপ্ৰধান। বৈষ্ণৱ কবিসকলে ভক্তিক অন্যতম ৰস বুলি স্বীকাৰ কৰিছে। 'ভক্তি'ৰ অৰ্থ ভগবানৰ প্ৰতি প্ৰেম' বা 'ৰতি'। 'সা ভক্তিঃ পৰাণুৰক্তিৰীশ্বৰে" – 'শাণ্ডিল্য সূত্ৰ-৯)। ৰতি যদি কান্তাৰ প্ৰতি হয় তেতিয়া শৃঙ্গাৰ ৰসৰ অভিব্যঞ্জনা হয়। দেৱ বা গুৰুৰ প্ৰতি ৰতি হ'লে ভক্তিভাৱ হয়। 'ৰামবিজয় নাট'ৰ ৰস পৰ্যালোচনা কৰিবলৈ হ'লে কিছুমান মৌলিক প্ৰশ্নৰ সন্মুখীন হোৱা যায়, যেনে—নাটখনিৰ প্ৰধান ৰস বীৰ নে শৃঙ্গাৰ। কাৰণ, সংস্কৃত নাটকৰ প্ৰধান ৰস হয় বীৰ, নহয় শৃঙ্গাৰ হ'ব লাগে আৰু বাকী ৰসসমূহ অপ্ৰধানভাৱে থাকিব লাগে। কিন্তু শঙ্কৰদেৱৰ বিৰচিত ৰামবিজয় নাটৰ শেষত ভক্তিৰসৰ কথাহে উল্লেখ কৰিছে -

ৰামক পৰম ভকতি ৰস জানা।
শ্ৰীশুক্লধ্বজ নৃপতি প্ৰধানা।। (ৰামবিজয় নাট - পৃ ১১১৯)

উপনিষদৰ মতে — ব্ৰহ্মাই ৰস। "ৰসো বৈ সঃ (তৈত্তিৰীয় উপনিষদ)। আকৌ ভক্তিও ৰসময়ী। 'ৰস' শব্দটোক পিছৰ আলঙ্কাৰিকসকলে ইয়াৰ অৰ্থ কৰিলে যে সৌন্দৰ্যবোধৰপৰা ওপজা মনৰ এটি অতি জাগতিক আনন্দময় অৱস্থা। ভৰতমুনিৰ মতে — ৰস আঠ প্ৰকাৰৰ। শৃঙ্গাৰ, হাস্য, কৰুণ, ৰৌদ্ৰ, বীৰ, ভয়ানক, বীভৎস আৰু অদ্ভুত। পিছত আলঙ্কাৰিকসকলে শান্ত ৰসকো ইয়াৰ ভিতৰুৱা কৰি ন প্ৰকাৰ ৰসৰ উল্লেখ কৰে। ইয়াৰোপৰি 'বাৎসল্য ৰস'কো ইয়াৰ অন্তৰ্ভুক্ত কৰে।

অঙ্কীয়া নাটত এই দহ প্ৰকাৰ ৰসৰ ভিতৰত শৃঙ্গাৰ, বীৰ, ৰৌদ্ৰ, বীভৎস আৰু বাৎসল্য ৰস প্ৰধানভাৱে পোৱা যায়। শঙ্কৰদেৱৰ বিৰচিত ৰামবিজয় নাটত মুখ্যতঃ শৃঙ্গাৰ, বীৰ, হাস্য, কৰুণ আৰু শান্তৰসৰ উল্লেখ থকা যেন লাগে। কিন্তু বৈষ্ণৱ কবিসকলে ভক্তিকো অন্যতম ৰস বুলি স্বীকাৰ কৰাৰ কাৰণে ভক্তিৰসো নিহিত আছে বুলি মানি ল'ব লাগিব। কাৰণ, ভক্তিৰ ক্ষেত্ৰত চিত্তবৃত্তি বহিৰ্বিষয়ৰ প্ৰতি পৰাঙ্মুখ হয় কাৰণে ভক্তিক শান্তৰসৰ ভিতৰতো ধৰিব পাৰি।

'ভক্তি'ক শান্তৰসৰ ভিতৰত অন্তৰ্ভুক্ত কৰাৰ প্ৰচেষ্টা প্ৰাচীন আলঙ্কাৰিকসকলৰ মাজতো চলিছিল। তাৰ ইঙ্গিত পণ্ডিতৰাজ জগন্নাথ ৰচিত 'ৰসগঙ্গাধৰ' গ্ৰন্থত দেখা যায় — "ভগৱান য'ত আলম্বন বিভাৱ, ৰোমাঞ্চ, অশ্ৰুপাত আদি য'ত অনুভাৱ, হৰ্ষৰ দ্বাৰা যাৰ পৰিপুষ্টি ঘটে তাতেই ভক্তিৰসৰ উদ্ৰেক হয়। কাৰণ ভাগৱত আদি পুৰাণ শুনাৰ সময়ত ভগৱদ্ ভক্তসকলে যিটো অনুভৱ কৰে — তেতিয়া ভক্তিৰসৰ অনুভূতি হয়। তেতিয়া ভগৱদ্ অনুৰূপা ভক্তিয়েই ইয়াৰ স্থায়ীভাৱ হয়।" (ৰসগঙ্গাধৰ-১ম আনন)।

ব্যৱহাৰিকভাৱে ভক্তিভাৱ হৈছে ৰামবিজয় নাটৰ শান্তৰসৰ অঙ্গ। পাৰমাৰ্থিকভাৱে ভক্তিয়েই ভগৱদ্ ৰতি আৰু সেয়েই হৈছে পৰমাত্মৰতি অথবা আত্মজ্ঞান। আত্মজ্ঞান হৈছে নিজৰ আত্মাৰেই নিজৰ দ্বাৰা অনুভূতি। সেই অনুভূতিয়েই পৰম আহ্লাদ।

ৰামবিজয় নাটত বীৰৰসো আছে — উদাহৰণ, যেনে —

সমৰক নাগৰ নাগৰৈ সাগৰ
শিলা সেতু কয় বন্ধ।
ভকতা ভীতা সীতা নীতা
যুদ্ধে বন্ধিয়া দশস্কন্ধ।। (ৰামবিজয় নাট - পৃ ১১০১)

কিন্তু এই বীৰ ৰসক নাটখনিৰ প্ৰধান ৰস বুলি ক'বলৈ অসুবিধা যে ঈশ্বৰৰ কাৰ্যাৱলীত যি বীৰত্ব পোৱা যায় সেয়া তেওঁৰ মহিমা বা ঐশ্বৰিক শক্তি। মানুহৰ ক্ষেত্ৰত সেয়া বীৰত্ব বোলা হয়। কিন্তু মহাপুৰুষজনাই ৰামৰ কাৰ্যত মানৱত্ব আৰোপ কৰিলেও ঈশ্বৰ বুলি সোঁৱৰাই

দিবলৈ খণ্ডেকো পাহৰা নাই। কাৰণ নাটত দেখুৱাইছে – সীতাই কৈছে – 'হামু পুৰুষ জনম ঈশ্বৰ নাৰায়ণক স্বামী ইচ্ছা কয়। অনেক জনম কায় ক্লেশ কৰিয়ে • বহুত বৰিষে তপস্যা কয়লো। তদন্তৰ আকাশীবাণী শুনল আহে কন্যা • তোহ্মা ওহি জনমে ঃ স্বামীক ভেট নাহি পাৱৰ ঃ আৱৰ জনম ঃ শ্ৰীৰামৰূপে তোহাক বিৱাহ কৰাৱব। (পৃ ১১০৩)

গতিকে এই কথা জানিব লাগিব যে সীতাই ঈশ্বৰ নাৰায়ণক অৰ্থাৎ ৰামক জগতৰ স্বামীৰূপেহে ভাবিছে আৰু সেই জগতৰ স্বামী নাৰায়ণে ৰামৰূপে পাছৰ জনমত সীতাক বিবাহ কৰাব। সেইকাৰণে, সাধাৰণ নাটত ৰূপায়িত কৰাৰ দৰে বীৰ ৰসক ৰামবিজয় নাটৰ প্ৰধান ৰস বুলি মানি ল'ব নোৱাৰি।

আনহাতে নাটখনিত শৃঙ্গাৰ ৰস প্ৰধান বুলি পৰ্যালোচনা কৰি চোৱা হয় তেনেহ'লে দেখা যায় – 'ৰাজ নন্দিনীক নব যৌবন ৰূপ লাৱণ্য নিৰেখি ৰাজাসৱক কামবাণে পীড়ল, অচেতনে মূৰ্চ্ছিত হুয়া পৰল ঃ পুনু চেতন লভিয়ে উঠি বহু পৰম আকুলভাৱেঃ সীতাক কাতৰ কয় ঃ ৰাজাসৱ বোলয়ে লাগল।। ৰাজাসৱ বোল।। হে প্ৰাণেশ্বৰী কামসাগৰে মগন ভেলো ঃ নিস্তাৰ কৰহ।।' (পৃ ১১১১)

ইযাত যদি সীতাৰ ৰূপ বৰ্ণনা শৃঙ্গাৰ ৰসৰ অনুকূল বুলি মানিও লোৱা হয় তেতিয়াও নাটত শৃঙ্গাৰ ৰসক প্ৰধান ৰস বুলি মানিব পৰা নাযায়। কিয়নো বিভাৱ অনুভাৱ আৰু ব্যাভিচাৰী ভাবৰ সংযোগতহে ৰস নিষ্পত্তি হয়। কিন্তু গুৰুজনাই নিজেই নিজৰ ৰচনাত ক্ষেত্ৰ বিশেষে শৃঙ্গাৰ ৰস থকাৰ ইঙ্গিত দিছে। যেনে –

শ্ৰীমদ্ভাগবতৰ দ্বিতীয় স্কন্ধৰ পদত প্ৰাৰ্থনা কৰি কৈছে –

সেহি কৃপাময়    মোৰ বাক্যচয়
অলঙ্কৃত কৰন্তোক।
শৃঙ্গাৰাদি নানা    ৰসে বাজ হৌক
আনন্দে লোক শুনোক।।

(শ্ৰীমদ্ভাগৱত মহাপুৰাণ ২/৫৬)

কিন্তু ৰামবিজয় নাটত শৃঙ্গাৰক প্ৰধান ৰস বুলি ধৰিলে সি ভক্তিৰসৰ বিৰোধী হ'ব। কাৰণ, আৰাধ্য ভগৱান আৰু তেওঁৰ অৰ্ধাঙ্গিনীৰ ভিতৰত সাধাৰণ লোকৰ দৰে সম্ভোগৰ বৰ্ণনা ভক্তিৰ বিৰোধী। আৰাধ্যজনৰ শৃঙ্গাৰ (প্ৰেম) ৰসৰ বৰ্ণনা কাম-কেলি বৰ্ণনা আদিত ভক্ত আৰু ভগৱানৰ নিবিড় সম্পৰ্কহে বৰ্ণনা কৰিছে। ইযাত শ্ৰীৰামচন্দ্ৰ আৰু সীতাৰ প্ৰেমো ভক্তিযুক্ত প্ৰেম।

'ৰামবিজয়' নাটৰ ক্ষেত্ৰত এই কথা ক'ব পাৰি যে শঙ্কৰদেৱে সীতাৰ ৰূপ বৰ্ণনাৰ ক্ষেত্ৰত 'জগতৰ মাতা জনকনন্দিনী" (পৃ – ১১১১) ৰ সৰ্বসুলক্ষণযুক্ততা প্ৰতিপাদন কৰিব খোজা হৈছে। ইয়াৰ দ্বাৰা ৰামৰ মনত সীতাৰ কৌতূহল জন্মাব খুজিছে সঁচা, কিন্তু সামাজিকৰ কাৰণে "অয়ে লোক হৰি ভকতিহীন ঃ কামাতুৰ পুৰুষৰ দুঃখ দেখহ। জগতক মাতা জনক

নন্দিনী ঃ তাহেক জানযে নাহি। ইহা জানি নিৰন্তৰে হৰি বোল।" আদি বচনেৰে ভক্তিৰ সীমা বান্ধি দিয়া হৈছে, সেইকাৰণে সেইখিনি পাৰহে কোনো সহৃদযে সীতাক আলম্বন বিভাৱৰূপে গ্ৰহণ কৰিব নোৱাৰে। শ্ৰীমদ্ভগৱত গীতাত শ্ৰীকৃষ্ণই অৰ্জুনক এনেদৰে কৈছিল –

"যে যথা মাং প্ৰপদ্যন্তে তাংস্তথৈব ভজাম্যহম।' (গীতা-৪/১১) অৰ্থাৎ "যি মোক যিভাৱে ভজনা কৰে মই তেওঁক তেনেকৈয়ে অনুগ্ৰহ কৰো।" ইত্যাদি বচন অনুসৰি কোনো ভক্তই যদি প্ৰেমৰ ভাৱেৰেই ভগৱানক কামনা কৰিছে অথবা স্বামীৰূপেই ভগবানক পাবলৈ বিচাৰিছে তেনেহ'লে তেনেভাৱেও ভগবানে তেওঁৰ কামনা পূৰণ কৰে। 'ৰামবিজয' নাটত সীতা ভগৱানৰ ভক্তা। তেওঁ "ঈশ্বৰ নাৰাযণক স্বামী ইচ্ছা কয ঃ অনেক জন কাযক্লেশ কৰিযে ঃ বহুত বৰিষ তপস্যা কযলো"। সীতা যে ভক্তা এই কথা শঙ্কৰদেৱে স্পষ্টভাবে কৈছে – "ভক্তা সীতাক ঃ ঐচন পৰম সন্তাপ পেখিযে ঃ শ্ৰীৰামচন্দ্ৰ ঃ হাতে প্ৰিযাক মুখ মোচল ॰ সপ্ৰেম বাণী বুলি ঃ আশ্বাস কযল।' (পৃ ১১১৬) ইত্যাদি।

এনে ভক্তাৰ মনোৰথ পুৰণৰ বাবেই ভক্তাৰ হাতত স্বামীৰূপে ধৰা দিছে। ইযাত শৃঙ্গাৰ ৰসৰ অভিব্যঞ্জনা হোবা নাই। ইযাত দৰ্শক বা পাঠকে নাযক ৰামক আৰু নাযিকা সীতাক সাধাৰণীকৰণ কৰিব নোবাৰে। নিজৰ কন্যাৰ ৰূপ লাবণ্য দেখি যিদৰে ৰতি উদ্ৰেক নহয, সেইদৰে সীতাৰ ৰূপ লাৱণ্য দেখিও তেনেভাব নহয। ইযাত ফুটি উঠা শৃঙ্গাৰ ৰস ভক্তি ৰসৰে বেলেগ অভিব্যক্তি। কিন্তু ৰামৰ বীৰত্ব দেখি লক্ষ্মণ আৰু সামাজিকৰ মনত বিস্ময়ৰ উদ্ৰেক হৈ অদ্ভুতৰসৰ অনুভূতি জগাইছে। পৰশুৰামৰ বীৰ, দৰ্প আৰু ৰামে পৰশুৰামক পৰাজয কৰা বাবে নাটকত বীৰ ৰস প্ৰধান বুলি ক'ব পাৰি। কিন্তু বীৰৰস বা শৃঙ্গাৰৰস মূৰ্তিমান হৈ উঠিলেও বীৰ, শৃঙ্গাৰ ৰসক নাটকৰ প্ৰধান ৰস বুলি ক'ব নোৱাৰি। কাৰণ 'ৰস্যতে ইতি ৰস ঃ" এই ব্যুৎপত্তিৰ বলত ভক্ত সামাজিক বা পাঠকসকলে ভক্তি ৰসৰ পৰম আহ্লাদহে অনুভৱ কৰিছে।

মহাকাব্য 'মহাভাৰত'ত প্ৰধানভাৱে থকা শান্তৰসৰ বিষযে আলোচনা কৰি 'ধ্বন্যালোক' গ্ৰন্থত আনন্দ বৰ্দ্ধনে কৈছে – "তৃষ্ণাক্ষযৰ ফলত সুখৰ যি পৰিপুষ্টি ঘটে তাৰ অনুভূতিযেই হৈছে শান্তৰস।" – তৃষ্ণাক্ষযসুখ পৰিপোষ লক্ষণ ঃ শান্তো ৰস ঃ।' তেওঁৰ মতে "মহাভাৰতত ভগৱান বাসুদেৱৰ (কৃষ্ণৰ) কীৰ্তন কৰা হৈছে আৰু সংসাৰৰ অসাৰতা প্ৰতিপাদিত হৈছে। ভগৱান বাসুদেৱেই একমাত্ৰ সাৰবস্তু বুলি দেখুওৱা হৈছে। এনে তত্ত্বজ্ঞানৰ ফলত 'মহাভাৰত' পাঠৰ দ্বাৰা ভক্তিৰ আতিশয্য হয। আনহাতে পাণ্ডৱাদিৰ কাহিনীৰপৰা বৈৰাগ্য ওপজে। বৈৰাগ্যৰ দ্বাৰা মোক্ষ লাভ হয। মোক্ষৰ দ্বাৰাই পৰমব্ৰহ্ম প্ৰাপ্তি হয আৰু সেযে পৰমপুৰুষাৰ্থ। সংসাৰৰ অসাৰতাৰ বিষযে তত্ত্বজ্ঞান তাৰ ফলত ভক্তি আৰু ভক্তিৰ মাজেদি শান্তৰসৰ সুখানুভূতি হয। (ধ্বন্যালোক-চতুৰ্থ উদ্যোত)।

সেইদৰে 'ৰামবিজয নাটতো শান্তৰস দেখা যায আৰু তাৰ মাজেদিযেই ভক্তিৰসৰ

অনুভূতি হৈছে। ভগৱানৰ সেৱাই একমাত্ৰ সাৰবস্তু বুলি প্ৰতিপাদন কৰিছে আৰু এই শান্তৰসৰ অনুভূতিযেই ভক্তিৰসলৈ পৰিৱৰ্তিত হৈছে। আচাৰ্য মম্মটৰ মতে - 'নিৰ্বেদ নামৰ স্থায়ী ভাৱেৰে 'শান্ত' নামৰ নৱম ৰস স্বীকাৰ্য। 'নিৰ্বেদস্থায়ীভাৱোঽস্তি শান্তোঽপি নৱমো ৰসঃ (কাব্যপ্ৰকাশ-৪)।

অভিনৱগুপ্তৰমতে শান্তৰসৰ স্থায়ীভাব 'তত্ত্বজ্ঞান'। তেওঁৰ মতে 'শম' বা সত্ত্ব গুণেই 'নিৰ্বেদ', যি 'নিৰ্বেদ' তত্ত্বজ্ঞানৰ ফলত ওপজে। (অভিনৱভাৰতী ১) এই তত্ত্বজ্ঞান মানেই 'আত্মজ্ঞান'।

'ৰামবিজয় নাটত বীৰ হাস্য আদি ৰস আছে যদিও শান্তৰসে প্ৰাধান্য লাভ কৰিছে। উদাহৰণস্বৰূপে –

চলল কৌশিক সাধিয়ে কাম।
পাচু পাচু চলে লক্ষ্মণ ৰাম।। (ৰামবিজয় নাট পৃ ১১০৬)

গীতটিত ৰামৰ দ্বাৰা ৰাক্ষস বধৰ বৰ্ণনাৰ মাজেৰে বীৰ ৰস ফুটাই তুলিছে কিন্তু লগে লগে দৰ্শকৰ মনলৈ ভক্তিভাৱ আৰু শান্তৰসৰ অনুভূতি আনিবৰ কাৰণে শঙ্কৰদেৱে গীতটি শেষত প্ৰকাশ কৰিছে –

ৰামক ৰঙ্গে সাধু সাধু বোল।
জয় জয় ৰাম কৰয ঘন বোল।। (পৃ ১১০৬)

এনেদৰে বীৰৰসৰ মাজেদি ভক্তিভাৱৰ অনুভূতি জগাই তোলা হৈছে।

'মহাভাৰত'ৰ দৰে ৰামবিজয় নাটতো নিৰ্বেদ প্ৰকাশ কৰা হৈছে – সংসাৰৰ অনিত্যতাৰ কথা কোৱা হৈছে 'ভটিমা'ৰ যোগেদি। ভগৱানৰ সেৱাই একমাত্ৰ সাৰবস্তু বুলি প্ৰতিপাদন কৰিছে আৰু এইদৰেই 'শম' ভাৱৰ অনুভূতি জগাই তুলি শান্তৰসৰ অভিব্যঞ্জনা কৰিছে। যেনে –

অসাৰত সাৰত কাৰত ভাৰত
নৰতনু বিফলেহি যাই
পদ অৰবিন্দ অনিন্দ্য গোবিন্দ
হৃদি পঙ্কজে ধৰু ভাই।।
ধনজন জীৱন যৌৱন বিজুৰি
উজুৰি দেখা না দেখা।
জানব কেশব দেৱাসে দেৱা
সোহি শিলা কৰু ৰেখা।।
সব অপৰাধক বাধক সাধক
সিদ্ধি ঋদ্ধি হৰি নাম।

কহে কৃষ্ণ কিঙ্কৰ লোক নিৰন্তৰ
ডাকি বোলহু ৰাম ৰাম।। (পৃ ১১০২)

গতিকে দেখা যায়, এই শান্তৰসৰ অনুভূতিয়েই ভক্তিৰসলৈ পৰিৱৰ্তিত হৈছে।

নাটখনিত ৰামৰ ঐশ্বৰিক আৰু মানৱীয় দিশ দুটা প্ৰকট কৰি দেখুৱাবলৈ যোৱা বাবে নাটখনিত ভক্তিৰসৰ লগত শৃঙ্গাৰ, বীৰ, কৰুণ আৰু হাস্যৰসৰ প্ৰভাৱ পৰিছে। হাস্যৰসৰ প্ৰযোগো মন কৰিবলগীয়া। সীতাৰ স্বয়ম্বৰলৈ অহা নৃপতিসকলে স্বয়ম্বৰত নাযিকা প্ৰৱেশ কৰাত নাযিকাৰ (সীতাৰ) ৰূপ দেখি কামবাণত মূৰ্চ্ছা গৈ বীভৎস ভাৱনা কৰা আৰু সীতাৰ সখীসকলে কামাতুৰ ৰজাসকলক হাতে-ভৰিযে বান্ধি মাটিত চোঁচোৰাই নিযা কাৰ্যত দৰ্শকে নহহাঁকৈ থাকিব নোৱাৰে।

"ৰাজ-নন্দিনীক নৱ-যৌৱন ৰূপ-লাৱণ্য নিৰেখি ঃ ৰাজাসৱক কাম বাণে পীড়ল ঃ অচেতনে মূৰ্চ্ছিত হুযা পৰল ঃ পুনু চেতন লভিযে উঠি কহু ঃ পৰম আকুলভাৱে ঃ সীতাক কাতৰ কয ঃ ৰাজাসৱ বোলযে লাগল।। ৰাজাসৱ বোল।। হে প্ৰাণেশ্বৰী ঃ কাম সাগৰে মগন ভেলো ঃ নিস্তাৰ কৰহ।" (পৃ ১১১১)

নাযিকা সীতাৰ ৰূপত অকল ৰজাসকলেহে যে কামবাণত মূৰ্চ্ছা গৈছিল এনে নহয়, মহৰ্ষি বিশ্বামিত্ৰও সীতাৰ ৰূপ-লাৱণ্য দেখি মুখ চন্দ্ৰিকা কৰা সময়ত কামাতুৰ হৈ মাটিত লুটিখাই পৰিছিল আৰু শিষ্যসকলে প্ৰবোধ দিছিল।

"মুখ চন্দ্ৰিকা কৰিতে ঃ সীতাক-ভুৱনমোহন ৰূপ নিৰেখি ঋষি কামে আতুৰ ভেলহ ঃ হাতক শ্ৰুৱ শ্ৰচ খসি পৰল ঃ শৰীৰ কম্পি মুৰুছি পৰল ঃ তাহে পেখি শিষ্য গালবে প্ৰবোধ বোলল।।" (পৃ ১১১৪)

এনেদৰে মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰদেৱে 'শ্ৰীৰামবিজয' নাটত ভগৱানৰ ঐশ্বৰিক লীলা-মাহাত্ম্য সৰ্বসাধাৰণক দেখুৱাই পাঠক আৰু দৰ্শকক ভক্তিৰসৰ আস্বাদ যোগাবলৈ চেষ্টা কৰিছে। আনহাতে নাটখনিত ফুটি উঠা শৃঙ্গাৰ, হাস্য কৰুণ, বীৰ আদি সকলো ৰস ভক্তিৰসৰে বেলেগ অভিব্যক্তি বুলি গ্ৰহণ কৰিব পাৰি। সেইকাৰণে নাটৰ শেষত —

'জযতু জযতু নিত্য ঈশ্বৰ কৃষ্ণ
কেলি লীলা ৰস জানা।।' (পৃ ১১১৮)

বুলি ঈশ্বৰৰ লীলা বৰ্ণনা বুলি পাঠক আৰু দৰ্শকক ভক্তিৰস সৰোবৰত স্নান কৰাৰ সুবিধা দি পবিত্ৰ কৰি তুলি দিব্যজ্ঞান লাভ কৰাইছে।

সেইকাৰণে ওপৰত উল্লিখিত ৰসবোৰ নাটখনিত বিচাৰি পালেও শঙ্কৰদেৱে প্ৰধানভাৱে ভক্তিৰসৰহে সঞ্চাৰ কৰিছে। ভগৱান ৰামৰ প্ৰতি ভক্তৰ ৰতি পাঁচ প্ৰকাৰে প্ৰকাশ পাইছে। এই পাঁচপ্ৰকাৰ ৰতিৰ পৰিণতিযেই পাঁচপ্ৰকাৰ ভক্তিৰসত পৰিণত হৈছে — শান্ত ভক্তিৰস, বাৎসল্য ভক্তিৰস, দাস্য ভক্তিৰস সখ্য ভক্তিৰস আৰু শৃঙ্গাৰাত্মক ভক্তিৰস। 'শ্ৰীৰামবিজয়' নাটত শান্ত ভক্তিৰসৰ প্ৰকাশ দেখা যায়। ❑

# মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰদেৱৰ দশমৰ ৰস-সমীক্ষা

উপনিষদত কৈছে 'ৰসো বৈ সঃ।' (তৈত্তিৰীয় উপনিষদ-পৃঃ ৩০১) অৰ্থাৎ — 'ব্ৰহ্মাই ৰস। ৰসাস্বাদ হৈছে ব্ৰাহ্মাস্বাদৰ সহোদৰ সংবেদনাত্মক উপলব্ধিৰ অনিৰ্বচনীয় আনন্দ বা অনুভূতি। নাট্যশাস্ত্ৰকাৰ ভৰমুনিয়ে কৈছে — 'নহি ৰসাদৃতে কশ্চিদৰ্থঃ প্ৰৱৰ্ততে। বিভাৱানুভাৱব্যভিচাৰিসংযোগাদ ৰসনিষ্পত্তিঃ।। (নাট্যশাস্ত্ৰ ৬/৩১) ৰস অবিহনে কোনো বিষযেই প্ৰবৰ্তিত নহয। বিভাৱ অনুভাৱ আৰু ব্যভিচাৰী ভাৱৰ সংযোগত ৰসৰ নিষ্পত্তি হয। ৰসৰ মূল হৈছে স্থাযীভাৱ। এই স্থাযীভাৱেই বিভাৱ অনুভাৱ আৰু ব্যভিচাৰীভাৱৰ সহযোগত ৰসত পৰিণত হয। যেনে শৃঙ্গাৰ হাস্য কৰুণ, ৰৌদ্ৰ, বীৰ, ভযানক, অদ্ভুত আৰু শান্ত।

শৃঙ্গাৰহাস্যকৰুণৰৌদ্ৰবীৰ ভযানকাঃ।
বীভৎসোহদ্ভুত ইত্যষ্টৌ ৰসাঃ শান্তস্তথা মতঃ।।

(সা দ - ৩/১৮২)

এই নটা ৰসৰ প্ৰত্যেকৰে একোটাকৈ স্থাযীভাব আছে। শৃঙ্গাৰৰ স্থায়ীভাব ৰতি, হাস্য বা উৎফুল্লতা হাস্যৰসৰ স্থায়ীভাব। ঠিক সেইদৰে মনস্তাপ বা শোক-কৰুণ ৰসৰ স্থাযীভাব। ক্ৰোধ ৰৌদ্ৰৰসৰ, উৎসাহ বীৰৰসৰ, জুগুপ্সা বীভৎস ৰসৰ, বিস্ময় ভয়ানক ৰসৰ, শম অৰ্থাৎ শান্তভাব শান্তৰসৰ স্থায়ীভাবৰূপে পৰিগণিত।

ৰতিৰ্হাসশ্চ শোকশ্চ ক্ৰোধোৎসাহৌ ভয়ং তথা।
জুগুপ্সা বিস্মযশ্চেতি স্থায়ীভাবাঃ প্ৰকীৰ্ত্তিতাঃ।। নাট্যশাস্ত্ৰ ৬/১৮

মধ্যযুগীয ভক্তি আন্দোলনৰ লগে লগে কাব্যকৰ্মত একপ্ৰকাৰ নতুন ৰসৰ সংযোজন ঘটিল। সেযা হ'ল ভক্তিৰস। অসমৰ সমগ্ৰ বৈষ্ণৱ সাহিত্য ভক্তিপ্ৰধান। কোনো কোনো বৈষ্ণৱ আলঙ্কৰিকে ভক্তিকো অন্যতম ৰস বুলি স্বীকাৰ কৰিছে। ভক্তিৰ অৰ্থ ভগৱানৰ প্ৰতি প্ৰেম বা ৰতি। 'সা ভক্তিঃ পৰানুৰক্তিৰীশ্বৰে' — (শাণ্ডিল্য সূত্ৰ ১/১/২) ভক্তি শান্তৰসৰে অন্তৰ্গত। কাৰণ, ভক্তিৰ ক্ষেত্ৰত চিত্তবৃত্তি-বহিৰ্বিষয় পৰাঙ্মুখ হয় কাৰণে ভক্তিক শান্তৰসৰ ভিতৰতে ধৰিব পাৰি।

এই প্ৰবন্ধত গুৰুজনাৰ দ্বাৰা ৰচিত দশমৰ বিষয়ে আলোচনা কৰাৰ আগতে 'দশম'ৰ এটি সংক্ষিপ্ত পৰিচয দাঙি ধৰা হ'ল — শ্ৰীমদ্ভাগৱত ভক্তিৰসৰ সুপক্কফল। তাপিত

নৰলোকে এই ভাগৱতৰ ৰস আস্বাদনৰ ফলত পৰমশান্তি লাভ কৰিব পাৰে বুলি বিশ্বাস কৰি অহা হৈছে। শ্ৰীমদ্ভাগৱত মুঠতে ওঠৰ হেজাৰ শ্লোকৰ সমষ্টি। এই শ্লোকসমূহ বাৰটা খণ্ডত বিভক্ত কৰা হৈছে আৰু প্ৰত্যেকটো খণ্ডকে স্কন্ধ বুলি কোৱা হয়। অৰ্থাৎ শ্ৰীমদ্ভাগৱত দ্বাদশস্কন্ধযুক্ত, তাৰে ভিতৰত দশমস্কন্ধটোৰ গুৰুত্ব আটাইতকৈ বেছি। এই স্কন্ধটো দীৰ্ঘতম। বিষয়বস্তু, গঠনৰীতি, ৰচনাৰীতি, আধ্যাত্মিক তত্ত্ব আদিৰ ফালৰপৰাও দশমস্কন্ধৰ গুৰুত্ব আটাইতকৈ বেছি। ভগৱান শ্ৰীকৃষ্ণৰ জীৱনলীলাৰ প্ৰতি লক্ষ্য ৰাখি দশমস্কন্ধৰ বিষয়বস্তুক তিনিটা ভাগত বিভক্ত কৰা হৈছে। (১) আদ্য দশম (২) মধ্য দশম আৰু (৩) অন্ত্য বা শেষ দশম। দশমত মুঠতে ৯০ টা অধ্যায় আছে। প্ৰথম অধ্যায়ৰপৰা ৪৭ নং অধ্যায়লৈ আদ্য দশম, ৪৮ নং অধ্যায়ৰপৰা ৮১ নং অধ্যায়লৈ মধ্যদশম আৰু ৮২ নং অধ্যায়ৰপৰা শেষলৈকে এই অংশক কোৱা হয় অন্ত্য দশম। এই তিনিটা স্তৰক শ্ৰীকৃষ্ণৰ যথাক্ৰমে গোকুল-লীলা, মথুৰালীলা আৰু দ্বাৰকা লীলা বুলিও কোৱা হয়।

এই দশম স্কন্ধত নটা ৰস কেনেদৰে প্ৰতিফলন হৈছে তাৰ পৰ্যালোচনা কৰা যাওঁক —

**শৃঙ্গাৰ ৰস বা আদিৰস ঃ**

সকলো ৰসৰ ভিতৰতে শৃঙ্গাৰ ৰস অত্যন্ত কমনীয় আৰু সৰস। সেইকাৰণে আলঙ্কাৰিকসকলে সকলো ৰসতকৈ আগতে এই ৰসক গণনা কৰিছে। সেয়ে ইয়াক আদিৰ নামেৰে অভিহিত কৰিছে। 'শৃঙ্গাৰ' শব্দৰ ব্যুৎপত্তি 'শৃঙ্গ' আৰু 'আৰ' শব্দ দুটাৰপৰা নিষ্পন্ন। 'শৃঙ্গ' শব্দৰ অৰ্থ হৈছে কামৰ উদ্ৰেক আৰু 'ঋ' ধাতুৰপৰা ওলোৱা 'আৰ' শব্দৰ অৰ্থ 'গতি'। শৃঙ্গাঋচ্ছতি প্ৰাপ্নোতি ইতি শৃঙ্গাৰঃ। পণ্ডিতৰাজ ভোজে কৈছে — কবি শৃঙ্গাৰী হোৱা বাবে গোটেই সংসাৰ ৰসযুক্ত হয়। কিন্তু কবি যদি অশৃঙ্গাৰী হয় তেনেহ'লে সকলো নীৰস হৈ পৰে।

শৃঙ্গাৰী চেৎকবিঃ কাব্যে জাতং ৰসময়ং জগত্।
স এৱং চেদ্শৃঙ্গাৰী নীৰসং সৰ্বমেৱতৎ।। সৰস্বতীকণ্ঠাভৰণ ৫/৩

সাহিত্যদৰ্পণৰ ৰচয়িতা বিশ্বনাথ কবিৰাজে শৃঙ্গাৰক প্ৰেম অঙ্কুৰিত হোৱাৰ প্ৰণালী বুলি কৈছে।

"শৃঙ্গংহি মন্মথোদ্ভেদস্তদাগমনহেতৱঃ।" সা দ ৩/১৮৩

কামোদ্ৰেক আগমনৰ কাৰণে স্ত্ৰী-পুৰুষৰ যি অৱস্থা বিশেষ হয় সেয়ে শৃঙ্গাৰৰূপে অভিহিত হয়। শৃঙ্গাৰৰ ভাগ দুটা — সম্ভোগ আৰু বিপ্ৰলম্ভ। শৃঙ্গাৰ ৰসৰ উৎপত্তি ৰতি ৰূপ স্থায়ীভাৱৰপৰা হয়। পৰস্পৰ অনুৰক্ত নায়ক আৰু নায়িকা ইয়াৰ আলম্বন বিভাৱ।

*গীত, বাদ্য, বসন্ত, বৰ্ষা আদি ঋতুত চন্দ্ৰোদয উপবন জলক্ৰীড়া আদি সম্ভোগ শৃঙ্গাৰৰ* উদ্দীপন বিভাৱ।

**সম্ভোগ শৃঙ্গাৰ ঃ** গুৰুজনাই ৰচনা কৰা দশম স্কন্ধত 'ৰাসলীলা'ত শ্ৰীকৃষ্ণৰ গীতধ্বনিত বিমোহিতা গোপীসকল কেনেদৰে কামাতুৰা হৈ পৰিছিল তাৰ বৰ্ণনা দিছে—

শৰত কালৰ ৰাত্ৰি আতি বিতোপন।
বহুবিধ পুষ্পে বিকশিত বৃন্দাবন।
দেখি যোগমায়া বলে হৰিষে তহিত।
ৰাসক্ৰীড়া কৰিতে কৃষ্ণৰ ভৈলা চিত।। ১২০৯
ভৈলন্ত উদিত চন্দ্ৰ পূৰ্বদিশহন্তে।
কামাতুৰ স্ত্ৰীৰ যেন সন্তাপ মাৰ্জন্তে।।

বনকো দেখিলা চন্দ্ৰ ৰশ্মিয়ে ৰঞ্জিত।
সুস্বৰ মধুৰ কৰি হৰি গাইলা গীত।।
পূৰিয়া পঞ্চমনাদ বঢাইলা মদন।
শুনি কামে বিমোহিত ভৈল গোপীগণ। ১২১১

ৰাসলীলা, দশম স্কন্ধ

নায়ক-নায়িকাৰ বিয়োগ অৱস্থাৰ উপস্থিতিৰপৰা ৰতিভাৱক লৈ যি ৰস অভিব্যক্ত হয তাক বিপ্ৰলম্ভ শৃঙ্গাৰ বোলে। বিপ্ৰলম্ভ শৃঙ্গাৰত এজনে আনজনৰ প্ৰতি অনুৰক্তা হৈয়ো পৰতন্ত্ৰতা আদিৰ কাৰণে নায়ক-নায়িকাৰ পৰস্পাৰে মিলন হ'ব নোৱাৰে। এই শৃঙ্গাৰৰ ভেদসম্বন্ধত বহুতো মত আছে। ধ্বন্যালোকৰ ৰচয়িতা আনন্দবৰ্দ্ধনে বিপ্ৰলম্ভ শৃঙ্গাৰৰ অভিলাষ, ঈৰ্ষা, বিৰহ, প্ৰৱাস, দেশ কাল আশ্ৰয় অৱস্থা আদিৰ উপৰি অসংখ্য ভেদ মানে — মান, প্ৰবাস, শাপ ইচ্ছা আৰু বিৰহ। (নাট্য-দৰ্পণ-পৃঃ ১৪৬)। আদিৰপৰা বিপ্ৰলম্ভ শৃঙ্গাৰৰ উৎপত্তি হয বুলি কৈছে। বিভিন্ন কাৰণত নায়ক-নায়িকাৰ মিলন ব্যাহত হ'লেই সি বিৰহৰ পৰ্যায়ভুক্ত হয।

দশম স্কন্ধত ৰাসলীলা কৰাৰ পিছত শ্ৰীকৃষ্ণৰ অন্তৰ্দ্ধান হোৱাত গোপীসকলে বিৰহত গোটেই বৃন্দাবন বিচাৰি ফুৰিছে।

কতো একথান হয়া গোপী প্ৰেমভাৱে
আতি আৰ্ত্তৰাৱে গুণ গোবিন্দৰ গাৱে।।
* * * * * * * * *
বিচাৰিয়া ফুৰৈ পশি দিব্য বৃন্দাবনে।
কৃষ্ণ কৃষ্ণ বুলিয়া উন্মত্ত আতি মনে।।

কৃষ্ণৰ বিৰহে নৰহে জীৱন
গোপীৰ নাই অৱস্থা।
আতি অচেতনে প্ৰমত্ত বচনে
পুছয় গাছতো কথা।।
(দশমস্কন্ধ-ৰাসলীলা - ১৩১২-১৩১৪)

হা কৃষ্ণ প্ৰাণনাথ বুলি চপৰাযা মা'
মকমকি কান্দে কতো পৰি।
কৃষ্ণৰ বিৰহে দহে ধাৰাযে লোতক বহে
কতো ফুৰৈ মাটিত বাগৰি।। পদ ১৪১০

তেনেদৰে প্ৰৱাসজনিত শৃঙ্গাৰৰ দৃষ্টান্ত আমি 'গোপী-উদ্ধৱ সংবাদ'ত পাওঁ।

মহা অনুৰাগে ভাৱে সুমৰি সুমৰি গাৱে
সিটো প্ৰাণ কৃষ্ণৰ চৰিত।। পদ - ২৩২১

শ্ৰীকৃষ্ণৰ বৎসাসুৰ আৰু বকাসুৰ বধ, অঘাসুৰ বধ আৰু ব্ৰহ্মাই গোপবালক, গৰু, দামুৰি আদি চুৰ কৰি লুকুৱাই ৰকা আদিত দৈৱদুৰ্বিপাক ত বিপ্ৰলম্ভ শৃঙ্গাৰৰ জিলিঙনি দেখা পায়।

বিপ্ৰলম্ভ শৃঙ্গাৰৰ সৈতে বৰ্ষাৰ সম্বন্ধ আছে। কিন্তু ভাগৱতৰ দশম স্কন্ধৰ যি ৰাসলীলা সেয়া বসন্ত বা বৰ্ষাত নহৈ শৰৎকালত কিয় হ'ল? ৰাসলীলাৰ শৃঙ্গাৰ ৰসৰ কাৰণে জানো শৰৎ ঋতু অনুকূল? ইয়াৰ উত্তৰ হয়তো এনেধৰণে দিব পাৰি। শৰৎকাল বিশেষকৈ বীৰৰসৰ উপযোগী। বীৰ ৰসৰ উদ্দীপন বিভাৱ ৰূপেই ৰামায়ণ (কিষ্কিন্ধ্যাকাণ্ড ৩০/৬০) ৰঘুবংশৰ চতুৰ্থসৰ্গ, ভট্টিকাব্যৰ দ্বিতীয় সৰ্গ আদিতে বীৰ ৰসৰ উদ্দীপন বিভাৱৰূপেই শৰতৰ বৰ্ণনা আছে। কিন্তু ভাগৱতত ব্যক্তিক্ৰম কিয়? ব্যতিক্ৰম এইকাৰণেই যে গোপীসকলৰ মনত ৰতিতকৈযো উৎসাহভাৱে অধিক তীব্ৰভাৱে ঠাই পাইছে। উৎসাহ বীৰ ৰসৰ স্থায়ীভাৱ। বীৰৰস কেৱল যুদ্ধক্ষেত্ৰতে নহয়, মাজনিশা ঘৰ-দুৱাৰ, স্বামী-সন্তান এৰি যমুনাৰ পাৰলৈ যোৱা যি সাহ তাতো ফুটি ওলাইছে। এই উদ্দাম-উদ্দীপনা ৰূপেই ভাগৱতত শৰৎ ঋতু ৰাসলীলাৰ সময়ৰূপে দিয়া হৈছে।

**হাস্যৰস :** হাস্যৰসৰ লক্ষণ হৈছে —

বিকৃতাকাৰ বাগ্‌বেশঃ চেষ্টাদেঃ কুহকাদ্ ভবেৎ।
হাস্যো হাসস্থায়িভাবঃ শ্বেতঃ প্ৰমথদৈৱতঃ।।
বিকৃতাকাৰ বাগচেষ্টং যমালোক্য হসেজ্জনঃ।

তদত্ৰালম্বনং প্ৰাহুস্তচ্চেষ্টাদ্দীপনং মতম্।।
অনুভাবোঽক্ষি সঙ্কোচ বদনস্মেৰতাদয়ঃ।
নিদ্ৰালস্যাবহিত্থাদ্যা অত্ৰ সুব্যভিচাৰিণঃ।।(সা দ ৩/২১৪-২১৬)

বিকৃত আকাৰ বা বিকৃত কথাত অৰ্থাৎ বিকৃত ভঙ্গীৰে কোৱা কথাত যি হাঁহিৰ উদ্ৰেক হয় সেয়ে হাস্য। হাস হৈছে ইয়াৰ স্থায়ীভাৱ। ইয়াৰ আলম্বন হৈছে বিকৃত আকাৰত কথা কোৱা মানুহ, যাক দেখিলেই হাঁহি উঠে। চকু কোঁচখোৱা, চকুৰে-মুখে হঁহা ইয়াৰ অনুভাৱ। মুঠতে ক'বলৈ গ'লে যিকোনো অসাধাৰণ ব্যৱহাৰেই যদি পৰিমাৰ্জিতৰূপে হাঁহি উঠাব পাৰে সেয়া হাস্যৰসত পৰিণত হয়।

ৰাসলীলাত দেখা যায় — গোপীসকল কৃষ্ণৰ বাঁহীৰ মাত শুনি উত্ৰাৱল হৈ পৰে আৰু কৃষ্ণক পাবৰ বাবে। ঙ্গকে সজ্জিত কৰিবলৈ যাওঁতে বস্ত্ৰ অলঙ্কাৰ আদি ওলোটাকৈ পিন্ধি হাস্যৰসৰ সৃষ্টি কৰে।

হৰিলন্ত চিত হৰাইল চেতন।
পিন্ধয় পাৱত নিয়া ৰত্নৰ কঙ্কন।।
মুণ্ডত মেখলা বান্ধে বলয়াক গলে।
পিন্ধি পাৱে গলপাতা কতো গোপী চলে।। দশম স্কন্ধ পদ - ১২১৮

গুৰুজনাৰ আন ৰচনাসমূহতো হাস্যৰস দেখা যায়। ৰুক্মিণীহৰণ কাব্য আৰু নাটত বেদনিধিৰ চৰিত্ৰৰ যোগেদি হাস্যৰসৰ যোগান ধৰাটো লক্ষণীয়। কীৰ্তনৰ হৰমোহন অধ্যায়ত দেৱাদি-দেৱ মহাদেৱ মোহিনী ৰূপত মুগ্ধ হৈ 'কন্যা বুলি ধৰিলন্ত বৃষভক নচাই' আদি বৰ্ণনাই লঘু হাস্যৰ সৃষ্টি কৰে। 'পাৰিজাত হৰণ' নাটৰ টুটকীয়া নাৰদৰ চৰিত্ৰই বিমল হাস্যৰসৰ যোগান ধৰে। এই নাটতে শচী আৰু সত্যভামাৰ বাক্‌বিতণ্ডাইয়ো হাস্যৰসৰ সৃষ্টি কৰে। ৰুক্মিণীৰ ভুৱনমোহন ৰূপ দেখি স্বয়ং ব্ৰহ্মা কাম মোহিত হোৱা আৰু সীতাৰ ৰূপত বিশ্বামিত্ৰ মূৰ্চ্ছিত হোৱা বৰ্ণনাইও হাঁহিৰ যোগান ধৰে।

মহাপুৰুষজনাই এই নাৰীচৰিত্ৰসমূহ প্ৰেমৰ অৱতাৰণা কৰিবৰ কাৰণে শৃঙ্গাৰ ৰসৰ সৃষ্টি কৰা নাই, প্ৰেমক লৈ হাস্য ৰসহে সৃষ্টি কৰিছে। 'শৃঙ্গাৰানুবৃত্তিৰ্যাতু স হাসঃ'। অৰ্থাৎ শৃঙ্গাৰ ৰসৰ অনুবৰ্তনেই হাস্যৰস। অভিনৱ গুপ্তাচাৰ্যই ইয়াক হাস্য বুলিয়েই স্বীকাৰ কৰিছে। "ইতি মুনিনা নিৰূপিতং তথাপৌত্তৰ কালিকং তত্ৰ হাস্যৰসত্বম্" (ধ্বন্যালোকলোচন টীকা — পৃঃ ৮০)। কাৰণ, কেতিয়াবা দুটা বা অধিক ৰসৰ সমাৱেশ হ'লেও এটা ৰসহে প্ৰধানৰূপে অভিব্যঞ্জিত হয়।

**কৰুণ ৰস ঃ** কৰুণ ৰস আন সকলো ৰসতকৈ অধিক উপভোগ্য। এই ৰসত আমাৰ চকুৰপৰা চকুলো ওলায়, যি আমাৰ হৃদয়ৰ মলিনতাক ধুই পেলায়। নাট্যকাৰ ভৱভূতিয়ে কৰুণ ৰসকেই একমাত্ৰ ৰস বুলি কৈছে। তেওঁৰ মতে অন্য ৰস পানীৰ বুদ

বুদৰ নিচিনা, যি ইযাত উৎপন্ন হৈ ইয়াতেই মিলি যায।

একো ৰসঃ করুণ এৱ নিমিত্রভেদাদ্ভিন্নঃ
পৃথক্‌পৃথগিৱশ্রযতে বিৱর্ত্তান্।
আবর্ত্তবুদ্‌বুদ্‌তৰঙ্গমযান্‌বিকাৰা —
নম্ভো যথা সলিলমেৱ হি ততসমস্তম্।।

উত্তৰ ৰামচৰিত - তৃতীয় অঙ্ক - ৪৭

এই ৰসৰ সংবেদন অতিশয তীব্র। সেইকাৰণে মহৰ্ষি বাল্মীকিযে ৰামাযণৰ নিচিনা মহাকাব্য ৰচনা কৰিব পাৰিছিল। কাব্যত করুণ ৰসৰ উৎপত্তি 'শোক' নামৰ স্থাযীভাৱৰপৰা হয। এই শোক প্রিয়জনৰ মৃত্যু, বধ, ধননাশ, শাপ, পাশাখেলত পৰাজিত হোৱা বিভাৱৰ পৰা হয।

নির্বেদ, গ্লানি, চিন্তা, ঔৎসুক্য, মোহ, শ্রম, ভয, বিষাদ, দৈন্য, ব্যাধি, জড়তা, উন্মাদ মৰণ আদি ইযাৰ ব্যাভিচাৰীভাৱ। শোকৰ লগত এইকেইটাৰ একেলগে বা পৃথকে পৃথকে সংযোগ হ'লেই করুণ ৰসৰ উদ্রেক হয।

দশমস্কন্ধত কৃষ্ণই কংসৰ সৈতে যুদ্ধ কৰোঁতে বসুদেৱ আৰু দৈৱকী আৰু গোপীসকল পুত্রশোকত আকুলিত হৈ পৰে। তেতিযাই করুণ ৰসৰ উদ্রেক হয।

অচিন্ত্য প্রভাৱ ৰাম-কৃষ্ণ দুই
নজানি তাহান বল।
হাহাকাৰ কৰি নিৰেখিঁ কৃষ্ণক
ভৈলন্ত দুয়ো বিহুল।।
হৃদয দগধ নয়ন তবধ
লোতক পৰৈ নিঝৰি।
দুষ্মহ শোকত জমক দেখন্তে
থাকন্ত চেনত হৰি।।
দেখৈ দুযো দশো দিশ অন্ধকাৰ
মিলিল ঘোৰ সন্তাপ।
পুত্র দুইক চাই নিশ্বাস ফোকাৰি
কৰন্ত অতি বিলাপ।। (দশম স্কন্ধ - পদ - ২০৫১-২০৫২)

তেনেদৰে কালিয়দমনৰ নাগ-পত্নীসকলৰ শোকত করুণৰস দেখা যায। কৃষ্ণই কালীনাগৰ ফণাত উঠি কালীক যেতিযা মৃতপ্রায অৱস্থা কৰে তেতিয়া নাগ-পত্নীসকল শোকত বিহুল হৈ পৰে —

দেখি নাগপত্নীলোকে পৰম বিহ্বল শোকে
সোলকৈ বসন কেশ পাশ।
শৰীৰ আসিল ঘামি হা মৰিলন্ত স্বামী
আমি সবে ভৈলো সৰ্ব্বনাশ।।
এহি বুলি অসন্তুষ্টি হিয়াত হানিযা মুষ্টি
যায় লৰি চাৰিযা ওৱাৰি।
কালীৰ অৱস্থা দেখি কান্দে শোকে মকমকি
যত পতিব্ৰতা নাগ নাৰী।।
হা মোৰ প্ৰাণপতি হেনসে লভিলা গতি
কতো পাৰৈ সন্তাপে আটাস।। ৬৩৯

(দশম স্কন্ধ —পদ - ৬৩৯-৪০)

গোপীসকলৰ বিৰহৰ বৰ্ণনাসমূহতো করুণ ৰসৰ গভীৰতা সহজে উপলব্ধি কৰিব পাৰি। বিষাদ বা শোকেই করুণ ৰসৰ স্থায়ীভাব আৰু আলম্বন বিভাব হৈছে গোপীসকল। কৃষ্ণৰ বিৰহৰ শোকে উদ্দীপনা যোগাইছে। এনে উদ্দীপনাই কাৰুণ্যৰ ছবিটো প্ৰতিভাত কৰিছে। শোকত বিহ্বল হোৱা বিৰহৰ যাতনাবিলাকে ব্যাভিচাৰী ভাৱৰ কাম কৰিছে। গতিকে দেখা যায় যে, বিভাৱ, অনুভাৱ আৰু ব্যাভিচাৰী ভাৱৰ ইয়াত পূৰ্ণ সংযোগ ঘটিছে আৰু এনে এটা অৱস্থাই ৰসনিষ্পত্তি কৰাত সহায় কৰিছে। গতিকে ইয়াত করুণ ৰসৰ সমাৱেশ ঘটিছে।

করুণ ৰস পৰিৱেশনত গুৰুজনাই অতি নিপুণ হাতেৰে এটা মৰ্মস্পৰ্শী ছবি দাঙি ধৰিছে। ব্যাধৰ শৰত যেতিয়া ভগৱান কৃষ্ণই ইহলীলা সম্বৰণ কৰিবৰ কাৰণে প্ৰস্তুত হয়, তেতিয়া তেওঁৰ ইচ্ছা অনুসৰি দাৰুকে তেওঁক বৈকুণ্ঠলৈ লৈ যাবলৈ বুলি বিমান যাত্ৰা কৰে। ইয়াৰ পিছত দাৰুক আহি দ্বাৰকাত উপস্থিত হয় আৰু প্ৰভাস তীৰ্থত গোটেই যদুকুল ধ্বংসে হোৱা আৰু শ্ৰীকৃষ্ণৰ মানৱ তনুত্যাগৰ বাৰ্তা বসুদেৱ আৰু দৈৱকীৰ আগত নিৱেদন কৰিলে। এইটো সঁচাকৈয়ে এটা দুখলগা অৱস্থা। শ্ৰীকৃষ্ণই ইহলীলা সম্বৰণ কৰি বৈকুণ্ঠগামী হ'ল। এনে এটা পৰিস্থিতিত বসুদেৱ দৈৱকী আদি সকলোৱেই মৃত্যুবৰণ কৰিলে। কৃষ্ণ, রুক্মিণী প্ৰমুখ্যে অষ্ট মহিষীয়েও চিতাত অগ্নিসংযোগ কৰি আত্মবিসৰ্জন দিলে। নগৰ সাগৰে বুৰাই পেলালে। রুক্মিণীৰ মন্দিৰৰ বাহিৰে একোকে নৰল। সাংসাৰিক নিঃসহায়তাৰ চৰম পৰিসীমা।

এতিয়া কথা হ'ল করুণৰস আৰু বিপ্ৰলম্ভ শৃঙ্গাৰ ৰসৰ মাজত মুখ্য প্ৰভেদ কি? শোক স্থায়ী হোৱাত বিপ্ৰলম্ভ শৃঙ্গাৰৰ সীমা সমাপ্তি হৈ যায় আৰু করুণ ৰসৰ সীমা আৰম্ভ হয়। করুণ ৰস আৰু বিপ্ৰলম্ভ শৃঙ্গাৰৰ সীমা হৈছে মৃত্যু। অযোগ শৃঙ্গাৰৰ দহটা অৱস্থা — অভিলাষ, চিন্তন, স্মৃতি, গুণকথন, উদ্বেগ, প্ৰলাপ ইত্যাদি। মৃত্যুৰ অতিৰিক্ত বিয়োগ অৱস্থাত প্ৰেমিকৰ যি অৱস্থা হয় তাক বিপ্ৰলম্ভ শৃঙ্গাৰ বুলি মনা হয়। ইয়াৰপৰা

ইষ্টজনৰ বাস্তৱিকতে মৃত্যু হোৱা বাবে কৰুণ ৰসৰ উৎপত্তি হয।

বিপ্ৰলম্ভ শৃঙ্গাৰৰ স্থাযীভাৱ ৰতি আৰু কৰুণ ৰসৰ স্থাযীভাৱ শোক। এইটোৱেই বিপ্ৰলম্ভ শৃঙ্গাৰ আৰু কৰুণ ৰসৰ ভিতৰত পাৰ্থক্য। কৰুণ ৰসত পুনৰ্মিলনৰ আশা সমাপ্ত হৈ যায। সেযে কৰুণক আশাৰহিত নৈৰাশ্য প্ৰধানভাৱ আৰু বিপ্ৰলম্ভ শৃঙ্গাৰক সাপেক্ষভাৱ কোৱা হয। আলম্বন বিভাৱ নষ্ট হৈ যোৱাত বিপ্ৰলম্ভ শৃঙ্গাৰ সমাপ্ত হৈ যায। ইযাৰ ঠাইত কৰুণৰসৰ সঞ্চাৰ হয।

মুঠতে ক'ব পাৰি যে, য'ত নিৰাশা চৰমসীমাত উপনীত হয, তাত কৰুণ ৰস হয, য'ত আশাৰ ৰেঙণি দেখা যায তাত বিপ্ৰলম্ভ শৃঙ্গাৰ হয়। এযে বিপ্ৰলম্ভ শৃঙ্গাৰ আৰু কৰুণৰ মাজত প্ৰভেদ।

**ৰৌদ্ৰৰস ঃ** সাহিত্যদৰ্পণকাৰ কবিৰাজে কৈছে — ৰৌদ্ৰৰসৰ মূলতে আছে স্থাযীভাব ক্ৰোধ। ইয়াৰ অবলম্বন বিভাৱ হৈছে শত্ৰুপক্ষ। শত্ৰুৰ যি প্ৰচেষ্টা সি উদ্দীপন বিভাব। শত্ৰুৰ প্ৰচেষ্টা, মুষ্টিপ্ৰহাৰ, সংগ্ৰাম আদিৰ দ্বাৰা উদ্দীপনা প্ৰখৰ হৈ উঠে। ভ্ৰূবিকাৰ, ওষ্ঠ নিদৰ্শন, বাহু আস্ফালন, তৰ্জন-গৰ্জন, স্বকৰ্মৰ গৌৰৱ প্ৰকাশ, অস্ত্ৰক্ষেপণ আদি ইয়াৰ অনুভাব। নিন্দা, স্পৰ্ধা (যুদ্ধৰ কাৰণে আহ্বান), উগ্ৰতা, তীব্ৰগতি, স্বেদ (ঘাম ওলোৱা,) অহঙ্কাৰ মোহ আৰু অমৰ্ষ আদি ইয়াৰ ব্যাভিচাৰীভাব। ভৰতৰ নাট্যশাস্ত্ৰতো ৰৌদ্ৰৰসৰ অনুপম বৰ্ণনা পোৱা যায। ৰৌদ্ৰৰসৰ স্থায়ীভাব ক্ৰোধ আৰু ই দৈত্য-দানৱৰ দৰে উদ্ধত প্ৰকৃতিৰ মানুহৰ মাজত উদ্ভৱ হয। সংগ্ৰাম ইযাৰ মূল। ক্ৰোধ, ধৰ্ষণ, তিৰস্কাৰ, অপমান, ফাঁকি, কটুবাক্য, প্ৰহাৰ আৰু ঈৰ্ষা ইয়াৰ বিভাৱ।

ৰৌদ্ৰৰসৰ সম্বন্ধে অভিমত দাঙি ধৰোঁতে বিশ্বনাথে ভৰতৰ নাট্যশাস্ত্ৰকে অনুসৰণ কৰিছে। বীৰ ৰস বুলিলে কোনো এজন বীৰৰ যুদ্ধৰ বীৰত্ব বুলি বুজা যায়। কিন্তু আচলতে তেনে নহয়। বীৰৰস কোনো এজন বীৰৰ উদাৰ স্বভাৱৰ আধাৰত নিষ্পন্ন হয় আৰু তেওঁ সদায়েই উৎসাহ প্ৰণোদিত। এনে বীৰ এজন যুদ্ধত লিপ্ত হ'ব পাৰে, নহ'বও পাৰে। কিন্তু তেওঁ সদাযেই উদাৰ স্বভাৱ বা গুণ সম্বলিত হ'ব লাগিব। বীৰৰসত সাত্ত্বিকভাৱৰ প্ৰাধান্য থাকে। আনহাতে ৰৌদ্ৰৰসৰ নাযকক সদাযেই ক্ৰোধে পৰিচালিত কৰে। ৰৌদ্ৰৰসত ৰজস আৰু তমোগুণেহে ক্ৰীডা কৰে। কংসবধত কৃষ্ণ আৰু কংসৰ ক্ৰোধৰ বৰ্ণনাত ৰৌদ্ৰৰস দেখা যায়। কংসই কৃষ্ণৰ ওপৰত এনেদৰে ক্ৰোধ কৰিছে —

বল্কিবে লাগিলা মহা ক্ৰোধে অন্ধ হুই।
কিনো অসজ্জন বসুদেৱ সুত দুই।।
সমাজত থাকিবাক নলাগে ইহাৰ।
নগৰৰ বাজকৰি খেদাউ আন্ধাৰ।।
মহাৰাগে বল্কে কংসে ক্ৰোধে হুয়া অন্ধ।।

দশম স্কন্ধ, পদ - ২০৮১,৮২,৮৪

কংসক বধ কৰিবৰ বাবে কৃষ্ণই ক্ৰোধত চুলিত ধৰি ভূমিত বাগৰাই বধ কৰিলে, যিদৰে হস্তীক মত্ত সিংহই বধ কৰে –

ভকতৰ ভযহাৰী জ্বলি গৈল কোপে।
বান্ধিলন্ত পীতবস্ত্ৰ কটিত আটোপে।।
দেখিযা কেশৰে পাছে কংসৰ নিশাৰি।
কিৰীটি সহিতে চুলে ধৰি ঘণ্টা লাৰি।।
হস্তীক আজোৰৈ যেন মত্তসিংহ ৰাজে।
দেখি হাহাকাৰ কৰৈ সমস্ত সমাজে।।

(দশম স্কন্ধ, পদ - ২০৮৫-২০৯৪, ৯৫)

এই কংস-বধত কংসৰ ক্ৰোধে কৃষ্ণক কংসৰ ওপৰত জঁপিয়াই পৰিবলৈ উদ্‌গনি যোগাইছে। ৰৌদ্ৰৰসত বীৰত্ব দেখা যায যদিও প্ৰতিশোধপ্ৰিযতা আদিয়েই ইয়াৰ স্বৰূপ নিৰ্ণয কৰে। ই ৰজঃ আৰু তমোগুণক আশ্ৰয় কৰে। সেইকাৰ.। গুৰুজনাৰ সাহিত্যত ৰৌদ্ৰৰসৰ পৰিসৰ অতি কম।

**বীৰৰস ঃ** বিশ্বনাথ কবিৰাজে কৈছে – 'উত্তম প্ৰকৃতিৰ্বীৰ উৎসাহ স্থায়িভাৱকঃ।' উত্তম প্ৰকৃতিয়েই বীৰ ৰস আৰু ইয়াৰ স্থায়ীভাব উৎসাহ। যাক জয কৰা যায় তেনে বিজেতব্যজনেই আলম্বন বিভাৱ আৰু বিজেতব্যৰ যি প্ৰতিৰোধ সিয়েই উদ্দীপন বিভাৱ।

ৰস গঙ্গাধৰ পণ্ডিতৰাজ জগন্নাথে কৈছে যে,—বীৰশ্চতুৰ্ধা দান দয়াযুদ্ধধৰ্মৈৰ্ভদুপাৰুধেৰুৎসাহস্য চতুৰ্বিধত্বাত। বীৰ ৰসৰ স্থায়ীভাৱ উৎসাহ। বীৰৰসৰ চাৰিটা বৈশিষ্ট্য (বিশ্বনাথ কবিৰাজেও এই চাৰিপ্ৰকাৰ পৰশুৰাম বীৰৰ কথা কৈছে।) হৈছে – দান, দয়া, যুদ্ধ আৰু ধৰ্ম। দানবীৰ কৰ্ণ দয়াবীৰ-জীমূতবাহন, যুদ্ধবীৰ ৰামচন্দ্ৰ, ধৰ্মবীৰ যুধিষ্ঠিৰ। কালিযদমত বীৰ ৰসৰ তেনে ছবি পোৱা যায়। ইয়াত বিভাৱ, অনুভাৱ আৰু ব্যভিচাৰী ভাবৰ সন্নিবেশ অতি স্পষ্ট।

দুষ্টক দণ্ডিবে লাগি ঘোৰ অৱতাৰ।।
এহি বুলি মাধৱে বধিবে প্ৰৱন্ধিল।
পীতবস্ত্ৰ আটি তুলি কটিত বান্ধিল।।
আস্ফোট কৰিয়া বাহু ডাম্ফি মৰি পাছে।
উঠিলন্ত গৈয়া উচ্চ কাদম্বৰ গাছে।
টলবল গাছযেন যাই ভূমিকাম্প।
দিলা কৃষ্ণে আটোপে হ্ৰদৰ মাজে জাম্প।। ৫৮০
জগতৰ গুৰু ভৱে পৰিলা প্ৰকাশি।
প্ৰচণ্ড শবদে উথলিল জলৰাশি।। দশম স্কন্ধ - ৫৮০, ৮১, ৮২

এই পদসমূহত স্থায়ীভাৱৰূপে শ্ৰীকৃষ্ণৰ উৎসাহ সম্যকৰূপে প্ৰকাশ পাইছে। বীৰত্বৰ যোগে তেনে এটা সাহসিক উৎসাহৰ নমুনা —

নসহিলা পৰাভৱ ভয়ঙ্কৰ সৰ্পে।
সসৈন্যে আসিলা ক্ৰোধে খেদি মহাদৰ্পে।।
ফোফাই আতি তুলি সিটো সহস্ৰেক ফেট।
মৰ্ম্মস্থানে মাৰিল কৃষ্ণক খেদি খোট।।
নজানে পাতকী সৰ্পে প্ৰভুৰ প্ৰভাৱ।
লাঞ্জে মেঢাই ধৰিল কৃষ্ণৰ সৰ্বগাৱ।। পদ - ৫৮৪, ৫৯৫, ৫৯৬

কৃষ্ণই কালীনাগৰ খোটত অচেতন হৈ পৰি আছে, তাকে দেখি গোপ-গোপীসকলে দুখতে বিলাপ কৰি কৰি অচেতন হৈ পৰিল। আনকি যত গৰু-গাই, দামুৰি আদি আছিল সকলোৱে তৃণ ত্যাগ কৰি কেৱল কৃষ্ণৰ মুখলৈ চাই হ্ৰদৰ পাৰতে বৈ আছে। এই হ্ৰদৰ পাৰত ৰোৱাটোও বহুলভাৱে অনুভাৱৰূপে প্ৰযুক্ত হৈছে। গোকুলত দেখা দিয়া নানা অমঙ্গল আদি ব্যভিচাৰী আৰু সঞ্চাৰীভাৱৰূপে প্ৰযুক্ত হৈ বীৰৰসৰ চৰ্বনত সহায়ক হৈছে।

তেনেদৰে শ্ৰীকৃষ্ণৰ বৎসাসুৰ আৰু বকাসুৰ বধ আদিতো বীৰ ৰস পোৱা যায়।

যদিও ৰৌদ্ৰ আৰু বীৰৰসত আলম্বন, উদ্দীপন আৰু সঞ্চাৰীভাৱৰ সমানতা আছে, তথাপি দুযোটাতে এনে অসমানতাও আছে, যাৰ আধাৰত দুয়োকে পৃথক পৃথক বুলি মানি লোৱা হয়। সৰ্বপ্ৰথম এই দুযোটাৰে স্থায়ীভাৱত পাৰ্থক্য। ৰৌদ্ৰ ৰসৰ স্থায়ীভাব ক্ৰোধ। বীৰ ৰসত উৎসাহ আৰু ন্যায়। ৰৌদ্ৰ ৰসত মোহ, অহঙ্কাৰ আৰু অন্যায়ৰ প্ৰাধান্য থাকে। উৎসাহত ধীৰতা, প্ৰসন্নতা আদি গুণ বৰ্তমান। বীৰপুৰুষ উদাৰ। ইয়াৰ বিপৰীতে ক্ৰোধী পুৰুষ অত্যন্ত ক্ৰুব্ধ হয়। বীৰ ৰসত প্ৰতিক্ৰিয়াৰ ভাৱনা নাথাকে। কিন্তু ৰৌদ্ৰ ৰসত প্ৰতিক্ৰিয়া অত্যন্ত তীব্ৰ হৈ থাকে।

**ভয়ানক ৰস :** সাহিত্য-দৰ্পণকাৰ বিশ্বনাথ কবিৰাজে ভয়ানক ৰসৰ স্বৰূপ এনেদৰে বৰ্ণনা কৰিছে — ভয়ানক ৰসৰ স্থায়ীভাৱ হৈছে ভয়। নীচ দুষ্ট প্ৰকৃতিৰ মানুহৰপৰা ভয় ওপজে। সেইবিলাকেই ইয়াৰ আলম্বন বিভাৱ। তেনেলোকৰ উৎকট চেষ্টাৰপৰা সৃষ্টি হোৱা ভয়ৰপৰা নিষ্কৃতি পাবৰ কাৰণে কৰা প্ৰযাসেই উদ্দীপন বিভাৱ। বিৱৰ্ণভাৱ, গদ্‌গদ্ স্বৰভাষণ, মূৰ্চ্ছা, ৰোমাঞ্চ, কম্পন আদি ইযাৰ অনুভাৱ। জুগুপ্সা, সংমোহ, ভয, গ্লানি, দীনতা, শঙ্কা, মূৰ্চ্ছাভ্ৰান্তি, মৃত্যু আদি ইয়াৰ ব্যভিচাৰীভাৱ। [সাহিত্যদৰ্পণ, (৩২৩৫-৩৮)]

ভৰতমুনিৰ নাট্যশাস্ত্ৰতো ভযনাক ৰসৰ অনুৰূপ লক্ষণ পোৱা যায। ভয়ানক ৰসৰ স্থায়ীভাৱ ভয। দশম স্কন্ধৰ কালিয দমনত যেতিযা কৃষ্ণই কালিনাগক হ্ৰদৰপৰা বাহিৰ কৰি খেদাই দিলে তেতিয়া নন্দ, যশোদা, গোপ-গোপী সকলো আহি কৃষ্ণক নিৰীক্ষণ

কৰিবলৈ ধৰিলে। ইযাতে যেন তেওঁলোকৰ শৰীৰ জ্বৰ পৰিল। কৃষ্ণৰ লগতে সকলো গোপ-গোপী যমুনাৰ পাৰত ৰাতি কটাবলগীযা হ'ল। এনেতে কেউফালে দাবাগ্নি জ্বলি উঠিল আৰু সকলোৱে ভযত কৃষ্ণ কৃষ্ণ বুলি চিঞৰিবলৈ ধৰিলে।

"কৃষ্ণৰ লগত গোপ গোপী যত
যমুনা তীৰতে ৰৈল।।
ক্ষুধায তৃষ্ণায হাৰাসাঙ্খি হুয
পৰি নিদ্ৰা গৈল আতি।
বেঢ়িযা বনত বিপুল অগনি
লাগিল দোভাগ ৰাতি।।
বহ্নিৰ প্ৰভাৱ দেখি কাম্পে গাৱ
নিশ্চয় মিলৈ মৰণ।
পাযা মহাভয গোপ-গোপীচয
কৃষ্ণতে লৈলা শৰণ।।
ত্ৰাহি হে কৃষ্ণ প্ৰভু কৃপাময়
ভযে ধাতু গৈল উৰি।
পৰিলো বিপাকে ৰাখিয়ো আম্মাক
স্বামী আমি মৰো পুৰি।।

(দশম স্কন্ধ, পদ - ৬৯৪, ৯৫, ৯৬)

ইযাত ভয়ানক ৰসৰ স্থায়ীভাৱ ভযৰ সৃষ্টি হৈছে। এই ভয়ৰ ইন্ধন যোগাইছে প্ৰজ্বলিত বহ্নিয়ে। গতিকে ই অনুভাৱ হিচাপে কাম কৰিছে। আলম্বন বিভাৱ গোপ-গোপী আদি সকলোৱেই। ভাগৱতৰ দশম স্কন্ধত থকা কংসবধত শ্ৰীকৃষ্ণই চাণূৰ-মুষ্টিকক যেতিয়া বধ কৰে তেতিয়া কংস ভয়ত কঁপি উঠে।

মহাদুখে মুখে মালে ছাদিলা ৰুধিৰ।
ছাৰি প্ৰাণ পৃথিৱীত পৰিল শৰীৰ।।
পেলাইলা উভাৰি যেন বৃক্ষক বতাসে।
কম্পিল হৃদয দেখি কংসৰো ত্ৰাসে।।
চাণূৰ মুষ্টিক যেবে পৰিল ৰণত।
কূট নামে মালে ধাইল পৰম ক্ৰোধত।
বাঘে যেন ৰুষি আসি বুলি খৰ্ববাণী।
লীলায়ে মাৰিলা ৰামে বাম মুঠি হানি।।
আসিল তোসল সল খেদি দুই মাল।

লাথি মাৰি দুইৰো মুণ্ড চিণ্ডিলা গোপাল।।
পৰিল দানৱ দুযো পৃথিৱী কম্পাই।
দেখি মহাভযত কম্পিল কংসৰায।।
মৰিল ৰণত দেখি আন যত মল্ল।
ৰামক কৃষ্ণক চাই ভয হুযা বৰ।
প্ৰাণ ৰাখি উঠি ভিৰি দিলেক লৱৰ।।

(দশম স্কন্ধ, পদ - ২০৬৪, ৬৫, ৬৬, ৬৭, ৬৮)

যেতিয়া ৰখীযা সৈন্যই ছত্ৰভঙ্গ দিলে তেতিয়া কংসৰ ভয় দুগুণে চৰিল। ইযাত ভয়ানক ৰসৰ প্ৰযোগ হৈছে।

**বীভৎস ৰস ঃ** বীভৎস ৰসে অন্তৰত বিৰক্তি সঞ্চাৰ কৰে আৰু বেযা কামৰ দ্বাৰা নিন্দাভাব উৎপন্ন কৰে। বিশ্বনাথ কবিৰাজে বীভৎস ৰসৰ বিষযে এনেদৰে কৈছে — এই ৰসৰ স্থাযীভাব জুগুপ্সা। দুৰ্গন্ধযুক্ত তেজ-মঙহ আৰু মেদ ইযাৰ আলম্বন বিভাৱ। এই তেজ-মঙহত পোকে লাডু লাডু কৰি থকা অৱস্থা হ'ল ইযাৰ উদ্দীপন বিভাব। থু পেলোৱা, মুখ বিকটোৱা, চকু মুদা আদি ইযাৰ অনুভাৱ, মোহ, অপস্মাৰ, আবেগ, ব্যাধি, মৃত্যু আদি বীভৎস ৰসৰ ব্যভিচাৰী ভাব।

কিন্তু যি যি বস্তুৰ পৰা ঘৃণা হয, সেইবোৰ বীভৎস ৰসৰ বিভাৱ। কোনোবাৰ বেয়া কামো এই ৰসৰ বিভাৱ হ'ব পাৰে। গুপ্ ধাতুৰ অৰ্থ হৈছে ৰক্ষা কৰা, নিৰাপত্তা প্ৰদান কৰা, লুকাই থকা, নিন্দা কৰা, ঘৃণা কৰা, বিৰক্তি প্ৰকাশ কৰা ইতাদি। কিন্তু ইযাত ইচ্ছাৰ্থে সন্ প্ৰত্যয় কৰিলে জুগুপ্সতে ৰূপ হয। তেতিয়া অৰ্থ ঘৃণা কৰা, নিন্দা কৰা ইত্যাদি।

ৰাসলীলাত শঙ্খচূড দৈত্যৰ আৱিৰ্ভাৱত বীভৎস ৰসৰ সঞ্চাৰ হৈছে।

**অদ্ভুত ৰস ঃ** মহাপুৰুষ শঙ্কৰদেৱৰ সাহিত্যত অদ্ভুত ৰস সম্বন্ধে আলোচনা কৰাৰ আগতে আলঙ্কাৰিকসকলৰ মতে অদ্ভুতৰস কি তাক চোৱা যাওক। বিশ্বনাথ কবিৰাজৰ মতে অদ্ভুত ৰসৰ স্থাযীভাৱ বিস্মय। অলৌকিক বিষয ইযাৰ আলম্বন বিভাৱ। অলৌকিক বিষযবস্তুৰ গুণাৱলীযেই উদ্দীপন বিভাৱ। নিশ্চলতা, ঘাম ওলোৱা, নোম শিঞৰি উঠা, থোকাথুকি মাত, ব্যস্ততা, ডাঙৰকৈ চকুমেলা আদিয়েই অদ্ভুতৰসৰ অনুভাৱ। বিতৰ্ক, আবেগ, জডতা, হৰ্ষ আদি এই ৰসৰ ব্যভিচাৰীভাব।

দশম স্কন্ধ ভাগৱতৰ শ্ৰীকৃষ্ণৰ বাল্যকালৰ লীলাসমূহৰ মাজত অদ্ভুত ৰস পোৱা যায। যেতিয়া গোপশিশুসকলে খেলি থাকোতে —

কৃষ্ণে মাটি খান্ত বুলি গেৰি পাৰৈ
যশোদা শুনিলা তাকে।
খাইবো মুণ্ড বুলি পুত্ৰৰ হাতত
ধৰিলা খেদি গোৱালী।

কেনে মাটি খালি বলাই আদি কৰি
কহবৈ সবে ছৱালি।। ২৬৮

সেই কথা শুনি যশোদাই মুখৰ মাটিখিনি উলিয়াই দিবৰ কাৰণে কৃষ্ণক জোৰ কৰিলে। তেতিয়া কৃষ্ণই মাটি খোৱা নাই বুলি কয়। কিন্তু যশোদাই কৃষ্ণৰ মুখমেলি দেখুৱাবলৈ কোৱাত কৃষ্ণই মুখ মেলি দিয়াত –

পুত্ৰৰ গৰ্ভত সমস্তে জগত
যশোদা দেখন্ত পাছে।
সখাগৰা মহী বায়ু সূৰ্য্য শশী
তাৰাগণো তৈতে আছে।।
কিবা স্বপ্ন দেখো কিবা দেৱমায়া
কিবা ভ্ৰম ভৈল মতি।। ২৬৯, ২৭০

ইয়াত অদ্ভুত ৰসৰ স্থায়ীভাৱ বিস্ময়ক আশ্ৰয় কৰি ভাবধ্বনিত পৰ্যবসিত কৰা হৈছে। তেনেদৰে যমলাৰ্জুন ভঞ্জনতো অদ্ভুত ৰসৰ স্থায়ীভাব বিস্ময় প্ৰকাশ পাইছে।

উডুখল টানন্তে আছন্ত নন্দসুত।
অন্যো অন্যে বোলৈ কিনো আশ্চৰ্য্য অদ্ভুত।। ৩২০

দশম স্কন্ধ, পদ - ৩২০

সেইদৰে শ্ৰীকৃষ্ণৰ আঘাসুৰ বধ, বকাসুৰ বধ শঙ্খচুড বধ, আদিয়েও বিস্ময়ভাৱ জগাই তোলে। মহাপুৰুষ শঙ্কৰদেৱে এইদৰে দশমৰ বিভিন্ন স্থানত বিস্ময়ভাৱ প্ৰকাশ কৰি অদ্ভুত ৰসৰ সৃষ্টি কৰিছে। আকৌ অঘাসুৰ বধ কৰি কৃষ্ণই সকলোৰে মনত অদ্ভুতৰ স্থায়ীভাব বিস্ময়ৰ সৃষ্টি কৰিছে। যেতিয়া ব্ৰহ্মাই গাই, দামুৰি আদি সকলো চুৰি কৰি লৈ গ'ল, তেতিয়া কৃষ্ণই গাই-দামুৰি সকলোবোৰ নতুনকৈ সৃষ্টি কৰিলে, ইয়াতো বিস্ময়ৰ ভাব ধ্বনিত হৈছে।

ভাগৱতৰ দশম স্কন্ধৰ ১৬৯১ ৰ পৰা ১৭১৭ পদলৈকে নাৰদৰ কৃষ্ণদৰ্শন বৰ্ণনা কৰা হৈছে –

কংসত কহিয়া কথা পাছে দেৱঋষি।
কৃষ্ণৰ পাশক লাগি আসিলা হৰিষি।।
জগতৰে সুহৃদ নাৰদ ভাগৱত।
কৃষ্ণক কৰিলা তুতি নিৰ্জন থানত।। পদ - ১৬৯২, ৯৩

ইয়াত অতি সহজ-সৰল ভাষাত বিষ্ণুৰ (কৃষ্ণৰ) কাৰ্য-কলাপৰ প্ৰসঙ্গ উপস্থাপন হৈছে আৰু ইয়াৰ বৰ্ণনা প্ৰণালীযেই অদ্ভুতৰসৰ সমাবেশ ঘটাইছে। কৃষ্ণৰ আশ্চৰ্য মহিমা

পৰ্যবেক্ষণৰ বাবেই যেন নাৰদমুনি দ্বাৰকা নগৰীত পদাৰ্পণ কৰিছে।

কালিযদমনতো কৃষ্ণৰ কাৰ্য-কলাপত অদ্ভুত ৰস ফুটি উঠিছে।

এই অদ্ভুত ৰসৰ দ্বাৰা প্ৰভাৱিত হৈ মানুহে গূঢতম ৰহস্য জানিবলৈ যত্ন কৰে। এই ৰসৰপৰা পৰমাত্মাৰ সৰ্বব্যাপকতাৰ কথা জনা যায। ভৰতমুনিযে অদ্ভুত ৰসৰ দুটা ভেদ স্বীকাৰ কৰে — দিব্য আৰু আনন্দজ। দিব্যদৰ্শনৰ পৰা দিব্য অদ্ভুত আৰু হৰ্ষময বিস্মযৰপৰা আনন্দজ অদ্ভুত ৰসৰ সৃষ্টি হয —

দিব্যশ্চানন্দজশ্চৈৱ দ্বিধাখ্যাত্যোহদ্ভুতো ৰসঃ।
দিব্যদৰ্শনজো দিব্য হৰ্ষদানন্দজঃ স্মৃতঃ।। নাট্যশাস্ত্ৰ - ৬/৮২

**শান্তৰস ঃ** 'শান্তৰস'ৰ স্বৰূপ কি সেই বিষযে সাহিত্য দৰ্পণত কৈছে —

'শান্তঃশম স্থাযিভাৱ উত্তম প্ৰকৃতিৰ্মতঃ।' ৩/২৪৫

শান্তৰসৰ স্থাযীভাৱ শম, উত্তম প্ৰকৃতিৰ লোকৰ মাজেদি এই ৰস ফুটাই তোলা হয। শম মানে কি সেই বিষযে সাহিত্যদৰ্পণৰ তৃতীয পৰিচ্ছেদত কোৱা হৈছে — 'শমো নিৰীহাৱস্থাযাং স্বাত্মৱিশ্ৰামজংসুখম্।' নিস্পৃহ অৱস্থাত স্পৃহা লাভৰ ইচ্ছা, নিজৰ শান্তসমাহিত আত্মাতেই অনুৰক্ত থকাৰ যি সুখ, সি শম।

সকলো বস্তু অনিত্য, পৰমাত্মাই একমাত্ৰ সত্যবস্তু এনে মনোভাব এই ৰসৰ আলম্বন বিভাব। পুণ্যাশ্ৰম, হৰিক্ষেত্ৰ, তীৰ্থ, মহাপুৰুষৰ সঙ্গ আদি এই ৰসৰ উদ্দীপন বিভাৱ। ৰোমাঞ্চ বা নোম শিযৰি উঠা আদি অনুভাৱ। নিৰ্বেদ (উদাসীনতা) হৰ্ষ, স্মৰণ সকলো প্ৰাণীৰ প্ৰতি দযা আদি এই ৰসৰ ব্যভিচাৰীভাৱ।

অনিত্যত্বাদিনাঅশেষ বস্তুনিঃসাৰতা তু যা।।
পৰাত্মস্বৰূপং বা তস্যালম্বনমিষ্যতে।
পুণ্যাশ্ৰমহৰিক্ষেত্ৰতীৰ্থৰম্যবনাদয।
মহাপুৰুষসঙ্গাদ্যাস্তস্যোদ্দীপনৰূপিণঃ।।
ৰোমাঞ্চাদ্যানুভাৱাস্তথা স্যুৰ্ব্যভিচাৰিণঃ।।
নিৰ্বেদহৰ্ষস্মৰণমতিভূতাদযঃ।। সা দ ৩/২৪৬-২৪৮

শঙ্কৰদেৱৰ ৰচনাত শান্তৰসৰ সুন্দৰ ব্যঞ্জনা দেখা যায। শিশুলীলা খণ্ডত ব্ৰহ্মাই যেতিযা গোটেইবিলাক গোৰক্ষ দামুৰি হৰণ কৰি লৈ গ'ল, তেতিয়া কৃষ্ণই অশেষ গাই-দামুৰি আৰু গৰখীযা সৃষ্টি কৰিলে ব্ৰহ্মা আচৰিত হ'ল। তাতোকৈ তেওঁ বিস্মযান্বিত হয তেতিযা যেতিযা প্ৰত্যেকটো দামুৰি আৰু গোৰক্ষই চতুৰ্ভুজ মূৰ্তি ধৰি পীতবস্ত্ৰে হাতত বেণু-চক্ৰ আদি লৈ অনন্ত বিষ্ণুলৈ ৰূপান্তৰিত হ'ল।

'যাৰ যতমান তনু যাৰ যেন বেত বেণু
বসন সিকিয়া অলঙ্কাৰ।
যাৰ যেন ঠান মাত নাক মুখ ভৰি হাত
ভৈলা হৰি সকলে আকাৰ।
যাৰ যেন গুণ গতি বয়স আকৃতি মতি
ভৈলা সৱে জগতনিবাস।
সৱে বিষ্ণুময় যিটো বেদবাক্য আছি সিটো
ভৈলা যেন সাক্ষাতে প্ৰকাশ।। ৪১৮

তেতিয়াহে ব্ৰহ্মাৰ মোহভঙ্গ হ'ল। ভগৱান কৃষ্ণৰ অলৌকিক মহিমা বৰ্ণাই এটা অলৌকিক আধ্যাত্মিক পৰিৱেশৰ সৃষ্টি কৰিছে, যেন বৃন্দাবনৰ মৃদুসমীৰণ জল, বায়ু, মৃত্তিকা সকলোৱেই কৃষ্ণৰ মহিমাৰ যোগে স্পন্দিত হৈছে, যেন প্ৰতিজন ভক্তই কৃষ্ণপ্ৰেমত আপ্লুত হৈছে। গোকুলৰ প্ৰজাৰ কিমান যে ভাগ্য — কাৰণ যোগীজনে যাক ধ্যান কৰি থাকে তেওঁক গৃহতে পালে ব্ৰজবাসীয়ে।

পূৰ্ণানন্দ দেৱ হৰি সমস্তে গোকুল ভৰি
লীলাভাৱে কৰন্ত বিহাৰ।
যোগীজনে চিন্তে যাক গৃহতে পাইলেক তাক
কিনোভাগ্য ব্ৰজৰ প্ৰজাৰ।

মঞি কেন দুৰ্জ্জন দেখা নাৰায়ণ
মৰিবাকো নড়ৰাওঁ।
মাযাৱীৰো তুমি পৰম ঈশ্বৰ
তোক মুহিবে চাওঁ। দশম স্কন্ধ, পদ - ৪৯৩

এনেদৰে গুৰুজনাৰ আন ৰচনাসমূহৰ দৰে দশমতো বিভিন্ন ৰস ব্যঞ্জিত হ'লেও ভক্তিৰসেই প্ৰধান স্থান লাভ কৰিছে। দশমত সংসাৰৰ অনিত্যতাৰ কথা প্ৰতিপাদন কৰাত নিৰ্বেদ নামৰ স্থায়ীভাব সৃষ্টি হৈছে। ঈশ্বৰৰ সেৱাকে একমাত্ৰ সাৰ বুলি প্ৰতিপাদন কৰি শমভাৱৰ অনুভূতি জগাই তুলি শঙ্কৰদেৱে শান্তৰসৰ অঙ্গস্বৰূপ ভক্তিৰসক সাৱলীল ৰূপত ফুটাই তুলিছে।

ভগৱান য'ত আলম্বন বিভাৱ, ৰোমাঞ্চ, অশ্ৰুপাত আদি য'ত অনুভাৱ, হৰ্ষৰ দ্বাৰা যাৰ পৰিপুষ্টি ঘটে, ভাগৱত আদি পুৰাণ শুনাৰ সময়ত ভগৱদ ভক্তসকলে যিটো অনুভৱ কৰে সেয়ে হৈছে ভক্তিৰস। পাৰমাৰ্থিকভাৱে ভক্তিয়েই ভগৱদ্ৰতি, সিয়েই পৰমাত্মৰতি সিয়েই স্বাত্মানুভূতি। ❑

# কীৰ্ত্তন পুথিৰ ৰস ঃ বিশ্লেষণাত্মক অধ্যয়ন

'ৰস' শব্দৰ সাধাৰণ অৰ্থ হ'ল স্বাদ বা সোৱাদ। যাৰ সোৱাদ লোৱা হয় সিয়েই ৰস। শ্ৰুতিত আছে –

"ৰসো ৱৈ সঃ। ৰসং হ্যেৱাযং লব্ধানন্দী ভৱতি।।'

(তৈত্তিৰীয়োপনিষদ ২/৭/২)

অৰ্থাৎ – "ভূমাৰূপ পৰম্মাই ৰস, জীৱজগতে সেই ৰসকে লাভ কৰি আনন্দময হয।" সাহিত্যৰ ৰস হ'ল কাব্য পাঠ কৰি লাভ কৰা সহৃদযজনৰ মানসিক অৱস্থা। ৰসৰ সংজ্ঞা সম্পৰ্কত পণ্ডিতসকলৰ বিভিন্ন মত। সাহিত্য দৰ্পণৰ ৰচযিতা বিশ্বনাথ কবিৰাজে ৰসৰ সংজ্ঞা এনেধৰণে দিছে –

বিভাৱেনানুভাৱেন ব্যক্তঃ সঞ্চাৰিণা তথা।
ৰসতামেতি ৰত্যাদিঃ স্থাযী ভাৱঃ সচতসাম্।।  (সা দ ৩/১)

অৰ্থাৎ "বিভাৱ, অনুভাৱ আৰু ব্যভিচাৰীভাৱৰ সহযোগত ৰতি আদি স্থাযীভাৱ সহৃদয় হৃদযত ব্যক্ত হ'লেই ৰসত্ব প্ৰাপ্ত হয।"

ৰসৰ সংখ্যা সম্পৰ্কতো আলঙ্কাৰিকসকলৰ মাজত মতভেদ দেখা যায়। ভৰতমুনিযে তেওঁৰ 'নাট্যশাস্ত্ৰ'ত ৰস আঠবিধ বুলি কৈছে। সেয়া হ'ল – শৃঙ্গাৰ, হাস্য, কৰুণ, ৰৌদ্ৰ, বীৰ, ভযানক, বীভৎস আৰু অদ্ভুত। অভিনৱ গুপ্তই এই আঠবিধ ৰসৰ লগত 'শান্ত' ৰসক নৱম ৰস ৰূপে স্বীকৃতি দিছে। বৈষ্ণৱ কবিসকলে আকৌ নৱৰসৰ লগত আন এটা ৰসৰ সৃষ্টি কৰিছে, সেযা হৈছে 'ভক্তি-ৰস'। মানুহৰ অন্তৰৰ যিবোৰ চিৰন্তন ভাৱধাৰা পৰিশোধিত হৈ নৱৰসত পৰিণত হয সেইবোৰ হ'ল যথাক্ৰমে ৰতি, হাস, শোক, উৎসাহ, ভয, বিস্ময, ক্ৰোধ, জুগুপ্সা আৰু শম। এই স্থাযীভাৱবোৰৰ উপৰিও লজ্জা, আশঙ্কা, ধৃতি আদি আঠচল্লিশ প্ৰকাৰ সঞ্চাৰীভাবেও ৰস সৃষ্টিত সহায কৰে। কাব্য বা নাটত প্ৰকাশ হোৱা বিভাৱ, অনুভাৱ আৰু ব্যভিচাৰীভাৱৰ সমবাযত অন্তৰৰ স্থাযীভাৱ ৰসাৱস্থাত পৰিণত হয। উক্ত স্থাযী-বাৱৰ ভিত্তিত মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰদেৱৰ ৰচিত 'কীৰ্ত্তন' পুথিৰ ৰস বিচাৰ কৰা অসুবিধা, কাৰণ শ্ৰীমন্ত শঙ্কৰদেৱৰ উদ্দেশ্য কেৱল কাব্যৰ ৰস পান কৰোৱাই নহয, পাঠক আৰু শ্ৰোতাক ভক্তিৰসত নিমজ্জিত কৰোৱাই অন্তৰত ভক্তি সঞ্চাৰ কৰা।

আলঙ্কাৰিকসকলে নৱৰসৰ ভিতৰত 'ভক্তি' ৰস বুলি কোনো প্ৰকাৰৰ ৰস স্বীকাৰ কৰা নাই যদিও মধ্যযুগৰ ভক্তি আন্দোলনৰ গুৰি ধৰোঁতা মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰদেৱ

আৰু আন বৈষ্ণৱ ... ভক্তি ... কাব্য নাটক আদি ... কৰি ভক্তিকো ... বুলি স্বীকাৰ কৰি ... দেৱ মাধৱদেৱে ... সকলোৰ সকলো ৰচনাত ভক্তিক ৰস বুলি ... কৰিছে (ড° সত্যেন্দ্ৰ নাথ শৰ্মা - 'মাধৱদেৱৰ ... ভক্তিৰস।' প্ৰবন্ধ)

কীৰ্ত্তন ঘোষাৰ মাজতে, বিভিন্ন ঠাইত বিভিন্ন ৰসৰ অভিব্যঞ্জনা থাকিলেও সামগ্ৰিকভাৱে ভক্তিৰসৰ অনুভূতি জগাই তুলি শ্ৰোতা আৰু পাঠকৰ হৃদয়ত গভীৰ সাঁচ বহুৱায়। ভক্তিৰ অৰ্থ ভগৱানৰ প্ৰতি প্ৰেম বা ৰতি। 'সা ভক্তিঃ পৰানুৰক্তিৰীশ্বৰে।' - (শাণ্ডিল্য সূত্ৰ - ৯)। ৰতি যদি কান্তাৰ (নাযিকাৰ) প্ৰতি হয় তেতিয়া শৃঙ্গাৰ ৰসৰ অভিব্যঞ্জনা হয। সেইটো ৰসধ্বনিৰ ক্ষেত্ৰ। ৰতি যদি দেৱাদি বিষযক হয তেতিয়া আমি ৰসধ্বনিৰ ঠাইত এটা ভাবধ্বনি পাও। ৰতিৰ্দেৱাদিবিষযা ব্যভিচাৰী তথাঞ্জিতঃ ভাবঃ প্ৰোক্তঃ" — (মম্মটৰ কাব্যপ্ৰকাশ - ৪)। দেৱাদি মানে দেৱ গুৰু নৃপ ইত্যাদি। দেৱ আৰু গুৰুৰ প্ৰতি ৰতি হ'লে ভক্তিভাৱ হয পুত্ৰৰ প্ৰতি ৰতি হ'লে 'বাৎসল্য' ভাৱ হয, নৃপৰ প্ৰতি ৰতি হ'লে 'দাস্য' ভাৱ হয।

ড° সত্যেন্দ্ৰনাথ শৰ্মাৰ মতে শ্ৰৱণ, কীৰ্তন, স্মৰণ আদিৰ দ্বাৰা ভক্তৰ হৃদয়ত উদয হোৱা স্থাযী ভাৱ, কৃষ্ণ ৰতিক বিভাৱ, অনুভাৱ, ব্যভিচাৰী ভাৱৰ যোগেদি আস্বাদিত হৈ ভক্তিৰসত পৰিণত হয। দৰ্পণকাৰ বিশ্বনাথৰ মতে —

"ৰত্যাদীনামপি ৰসান্তৰেষ্বস্থাযিত্ব প্ৰতিপাদনাৰ্থম" (সা দ পৃ ১০১) অৰ্থাৎ কোনো বস্তুৰ প্ৰতি মানৱ-মনৰ সহজ অনুৰাগেই ৰতি। এই কথা স্বীকাৰ কৰিব লাগিব যে কীৰ্তন পুথিত ভগৱানৰ প্ৰতি ৰতিভাৱৰ উদ্ৰেক হোৱা বাবে ইয়াত ভক্তিৰস আছেই। সেই ৰতি লৌকিক নহয, সেয়া হৈছে কৃষ্ণ-ৰতি। কৃষ্ণ-ৰতিৰ প্ৰৱণতা যেতিয়া হৃদযত উপলব্ধি হয তেতিয়াই সহৃদয়ে ভক্তিৰস আস্বাদন কৰিব পাৰে।

কীৰ্তন পুথিযে ভক্তক ভক্তি-ৰসৰ পৰম আহ্লাদ অনুভৱ কৰালেও ইয়াত নৱৰস সঞ্চিত হৈ থকাৰ বাবে ভক্তসকলে আন ৰসসমূহো আস্বাদন কৰিব পাৰে। কাৰণ, ই অলঙ্কাৰ শাস্ত্ৰত থকা নৱৰসেৰে ৰসময। ইযাত হৰ্ষ-বিষাদ, প্ৰেম-বিৰহ, ক্ৰোধ-ক্ষমা আদিৰ বৰ্ণনাই নৱৰসৰ মিলন ঘটাইছে। যেনে 'হৰমোহন', 'ৰাসক্ৰীড়া' আদিৰ মাজেদি শৃঙ্গাৰ, হিৰণ্যকশিপু আৰু নৰসিংহৰ যুদ্ধ কংস যুদ্ধ কালযৱন-বধ আদিৰ বৰ্ণনাত বীৰৰস, পুতনাৰ কাৰ্যকলাপ, নৰসিংহৰ ভৈৰৱমূৰ্তি প্ৰভৃতিৰ বৰ্ণনাত ভয়ানক ৰস, 'ৰাস-ক্ৰীড়া'ত শ্ৰীকৃষ্ণৰ অন্তৰ্ধানৰ পাছত গোপীসকলৰ কৰুণ ক্ৰন্দন নাইবা 'শ্ৰীকৃষ্ণৰ বৈকুণ্ঠ-প্ৰয়াণ'ৰ পাছত উদ্ধৱৰ শোকবহ্নিত কৰুণ ৰস 'হৰমোহন'ত যোগেশ্বৰৰ মহেশ্বৰ অৱস্থা, দামোদৰ বিপ্ৰ আখ্যানত হাস্য ৰস, অজামিলৰ ব্যভিচাৰ আৰু পুতনাৰ ৰূপবৰ্ণনাত, বীভৎস, নৰসিংহৰ আবিৰ্ভাৱ, নাৰদৰ কৃষ্ণ-দৰ্শন আৰু শ্ৰীকৃষ্ণৰ মুখৰ ভিতৰত যশোদাৰ বিশ্বৰূপ

দৰ্শনত অদ্ভুত, হিৰণ্যকশিপুৰ ক্ৰোধত ৰৌদ্ৰ, 'কুঁজীৰ বাঞ্ছা-পূৰণ', 'হৰ-মোহন', 'বলি-ছলন', 'কালিয-দমন' আদি অধ্যাযৰ মাজেদি শান্ত ৰস বোৱাই ৰসাগ্ৰহীক ৰস আস্বাদনৰ সুযোগ দিছে। 'কীৰ্ত্তন-ঘোষা'ত যে নৱ-ৰসৰ মিলন হৈছে আৰু সেই নৱ-ৰস কেনেদৰে প্ৰকাশ হৈছে তাৰ বিশ্লেষণ কৰা হ'ল –

(১) **শৃঙ্গাৰ-ৰস ঃ** শৃঙ্গাৰ ৰস হৈছে –

শৃঙ্গংহি মম্মথোদ্ভেদস্তদাগমনহেতুকঃ।

উত্তম-প্ৰকৃতি প্ৰাযো ৰসঃ শৃঙ্গাৰ ইষ্যতে।। (সা দ ৩/১৮৩) 'শৃঙ্গ' শব্দৰ অৰ্থ হ'ল কামনাৰ উদ্ৰেক। শৃঙ্গ উদ্ভৱৰ কাৰণ স্বৰূপ উত্তম আলম্বন বিশিষ্ট ৰসেই শৃঙ্গাৰ ৰস। শৃঙ্গাৰ ৰসক দুটা ভাগত ভাগ কৰিছে। এটা হৈছে সম্ভোগ শৃঙ্গাৰ আৰু আনটো হৈছে বিপ্ৰলম্ভ শৃঙ্গাৰ। স্পৰ্শ বা আলিঙ্গন, চুম্বন, উপবন, নাযিকাৰ ভ্ৰূবিক্ষেপ, কটাক্ষ চাৱনি আদি শৃঙ্গাৰ ৰসৰ আলম্বন।

মহাপুৰুষ শঙ্কৰদেৱৰ বিৰচিত 'কীৰ্ত্তন' ঘোষাৰ প্ৰধানকৈ তিনিটা খণ্ডত শৃঙ্গাৰ ৰসৰ উদ্ৰেক ঘটিছে। সেই খণ্ডকেইটা হ'ল 'ৰাস-ক্ৰীডা', 'হৰমোহন' আৰু 'গজেন্দ্ৰ-উপাখ্যান'। 'ৰাসক্ৰীডা'ত - কৃষ্ণ আৰু গোপীসকলৰ মিলনৰ যোগেদি, 'হৰমোহন'ত শিৱৰ কামনা-বাসনাৰ যোগেদি আৰু 'গজেন্দ্ৰ-উপাখ্যান'ত গজেন্দ্ৰই হস্তিনীসকলৰ লগত কামকেলিৰ যোগেদি সম্ভোগ শৃঙ্গাৰৰ বিকাশ ঘটা পৰিলক্ষিত হয।

বাহুমেলি কাকো অলিঙ্গি ধৰি।
কাৰো স্তন নখে পৰশে হৰি।।
মুখ চায়া কাৰো তোলন্ত হাস।
মাতন্ত কাকো ধৰি পৰিহাস।।
লন্ত বস্ত্ৰ কাঢি বঢায়া ৰঙ্গ।
বেকত কৰন্ত গুপুত অঙ্গ। (ৰাসক্ৰীডা ৮৪৩-৪৪)

'হৰমোহন'ৰ (৫৪৭-৪৮-৪৯) অংশতো শৃঙ্গাৰ ৰসৰ প্ৰকাশ হৈছে। এনেদৰেই মহাপুৰুষ শঙ্কৰদেৱে আলিঙ্গন, চুম্বন আৰু শাৰীৰিক মিলনৰ যোগেদি শৃঙ্গাৰ ৰসৰ সৃষ্টি কৰিছে।

(২) **হাস্য-ৰস ঃ** চেহেৰা, কথা-বাৰ্তা, অঙ্গী-ভঙ্গী, পোছাক-পৰিচ্ছদ আদিৰ বিকৃতিৰ পৰা জন্মা কৌতুকৰ পৰা হাস্যৰসৰ উদ্ভৱ হয়। যাৰ চেহেৰা, কথা-বতৰা, আৰু অঙ্গী-ভঙ্গীৰ বিকৃতি দেখি মানুহে হাঁহে সেযে হাস্যৰসৰ আলম্বন বিভাৱ।

বিকৃতাকাৰবাগ্‌বেষচেষ্টাদেঃ কুহকাদ্ভবেত্।
বিকৃতাকাৰ বাকচেষ্টং যমালোক্য হসেজ্জনঃ

তমত্রালম্বনং ।। (সা দ ৩/২১৪ ২১৫)

এই সংজ্ঞা অনুযায়ী শঙ্কৰদেৱৰ কীৰ্ত্তন'ত হাস্যৰসৰ পৰিমাণ একেবাৰে কম তথাপি আন ৰসসমূহৰ আনুষঙ্গিকভাৱে একেটা আখ্যানৰ মাজতে কম পৰিমাণে হ'লেও এই ৰস দেখা যায়। বিশেষকৈ 'হৰ-মোহন' খণ্ডত মহাযোগী মহাদেৱৰ লটি ঘটিব প্রসঙ্গত আৰু 'দামোদৰ বিপ্র' আখ্যানত এই একেই পটভূমিত হাস্যৰসৰ সৃষ্টি হৈছে 'হৰমোহন'ত কামদেবক জয় কৰা বুলি দম্ভ কৰা মহাদেৱে যেতিয়া ব্রহ্মাৰ নাৰীৰূপ দৰ্শন কৰি অৱশেষত নিজৰ শৰীৰৰ কাপোৰ কানি পৰ্যন্ত ত্যাগ কৰিবলগীয়া হয় তেতিয়া শ্রোতা আৰু পাঠকৰ মনত হাঁহি উঠাতো স্বাভাৱিক।

আউল জাউল হুয়া চক্ষু ঢাকৈ জঁটে।
বিবস্ত্রে কন্যাক হৰে খেদে উলঙ্গতে।।
দেখি ঋষি পত্নীগণে হাসৈ নিৰন্তৰে।
কেহো মুখে বস্ত্র দিয়া পশৈ অভ্যন্তৰে।। হৰমোহন-৫৭৩

তেনেদৰে কংসবধ ১১১৬, ১১১৭ আদি অংশতো হাস্যৰস দেখা যায়।

(৩) **কৰুণ-ৰস ঃ** কৰুণ ৰস সৃষ্টি হয় ইষ্ট নাশ আৰু অনিষ্ট প্রাপ্তিৰ ফলত। কৰুণ ৰসৰ স্থায়ীভাৱ শোক।

ইষ্টনাশাদনিষ্টাপ্তেঃ কৰুণাখ্যো ৰসো ভৱেত।
শোকো হত্র স্থায়ী ভাৱঃ। (সা দ ৩/২২২, ২২৩)

'ধ্বন্যালোক' নামৰ গ্রন্থত আনন্দবৰ্দ্ধনে কৈছে – 'ৰসেই হ'ল কাব্যৰ আত্মা"। সেইকাৰণে ক্রৌঞ্চ মিথুনৰ বিযোগ দেখি আদিকবি বাল্মীকিৰ মনত যি শোক হৈছিল সিযেই শ্লোকৰূপে পৰিগণিত হ'ল।

কাব্যস্যাত্মা স এৱাৰ্থস্তথা চাদিকবেঃ পুৰা।
ক্রৌঞ্চদ্বন্দ্ববিযোগোতথঃ শোকঃ শ্লোকত্বমাগতঃ।।
(ধ্বন্যালোক ১/৫)

কবিযে অনুভৱ কৰা শোক কৰুণ ৰসৰ স্থায়ীভাৱ আৰু কৰুণ ৰসেই হ'ল ৰামায়ণৰ প্রধান ৰস।

মহাপুৰুষ শ্রীমন্ত শঙ্কৰদেৱৰ 'কীৰ্ত্তন'ৰ মূলতঃ দুটা খণ্ডত কৰুণ ৰসৰ প্রয়োগ ঘটিছে। প্রথম ৰাস-ক্রীড়া অধ্যায়ত শ্রীকৃষ্ণৰ অন্তৰ্দ্ধানৰ পিছত গোপীসকলৰ বিৰহ বেদনাত আৰু দ্বিতীযতে শ্রীকৃষ্ণৰ বৈকুণ্ঠ-প্রয়াণৰ পিছত উদ্ধৱৰ মনত জাগি উঠা শোক। 'গোপী-উদ্ধৱ সংবাদ'তো শ্রীকৃষ্ণৰ অবৰ্তমানত গোপীসকল বিৰহ-বেদনাত কাতৰ হোৱা আৰু কোনো কোনোৱে সেই বিৰহ সহিব নোৱাৰি ঘনে ঘনে মূৰ্চ্ছা যোৱা বৰ্ণনাৰ মাজেৰেও

কৰুণ ৰসৰ সৃষ্টি হৈছে। উদাহৰণস্বৰূপে —

কৃষ্ণ কৃষ্ণ বুলি দিলেক গেড়ি।
কান্দে যমুনাৰ তীৰক বেঢ়ি।।
যশোদা সুন্দৰী নন্দ-গোৱালে।
পাড়ন্ত লোটাৰি পড়ি নিঢালে।।
কি ভৈল পুত্ৰ বুলি উকি দিযা।
দুহাতে ঝাৱলে ঢাকুৰে হিযা।। (কালীয-দমন ৭৭৬, ৭৭)

(৪) **ৰৌদ্ৰ-ৰস ঃ** মহাপুৰুষ শঙ্কৰদেৱৰ 'কীৰ্ত্তন' পুথিৰ কেবা ঠাইতো ৰৌদ্ৰ ৰসৰ প্ৰকাশ ঘটিছে। তাৰ ভিতৰত 'প্ৰহ্লাদ-চৰিত' আখ্যানৰ হিৰণ্যকশিপুৰ ক্ৰোধত এইবিধ ৰস আটাইতকৈ বেছি স্পষ্ট। ৰৌদ্ৰৰসৰ স্থায়ীভাৱ ক্ৰোধ। শত্ৰু ৰৌদ্ৰ-ৰসৰ আলম্বন বিভাৱ, শত্ৰুৰ আচৰণ আদি উদ্দীপন বিভাৱ।

ৰৌদ্ৰঃ ক্ৰোধস্থাযিভাৱো ৰক্তো ৰুদ্ৰাধিদৈৱতঃ।
আলম্বনমৰিস্তস্য তচ্চেষ্টোউদ্দীপনং মতম্।। (সা দ ৩/২২৭)

'প্ৰহ্লাদ-চৰিত'ত বিভিন্ন উপাযেৰে প্ৰহ্লাদক বধ কৰিব নোৱাৰি বৈষ্ণৱ বিদ্বেষী হিৰণ্যকশিপুৱে প্ৰহ্লাদৰ প্ৰতি যি ক্ৰোধৰ সৃষ্টি কৰিছে সেই ক্ৰোধ ৰৌদ্ৰৰসৰেই নামান্তৰ অৰ্থাৎ ৰৌদ্ৰৰসকে বুজায।

আন বেত কোবাই মাৰো অৰে দুৰাচাৰ।
মন্দবুদ্ধি আমাৰো অনাইলি খিলিঙ্কাৰ।।
উপজিলি তই দৈত্য কুলৰ কণ্টক।
ভৈলি বিষ্ণুপক্ষ ক্ষয কৰিলি কুলক।। (প্ৰহ্লাদ চৰিত/৩৩৬)

(৫) **বীৰ-ৰস ঃ** গুৰুজনাৰ কীৰ্ত্তন পুথিত অধিক সংখ্যক আখ্যানতে বীৰ ৰসৰ প্ৰাদুৰ্ভাৱ দেখা যায। প্ৰাযবোৰ আখ্যানতেই দৈত্য দানৱ আদিৰ সৈতে বিষ্ণুভক্তৰ সংঘাত দেখুওৱাৰ বাবে এইবোৰ আখ্যানত যুদ্ধৰ বৰ্ণনা বেছি। বীৰ ৰস সাধাৰণতে যুদ্ধ আদিত প্ৰকাশ পায। আলঙ্কাৰিকসকলৰ মতে 'উত্তমপ্ৰকৃতিৰ্বীৰ উৎসাহস্থাযিভাৱক ঃ।' অৰ্থাৎ— বীৰৰসৰ প্ৰকৃতি উত্তম, স্থাযীভাৱ উৎসাহ। বিজেতব্য আদি বীৰ এই ৰসৰ আলম্বন বিভাৱ।

'কীৰ্ত্তন'ৰ অন্তৰ্গত হিৰণ্যকশিপু আৰু নৰসিংহৰ যুদ্ধ, কংস-বধ, জৰাসন্ধ-বধ, কালযৱন-বধ, স্যমন্তক-হৰণ আদিৰ মাজেদি বীৰৰসে প্ৰাধান্য লাভ কৰিছে।

হেন শুনি জাম্বৱন্ত।
ধাইলা মহা বলৱন্ত।।

নিচিনি স্বামীক পাছে।
ধৰিলন্ত যুদ্ধ কাছে।।
সামান্য মনুষ্য বুলি
মহাক্রোধে গৈলা জ্বলি।। (স্যমন্তক হৰণ, ১৪২৮ ২৯)

(৬) **ভয়ানক-ৰস ঃ** ভয়ানক ৰসৰ স্থায়ীভাৱ ভয়। ঘাম ওলোৱা নোম শিয়ৰি উঠা, কঁপনি আদি ভয়ানক ৰসৰ অনুভাৱ। ভয়ানকো ভয়স্থায়িভাৱো ভূতাধি দৈৱতঃ। (সাহিত্যদৰ্পণ ৩/২৩৫ ২৩৮) 'কীৰ্ত্তন'ত শিশুলীলা পুতনাবধ নৰসিংহৰ ভৈৰৱমূৰ্তি আদি আখ্যানৰ যোগেদি ভয়ানক ৰসৰ সঞ্চাৰ হৈছে। শিশুলীলা খণ্ডত পোৱা যায় অঘ নামৰ ৰাক্ষসে মাজবাটত মনুষ্যৰ বাবে বাট ভেটি থকা বৰ্ণনা ভয়ানক ৰসৰ পৰিচায়ক।

দুষ্ট অঘে পাতিলেক কাপ।
বাট ভেণ্টি ভৈল ঘোৰ সাপ।।
পৰ্ব্বত সমান কলেৱৰ।
বাইল বেন্ত সম্যকে গহ্বৰ।।
তল ওঁঠ মাটিত থাপিল।
উৰ্দ্ধ ওঁঠ মেঘত লাগিল।। (শিশু-লীলা/৭২৪-২৫)

'অজামিল উপাখ্যান'ৰ - ১৭৬ অংশতো ভয়ানক ৰস ফুটি উঠিছে।

(৭) **বীভৎস-ৰস ঃ** যি ৰসৰ স্থায়ীভাৱ জুগুপ্সা তাকে বীভৎস ৰস বোলা হয়। মুখ বিকটোৱা, চকুমুদা আদি ইয়াৰ অনুভাৱ। "বীভৎস স্থায়িভাৱস্তু বীভৎসঃ কথ্যতে ৰসঃ।" (সা দ ৩/২৩৯) 'কীৰ্ত্তনৰ 'হৰমোহন' খণ্ডত শিৱৰ উলঙ্গবেশ, 'অজামিল উপাখ্যান'ত অজামিলে বেশ্যাৰ সৈতে কৰা ব্যভিচাৰ আৰু পুতনাৰ ৰূপ বৰ্ণনাত বীভৎস ৰসৰ প্ৰয়োগ হৈছে। 'মুচুকুন্দ-স্তুতি'ত প্ৰাণ যোৱাৰ পিছত শৰীৰত বিষ্ঠা-পলু উৎপন্ন হোৱাৰ বৰ্ণনাৰে বীভৎস-ৰসৰ বৰ্ণনা দিছে। 'হৰমোহন'তো মহাদেৱে নাৰীৰ পিছে পিছে খেদি গৈ কঁকালৰপৰা বাঘৰ ছাল সুলকি পৰি উলঙ্গ হোৱাৰ বৰ্ণনাৰে কেনেদৰে বীভৎস ৰসৰ সৃষ্টি কৰিছে তাৰ বৰ্ণনা এনেধৰণৰ –

খট মট কৰি বাজে গলে মুণ্ডমাল।
কঙ্কালৰ সুলকি পৰিল বাঘছাল।।
ভৈলন্ত উলঙ্গ তাকো নচান্ত চাপৰি।
দেখি পলাইবাক লৈলা কন্যায়ো লৰৰি।। (হৰ-মোহন/৫৫২)

(৮) **অদ্‌ভুত-ৰস ঃ** অদ্‌ভুত ৰসৰ পৰিৱেশন শঙ্কৰদেৱে কীৰ্ত্তনৰ কেবাঠাইতো

কৰিছে। অদ্‌ভুত ৰসৰ স্থাযীভাৱ বিস্মযা অলৌকিক বিষয ইযাৰ আলম্বন বিভাৱ। অলৌকিক বা অস্বাভাৱিক বৰ্ণনাত এইবিধ ৰস প্ৰযোগ কৰা হয।

অদ্‌ভুতো বিস্ময়স্থাযিভাৱো (সা দ ৩/২৪২-৪৪) 'কীৰ্ত্তন' পুথিৰ শিশু-লীলা, নৰসিংহৰ অৱির্ভাৱ, নাৰদৰ কৃষ্ণ-দৰ্শন, আদিত অদ্‌ভুত ৰসৰ সৃষ্টি হৈছে।

যশোদা সুন্দৰী দেখন্ত পাছে।
সমস্ত জগত গৰ্ভতে আছে।।
সাতোখান দ্বীপ সাতো সাগৰ।

যশোদা দেখে তৈতে আপুনাক।। (শিশু-লীলা/৬৬৯-৭২)

(৯) **শান্ত-ৰস ঃ** শান্ত-ৰসৰ স্বৰূপ কি সেই বিষযে আলঙ্কাৰিকসকলে কৈছে — "শান্তঃ শমস্থাযিভাৱ উত্তমপ্ৰকৃতিৰ্মতঃ।" (সা, দ, ৩/২৪৫)।

শান্ত-ৰসৰ স্থাযীভাৱ শম। নিস্পৃহ অৱস্থাত নিজৰ শান্ত সমাহিত আত্মাতেই অনুৰক্ত হৈ থকাৰ যি সুখ সিযেই 'শম'। মহাভাৰতত প্ৰধানভাৱে থকা শান্তৰসৰ বিষযে আলোচনা কৰি ধ্বন্যালোকত আনন্দবৰ্দ্ধনে কেইটিমান বৰ প্ৰণিধান যোগ্য কথা কৈছে — তেওঁৰ মতে তৃষ্ণাক্ষযৰ ফলত সুখৰ যি পৰিপুষ্টি ঘটে তাৰ অনুভূতিযেই শান্ত ৰস।

"তৃষ্ণাক্ষয-সুখপৰিপোষণলক্ষণঃ শান্তো ৰসঃ।"

তেওঁৰ মতে মহাভাৰতত ভগৱান কৃষ্ণৰ কীৰ্ত্তন কৰা হৈছে আৰু সংসাৰৰ অসাৰতা প্ৰতিপাদিত হৈছে। ভগৱান কৃষ্ণই একমাত্ৰ সাৰবস্তু বুলি দেখুওৱা হৈছে। তেনেদৰে মহাপুৰুষ শঙ্কৰদেৱেও কীৰ্ত্তন পুথিত ভগৱান শ্ৰীকৃষ্ণৰ মাহাত্ম্য প্ৰকাশ কৰি কৃষ্ণৰ কীৰ্ত্তন কৰা হৈছে। কৃষ্ণই একমাত্ৰ সাৰবস্তু, মাযামযএই সংসাৰৰ সকলো মিছা। 'প্ৰহ্লাদ-চৰিত'ত তাকেই দেখুৱাইছে —

হৰিসে সবাৰো আত্মা বান্ধৱ ঈশ্বৰ।
মাযামযইটো পুত্ৰ ভাৰ্য্যা কলেৱৰ।।
আৰ অৰ্থে ব্যৰ্থে কেনে কৰা আযুপাত।
সবাৰো হৃদযে বিষ্ণু আছন্ত সাক্ষাত।। (প্ৰহ্লাদ-চৰিত/৩৫৭, ৫৮)

আলঙ্কাৰিকসকলৰ দৃষ্টিভঙ্গীৰে ৰস বিশ্লেষণ কৰিলে কীৰ্ত্তন পুথিত নৱ-ৰসৰ অভিব্যঞ্জনা দেখা যায। শান্ত-ৰসৰ মাজেদি ভক্তি-ৰস জীৱন্ত হৈ পৰিছে। পৰমাৰ্থিভাৱে ভক্তিযেই ভগৱদ্‌ৰতি। সেইকাৰণে কীৰ্ত্তনৰ প্ৰধান ৰস শান্ত বা ভক্তিৰস বুলি ক'ব পাৰি। আত্মজ্ঞানেই শম বা শান্ত। আনহাতে ৰসৰ অনুভূতি মানেও নিজৰ আত্মাৰেই নিজৰ দ্বাৰা অনুভূতি। সেই অনুভূতি বা জ্ঞান বা সংবেদনেই পৰম আহ্লাদ। এই পৰম আহ্লাদেই সচ্চিদানন্দ স্বৰূপ ব্ৰহ্ম। উপনিষদৰ কথাত ব্ৰহ্মই ৰস। "ৰসো বৈ সঃ"

(তৈত্তিৰীয় উপনিষদ)। ভক্তিও ৰসময়ী, 'ৰসময় মাগোহো ভকতি — নাম-ঘোষা)। নবৰসাত্মক-চৰিত শ্ৰৱণকৰাৰ ফলত চিত্তত যি চমৎকাৰ ভাৱৰ জন্ম হয় সেয়ে ভক্তি-ৰস। এই ভক্তিৰসেই শৃঙ্গাৰ, হাস্য, কৰুণ, ৰৌদ্ৰ, বীৰ ভয়ানক, অদ্ভুত আৰু শান্ত এই নটা ৰূপত আস্বাদিত হয়। ভক্তি-ৰস অনুভৱ কৰা জনক ভক্ত বোলা হয়। এই নৱবিধ ৰস ভগৱানৰ ক্ষেত্ৰত প্ৰযোগ কৰিলে ভক্তি-ৰসৰ মৰ্যাদা লাভ কৰে।

মহাপুৰুষ শঙ্কৰদেৱে 'কীৰ্ত্তন' পুথিখন ভক্তি-ধৰ্ম প্ৰচাৰৰ কাৰণে ৰচনা কৰিছিল। ইযাত ভক্তিযেই প্ৰধান স্থান লাভ কৰিছে। সেইকাৰণে কীৰ্ত্তনত ভক্তি-ৰস প্ৰধান ৰস আৰু বাকীবোৰ গৌণ বুলিব পাৰি। 'কীৰ্ত্তন-ঘোষা'ত ঈশ্বৰ ভক্তিৰ যি ৰূপ প্ৰকাশিত হৈছে তাত জটিলতা আৰু সূক্ষ্মতাৰ স্থান বিশেষ নাই। সি নিতান্তই একমাত্ৰিক। ঈশ্বৰৰ লগত মানুহৰ সম্পৰ্ক, ঈশ্বৰৰ লগত সৃষ্টিৰ সম্পৰ্ক দৃশ্যজগতৰ লগত আধ্যাত্মিক জগতৰ সম্পৰ্ক, পাপ-পুণ্যৰ চৰিত্ৰ এইবোৰৰ সম্পৰ্কে কোনো জটিল তাত্ত্বিক ধাৰণা নাইবা সূক্ষ্ম কল্পনাৰ স্থান তাত নাই। হৰিনাম কীৰ্ত্তন কৰিলে সকলো বিপদৰপৰা উদ্ধাৰ পোৱা যায, সকলো পাপ ক্ষয হয, সকলো যাগ যজ্ঞৰ ফল পোৱা যায। ভগৱানৰ প্ৰতি ঐকান্তিক ভক্তি থাকিলে সংসাৰ-পীড়াৰপৰা লাঘৱ হয। সেইদৰে 'দামোদৰ-বিপ্ৰাখ্যান'ত হৰিৰ কৃপাত ঐশ্বৰ্য লাভ, 'গজেন্দ্ৰোপাখ্যান'ত ভয়ঙ্কৰ শাৰীৰিক বিপদৰপৰা উদ্ধাৰ 'কুঁজীৰ-বাঞ্ছা পূৰণ'ত কুৰূপা নাৰীৰ অৱৰুদ্ধ কামনা পূৰণ, এনেবোৰ প্ৰতীক তাৎপৰ্যৰ দ্বাৰা ভক্তিৰ শ্ৰেষ্ঠত্ব নিৰূপণ কৰিছে। সেইকাৰণে ক'ব পাৰি 'কীৰ্ত্তন পুথিৰ প্ৰধান ৰস হৈছে ভক্তিৰস। ❑

# মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰদেৱৰ সাহিত্যত শৃঙ্গাৰ

ভাৰতীয় সাহিত্য সমালোচনাৰ প্ৰসঙ্গত ধ্বনিবাদৰ মুখ্য প্ৰৱক্তাৰূপে স্বীকৃত হোৱা আচাৰ্য আনন্দবৰ্দ্ধনৰ এষাৰি উক্তি আছে —

> "শৃঙ্গাৰ এৱ মধুৰঃ পৰঃ প্ৰহ্লাদনো ৰসঃ।
> তন্ময়ং কাব্যমাশ্ৰিত্য মাধুৰ্য্যং প্ৰতিতিষ্ঠতি।। (ধ্বন্যালোক — ২/৭)

নাট্যশাস্ত্ৰকাৰ ভৰতে পোন প্ৰথমবাৰৰ বাবে ভাৰতীয় সাহিত্য তথা কলাৰ ইতিহাসত ৰসৰ ধাৰণা অৱতাৰনা কৰিলে — "বিভাৱানুভাৱব্যভিচাৰী সংযোগাদ্ৰস নিষ্পত্তিঃ" — অৰ্থাৎ বিভাৱ, অনুভাৱ আৰু ব্যভিচাৰীভাৱৰ সংযোগত ৰসৰ নিষ্পত্তি হয়। নাট্যশাস্ত্ৰত উপস্থাপিত ভৰতৰ এই ৰসসূত্ৰক তেওঁৰ পৰৱৰ্তী ভট্টলোল্লট, শ্ৰীশঙ্কুক, ভট্টনাযক আৰু অভিনৱগুপ্তই নিজা নিজা দৰ্শন অনুযাযী ব্যাখ্যা কৰে। তাৰে ভিতৰত কাশ্মীৰী শৈৱ দাৰ্শনিক আচাৰ্য অভিনৱগুপ্তৰ ৰস সূত্ৰৰ ব্যাখ্যা কাব্যিক সমালোচনাৰ সন্দৰ্ভত অধিক প্ৰাসঙ্গিক ৰস সূত্ৰৰ ব্যাখ্যা কাব্যিক সমালোচনাৰ সন্দৰ্ভত অধিক প্ৰাসঙ্গিক বুলি বিবেচিত। দৃশ্য আৰু শ্ৰব্য উভযবিধ কাব্যৰে ক্ষেত্ৰত ৰসৰ চৰ্বন তথা ৰসোপলব্ধি হৃদযঙ্গম কৰিবৰ বাবে অভিনৱগুপ্তৰ ৰসৰ ধাৰণা অতি অনুকূল। নাট্যশাস্ত্ৰৰ 'অভিনৱ ভাৰতী' টীকা আৰু আনন্দবৰ্দ্ধন প্ৰণীত 'ধ্বন্যালোক'ৰ 'লোচন' টীকাৰ প্ৰণেতা অভিনৱ গুপ্ত টীকাকাৰ হৈযো এক মৌলিক চিন্তাৰ অধিকাৰী সাহিত্য সমালোচক।

ভৰতমুনিযে নাট্য আৰু নাট্যানুষ্ঠানক উদ্দেশ্য কৰি আঠ প্ৰকাৰ ৰসৰ নাম উল্লেখ কৰে শৃঙ্গাৰ, হাস্য কৰুণ, ৰৌদ্ৰ, বীৰ, ভযানক, বীভৎস আৰু অদ্ভুত। আনন্দবৰ্দ্ধন আৰু অভিনৱ গুপ্তই 'শান্ত' নামৰ এটা ৰস স্বীকাৰ কৰিলে। মম্মটভট্ট, বিশ্বনাথ কবিৰাজ প্ৰভৃতি আলঙ্কাৰিক সকলে এই নৱম ৰসৰ স্বীকৃতি মানি ল'লে। পৰৱৰ্তী কালত এই ৰসৰ সংখ্যা বাঢ়ি গৈ থাকিল। এই অতিৰিক্তভাৱে কল্পিত ৰসবিলাকৰ ভিতৰত ভক্তিৰসে বৈষ্ণৱ সাহিত্যত বিশেষভাৱে সমাদৰ আৰু বিবেচনা লাভ কৰিলে।

মুঠতে, ৰসৰ যি কোনো তালিকাতে বা বিবেচনাৰে শৃঙ্গাৰৰসে প্ৰথম স্থান লাভ কৰিছে। আনন্দবৰ্দ্ধন 'শৃঙ্গাৰ এৱ মধুৰঃ' ইত্যাদি অভিমত দাঙিধৰি শৃঙ্গাৰ ৰসকে প্ৰধান বা শ্ৰেষ্ঠ ৰসৰ মৰ্যাদা দিছে। শৃঙ্গাৰ ৰসৰ স্থায়ীভাৱ হৈছে ৰতি বা প্ৰেম। প্ৰেম হৈছে বিশুদ্ধ প্ৰেম, মনোধৰ্মী প্ৰেম। ইযাতে আনন্দবৰ্দ্ধনে ক'ব খুজিছে যে 'শৃঙ্গাৰ' ৰস মাধুৰ্য গুণান্বিত। এই শৃঙ্গাৰ বা প্ৰেম ৰস দুই প্ৰকাৰৰ হয — সম্ভোগ শৃঙ্গাৰ আৰু বিপ্ৰলম্ভ শৃঙ্গাৰ।

আমাৰ এই নিবন্ধৰ প্ৰধান আলোচ্য বিষয হৈছে মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰদেৱৰ

সাহিত্যত শৃঙ্গাৰ। শৃঙ্গাৰ ৰসৰ স্থায়ীভাব ৰতি বা প্ৰেম গুৰুজনাৰ ৰচনাৱাজিৰ মাজত কেনেদৰে প্ৰকাশ ঘটিছে সেইবিষয়ে চমুকৈ আলোচনা কৰা হ'ব।

শাস্ত্ৰকাৰ আৰু কাব্যতত্ত্বজ্ঞসকলৰ ধাৰণা যে, ৰস আনন্দস্বৰূপ বা পৰমাহ্লাদস্বৰূপ। এই পৰমাহ্লাদেই। সচ্চিদানন্দস্বৰূপ ব্ৰহ্ম। উপনিষদৰ কথাত ব্ৰহ্মই ৰস। 'ৰস্যতে আস্বাদ্যতে ইতি ৰসঃ। ৰসো বৈ স । ৰসং হ্যেৱায়ংলব্ধানন্দী ভৱতি। (তৈত্তিৰীয় উপনিষদ)

মহাপুৰুষ শঙ্কৰদেৱৰ সাহিত্য বুলিলে এক বিশাল পৰিধিৰ কথা মনলৈ আহে। ভাগৱত আৰু হৰিবংশ পুৰাণক মূল আধাৰগ্ৰন্থৰূপে লৈ সাহিত্যৰচনা কৰিছিল। শঙ্কৰদেৱৰ প্ৰতিভা ঘাইকৈ গীতিধৰ্মী আৰু চিন্তাগধুৰ। ৰামায়ণক আধাৰ গ্ৰন্থৰূপে লৈও শঙ্কৰদেৱে কাব্য ৰচনা কৰিছে। শঙ্কৰদেৱৰ সমগ্ৰ ৰচনাৰে মূল চৰিত্ৰ হৈছে শ্ৰীকৃষ্ণ। প্ৰকৃতাৰ্থত শ্ৰীকৃষ্ণ পৰমপুৰুষ ভগৱান যদিও মহাপুৰুষজনাই চৰিত্ৰটোত মানৱীয় গুণ আৰোপ কৰি সুকীয়া মহত্ব প্ৰদান কৰিছে।

ভকত জনেসে মোৰ হৃদয়।
মযো ভকতৰ হিয়া নিছয়।। (কীৰ্ত্তন/পাষণ্ডমৰ্দন ১২৪)

এইদৰে কওঁতে ভক্ত আৰু ভগৱানৰ মাজৰ নিবিড় সম্বন্ধৰ কথা ঘোষিত হৈছে। সেইজন কৃষ্ণতে মানৱীয় গুণ আৰোপিত হোৱাত সাধাৰণ প্ৰেমৰ ধাৰণাও কৃষ্ণৰ মাজত পৰিলক্ষিত হৈছে। দৰাচলতে এই (প্ৰেম) শৃঙ্গাৰ যৌনগন্ধী নহৈ পৰমানন্দলাভৰ এক সুকীয়া পন্থাৰূপেহে পৰিগণিত হৈছে। তদুপৰি এই শৃঙ্গাৰ বা প্ৰেমৰ মাজত নিহিত হৈ আছে ভকতিৰ বীজ।

মঞিও বিনে ভক্তে নিচিন্তে আন।
ভকত বিনা মোৰো নাহি ধ্যান।। (কীৰ্ত্তন/পাষণ্ডমৰ্দন ১২৫)

শ্ৰীকৃষ্ণৰ কান্তিময়ৰূপ পীতবস্ত্ৰ, পৰিহিত ডিঙিত বনমালা, মূৰত ময়ূৰৰ পাখি, সুন্দৰ নাসিকা, কাণত মকৰ কুণ্ডল, কণ্ঠত কৌস্তুভমণি শিৰত কিৰীটি, আজানুলম্বিত হাতত বাঁহী লৈ মুখত মিচিকিয়া হাঁহিটোৰ সৈতে অপূৰ্ব সৌন্দৰ্যৰ গৰাকী কৃষ্ণই গোপবালকৰ স'তে গৰু চৰাইছে, গোপীসকলৰ লগত ৰাসক্ৰীড়া কৰিছে। ৰুক্মিণীৰ মনোবাঞ্ছাপূৰণ কৰি তেওঁক বিবাহ কৰিছে। কৃষ্ণৰ প্ৰতি গোপিনীসকলৰ যি প্ৰেম সি যৌন আকৰ্ষণৰ ফলত উদ্ভৱ হোৱা প্ৰেম নহয়। কৃষ্ণৰ সমাহিত সুকুমাৰতত্ত্বতকৈ তেওঁৰ বংশীধ্বনিহে আছিল গোপীসকলৰ আকৰ্ষণৰ বস্তু।

*সুললিত বাংশী আতি চুম্বী আছে যাক।*
*হেনয় অধৰামৃত দিযোক আম্মাক।। (কীৰ্ত্তন/ৰাসক্ৰীড়া/৯০২)*

আকৌ মহাপুৰুষ শঙ্কৰদেৱে কৈছে —

শৰতকালে চন্দ্ৰাৱলী ৰাতি।
দিব্যৰাস-ক্ৰীড়া কৰিলা আতি।।
পঞ্চমৰাগে গাইলা গীত হৰি।
শুনি মোহ ভৈল গোপ সুন্দৰী।।
ঘৰবাৰী এড়ি লৱবৈ ভোলে।
তন হলফল কুণ্ডল দোলে।।
বাইলাহা বাংশী পশি বৃন্দাবনে।
চৌপাশে বেঢ়ি নাচৈ গোপীগণে।।

(কীৰ্ত্তন/ৰাসক্ৰীড়া- ১০০৮-১০০৯)

কিন্তু সেযা হ'লেও শঙ্কৰদেৱৰ ৰচিত কীৰ্তন পুথিৰ ৰাসক্ৰীড়া খণ্ডত প্ৰেম প্ৰকাশক উক্তিত শঙ্গাৰ ৰসৰ প্ৰযোগ দেখা যায। এই শৃঙ্গাৰত ৰসাভাসৰ জোনাক-যামিনী, মলয-সমীৰণ, ফুলৰ গোন্ধ, কম্পিত যমুনা নদী, বৃন্দাবন এইসকলোবোৰ আছে। ৰাসক্ৰীড়াত আছে —

শৰত কালৰ ৰাত্ৰি আতি বিতোপন।
ৰাসক্ৰীড়া কৰিতে কৃষ্ণৰ ভৈলা মন।।
ভৈলন্ত উদিত চন্দ্ৰ পূৰ্বদিশ হন্তে।
কামাতুৰা স্ত্ৰীৰ যেন সন্তাপ মাৰ্জন্তে।।
আখণ্ডমণ্ডল চন্দ্ৰ দেখিলন্ত হৰি।
কুঙ্কুমে অৰুণ লক্ষ্মী মুখ পদ্ম সৰি।।
বনকো দেখিলো চন্দ্ৰ ৰশ্মিযে ৰঞ্জিত।
সুস্বৰ মধুৰ কৰি হৰি গাইলা গীত।।
শুনি কামে উত্ৰাৱল হুযা গোপীগণে।
দিলেক লৱড গীত ধ্বনি নিৰীক্ষণে।।

(ৰাসক্ৰীড়া - ৮০৭, ৮০৮, ৮০৯)

সংস্কৃত কাব্য সাহিত্যত শৃঙ্গাৰ ৰসৰ সৈতে বৰ্ষাঋতুৰ সম্বন্ধ দেখা যায। কিন্তু শঙ্কৰদেৱৰ ৰচনাত (কীৰ্ত্তন-ঘোষাত, ভাগৱতত) আৰু মূল ভাগৱতৰ দশম স্কন্ধৰ ২৮শ সৰ্গৰ যি ৰাসক্ৰীড়া সেযা বসন্ত বা বৰ্ষাত নহৈ শৰৎকালত কিয হ'ল? ৰাসলীলাৰ শৃঙ্গাৰ ৰসৰ কাৰণে জানো শৰৎ ঋতু অনুকূল? এই কথাৰ উত্তৰ হযতো এনে ধৰণে দিব পাৰি। শৰৎকাল বিশেষকৈ বীৰৰসৰ উপযোগী। বীৰৰসৰ উদ্দীপনবিভাৱ ৰূপেই ৰামায়ণৰ

কিষ্কিন্ধা কাণ্ড ৩০/৬০, ৰঘুবংশৰ চতুৰ্থ সৰ্গ ভট্টিকাব্যৰ দ্বিতীয় সৰ্গ আদিত বীৰৰসৰ শৰতৰ বৰ্ণনা আছে। কিন্তু ভাগৱতত ব্যতিক্ৰম কিয় ? ব্যতিক্ৰম এইকাৰণেই যে গোপীসকলৰ মনত ৰতিতকৈযো উৎসাহৰ ভাৱেই অধিক তীব্ৰভাবে ঠাই লৈছে। উৎসাহ বীৰৰসৰ স্থায়ীভাব। এই বীৰৰস কেৱল যুদ্ধ ক্ষেত্ৰতেই হয় মাজনিশা ঘৰ-দুৱাৰ, স্বামী-সন্তান এৰি যমুনাৰ পাৰলৈ যোৱাৰ যি সাহ তাতো ফুটি ওলাইছে। এই উদ্দাম উৎসাহৰ উদ্দীপনৰূপেই ভাগৱতত আৰু কীৰ্ত্তন-ঘোষাত শৰৎকাল ৰাস-লীলাৰ সময়ৰূপে দিয়া হৈছে।

ইয়াত শৃঙ্গাৰ ৰস ঘাইকৈ কৃষ্ণৰ সুৰধ্বনিৰ ওপৰত অৱলম্বিত। তদুপৰি গোপিনীসকলৰ প্ৰেমত জড়িত হৈ আছে হৃদয়ৰ আবেগ বিহ্বলতা। আবেগিক ভাব প্ৰকাশ কৰিবলৈ লওঁতেই চৰিত্ৰসমূহত মানৱীয় লক্ষণ ফুটি ওলাইছে। গোপীসকলৰ সৈতে শ্ৰীকৃষ্ণৰ ৰাসক্ৰীড়াক 'ইটো ৰাসক্ৰীড়া কেলি নামে কাম জয়।' (ৰাসক্ৰীড়া-১০০৫) বুলি কৈ নৰদেহ বৃথা নকৰিবলৈ কৈছে --

ইটো কামজয় কৃষ্ণৰ কথা।
শুণা নৰদেহা নকৰা বৃথা।। (ৰাসক্ৰীড়া- ৯৭৮)

গোপীসকলৰ আৰু শ্ৰীকৃষ্ণৰ মাজৰ প্ৰেমত শৃঙ্গাৰ ৰসৰ গোন্ধ থকাত কৃষ্ণ চৰিত্ৰৰ দোষ গুচাবলৈ —

শৃঙ্গাৰ ৰসে যাৰ আছে ৰতি।
আকে শুনি হৌক নিৰ্মল মতি।। (ৰাসক্ৰীড়া / ৯৭৪)

এনেদৰেকৈ ৰাসক্ৰীড়া শুনি মন নিৰ্মল কৰিবলৈ কৈছে।

প্ৰতিগৰাকী গোপীয়ে ভাবিছিল যে কৃষ্ণই তেওঁৰ সৈতেহে আলিঙ্গন কৰি আছে—

"ভৈলন্ত মণ্ডলাকাৰ হাতে গলে ধৰি।
সৱে বোলে মোকেসে আলিঙ্গি আছে হৰি।। (ৰাসক্ৰীড়া/ ৯৩৮)

কৃষ্ণ গোপিনীসকলৰ বাবে প্ৰেমাস্পদ পুৰুষ আছিল যদিও কৃষ্ণৰ ঐশ্বৰিক গুণৰ প্ৰতিও আছিল সহৃদয় ভক্তি, কৃষ্ণ চৰিত্ৰ দুটা ভিন্ন ধাৰাৰ মাজেদি প্ৰবাহিত হৈছিল গোপিনীসকলৰ প্ৰেমৰ নিজৰা। এনেস্থলত তেওঁলোকে উপলব্ধি কৰিছে কৃষ্ণ চৰিত্ৰৰ ব্যাপকতা আৰু চৈতন্যতা —

ব্ৰহ্মাৰ জনৰ দুঃখ হৰিবাক প্ৰতি।
ভৈলা অৱতাৰ হৰি তোহ্মাৰ সম্প্ৰতি।। (ৰাসক্ৰীড়া — ৯০৮)

* * * * *

যত গোপী তত কৃষ্ণ হুয়া কৰৈ ক্ৰীড়া

সমস্তে গুচাইলা গোপিকাৰ কাম পীড়া।। (ৰাসক্ৰীড়া — ৯৫৭)

* * * * *

তুমি আত্মা হেন জানি সম্প্ৰতি।
তোমাতেসে কৰে ভকতে ৰতি।। (ৰাসক্ৰীড়া — ৮৩০)

* * * * *

কৃষ্ণত ভকতি বাঢিবে তাৰ।
কামসাগৰে সুখে হৈব পাৰ।। (ৰাসক্ৰীড়া — ৯৭৭)

বুলি ৰাসক্ৰীড়াৰ কথা শুনাৰ পক্ষপাতিত্ব কৰাৰ মাজেদি যৌন আবেগৰ পৰিশুদ্ধতাৰ চিত্ৰও ডাঙি ধৰিছে। তদুপৰি কৃষ্ণ আৰু গোপীৰ মাজতে প্ৰতিফলিত হৈছে ভক্তিৰ সাধন তত্ত্ব —

একত্ৰ হুযা মহাপ্ৰেম ভাৱে।
গোবিন্দ গুণ গাৱৈ আৰ্ত্তৰাৱে।।
বিচাৰি ফুৰৈ সিটো বৃন্দাবনে।
কৃষ্ণ কৃষ্ণ বুলি উন্মত্ত মনে।।
যিটো হৰি আছা জগত ব্যাপি।
বৃক্ষত তাঙ্ক সোধে পাশ চাপি।। (ৰাসক্ৰীড়া / ৮৫১ ৮৫২)

কৃষ্ণ আছিল সকলো বৃন্দাবনবাসীৰে ত্ৰাণকৰ্তা, বিপদৰ বন্ধু সম্পদৰ সহচৰ। তেনেজনা কৃষ্ণৰ প্ৰতি গোপিনীসকলৰ প্ৰেমভাৱ উদিত হোৱাত অথবা নৃত্যত মতলীয়া হোৱাত গোপসকলেও কোনো ধৰণৰ অশালীনতা বোধ কৰা নাছিল। ভাগৱত পুৰাণত গোপীসকলে শ্ৰীকৃষ্ণক পাবলৈ কৰা কাত্যায়নীব্ৰত পালনৰ প্ৰসঙ্গৰ অৱতাৰণা কৰা হৈছে। 'গোপী-উদ্ধৱ সংবাদ'ত শ্ৰীকৃষ্ণ মথুৰালৈ যোৱাৰ পিছত গোপিনীসকলৰ বিৰহাৱস্থা লাঘৱ কৰিবলৈ কৃষ্ণই তেওঁৰ পৰম বান্ধৱ উদ্ধৱক গোকুললৈ পঠিযাই দিছে। উদ্ধৱে আহি দেখিলে —

কৃষ্ণক লাগি আতি প্ৰেমভাৱে।
কৃষ্ণৰ সৱে গুণগীত গাৱে।।
কৃষ্ণতে সৱে নিমজাইল মন।
কাহাৰো গাৱত নাহি চেতন।। (গোপী-উদ্ধৱ সংবাদ — ১২৫৩)

ইযাৰ যোগেদি হৰিনামৰ মহিমাও প্ৰচাৰিত হৈছে। ৰামনামেহে মুকুতিৰ উপায, ভৱ বৈতৰণী পাৰহোৱাৰ পথ, এই নামৰ সমান একোৱে হ'ব নোৱাৰে। তাৰ পিছতো

শ্ৰীকৃষ্ণ গোকুলৰপৰা মথুৰালৈ যোৱাৰ পাছত গোপিনীসকলৰ বিৰহ বৰ্ণনাও শঙ্কৰদেৱে অতি আকৰ্ষণীয়কৈ প্ৰকাশ কৰিছে। শ্ৰীকৃষ্ণই হৈছে গোপিনীসকলৰ ধ্যান গোপিনীসকলৰ চিত্তবিত্ত সকলো। সেই কাৰণে কৃষ্ণবিনে গোকুল হৈ পৰিছে সুখ স্বাচ্ছান্দহীন —

কৃষ্ণ যান্তবনে তাঙ্ক নেদেখি আসুখে।
কৃষ্ণ গুণগাযা দিন বঞ্চে মহাসুখে।। (ৰাসক্ৰীডা ৯৭৯)

তদুপৰি গোপিনীসকলৰ প্ৰেমসিক্ত ভক্তিৰ মাহাত্ম্য দেখুৱাই কোৱা হৈছে, কৃষ্ণৰ অনুপস্থিতিত কৃষ্ণৰ সৈতে ক্ৰীডা কৰি আনন্দলাভ কৰা বৃন্দাবনো বৈৰি হামাৰি ভৈলি'। গোপীসকলৰ প্ৰেমৰ আকুলতাই কৃষ্ণৰ মনতো প্ৰেমভাৱ জগাই তুলিছে।

"আছে এহিমতে মনে মাধৱক হৰি।
গোপিকাৰ পৰম ভাৱনা দেখি হৰি।।
পৰম বিস্ময হুযা শিহৰাইল গাৱ।
উপজিল কৃষ্ণৰো গোপীত প্ৰেমভাৱ।। (ৰাসক্ৰীড়া)

কৃষ্ণৰ স'তে গোপিনীসকলৰ প্ৰেমৰ লীলাখেলাক আত্মা আৰু পৰমাত্মাৰ এক চিৰন্তন আকৰ্ষণ বুলি অভিহিত কৰিব পাৰি। এই ৰাসক্ৰীডাক এক আধ্যাত্মিক লীলা বুলিও ক'ব পাৰি। কৃষ্ণ হৈছে পৰমাত্মা আৰু গোপীসকল জীৱ। জীৱ পৰমাত্মাৰ মিলন প্ৰযাসী। কীৰ্ত্তনৰ 'হৰমোহন' খণ্ডটো প্ৰেমৰ অভিব্যক্তি ফুটি উঠিছে।

মহাপুৰুষ শঙ্কৰদেৱে ৰুক্মিণীৰ চৰিত্ৰক কেন্দ্ৰ কৰি কাব্য ৰচনা কৰাৰ লগতে নাটো ৰচনা কৰিছে। 'ৰুক্মিণীহৰণ নাট এখন বৰ্ণনা সমৃদ্ধ নাট। নাটখনৰ মূল কাহিনীটো মানবীয় প্ৰেমৰ কাহিনী। সেযা হ'লেও শ্ৰীকৃষ্ণ আৰু ৰুক্মিণীৰ গভীৰ প্ৰেমৰ মাজত বিৰাজি আছে ভক্ত আৰু ভগবানৰ নিবিড সম্পৰ্ক। নাটখনত ৰুক্মিণী কৃষ্ণভক্তা হোৱাৰ লগতে আদৰ্শ প্ৰেমিকা ৰূপে অঙ্কণ কৰিছে। ৰুক্মিণীযে বেদনিধিৰ জৰিযতে কৃষ্ণলৈ প্ৰেমপত্ৰ প্ৰদান কৰাৰ মাজতে প্ৰতিফলিত হৈছে ষোডশ শতিকাৰ চিঠি লিখাৰ পদ্ধতি। ৰুক্মিণী এগৰাকী সাধাৰণ মানৱীৰ দৰেই কৃষ্ণৰ প্ৰেমত মতলীযা হৈছে। তেনেস্থলত শিশুপালে ৰুক্মিণীক বিবাহ কৰাবলৈ উদ্যত হোৱাত ৰুক্মিণীযে বেদনিধিৰ আগত অন্তৰৰ বিৰহ ব্যক্ত কৰিছে। আনকি সখীসকলৰ আগত —

"কৃষ্ণক বিৰহ তাপে ঃ তাপিত হুয়া ঃ ৰুক্মিণী ঘন ঘন কৃষ্ণ গুণ জম্প এ ঃ দিশ দিশ আন্ধাৰি দেখি এ, মূৰ্চ্ছিত হুযা পৰল। তা দেখিয়ে ঃ সখী মদনমঞ্জৰী ঃ সখী লীলাৱতী ঃ হাহাকাৰ ক এ ঃ অতি সত্বৰে ঃ বাহু মেলি ধৰলঃ শিৰে জল সিঞ্চল ঃ আঞ্চোৰে বিঞ্চি কহু ঃ আশ্বাস বোলল।" (ৰু হ নাট— পৃ ১০২৮)

একেদৰেই কৃষ্ণই সুৰভি ভাটৰ মুখে ৰুক্মিণীৰ ৰূপগুণৰ বৰ্ণনা শুনাৰ পিছত তেওঁৰ

হৃদযো প্ৰেমৰ মধুৰ আবেগত উৎকণ্ঠিত হ'ল।

"ওহি পৰকাৰে শ্ৰীকৃষ্ণঃ প্ৰিয়াক বিৰহানলেঃ আকুল হুযা হা ৰুক্মিণী হা ৰুক্মিণীঃ মাত্ৰ বাত ফোকাৰি কহুঃ ৰুক্মিণীমাত্ৰ দেখি এঃ সৰ্বথা ৰহলঃ"

(ৰু হ নাট — পৃ ১০২৫)

কৃষ্ণ ৰুক্মিণীৰ প্ৰেম প্ৰকাশত শৃঙ্গাৰ ৰসৰ আধিক্য থাকিলেও ভক্তিৰসেই ইযাৰ মূল উপজীৱ্য।

গুৰুজনাৰ আন এখন শ্ৰেষ্ঠ নাট 'পাৰিজাত হৰণ'ত ৰুক্মিণীৰ ভক্তিত তদগত চিত্তৰ প্ৰেমৰ অধিকাৰিণী পাৰিজাত ফুলৰ বাবে গৰ্বকৰা সত্যভামাক ৰুক্মিণীযে কৈছে যে জগতৰ পৰম গুৰু স্বামী কৃষ্ণ, তেওঁৰ চৰণত সেৱা যাচিবলৈ পোৱাটো ব্ৰহ্মাণ্ডৰ ভিতৰতে দুৰ্লভ।

"অযে ভগিনী সত্যভামাঃ কি কহৈছঃ জগতৰ পৰম গুৰু স্বামী কৃষ্ণ ঃ উনিকৰ চৰণ সেৱা কৰিতে ঃ ব্ৰহ্মাণ্ডৰ ভিতৰে কোন দুৰ্লভ থিক ঃ ধৰ্ম, অৰ্থ, কাম, মোক্ষ ঃ চাৰি পৰমাৰ্থ হাতে মিলাৱ ঃ তোহাৰি পাৰিজাত কোন কথা।"

(পা হ নাট পৃ— ১০৯৯)

মহাপুৰুষ শঙ্কৰদেৱৰ 'কেলিগোপল' এখন ভিন্নসুৰী নাটক। ইযাত শ্ৰীকৃষ্ণ কিশোৰ নাযক। ব্ৰজৰ গোপীসকলৰ স'তে কৃষ্ণৰ ৰাসলীলাৰ কথা এই নাটকত বৰ্ণিত হৈছে। জযদেৱৰ ৰচিত 'গীতগোৱিন্দম্' কাব্যৰ প্ৰভাৱ অনুভৱ কৰা নাটখনত কৃষ্ণযে গোপীসকলক প্ৰেম ভিক্ষা কৰি কৈছে —'হে সখীসৱঃ হামাক কৈছে প্ৰিয সম্ভাষণ নাহি কৰত ঃ হামো কোনো অপৰাধ কযল ঃ প্ৰাণ গোপীসৱ ঃ প্ৰেম কটাক্ষে নিৰেখি হামাক আশ্বাস কৰহ।" (কে গো পৃ — ১০৬৭)

পিছত গোপীসকলে প্ৰেমভক্তিত আকুল হৈ কৃষ্ণৰ কাৰণে বিলাপ কৰিবলৈ ধৰিলে, তেতিযা শ্ৰীকৃষ্ণও গোপীসকলৰ প্ৰেমভাৱনা দেখি অতিশয আকুলিত হৈ পৰিল "গোপীক প্ৰেম ভাৱনা পেখিযে ঃ শ্ৰীকৃষ্ণ পৰম আকুল ভৈল" (কে গো পৃ — ১০৭২) তাৰ পিছত "গোপীসৱ কাহুঁ কৃষ্ণক আলিঙ্গি ধৰল ঃ কাহু পাদুপদ্ম ঃ কাহু হস্ত পঙ্কজ ঃ কাহুঁ বাহু কান্ধে লৈযা শুঙ্গয, তদনন্তৰ ঃ প্ৰাণবন্ধু মাধৱক সন্মান কৰে ঃ আঞ্চোৰ পাতি বৈসাযা ঃ পৰম ভকতি কৰযে লাগল ঃ।" ইত্যাদি (কে গো পৃ — ১০৭২)

গতিকে, দেখা যায, এই প্ৰেমৰ মাজতো ভক্তিৰ চিত্ত বিগলিত সুৰহে শুনিবলৈ পোৱা যায।

'ৰুক্মিণী হৰণ নাট'ৰ ৰুক্মিণীৰ দৰে 'ৰামবিজয' নাটতো সীতা ৰামৰ বাবে ব্যাকুল হৈ পৰিছে। জনক নন্দিনী সীতা জাতিস্মৰ কন্যা অৰ্থাৎ যেতিযা পূৰ্বজন্মৰ কথা মনত

পৰিল আৰু কান্দি কান্দি সখি সকলৰ আগত ক'বলৈ ধৰিলে — "আহে সখীসব ঃ পৰম অভাগিনীক কি পুচহ ঃ হামু পুৰব জন্ম ঈশ্বৰ নাৰাযণক স্বামী ইচ্ছা কয ঃ অনেক জনম কায ক্লেশ ঃ কৰিযে ঃ বহুত বৰিষ তপস্যা কযলো। তদনন্তৰ আকাশীবাণী শুনল ঃ আহে কনযা ঃ তোহোঁ ওহি জনমে ঃ স্বামীক ভেট নাহি পাৱৰ ঃ আৱৰ জনম শ্ৰীৰামৰূপে ঃ তোহাক বিবাহ কৰাৱব। ইহা জানি হামু অগনি প্ৰৱেশ ঃ প্ৰাণ চাডল ঃ আহে সখীসব ঃ সে দৈৱবাণীযে বিফল ভেল ঃ সে শ্ৰীৰাম স্বামীক চৰণ ঃ শুহি জনম ভেট নাহি পালো। (শ্ৰীৰামবিজয নাট ঃ পৃ- ১১১৮)

উক্ত নাটত শ্ৰীৰামচন্দ্ৰৰ প্ৰতি সীতাৰ প্ৰেম লৌকিক প্ৰেমৰ দৰে অঙ্কিত কৰিছে। কিন্তু ই মূলতঃ ভক্ত আৰু ভগৱন্তৰ প্ৰেমহে। এই ভক্তিযুক্ত প্ৰেমৰ মাজত আছে জীৱাত্মাৰ পৰমাত্মাৰ লগত মিলনৰ আকুল আকাঙ্ক্ষা।

তেনেদৰে 'কালিযদমন' নাটকত কৃষ্ণই বনাগ্নিপান কৰাৰ পিছত 'নন্দ নন্দন মানুহে নোহে ঃ প্ৰচণ্ড বহ্নিক ততকালে মুখে পান কযল। (কালিযদমন পৃ — ১০৫৮) অৰ্থাৎ নন্দ নন্দন শ্ৰীকৃষ্ণ মানুহ নহয, প্ৰচণ্ড বহ্নি তৎক্ষণাতে মুখে পান কৰিলে। সেইকথা জানিব পাৰি গোপীসকলে "পৰম প্ৰেমভাৱে হৰি গুণ গাই ঃ কৃষ্ণ মুখ পঙ্কজ কটাক্ষে নিৰেখিএ ঃ গোকুলে চললি"। (কালিয দমন — ১০৫৮)

তদুপৰি কালিসৰ্প কৃষ্ণৰ হাতত নিধন হ'ব বুলি নাগ পত্নীসকলে "পৰম সন্তাপে আকুল মতি হয ঃ হৃদযে মুষ্টি হানে ঃ নযনক নীৰ ঝুডাৱে ঃ হা স্বামী হা স্বামী বেলি ঃ শিশুসব আগ কৰি এঃ যৈছে বিলাপ কৰিতে আৱে ঃ"। (কালিয়দমন — পৃ ১০৫২)

এনে দৃশ্যত নাগপত্নী সকলক পতি প্ৰেমৰ নিদৰ্শন ৰূপে দেখা যায়।

কঠোপনিষদতো ভক্ত আৰু ভগৱানৰ সম্পৰ্কত এই হৃদয বৃত্তিৰে সন্ধান কৰা হৈছে। এই উপনিষদত ব্ৰহ্ম প্ৰাপ্তিৰ উপায স্বৰূপে জ্ঞানৰ পৰিৱৰ্তে নিৰ্দেশ কৰা হৈছে যে সেই পৰম সত্বাৰ লগত আত্মিক সম্পৰ্ক স্থাপন কৰিলেহে তেওঁক পোৱা যায়। অৰ্থাৎ জীৱাত্মা আৰু পৰমাত্মাৰ মাজত সহৃদযতা স্থাপিত হ'ব লাগিব। প্ৰেম আৰু ভক্তিযেই এই সহৃদযতা স্থাপনৰ একমাত্ৰ মাধ্যম।

শ্ৰৱণ কীৰ্ত্তনৰ যোগেদি সৃষ্টি হোৱা এই শ্ৰদ্ধা ভক্তি লাভেই হৈছে ভক্তৰ পুৰুষাৰ্থ লাভ। সেই কাৰণে, ভক্তি বা প্ৰেমক পঞ্চম পুৰুষাৰ্থ বুলি অভিহিত কৰিছে। অৰ্থাৎ ধৰ্ম, অৰ্থ, কাম আৰু মোক্ষ এই চাৰিবিধ পুৰুষাৰ্থ লাভ হোৱাৰ পিছতো ভক্তি বাঞ্চনীয় হৈ ৰয।

মহাপুৰুষ শঙ্কৰদেৱে তেখেতৰ ৰচনাৰাজিত শান্ত, দাস্য সখ্য, বাৎসল্য আৰু মধুৰ এই পঞ্চভাৱৰ যিকোনো এটাক আশ্ৰয কৰিযেই ভক্তই ভগৱানত আত্মসমৰ্পণ কৰা দেখুৱাইছে। প্ৰেমিকাৰূপে ভক্তাই পৰমেশ্বৰক কান্তৰূপে গ্ৰহণ কৰে আৰু তেওঁৰ

হাতত নিজকে সপি দিয়ে। ই হৈছে ভক্তিৰ শ্ৰেষ্ঠতম ৰূপ। প্ৰেম আৰু ভক্তি যে অভিন্ন এই কথা শঙ্কৰদেৱে প্ৰতিপন্ন কৰিছে। 'নাৰদ সূত্ৰ'ত মহৰ্ষি নাৰদে ভক্তিক ঈশ্বৰৰ প্ৰতি পৰম প্ৰেম বুলি কৈছে। মহৰ্ষি শাণ্ডিল্যৰ মতেও ঈশ্বৰৰ প্ৰতি সৃষ্টি হোৱা অনুৰক্তিয়েই ভক্তি। ("সা ভক্তি ঃ পৰানুৰক্তিৰীশ্বৰে ') শাণ্ডিল্য সূত্ৰ/ ৯

এনেদৰে পৰ্যবেক্ষণ কৰিলে দেখা যায় শঙ্কৰদেৱৰ সাহিত্যত নৱবিধ ৰসে প্ৰাধান্য লাভ কৰাৰ মাজতে শৃঙ্গাৰ ৰসক অৱলম্বন কৰি প্ৰেমভাৱে বিস্তৃতি লাভ কৰিছে। কৃষ্ণৰ প্ৰতি প্ৰথমতে গোপীসকলৰ প্ৰেমভাৱ জাগি উঠিছে যদিও পিছলৈ কৃষ্ণয়ো গোপীসকলৰ বশ্যতা স্বীকাৰ কৰি প্ৰেমত নিমজ্জিত হৈছে। ভগৱান যে ভক্তৰ অধীন আৰু একনিষ্ঠ ভক্তি থাকিলেহে যে ভগৱানকো লাভ কৰিব পাৰি, সেই কথা ইয়াৰ জৰিয়তে প্ৰতীয়মান হৈছে।

ভগৱান প্ৰেমময় আনন্দময়। ভক্তই তেওঁৰ আনন্দময় প্ৰেমৰূপত মোহিত হৈ তেওঁৰ প্ৰতি আকৰ্ষিত হয়। আনন্দ আৰু প্ৰেম অঙ্গাঙ্গী সম্পৰ্কযুক্ত। য'তে আনন্দ আছে তাতেহে প্ৰেম বিদ্যমান। আনন্দৰ উৎস লুকাই থাকে বাবেই কাব্য বস্তুবোৰ আমাৰ প্ৰিয় হয়। মানুহে ভালপোৱা বস্তুবোৰৰ মাজত আনন্দময় আত্মা লুকাই থাকে বাবে সেইবোৰ প্ৰিয় হয়। সেই তত্ত্বটোকে ঋষি যাজ্ঞবল্ক্যই তেওঁৰ পত্নী মৈত্ৰেয়ীক বুজাই কৈছিল — "পতিৰ কামনাত পতি প্ৰিয় নহয়, আত্মাৰ কামনাত পতি প্ৰিয় হয়। স্ত্ৰীৰ প্ৰতি প্ৰীতিৰ কাৰণেই স্ত্ৰী প্ৰিয় নহয়, আত্ম প্ৰীতিৰ কাৰণেই হয়। পুত্ৰৰ প্ৰতি প্ৰীতিৰ কাৰণে পুত্ৰসকল প্ৰিয় নহয়, আত্মপ্ৰীতিৰ কাৰণেই প্ৰিয় হয়। সকলো বস্তুৰ প্ৰতি প্ৰীতিৰ কাৰণেই সকলো বস্তু প্ৰিয় নহয় আত্মপ্ৰীতিৰ কাৰণেই সকলো প্ৰিয় হয়। "ন বা অৰে পত্যুঃ কামায পতিঃ প্ৰিযো ভৱত্যাত্মনস্তু কামায পতিঃ প্ৰিয়ো ভৱতি। ন বা অৰে জাযাযৈ কাৰ্মায় জাযা প্ৰিযা ভৱত্যুাত্মনস্তু কামায জাযা প্ৰিযা ভৱতি। ন বা অৰে পুত্ৰানাং কামায় পুত্ৰাঃ প্ৰিযা ভৱন্ত্যাত্মনস্তু কামায পুত্ৰা ঃ প্ৰিযা ভৱন্তি। ন বা অৰে সৰ্বস্য কামায সৰ্বং প্ৰিযং ভৱত্যাত্ম নস্তু কামায সৰ্বং প্ৰিয ভৱতি।" (বৃহদাৰণ্যকোপনিষদ ২/৪/৫)

মহাপুৰুষ শঙ্কৰদেৱে আত্মপ্ৰীতিৰ বাবে যি ৰতি হয় তাকে মধুৰ ৰতি বুলি কৈছে আৰু এই মধুৰ ৰতিৰ মহৎ তাৎপৰ্য ব্যাখ্যা কৰি কৈছে —

কৃষ্ণত ভকতি বাঢ়িবে তাৰ।
কামসাগৰে সুখে হৈব পাৰ।।
ইটো কামজয় কৃষ্ণৰ কথা।
শুনা নৰদেহা নকৰ বৃথা।। (কীৰ্ত্তন/ৰাসক্ৰীড়া/ ৯৭৭, ৯৭৮)

এই মধুৰ ৰতিত ভগৱান কান্ত আৰু ভক্ত কান্তা। এনে তীব্ৰ ৰতিৰ বাবেই ভক্তই পৰকীয়া প্ৰেমৰ আশ্ৰয় লৈছে। পৰকীয়া ভাৱৰ অন্য এক তাৎপৰ্যও আছে। কুলনাৰী অন্যগতপ্ৰাণা হ'লে সংসাৰৰ লোকলজ্জা ভয় আদি অব্যাহত ৰাখিও নিজৰ আকাঙ্ক্ষিত

ইষ্টক ভজনা কৰে। এই পৰকীয়া পথ অতিশয় পিছল বাবে শঙ্কৰদেৱে ইয়াত পোষকতা কৰা নাই। শ্ৰীকৃষ্ণৰ পৰদাৰগমন সাধাৰণ মানুহৰ আদৰ্শ হ'ব নোৱাৰে। অন্তৰ্যামী নাৰায়ণৰ পৰ নাই।

ধৰ্মৰ ৰক্ষক হুয়া মুৰাৰি।
ক্ৰীড়িলা কেনে পৰ গোপ নাৰী। (কীৰ্ত্তন/ৰাসক্ৰীড়া ৯৬৬)

এই পৰকীয়া প্ৰেমৰ পূৰ্ণতম বিকাশ হ'ল ব্ৰজৰ গোপীসকল। তেওঁলোক কৃষ্ণৰ পৰম ভক্ত। সেয়ে ভগৱান শ্ৰীকৃষ্ণই তেওঁলোকৰ প্ৰশংসা কৰি কৈছে —

দুস্ত্যজ গৃহৰো এড়িয়া আশ।
ভজিলা মোক কৰি অভিলাষ।। (কীৰ্ত্তন/ৰাসক্ৰীড়া ৯৩৪)

এনে অতুলনীয় প্ৰেমৰ বাবে তেওঁ তেওঁলোকৰ ওচৰত ঋণী।

"ভৈলোহো বশ্য মই তোমাসাৰ।
চিৰকালে শুদ্ধা নযায় ধাৰ।। (কীৰ্ত্তন/ৰাসক্ৰীড়া ৯৩৫)

ভগৱান আৰু ভক্তৰ মাজত থকা এই প্ৰেমময় কান্ত আৰু কান্তা ভাৱৰ উন্মেষ বৈদিক যুগতেই হোৱা বুলি ক'ব লাগিব। সৃষ্টিকৰ্তাৰ প্ৰেমভাৱৰ জাগৰণেই সৃষ্টিৰ উত্তম বুলি ঋগ্বেদত কোৱা আছে। কাৰণ, এই জগত সৃষ্টিৰ আদিতে অকল সেই পৰম পুৰুষহে আছিল আৰু তেওঁৰ মনত কামনাৰ সূত্ৰপাত হ'ল। (ঋগ্বেদত কোৱা হৈছে —

"কামস্তদগ্ৰে সমবৰ্ততাধি মনসো ৰেতঃ প্ৰথমং যদাসীৎ।
সতো বন্ধুমমতি নিৰৱন্দন হৃদি প্ৰতীষ্যা কবয়ো মনীষা।।

"সৰ্বপ্ৰথমে মনৰ ওপৰত কামৰ আবিৰ্ভাৱ হ'ল। তাৰ পৰাই সৰ্বপ্ৰথম উৎপত্তিৰ কাৰণ নিৰ্গত হ'ল, বুদ্ধিমান সকলে বুদ্ধিৰ দ্বাৰা আপোনহৃদয়ত পৰ্যালোচনা পূৰ্বক অবিদ্যমান বস্তুৰেং বিদ্যমান বস্তুৰ উৎপত্তিৰ স্থান নিৰূপণ কৰিলে।"

স্ত্ৰী আৰু পুৰুষৰ মিলনৰ আনন্দৰ যোগেদিয়েই উপনিষদে ব্ৰহ্মানন্দৰ কিঞ্চিত আভাস দিবলৈ সচেষ্ট হৈছে। বৃহদাৰণ্যকোপনিষদত আনন্দময় ব্ৰহ্মাস্বাদৰ তুলনা কৰোঁতে স্ত্ৰী পুৰুষৰ মিলনৰ কথাকেই ডাঙি ধৰা হৈছে — "তদ্বা অস্যৈতদতিচ্ছন্দা অপহতপাপমাভযং ৰূপমষ্ব তদ্যথা প্ৰিযযা স্ত্ৰিয়া সম্পৰিষ্বক্তো ন বাহ্যং কিঞ্চিতন বেদ নান্তৰমেবাযং পুৰুষঃ প্ৰাজ্ঞেনাত্মনা সম্পৰিষ্বক্তো ন বাহ্যং কিঞ্চন বেদ নান্তৰং তদ্বা অস্যৈতদাপ্তকা মমাত্মকামমকামং ৰূপং শোচান্তৰম্।। (বৃহদাৰণ্যকোপনিষদ - ৪/২১)

ইয়ে তেওঁৰ কামনাৰহিত পাপৰহিত অভযৰূপ। যেনেকৈ প্ৰিয়াই আলিঙ্গন কৰিলে বাহিৰ ভিতৰ মানুহৰ জ্ঞান নাথাকে তেনেকৈ পৰমাত্মাৰ লগত জীৱাত্মাৰ মিলন হ'লে পুৰুষে বাহিৰ ভিতৰ একোৱে জানিব নোৱাৰে। এই যি ৰূপ এয়াই তেওঁৰ আত্মকাম,

কামনাৰহিত আৰু শোকাতীত ৰূপ।

শ্ৰীমদ্ভাগৱত মহাপুৰাণত গোপীসকলৰ এনে পৰকীয়া প্ৰেমৰ কথাকে সুন্দৰভাৱে বৰ্ণনা কৰা হৈছে। সকলো কামনা বাসনা তেওঁতে অৰ্পন কৰি শ্ৰীকৃষ্ণক প্ৰাপ্তিৰ অৰ্থে উন্মুখ হৈ পৰা গোপীসকলৰ বিৰহীহৃদযৰ স্বৰূপ ভগৱানে তেওঁৰ বন্ধু উদ্ধৱৰ আগত এনেদৰে ব্যক্ত কৰিছিল —

"ধাৰযন্ত্যতিকৃচ্ছেণ প্ৰায ঃ প্ৰাণান কথঞ্চন।
প্ৰত্যাগমনসন্দেশৈৰ্বল্লব্যো মে মদাত্মিকাঃ।। (ভাগৱত ১০/৪৬/৬)

অৰ্থাৎ — "সকলো প্ৰিযবস্তুতকৈ মই তেওঁলোকৰ প্ৰিযতম। মই দূৰলৈ যোৱাত বিৰহজনিত উৎকণ্ঠাৰে তেওঁলোক বিহ্বল হৈ পৰিছে। মই আকৌ আহিম এই বুলি আশ্বাস দিহে আহিছিলো বুলিহে তেওঁলোকে আজিও কষ্টেৰে জীৱন ধাৰণ কৰি আছে। তেওঁলোক মদাত্মিকা সেইবাবেই তেওঁলোক বাচি আছে নহ'লে ইমান দিনে বিৰহ তাপত দগ্ধ হৈ গ'লহেঁতেন।"

এনেদৰে ভগৱান শ্ৰীকৃষ্ণৰ দ্বাৰা পৰকীয়া প্ৰেমৰ অধিকাৰী এই গোপীসকলৰ প্ৰশংসা কৰা হৈছে ভাগৱতপুৰাণত। ভাগৱতৰ এই পৰদাৰ গমন প্ৰশংসাই পৰীক্ষিতকো সংশয়বিষ্ট কৰি তুলিছিল। পৰীক্ষিতে শুকদেৱক সুধিছিল —

সংস্থাপনায ধৰ্মস্য প্ৰশমাযেতৰস্য চ।
অৱতীৰ্ণো হি ভগৱানংশেন জগদীশ্বৰ ঃ।।
স কথং ধৰ্মসেতুনাং বক্তা কৰ্ত্তাভিৰক্ষিতা।
প্ৰতীপমাচৰদ্ ব্ৰহ্মণ পৰদাৰাভিমৰ্শনম্।। (ভাগৱত ১০/৩০/২৭-২৮)

অৰ্থাৎ — "ধৰ্মৰ সংস্থাপন আৰু অধৰ্মৰ প্ৰশমনৰ বাবে ভগৱান অৱতীৰ্ণ হয়। তেওঁ ধৰ্মৰ সেতু বক্তা, কৰ্তা আৰু ৰক্ষিতা হৈযো কি প্ৰকাৰে এই পৰদাৰাভিমানিৰূপ বিপৰীত অংশেণ কৰিলে।"

ইযাৰ উত্তৰত শুকদেৱে কৈছে —

"ধৰ্ম ব্যতিক্ৰমো দৃষ্ট ঈশ্বৰাণাং চ সাহসম্।" (ভাগৱত ১০/৩৩/৩০)

অৰ্থাৎ — "ঈশ্বৰসকলৰ মাজত ধৰ্মাতিক্ৰমৰ সাহস দেখিবলৈ পোৱা যায।" মহাপুৰুষ শঙ্কৰদেৱেও শ্ৰীমদ্ভাগৱতত কৈছে —

"পৰম ঈশ্বৰ কৃষ্ণে কৰিলন্ত
কেনে হেন গৰিহিত।
ধৰ্মক ৰাখিতে ভৈলন্ত উদিত
যিটো জগতৰ বাপ।

পৰগোপ নাৰী ৰাখিয়া কিসক

আপুনি কৰিলা পাপ।। (ভাগৱত ১০/১৫৩৩)

পৰীক্ষিত ৰজাৰ এনে প্ৰশ্ন শুকমুনিযে সিদ্ধান্ত দিলে যে

সনাতন কৃষ্ণ পৰম পুৰুষ

যিটো জগতৰ ঈশ।

ইটো পৰদাৰা গমনে পাতকে

তাঙ্ক কৰিবেক কিস।। (ভাগৱত ১০/১৫৩৯)

ইযাত কৃষ্ণ আৰু গোপীসকলৰ প্ৰেমত ভাবনিষ্ঠতাই প্ৰধান ভূমিকা লৈছে। গোপীসকলৰ এই প্ৰেম ভাৱনিষ্ঠ প্ৰেম। সেযে ব্ৰজৰ কুমাৰীসকলেই নহয ব্ৰজবধূ সকলো কৃষ্ণ প্ৰেমত উদ্বাউল হৈছে। ৰাস-লীলাত ব্ৰজৰ জীযৰী বোৱাৰীসকলোৱেই কৃষ্ণৰ ওচৰত প্ৰেম নিবেদন কৰি গীত গাইছে লগতে নৃত্যও কৰিছে। ইয়াৰ মাজেদি বস্তুনিষ্ঠ প্ৰেমতকৈ ভাৱনিষ্ঠ প্ৰেমৰ শ্ৰেষ্ঠত্ব প্ৰতিপন্ন কৰা হৈছে। ব্ৰজৰ এই গোপীসকলে আত্মেন্দ্ৰিয় প্ৰীতি ত্যাগ কৰি সেই পৰম পুৰুষ চৰণত কাম অৰ্পন কৰি পৰকীযা প্ৰেমৰ অধিকাৰী হৈছিল বা ভগবানৰ লগত একত্ৰ হ'ব পাৰিছিল আৰু এই প্ৰেমেৰে তেওঁলোকে ভগবানৰ স্বৰূপত্ব লাভ কৰি ঋষি-মুনিসকলে শত সাধনাৰে লাভ কৰা ব্ৰহ্মাৰ ওচৰ চাপিবলৈ সমৰ্থ হ'ব পাৰিছিল।

মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰদেৱে ভগবানৰ এই শৃঙ্গাৰ ৰসক শ্ৰৱণ-কীৰ্তন কৰি মন নিৰ্মল কৰিবলৈ কৈছে —

যিটো ভকতৰ আছয় শৃঙ্গাৰ

ৰসতে সততে ৰতি।

ইহাৰ শ্ৰৱণ কীৰ্ত্তনে হুইবেক

তাহাৰো নিৰ্মল মতি।। (ভাগৱত — ১০/১৫৪১) ❑

# মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰদেৱৰ সাহিত্যত করুণ ৰস

নাট্যশাস্ত্ৰকাৰ ভৰতে পোন-প্ৰথমবাৰৰ বাবে ভাৰতীয সাহিত্য তথা কলাৰ ইতিহাসত ৰসৰ ধাৰণাৰ অৱতাৰণা কৰিলে। "বিভাৱানুভাৱব্যভিচাৰি সংযোগাদ্ৰ-সনিষ্পত্তিঃ" (বিভাৱ, অনুভাৱ আৰু ব্যভিচাৰি ভাৱৰ সংযোগত ৰসৰ নিষ্পত্তি হয।) নাট্যশাস্ত্ৰত উপস্থাপিত ভৰতৰ এই ৰসসূত্ৰক তেওঁৰ পৰৱৰ্তী আলঙ্কাৰিকসকলে নিজা নিজা দৰ্শন অনুসৰি ব্যাখ্যা কৰে। ভৰত মুনিয়ে আঠ প্ৰকাৰ ৰসৰ নাম ল'লে — শৃঙ্গাৰ, হাস্য, কৰুণ, ৰৌদ্ৰ, বীৰ, ভয়ানক, বীভৎস আৰু অদ্ভুত। একোটা ৰসক প্ৰধান বা শ্ৰেষ্ঠ বুলি দেখুওৱাৰ এটা প্ৰৱণতা আলঙ্কাৰিকসকলৰ বহুতৰে দেখা যায়। ভৱভূতিযে 'উত্তৰ ৰামচৰিত' নাটকত 'একো ৰসঃ কৰুণ এৱ' বুলি কৈ সকলো ৰসেই কৰুণ ৰসৰ অন্তৰ্গত বুলি ক'ব খোজে। 'সাহিত্য দৰ্পণ' গ্ৰন্থত আলঙ্কাৰিক বিশ্বনাথ কবিৰাজে কৈছে যে যেতিযা ইষ্ট বা বাঞ্ছিত বস্তু নষ্ট বা লোপ পায় আৰু অবাঞ্ছিত বস্তু আহি পৰে তেতিয়াই কৰুণ ৰসৰ উদ্ৰেক হয়। 'শোক' হৈছে ইয়াৰ স্থাযীভাৱ। মনৰ দুঃখ লগা অৱস্থাই ইযাৰ আলম্বন আৰু দুঃখত কষ্ট পোৱাই হৈছে উদ্দীপন বিভাৱ। ভাগ্যক নিন্দা কৰা, মাটিত বাগৰি কন্দা আদি অনুভৱ। বিষাদ, উন্মাদ, ক্লান্তি, গ্লানি, চিন্তা ইত্যাদিবোৰ হৈছে ব্যভিচাৰী ভাৱ। শোকৰ লগত এইকেইটাৰ সংযোগ হ'লেই কৰুণ ৰসৰ উদ্ৰেক হয়।

মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰদেৱে তেখেতৰ ৰচনাৰ ঠায়ে ঠায়ে কৰুণ ৰসৰ অথবা কৰুণ অৱস্থাৰ সৃষ্টি কৰিছে। এই প্ৰবন্ধত গুৰুজনাৰ ৰচনাত পোৱা এই কৰুণ অৱস্থাৰপৰা সৃষ্টি হোৱা কৰুণ ৰসৰ বিষয়ে চমু আলোচনা আগবঢ়োৱা হ'ব।

মহাপুৰুষ শঙ্কৰদেৱৰ 'কীৰ্ত্তন-ঘোষা'ৰ 'কংসবধ' খণ্ডত এনে কৰুণ অৱস্থাৰ অৱতাৰণা কৰিছে। কংসক বধ কৰিবৰ কাৰণে ভগৱান কৃষ্ণই যেতিয়া যাত্ৰা কৰিলে, কৃষ্ণৰ আশঙ্কিত মৃত্যুত গোপীসকল বিষাদগ্ৰস্ত হৈ পৰিল —

> "কৃষ্ণক যাইবাৰ শুনি গোপী নিৰন্তৰ।
> মিলিল বিষাদ সৱে বজাইল গৃহৰ।। (কীৰ্ত্তন, কংসবধ ১০৪৯)

গোপীসকলৰ এই বিষাদ বা শোকেই কৰুণ ৰসৰ স্থায়ী ভাৱ। আলম্বন বিভাৱ হৈছে গোপীসকল। ইযাৰ পাছত এনে শোকৰ যি প্ৰকাশ তাৰ উদ্দীপনা বিভাৱৰূপে গ্ৰহণ কৰিব পাৰি। কৃষ্ণৰ বিৰহে এনে শোকৰ উদ্দীপনা যোগাইছে। গোপীসকলে দুখতে কৈছে যে

কৃষ্ণৰ অবিহনে জীৱনত আৰু একোৱেই নাই। সেই কাৰণে সেই বৃন্দাবনলৈ যাবলৈ তেওঁলোকৰ মন নোযোৱা হৈছে।

কৃষ্ণবিনে কি কৰৈ জীৱনে।
আউৰ কোনে যাইব বৃন্দাবনে।। পদ ১০৫৪

কৃষ্ণৰ অবিহনে তেওঁলোকৰ জীৱনত সুখ নাইকিয়া হৈ পৰিল। কৃষ্ণৰ মুখ দেখিবলৈ নোপোৱাৰ সাম্ভাব্যতাই গোপীসকলৰ শোক অতিশয় গভীৰ হৈ পৰিছে। কৃষ্ণৰ শাৰীৰিক সৌন্দৰ্যৰ স্মৰণেও আনকি মনত দুঃখ দিছে। এইদৰে কৃষ্ণৰ শাৰীৰিক সৌন্দৰ্যৰ স্মৃতিয়ে অনুভৱৰ সৃষ্টি কৰিছে। (পদ ১০৬০-১০৬৪)। কৃষ্ণৰ অপৰূপ সৌন্দৰ্যৰ বিৰহ যাতনাই তেওঁলোকক কাতৰ কৰি শোকৰ দুৰ্বহ কৰি পেলাইছে। গোপীসকলক এৰি যোৱাত কান্দি কান্দি বাউল হোৱা বিৰহৰ যাতনাবিলাকেই হৈছে ব্যভিচাৰী ভাব। গতিকে দেখা যায় যে বিভাব, অনুভাব আৰু ব্যভিচাৰী ভাব ইয়াত পূৰ্ণ সংযোগ ঘটিছে আৰু এনে অৱস্থাই ৰসনিষ্পত্তি কৰাত সহায় কৰিছে। গতিকে, ইয়াত কৰুণ ৰসৰ সমাৱেশ ঘটিছে আৰু মহাপুৰুষজনাই চতুৰ্থ কীৰ্ত্তনত কৈছে —

"হেন হৰি ভৈলোহো বঞ্চিত।
কিমতে ধৰিবো আৰে চিত্ত।। (পদ — ১০৬৭)

এনেকৈয়ে গভীৰ শোকত শৰীৰ ধাৰণ কৰিব নোৱৰা সম্ভাব্যতাই মৃত্যুৰ কাৰুণ্যৰ ছাঁ কেউফালে পেলাইছে।

'কীৰ্ত্তন-ঘোষা'ৰ 'স্যমন্তক হৰণ' খণ্ডতো গুৰুজনাই এনে কৰুণ অৱস্থাৰ সৃষ্টি কৰিছে। 'ভগবান কৃষ্ণই যেতিয়া জাম্ববন্তক পৰাস্ত কৰি জাম্ববন্তীক বিবাহ কৰে, তেতিয়া সেই বিবাহ উৎসৱ উদ্‌যাপন কৰিবৰ কাৰণে তেওঁ জাম্ববন্তৰ গৰ্তত বাৰদিন সময় অপেক্ষা কৰিবলগীয়া হ'ল। এই সময়ছোৱাত শ্ৰীকৃষ্ণ সন্ধানহীন হোৱাত গোটেই দ্বাৰকা নগৰী শোকাচ্ছন্ন হৈ পৰিল। বসুদেৱে পুত্ৰ শোকত কৰুণ বিলাপ কৰিবলৈ আৰম্ভ কৰিলে। এই কৰুণ অৱস্থাই সকলোকে অতিশয় কাতৰ কৰি তুলিলে। ইয়াত গুৰুজনাই কাৰুণ্যৰ ব্যভিচাৰী ভাবৰ অৱতাৰণা কৰিছে —

"বসুদেৱ হেন শুনি।
তবধ ভৈলন্ত গুণি।।
ৰুক্মিণী মূৰ্চ্ছিতা আতি।
কান্দন্ত দৈৱকী সতী।।" পদ — ১৪৪৬।।

এনেদৰে কৃষ্ণৰ দুখত মূৰ্চ্ছা যোৱা, কন্দকটা কৰা, শোকত একেবাৰে বিহ্বল হোৱা,

মাটিত বাগৰি বাগৰি কন্দা এইবিলাকেই হৈছে করুণ ৰসৰ ব্যভিচাৰী ভাৱ। আকৌ দেখা যায় যে নগৰৰ সকলো লোকে বিলাপ কৰি কৰি সত্ৰাজিত এনে শোকৰ মূল বুলি তেওঁক কটু কথা কৈছে আৰু নগৰীখনত হাঁহাকাৰ ধ্বনি ভাঁহি উঠিছে। (পদ ১৪৫৩-১৪৫৫)

এনেদৰে পিতৃৰ দুখ, দেৱকী, রুক্মিণী আৰু নগৰৰ লোকসকলৰ দুখ অতি সৰলভাৱে প্ৰকাশ কৰি ৰসৰ অঙ্গসমূহ প্ৰকাশ কৰিছে। এই দুখত ভাব প্ৰকাশত কৃত্ৰিমতা নাই। সেই কাৰণে স্বাভাৱিক গতিত আগবাঢ়িছে।

গুরুজনাৰ ৰচিত 'কালিযদমন' নাটকতো করুণ ৰস দেখা পোৱা যায়।

"যশোৱা আৰে আকুলি সোকে ফোকাৰে দুঃখিনী
সঙ্গে চলিল তাপে যত এ গোপিনী।
(কালিয়দমন যাত্ৰা পৃ ১০৪৯-১০৫১)

এনে শোকৰ তীব্ৰতা গুরুজনাই সংস্কৃত শ্লোকৰ যোগেদি প্ৰকাশ কৰি নাটকীয় করুণ অনুভূতি নিৱেদন কৰিছে —

ততঃ কৃষ্ণ সুখং বীক্ষ্য গোপ্যা বিৰহ কাতৰাঃ।
কৰোদুঃ সুস্বৰন্তীব্ৰং শোকশল্যেন ধৰ্ষিতাঃ।।
(শ্লোক — ১০/ পৃ ১০৫০)

বিষাদৰ যেতিয়া আতিশয্য হয়, তেতিয়া কান্দোনৰ স্বৰ সাধাৰণতে অতি করুণ ভাৱৰ ক্ষীণ ধ্বনিৰূপে প্ৰকাশ পায আৰু এনে অৱস্থাই গোটেই পৰিৱেশটোক করুণে সিক্ত কৰি পেলায়। এই ভাৱ গুরুজনাই গীতৰ মাজেদি প্ৰকাশ কৰিছে —

দেখুৰে দেখু বন্ধু মাধৱ হে
"তুহো বিহে জীৱন নৰহে।
তেৰি শোকানল শৰীৰ বিকল
বন্ধু বিৰহে হৃদি দহেৰে।" (গীত — পৃ ১০৫০)

ইযাত মাধৱক অৰ্থাৎ ভগৱান কৃষ্ণ 'বন্ধু' বুলি সম্বোধন কৰা হৈছে। 'বন্ধু' শব্দৰ অৰ্থ 'সখা' বা 'প্ৰিয' হিচাপে গ্ৰহণ কৰিব পাৰি যদিও 'বধ্নাতি ইতি বৈন্ধু' এই অৰ্থ গ্ৰহণ কৰিলে যাক একেডাল মৰমৰ ডোলেৰে বান্ধি ৰখা হয় তেওঁৱেই 'বন্ধু'। এই অৰ্থহে ইয়াত বেছি উপযুক্ত হৈছে। আকৌ গীতটোত 'বন্ধু' শব্দ দ্বিতীযবাৰ প্ৰয়োগ যেন বন্ধুৰ বিৰহত হৃদয দগ্ধ কৰিব ধৰিছে এনে এটা ভাবৰ পৰিস্ফুৰণ হৈছে। ইয়াত প্ৰথম 'বন্ধু' শব্দই এটা তান বা আকৰ্ষণ অৰ্থত বুজাইছে আৰু 'বন্ধু' শব্দৰ দ্বিতীযবাৰ প্ৰয়োগে প্ৰেমৰ মিলনক্ষেত্ৰ যি বন্ধু, য'ত এনে এটা সৌহাদ্য গঢ়ি উঠি ভক্তিভাবৰ অৰ্থ বহন কৰিছে। ইয়াত 'বন্ধু' শব্দৰ দ্বিত্ব

প্ৰযোগে যেন বন্ধুৰ লগত জড়িত সকলো কথাকেই বুজাইছে। এই 'বন্ধু' শব্দ সাধাৰণ অৰ্থত ব্যৱহৃত নহৈ প্ৰণযৰ বন্ধুত্ব প্ৰকাশ কৰি এক বিশাল আধ্যাত্মিক জগতৰ সন্ধান দিছে। এই বন্ধুত্ব গোটেই ব্ৰজবাসীৰ ভাতৃত্ব তথা আধ্যাত্মিক সৌহাদ্য প্ৰকাশক এৰং পৃথক অলৌকিক জগতৰ সন্ধান দিছে। ইযাত শ্ৰীকৃষ্ণ সাধাৰণ 'বন্ধু' নহয় যাৰ শোকে অন্তৰ দহন কৰিছে। এই বন্ধু যেন জগতৰ আলোকৰ সন্ধান দিয়া এক বাঙ্কোনধ বাৰ্তা যাৰ বিয়োগৰ সম্ভাব্যতাত কেউদিশ অন্ধকাৰ হৈ পৰিছে।

কৰুণ ৰসৰ আন এক ছবি 'ৰুক্মিণীহৰণ' নাটত গুৰুজনাই এনেদৰে দেখুৱাইছে। কৃষ্ণৰ সংবাদ দিবৰ বাবে ৰুক্মিণীযে ব্ৰাহ্মণ বেদনিধিক দ্বাৰকালৈ প্ৰেৰণ কৰিছিল। তেওঁ ঘূৰি অহাত পলম কৰাত ৰুক্মিণী অতীষ্ঠ হৈ পৰিল আৰু কৃষ্ণৰ লগত মিলনৰ আশা ক্ষীণ হৈ পৰাত শোক বিহ্বল হৈ পৰিল। গুৰুজনাই এই কথাখিনিকে এটা সংস্কৃত শ্লোকত কৈছে —

"ৱিলম্বং ৱীক্ষ্য বিপ্ৰস্য ৰুক্মিণী ৰাজনন্দিনী।
চিন্তাং দুৰন্তামাসাদ্য ৰুৰোদ সখী সন্নিধৌ।।" (পৃ ১০৩৩)

অকল চিন্তাই নহয ৰুক্মিণীয়ে কান্দিবলৈ আৰম্ভ কৰিলে।

"পৰম পুৰুষ ঃ কেশৱবিনে ঃ বিফল জনম মোই।
মিলল মৰণ ঃ কৃষ্ণচৰণ ঃ দৰশন নাহি হোই।" (পৃ ১০৩৩)

ইযাত ভগৱান কৃষ্ণ আৰু ৰুক্মিণীক আলম্বন বিভাৱৰূপে ল'ব পাৰি। বেদনিধি আহি নোপোৱা কাৰ্যটোৱে উদ্দীপন বিভাৱ হিচাপে কাৰ্য কৰিছে। বিলাপ আদি অনুভৱ আৰু শোকত মূৰ্চ্ছা যোৱা এই সকলোবোৰে ব্যভিচাৰী ভাৱ ফুটাই তুলিছে। তেনেদৰে 'কেলিগোপাল' নাটত দেখা যায কৃষ্ণ গোপীসকলৰ লগত ৰাসক্ৰীড়া কৰি থাকোতে হঠাতে অন্তৰ্ধান হৈ পৰিল। কৃষ্ণক নেদেখি গোপীসকল অত্যন্ত শোকত বিহ্বলা হৈ পৰে। এই কৰুণ ৰসৰ বিভাৱ, অনুভাৱ আৰু ব্যভিচাৰী ভাৱৰ সংযোগ স্পষ্টকৈ দেখা যায়।

'ৰাম-বিজয়' নাটত দেখা যায যেতিয়া হৰধনু ভাঙি সীতাক লাভ কৰি ৰামচন্দ্ৰই অযোধ্যালৈ বুলি উভতিবৰ উপক্ৰম কৰে। এই সময়তে পৰশুৰাম আহি ৰামচন্দ্ৰক মাৰি নিক্ষত্ৰিয় কৰিবৰ কাৰণে যুদ্ধলৈ আহ্বান কৰে। তেনে সময়ত সীতাৰ অৱস্থা গুৰুজনাই এনেদৰে বৰ্ণাইছে —

"বিলোক্য ভাৰ্গৱং ভীতা সীতা বেপিতমানসা।
ৰুৰোদ পতিমালিঙ্গ্য হা হতোস্মী তিৱাদিনী।।" (ৰাম-বিজয় পৃ ১১১৫)

"তদন্তৰ ঃ কালান্তক প্ৰায় পৰশুৰামক নিৰেখি ঃ সীতাক শৰীৰ কাম্পে।। — ওহি বুলি স্বামীক আলিঙ্গি ধৰি কহ ঃ যৈচে বিলাপ কয়ল ঃ(ৰামবিজয় পৃ ১১১৬)

ইয়াত সীতাৰ করুণ উক্তিৰ মাজেদি প্ৰকাশ হৈছে জীৱনৰ এক হা-হুতাহ। হঠাতে পোৱা বস্তুটো হাততে হেৰাল আৰু তাক পাবৰ কাৰণে যি হাবিযাস তাৰ কাৰণে যেন হৃদযৰ উচ্ছ্বাস। এয়া হৈছে পূৰ্ব জনমৰ পুণ্যৰ ফল। গুৰুজনাৰ ভাষাত —

"পাৱল কতনু পুণ্যে পহু হামি।
হাতে হৰয বিধি নৱনিধি স্বামী।
নীৰ ঝুৰযে ফুকাৰয ঘন শ্বাসা।
বঙ্ক বিধাতা কযল সব নাশা।।" (ৰামবিজয় পৃ ১১১৬)

এই পুণ্যৰ ফল যেন হঠাতে নাইকিয়া হোৱাৰ উপক্ৰম হৈছে। 'ৰামবিজয' নাটৰ আন এটা দৃশ্যত দেখা যায় — হৰধনু ভঙা দৃশ্যপটৰ আগে আগে শ্ৰীৰামচন্দ্ৰৰ কথা ভাবি সীতাই কান্দিবলৈ আৰম্ভ কৰিলে —

।। সূত্ৰ।। "হে সামাজিক লোক ঃ হে জনক নন্দিনী সীতা ঃ সখীসৱ সহিত নৃত্য কৰিযে ঃ সে জাতিস্মৰ কন্যা ঃ পূৰ্ব জন্মক কথা চিত্তে পৰল। তাহে সুমৰি ঃ পৰি ক্ৰন্দন কয় ৰহল।"

সখী ঃ তুহু ৰাজনন্দিনী ঃ কোন সম্পত্তি নাহি থিক ঃ কি নিমিত্ত বাৰম্বাৰ বিলাপ কৰহ ঃ" (পৃ ১১০৩)

ইযাত সীতাৰ বিষাদৰ মূল কাৰণ পূৰ্বজন্মৰ চৰিত বুলি বৰ্ণাই সুদীৰ্ঘ নিঃশ্বাস পেলালে। সীতাৰ এই ভক্তিয়ে করুণৰ পৰিসীমা স্বতঃস্ফূৰ্তভাৱে দেখুৱাই দিছে। এইখিনিতে এটা কথা মন কৰিবলগীয়া যে সীতাৰ ৰামচন্দ্ৰক পতি হিচাপে লাভ কৰাৰ যি ইচ্ছা সি জন্মান্তৰীয় আৰু জন্মান্তৰীয় সাধনাৰ দ্বাৰা প্ৰণোদিত। জন্ম জন্মান্তৰে সাধনা কৰি আহিছে অথচ নিষ্ফল। ইয়াত কাৰুণ্যই চৰম সীমা পাইছেগৈ।

শ্ৰীৰামচন্দ্ৰই ৰাৱণৰ হাতৰপৰা সীতাক উদ্ধাৰ কৰি আনি অযোধ্যালৈ অনাৰ পাছত প্ৰজাৰ বাবে সীতাক ত্যাগ কৰিব লগা হ'ল যদিও ৰামচন্দ্ৰৰ বাবে ই এক আদৰ্শনিষ্ঠ। তথাপি ই শোক পৰিস্ফুৰণৰ জলন্ত উদাহৰণ। সীতাক লাভ কৰিও ৰামচন্দ্ৰই ত্যাগ কৰিব লগা হ'ল আনহাতে সীতাই ৰামচন্দ্ৰক স্বামীৰূপে পোৱাৰ প্ৰবল অভিলাষ মনে মনে পোষণ কৰিছিল সেযাও হেৰুৱাবলগীযা অৱস্থা উপনীত হৈছে।

শঙ্কৰদেৱে ৰুক্মিণী-হৰণ নাটতো তেনেকুৱা এটা পৰিস্থিতিৰ উদ্ভৱ কৰা যেন লাগে।

"লপন্তী কৃষ্ণ কৃষ্ণেতি হৰেৰ্বিৰহ কাতৰা।
ৰুৰোদ ৰাজদুহিতা সখীভিঃ সহিতা সতী।" (পৃ — ১০২৮)

ইযাত 'সতী' শব্দৰ প্ৰয়োগ তাৎপৰ্যপূৰ্ণ আৰু ইযাক কালিদাসৰ শ্লোকৰ 'সতী' শব্দৰ লগত তুলনা কৰিব পাৰি। (কুমাৰসম্ভৱম ১২/২১) কালিদাসৰ 'কুমাৰসম্ভৱ' মহাকাব্যৰ

পাৰ্বতী হৈছে পূৰ্বজন্মৰ দক্ষৰ কন্যা সতী। সেই দৃষ্টিকোণৰ পৰা পৰীক্ষা কৰিলে হয়তো ইযাকে জন্মান্তৰীয বিষাদৰ লগত সংযুক্ত কৰিব পাৰি। ৰুক্মিণীহৰণ নাটত ৰুক্মিণীৰ বাবে প্ৰধান অন্তৰায হৈছে — ৰুক্মী কুমাৰ।

'হৰি হৰি হামাৰ কৰম কিনা ভেলি।
' পাপী সোদৰ তুহুঁ নাহি ভেলি নাশ। (পৃ ১০২৮)

এই উক্তিটো অন্তৰায দূৰ কৰাৰ প্ৰচেষ্টাৰ লগত লগাব পাৰি। এই প্ৰসঙ্গত দেখা যায় যে কৰুণৰ যি সুৰ ভাহি আহে সি অত্যন্ত মৰ্মস্পৰ্শী।

'কেলিগোপাল' নাটতো গোপীসবে কৃষ্ণক হাতত হেৰুৱাই বিলাপ কৰি কৰি গছ-গছনিবোৰক সুধি ফুৰিছে। যি গৰাকী কৃষ্ণ বিশ্বৰ সকলোতে বিদ্যমান, তেওঁক বিচাৰি নাপাই তেওঁৰ সম্ভেদ বিচাৰি গছ-গছনিৰ ওচৰত কান্দিবলগীয়া হৈছে তাতকৈ দুখৰ কথা আৰু কি হ'ব পাৰে। গোপীসকলৰ বিলাপত দেখা যায যে অচেতন বস্তু গছ-গছনিবিলাকত চেতন বৃত্তি আৰোপ কৰা হৈছে আৰু এই চেতনত্বই কৰুণ ৰসৰ বিভাব ওৰুজনাৰ এই উদাহৰণ — দেখা যায় যে শোক, কাৰুণ্য আদি শব্দৰ প্ৰযোগ নথকা স্বত্বেও এইবিলাক কৰুণৰ ব্যঞ্জনা প্ৰকাশ কৰিছে 'ৰুক্মিণী-হৰণ' কাব্যৰ বহুতো ঠাইত কৰুণ অৱস্থাৰ বৰ্ণনা দেখা যায়। এইবিলাক ইমান সহজ-সৰলভাৱে ফুটি উঠিছে যে এইবিলাক সকলোৱেই আৱেগস্পৰ্শী। শ্ৰীকৃষ্ণৰ সৈতে যুদ্ধ কৰি ৰুক্মবীৰ সমৰত পৰিল আৰু মৃত্যুমুখী হ'ল। এই বাৰ্তা পাই ৰজা ভীষ্মক অতিশয় শোকান্বিত হ'ল আৰু ৰুক্মবীৰৰ মৃতপ্ৰায় অৱস্থাৰ কথা শশীপ্ৰভাৱক জনোৱা হ'ল আৰু মাতৃ পুত্ৰৰ শোকত মূৰ্চ্ছিত হৈ পৰিল।

"কিনো ভৈল হৃদি খেদ বিধাতা ছলিল মোক
এহি বুলি কান্দে নৃপবৰ।
ধাৰাযে জনালে গাই শুনিলন্ত মহাদই
সমৰত পৰিল কুমাৰ।।
অন্তৰীক্ষ ভৈল প্ৰাণ নাহি শ্ৰুতি বুদ্ধি জ্ঞান
তমোময় দেখি সেহি তালে।
জ্বলি গৈল শোকানল যেন গোৰ কটা কল
পৃথিৱীত পৰিল নিঢালে।।
সেৱকিনী বৰ্গে আনি আথে-বেথে ঢালে পানী
বুৰিল মৰন্তে পটেশ্বৰী। কৰিণী-হৰণ কাব্য — ৬১৪-৬১৫

ইয়াত দেখা গৈছে — কবিয়ে অতি সহজ ভাষাত সহজে বুজা উপমাৰে শোকৰ অনুভূতি প্ৰকাশ কৰিছে আৰু ই মৰ্মস্পৰ্শী হৈছে। ইয়াত ভাষাৰ কৰ্কশতা নাই। ভাষাই যেন

সাৱলীল গতিৰে কৰুণ ৰসক স্পষ্টভাৱে প্ৰকাশ কৰিছে। ৰস চৰ্বন এটা সুদীৰ্ঘ প্ৰক্ৰিয়া। সেইকাৰণে কৰুণ ৰসৰ প্ৰত্যক্ষ সঞ্চাৰ নহৈ ই মাত্ৰ ধ্বনিত হৈছে।

কৰুণ ৰসৰ পৰিৱেশনত গুৰুজনাই 'কীৰ্ত্তন-ঘোষা'ৰ 'শ্ৰীকৃষ্ণৰ বৈকুণ্ঠ প্ৰযাণ' খণ্ডত মৰ্মস্পৰ্শী ছবি দাঙি ধৰিছে। ব্যাধৰ শৰত যেতিয়া ভগৱান কৃষ্ণই ইহলীলা সম্বৰণ কৰিবৰ কাৰণে প্ৰস্তুত হয, তেতিয়া তেওঁৰ ইচ্ছা অনুসৰি দাৰুকে তেওঁক বৈকুণ্ঠলৈ লৈ যাবলৈ বুলি বিমান-যাত্ৰা কৰে। ইযাৰ পাছত দাৰুক আহি দ্বাৰকাত উপস্থিত হয আৰু প্ৰভাস তীৰ্থত গোটেই যদুকুলৰ ধ্বংস হোৱা আৰু শ্ৰীকৃষ্ণৰ মানৱতনু ত্যাগৰ বাৰ্তা বসুদেৱ দৈৱকীৰ আগত নিৱেদন কৰিছে যে সকলো যদু বংশীযেই নিহত হ'ল, কেউফালে কান্দোনৰ ৰোল উঠিল। সকলোৱেই প্ৰভাসলৈ ঢাপলি মেলিলে। 'হা পুত্ৰ হা পুত্ৰ' বুলি কান্দিবলৈ ধৰিলে। প্ৰভাস গৈ পাই দেখিলে কেউফালে মৰাশৰে ঘেৰি আছে। মৰা পতি, পুত্ৰ, ভাইৰ ডিঙিত ধৰি সকলোৱে আৰ্তনাদ কৰিবলৈ ধৰিলে। বসুদেৱ, দৈৱকী, ৰোহিণীযে ঘূৰি ঘূৰি বলভদ্ৰ কৃষ্ণক বিচাৰিবলৈ ধৰিলে। বিচাৰি নাপাই শোকতে প্ৰাণ ত্যাগ কৰিলে। নাৰীসকলে কান্দোন এৰি আত্মবিসৰ্জন দিলে। কৃষ্ণৰ মহিষীসকলে কৃষ্ণৰ মৰাশ বিচাৰি নাপাই শোকতে শেষ নিশ্বাস পেলালে। অতি দুঃখ লগা অৱস্থাত কৃষ্ণৰ তিৰোধানৰ লগে লগে গোটেই দ্বাৰকা সাগৰে বুৰাই পেলালে। ৰুক্মিণী মন্দিৰৰ বাহিৰে একোকে নৰ'ল। ভগৱান কৃষ্ণৰ আলয়, যিটো সূৰ্যৰ নিচিনাকৈ জ্বলি আছিল সিও সাগৰত নিমগ্ন হ'ল। এইটো সঁচাকৈযে দুঃখ লগা অৱস্থা। শ্ৰীকৃষ্ণ ইহলীলা ত্যাগ কৰি বৈকুণ্ঠগামী হ'ল। এনে পৰিস্থিতিত বসুদেৱ দৈৱকীয়েও প্ৰাণ ত্যাগ কৰিলে। গুৰুজনাই নিজেই কৈছে —

"মনুষ্যত নাই স্বতঃ গতি।
অন্তকালে সৱে বিসঙ্গতি।।" (শ্ৰীকৃষ্ণ বৈকুণ্ঠ প্ৰযাণ, পদ — ১৯১২)

যুধিষ্ঠিৰে যাৰ অনুপ্ৰেৰণাতে পঞ্চ পাণ্ডৱে কৌৰৱক পৰাস্ত কৰিছিল সেই যুধিষ্ঠিৰে ঐশ্বৰ্যৰ গৰাকী হৈয়ো মনলৈ সুখ ঘূৰাই আনিব নোৱাৰিলে। তেওঁ সকলোবোৰ ত্যাগ কৰিবলগীয়া হ'ল। (পদ — ১৯৫৮-১৯৬১)

সাংসাৰিক ভোগ-বিলাস বাদ দি যুধিষ্ঠিৰে আধ্যাত্মিক শক্তিৰ আশ্ৰয লৈ অনিৰ্দিষ্ট লক্ষ্য পথে গতি কৰিলে। চাৰি ভাতৃ আৰু দ্ৰৌপদীকো লগত ল'লে। দ্ৰৌপদীযে পঞ্চপতিক এৰি প্ৰাণ ত্যাগ কৰিলে। এযেই হৈছে কৰুণ ৰসৰ উৎকৃষ্টতম উদাহৰণ।

' দ্ৰৌপদী দেখিলা এৰিলন্ত পাণ্ডপতি।
কৃষ্ণৰ চৰণে পাছে স্থিৰ কৰি মতি।।" পদ-১৯৬০

কীৰ্ত্তনৰ এই উক্তিৰপৰা দেখা যায় যে যুধিষ্ঠিৰ দ্ৰৌপদীয়ে।। সাত্ত্বিক গুণৰ উৎকৰ্ষ সাধন কৰি আধ্যাত্মিক স্তৰলৈ উন্নীত হৈছে — এনেদৰে মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰদেৱৰ ৰচনাত থকা কৰুণ ৰসৰ চমু আলোচনা দাঙি ধৰা হ'ল। ❑

# অঙ্কীয়া নাট আৰু সংস্কৃত নাটকৰ
## এটি তুলনামূলক বিশ্লেষণ

অসমীয়া ভাষা আৰু সাহিত্যৰ মূলাধাৰ দেৱভাষা সংস্কৃত। গতিকে সংস্কৃতৰ সৈতে অসমীয়া নাট্য-সাহিত্যৰ সম্বন্ধ অবিচ্ছিন্ন। সংস্কৃত অলঙ্কাৰ শাস্ত্ৰত কাব্যক প্ৰধানতঃ দুটা ভাগত ভাগ কৰা হৈছে। সেয়া হৈছে - দৃশ্যকাব্য আৰু শ্ৰব্যকাব্য। যি কাব্যৰ মূল উদ্দেশ্য অভিনয় তাকে দৃশ্যকাব্য বুলি কোৱা হয়। দৃশ্যং তত্ৰাভিনেয়ম। দৃশ্যকাব্যৰ কাহিনী চৰিত্ৰৰ যোগেদি ৰূপায়িত কৰা হয়। সেই কাৰণে ইয়াক - ৰূপক বুলি কোৱা হয়। "তদ্ৰূপাৰোপাত্তুৰূপকম। ৰূপক দহ প্ৰকাৰৰ আৰু ৰূপকৰ সাধাৰণ লক্ষণ সমূহ য'ত দেখা যায় তাক উপৰূপক বোলে। এই উপৰূপক ১৮ প্ৰকাৰৰ।

সংস্কৃত 'নৃৎ' (নচা) ধাতুৰপৰা প্ৰাকৃত 'নট' ধাতু উদ্ভৱ হৈ তাৰ পৰাই 'নট' আৰু নাটক শব্দৰ উৎপত্তি হৈছে। সংস্কৃতত 'নট' মানে 'ভাৱৰীয়া (Actor) 'নাটক' মানে দৃশ্যাভিনয় উপযোগী ৰচনা (Drama) 'নাট্য' মানে নাট সম্বন্ধীয় বা নাটকীয় কলা (Dramatic art)। অসমত বৈষ্ণৱ যুগত ৰচিত বিশেষ কলা কৌশলপূৰ্ণ এবিধ ধৰ্মমূলক একাংক নাটকক 'অঙ্কীয়া নাট' বোলা হয়। অসমৰ সাংস্কৃতিক ক্ষেত্ৰত মহাপুৰুষৰ অঙ্কীয়া নাট এক যুগান্তকাৰী উদ্ভাৱন। ভাৰতীয় নাট্যজগতত শ্ৰীমন্ত শঙ্কৰদেৱৰ অঙ্কীয়া নাটবিলাকৰ এক গুৰুত্বপূৰ্ণ ঐতিহাসিক মূল্য আছে। কাৰণ, প্ৰাদেশিক ভাষাত ৰচিত পূৰ্ণাঙ্গ নাটকৰ ভিতৰত অঙ্কীয়া নাটৰ ঐতিহ্যই সবাতোকৈ প্ৰাচীন। ইয়াৰ আগতে অসমত নাটক ৰচনা হোৱাৰ নিশ্চিত প্ৰমান পোৱা নাযায়। এই অঙ্কীয়া নাট ভাওনাৰ উৎপত্তিৰ উৎস বিচাৰি পণ্ডিতসকলে বিভিন্ন মত পোষণ কৰিছে। এই অঙ্কীয়া নাট প্ৰাগ-ঐতিহ্যাসিক যুগত প্ৰচলিত এক শ্ৰেণীৰ নাট্যৰূপৰ নিদৰ্শন হ'ব পাৰে বুলি অনুমান কৰিছে।

সংস্কৃতত 'নাট্য' শব্দটোৰ অন্তৰ্গত নৃত্য গীত আৰু বাদ্যক একেলগে 'তৌৰ্যত্ৰিক' বোলা হয়। 'নাট্যশাস্ত্ৰ'ৰ মতে নাটক সংসাৰৰ দুখ শোকাভিভূত সকলৰ শ্ৰমকাতৰ সকলৰ আৰু দৰিদ্ৰসকলৰ জিৰণিৰ থল। নাটক ধৰ্মসম্মত যশোবৰ্দ্ধক আয়ুবৰ্দ্ধক সুবুদ্ধিবৰ্দ্ধক আৰু মানৱৰ আদৰ্শস্বৰূপ।

দুঃখাৰ্তানাং শ্ৰমাৰ্তানাং শোকাৰ্তনাং তপস্বিনাম
বিশ্ৰামজননং লোকে নাট্যমেদ ভৱিষ্যতি।।
ধৰ্ম্যং যশস্যমায়ুষ্যং হিতং বুদ্ধি বিবৰ্দ্ধনম।
লোকোপদেশজননং নাট্যমেতদ ভৱিষ্যতি। (নাট্য-শাস্ত্ৰ ১/১১৪-১৫)

প্ৰাকশঙ্কৰীযুগৰ সাহিত্যৰাজিৰপৰা যুগ নিৰপেক্ষ লৌকিক গীত-পদৰপৰা ঢুলীয়া ওজাপালি পুতলা নাচ আদি সাংস্কৃতিক অনুষ্ঠান বিলাকৰপৰা কমবেছি পৰিমাণে অঙ্কীয়া নাট ৰচনা কৰোঁতা সকলে ৰচনাৰ আলম পাইছিল বুলি সহজে অনুমান কৰিব পাৰি। অঙ্কীয়া নাটৰ জন্ম হয় পঞ্চদশ শতাব্দীৰ শেষ অথবা ষোড়শ শতাব্দীৰ প্ৰাৰম্ভিক কালছোৱাত। 'চিহ্নযাত্ৰা মহাপুৰুষ শঙ্কৰদেৱৰ প্ৰথম অভিনয় যদিও সেই বিষযক ৰচিত নাটক দেখা পোৱা নাযায়। এই অভিনয়ত প্ৰবেশ, গীত নৃত্য ভটিমা পযাৰ সূত্ৰধাৰ আদি আছিল যদিও নাটৰ প্ৰধান অঙ্গ কাহিনী আৰু সংলাপ থকাৰ কোনো প্ৰমাণ চৰিত পুথিযে নিদিযে। সেই কাৰণেই সম্ভৱতঃ মহাপুৰুষে নাটৰূপত 'চিহ্নযাত্ৰা ৰচনা কৰা নাছিল। যদিও 'কথা-গুৰু-চৰিতে প্ৰথম তীৰ্থ পৰ্যটনৰ আগতে অভিনয় প্ৰদৰ্শন কৰিছিল বুলি কৈছে। কিন্তু অধিক বিশ্বাস যোগ্য দৈত্যাৰি ঠাকুৰ আৰু দ্বিজভূষণ আৰু ৰামানন্দৰ চৰিত পুথি এই বিষয়ত সম্পূৰ্ণ নিমাত। এই তিনিওগৰাকী চৰিতকাৰ সপ্তদশ শতিকাৰ, আনহাতে 'কথা-গুৰুচৰিত', বৰদোৱা গুৰুচৰিত আৰু 'ৰামচৰণ ঠাকুৰ চৰিত বহুত পাছৰ ৰচনা। যি কি নহওক 'চিহ্নযাত্ৰা' যদি প্ৰকৃততে অভিনীতো হৈছিল নাটৰূপত ই ৰচিত হোৱা নাছিল যেন অনুমান হয়।

একাদশ শতিকাৰ শ্ৰীকৃষ্ণ মিশ্ৰ ৰচিত প্ৰবোধ চন্দ্ৰোদয় নামৰ সংস্কৃত নাটকখন এসময়ত অসমত বৰ জনপ্ৰিয় আছিল। মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰদেৱৰ জীৱন চৰিতৰপৰা জনা যায় যে তেওঁ পঢ়া পাঠ্য পুথি সমূহৰ ভিতৰত প্ৰবোধ চন্দ্ৰোদয় নামৰ পুথিখনো আছিল। দ্বাদশ শতিকাৰ বিখ্যাত গীতি কবি জয়দেৱৰ গীতগোবিন্দ নামৰ কাব্যৰ পৰাও অঙ্কীয়া নাটৰ ৰচয়িতা সকলে কিছু আভাস আহৰণ কৰিছে বুলি অনুমান কৰিব পাৰি। তলত উল্লেখ কৰা ৰচনাত এই সাদৃশ্য মন কৰিবলগীয়া।

| | | |
|---|---|---|
| মীন ৰূপ প্ৰলয পয়োসি | কুৰুম ৰূপে খীৰ সাগৰ | শুকৰ ৰূপে হিৰণ্য বিদাৰি |
| সত্যব্ৰত যো তাৰিলে। | মথনে মন্দৰ ধৰিলে। | দেৱ ভয় কয ত্ৰাণ। |
| সোহি হৰি তেৰি কৰতু নিত্য | মুকুতি মঙ্গল বিধান। | — *কেলিগোপাল শঙ্কৰদেৱ* |

অঙ্কীযা নাটৰ গীত ভটিমা আদি যিবোৰ বৰ্ণনা আৰু প্ৰকাশ ভঙ্গী আছে তাৰে সৈতে গীতগোবিন্দ'ৰ গীতাবলীৰ যথেষ্ট সাদৃশ্য আছে। ইয়াৰোপৰি কোনো কোনো সমালোচকৰ মতে গীতগোবিন্দ এখন গীতি নাট মাত্ৰ আৰু অঙ্কীয়া নাটবোৰকো গীতিনাট বুলিব পাৰি কাৰণ ইযাত গীতৰ প্ৰাধান্য বেছি।

প্ৰাচীন কালত অসমত ৰচিত সাহিত্যৰ নিদৰ্শন তাম্ৰ আৰু শৈল শাসন সমূহৰ সাহিত্যিক মানদণ্ডলৈ লক্ষ্য কৰিলে দেখা যায যে সেই সময়ৰ শাসনৰ ৰচকসকলৰ সংস্কৃত সাহিত্যত অগাধ ব্যুৎপত্তি আছিল। তদুপৰি প্ৰাগজ্যোতিষেশ্বৰ অৱন্তী বৰ্মাৰ পৃষ্ঠপোষকতাত বিশাখাদত্তই 'মুদ্ৰাৰাক্ষস' নামৰ জটিল আৰু উচ্চ মানৰ সংস্কৃত নাটকখন প্ৰাচীন কামৰূপতে ৰচনা কৰিছিল বুলি পণ্ডিতসকলে ক'ব খোজে। ইযাৰপৰা প্ৰমাণিত

হয় যে অসমত বহু অতীতৰে পৰা নাট্যশিল্পৰ এক সবল পৰম্পৰা চলি আছিল। মধ্যযুগত ভক্তি আন্দোলনৰ গুৰিধৰোঁতা মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰদেৱে অসমত সাংস্কৃতিক নবজাগৰণৰ সূত্ৰপাত কৰে অঙ্কীয়া নাটৰ যোগেদি। মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰদেৱে ৰচনা কৰা নাট ৬ খনত তেখেতে ক'তো 'অঙ্ক' বা 'অঙ্কীয়া' শব্দ পোৱা নাই, নাটৰ সলনি 'অঙ্ক' শব্দটো চৰিতকাৰেহে প্ৰয়োগ কৰিছে। 'অঙ্কীয়া' শব্দটো অৰ্বাচীন। বিশেষ্যবাচক 'অঙ্ক' শব্দৰ বিশেষণ ৰূপে বহুপাছত আধুনিক কালত 'অঙ্কীয়া' শব্দটো প্ৰয়োগ হ'বলৈ ধৰে। শঙ্কৰদেৱে তেখেতৰ অভিনয়ৰ যোগ্য ৰচনাখিনিক 'নাটক', 'নাট', 'যাত্ৰা' বুলি কৈছে। পুৰণি চৰিত পুথিত 'নাট' অৰ্থত 'অঙ্ক' শব্দটোৰহে ব্যৱহাৰ দেখা যায়। যেনে—

(১) পাৰিজাত যেন অঙ্ক মহা অনুপাম
কৰিলা শঙ্কৰ তাতে পাছে (ৰামচৰণ ঠাকুৰ, শঙ্কৰ চৰিত)

(২) দেবানৰ বাণী শুনি সীতা স্বয়ম্বৰ
ৰামায়ণ অঙ্ক ধৰি দিলন্ত শঙ্কৰ (দৈত্যাৰি ঠাকুৰ, গুৰু চৰিত)

সংস্কৃত নাট্যশাস্ত্ৰত 'অঙ্ক' শব্দৰ অৰ্থ হ'ল — চিহ্ন অৰ্থাৎ নাটকীয় কাহিনীৰ স্তৰ চিহ্নিত কৰা বিভাগ। সংস্কৃত ৰূপকৰ অৰ্থাৎ দৃশ্যকাব্যৰ এটাৰ পৰা বাৰটালৈ অঙ্ক পোৱা যায়। গতিকে চৰিতকাৰসকলে বা বৈষ্ণৱ কবি সকলে নাটকৰ প্ৰতিশব্দৰূপে কিয় 'অঙ্ক' শব্দটো ব্যৱহাৰ কৰিলে ধৰা টান। এই অঙ্ক শব্দটোৱেই পিছত প্ৰত্যয় লগাই পাছৰ কালৰ বৈষ্ণৱ সমাজে বিশেষ ৰূপত ব্যৱহাৰ কৰিবলৈ লয়। চৰিতকাৰ সকলে এনে ৰচনাকে 'অঙ্ক' বুলি কৈছে। এই দৃশ্যকাব্যবোৰত এটা অঙ্ক থকাৰ কাৰণে তাক 'অঙ্ক' বা 'অঙ্কীয়া' নাট বোলা হ'ব পাৰে। সংস্কৃতটো এটা মাত্ৰ অঙ্ক থকা 'অঙ্ক' নামৰ এবিধ ৰূপক আছে। কিন্তু সংস্কৃত 'অঙ্ক'ৰ লগত অঙ্কীয়া নাটৰ কোনো মিল নাই।

সংস্কৃত নাট্যশাস্ত্ৰত কেৱল এটা অঙ্কত সমাপ্ত হোৱা একাধিক দৃশ্যকাব্যৰ বিবৰণ আছে। সেইবোৰৰ ভিতৰত ব্যায়োগ, অঙ্ক, বীথী ৰূপক শ্ৰেণীৰ আৰু গোষ্ঠী, নাট্যৰাসক, উল্লাপ্য, কাব্য আৰু শ্ৰীগদিত, বিলাসিকা, দুৰ্মল্লিকা, হল্লীশ, ভাণিকা উপৰূপক শ্ৰেণীৰ দৃশ্যকাব্য। এই সকলোবোৰ এক অঙ্কীয়া নাটৰ ভিতৰত 'উল্লাপ্য' নামৰ উপৰূপকৰ লগত অঙ্কীয়া নাটৰ মিল দেখা যায়। 'উল্লাপ্য' নামৰ ৰূপকৰ সংজ্ঞা বিশ্বনাথ কবিৰাজৰ 'সাহিত্যদৰ্পণ' গ্ৰন্থৰ ষষ্ঠ পৰিচ্ছেদত এনেধৰণে দিছে -

উদাত্তনায়কং দিব্য বৃত্ত মেকাঙ্কভূষিতম
শিল্পকাঙ্গৈৰ্যুতং হাস্যশৃঙ্গাৰকৰুণৈ ৰসৈঃ।
উল্লাপ্যং বহুসংগ্ৰামমস্ৰগীতমনোহৰম। (সা দ ষষ্ঠ পৰিচ্ছেদ পৃ ৫০৬)

অৰ্থাৎ যি উপৰূপকত কোনো ধীৰোদাত্ত প্ৰকৃতিৰ নায়কৰ চৰিত্ৰ চিত্ৰণ কৰা হয়,

বৰ্ণনীয় বৃত্তান্ত দেৱতাবিষয়ক এটামাত্ৰ অঙ্ক থাকে হাস্য করুণ আৰু শৃঙ্গাৰ ৰস ঠায়ে ঠায়ে অভিব্যঞ্জিত হয় আৰু বিবিধ যুদ্ধ-বিগ্ৰহ আৰু গীতৰ সমাবেশ থাকে তাকে 'উল্লাপ্য নামৰ উপৰূপক বোলা হয়। ভালদৰে তুলনা কৰি চালে দেখা যায় যে অঙ্কীয়া নাটত থকা ভক্তি ভাবৰ প্ৰাচুৰ্যৰ বাহিৰে আনকোনো গুণ অৰ্থাৎ ধীৰোদাত্ত নায়ক দেৱতা বিষয়ক কথা বিস্ময় উৎসাহ, চমৎকৃতি আদি অঙ্গসমূহ শৃঙ্গাৰ করুণ আদি ৰসৰ অভিব্যঞ্জন যুদ্ধ বিগ্ৰহ আৰু গীতৰ প্ৰাচুৰ্য এই সকলোবোৰ লক্ষণ অঙ্কীয়া নাটৰ সৈতে মিল আছে।

সংস্কৃত নাটকৰ শ্ৰেণী বিভাজন কৰোতে আলঙ্কাৰিকসকলে তিনিটা বিভাজন নীতি আৱলম্বন কৰে — (১) বিষয়বস্তু (২) নায়ক-নায়িকা (৩) ৰস। মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰদেৱে নিজে ছয়খন পূৰ্ণাঙ্গ নাটক ৰচনা কৰে। মাধৱদেৱে ছয়খন নাট আৰু ঝুমুৰা ৰচনা কৰে। পিছৰ কালতো বৈষ্ণৱ নাট্যকাৰ সকলে শঙ্কৰদেৱৰ নাটৰ আৰ্হিতে নাটক ৰচনা কৰিছিল। যদিও ৰচনাৰ আৰ্হি কিছু সালসলনি কৰিছিল। সংস্কৃত নাটকৰ বিষয়বস্তু সাধাৰণতে ৰামায়ণ মহাভাৰত আৰু পুৰাণ সমূহৰপৰা সংগ্ৰহ কৰা দেখা যায়। তেনেদৰেই অঙ্কীয়া নাটৰ বিষয়বস্তু ৰামায়ণ মহাভাৰত আৰু পুৰাণ সমূহৰপৰা সংগ্ৰহ কৰিছিল।

মহাপুৰুষ শঙ্কৰদেৱে কেলিগোপাল 'কালিয়দমন' আৰু পত্নীপ্ৰসাদ'ৰ বিষয়বস্তু সমূহ ভাগৱতৰপৰা আৰু 'ৰামবিজয় নাটৰ কথা ভাগ ৰামায়ণৰপৰা সংগ্ৰহ কৰিছিল। 'পাৰিজাত হৰণ' আৰু 'রুক্মিণীহৰণ'ৰ বিষয়বস্তু ভাগৱত আৰু হৰিবংশ পুৰাণৰপৰা সংগ্ৰহ কৰিছে। সেইদৰে মাধৱদেৱ আৰু অন্যান্য বৈষ্ণৱ নাট্যকাৰ সকলে ৰামায়ণ মহাভাৰত আৰু পুৰাণৰপৰা বিষয়বস্তু সংগ্ৰহ কৰিছে।

সংস্কৃত নাটকৰ নায়কজন প্ৰখ্যাত বংশত জন্মহোৱা ৰাজৰ্ষি ধীৰোদাত্ত প্ৰতাপৱান নাইবা দিব্য অথবা দিব্যাদিব্য গুণবান নায়ক হোৱা উচিত। নায়িকা উচ্চ বংশজাত হ'ব লাগে।

প্ৰখ্যাতবংশো ৰাজৰ্ষিধীৰোদাত্ত প্ৰতাপবান।
দিব্যোঅৰ্থ দিব্যাদিব্যো বা গুণবানন্নায়কো মতঃ।। (সা দ ৬ পৃ ৩৬৩)

তেনেদৰে অঙ্কীয়া নাট সমূহতো ৰাম কৃষ্ণ, যুধিষ্ঠিৰ আদিক নায়কৰূপে নিৰ্বাচিত কৰিছে। নায়িকা উচ্চ বংশজাত সৰ্বগুণযুক্তা ৰাজকুমাৰী হোৱা দেখা যায়। ৰসৰ ক্ষেত্ৰত সংস্কৃত নাটকত হয় শৃঙ্গাৰ নহয় বীৰ প্ৰধান ৰস ৰূপে আৰু বাকী অন্যান্য সকলো ৰসেই তাৰ অঙ্গৰূপে থাকিব লাগে।

এক এৱ ভবেদঙ্গী শৃঙ্গাৰো বীৰ এৱ বা।
অঙ্গমন্যে ৰসাঃ সৰ্বে কাৰ্য্যা নিৰ্বহনে অদ্ভুতঃ।।

অঙ্কীয়া নাটত ৰস কেনে প্ৰকাৰৰ থাকিলেও ভক্তিৰসৰ বাহিৰে অইন কোনোটো ৰসকে প্ৰাধান্য দিয়া নহয়। সংস্কৃত অলঙ্কাৰ শাস্ত্ৰত ভক্তিৰসৰ উল্লেখ নাই। ইয়াৰ কাৰণ

বোধহয় এয়ে যে যি সময়ত সংস্কৃত অলঙ্কাৰ শাস্ত্ৰবোৰ ৰচনা হৈছিল তেতিয়া ভক্তিমূলক সাহিত্যৰ প্ৰাচুৰ্য নাছিল। কিন্তু অঙ্কীয়া নাটৰ মূল লক্ষ্য আছিল ভক্তি ৰসৰ সঞ্চাৰ। ইয়াৰ বিষয়বস্তু বাছনিতো এই কথালৈ লক্ষ্য ৰখা হয়। ইয়াৰোপৰি নাটত শ্ৰীকৃষ্ণ বা শ্ৰীৰামৰ সঘন নাম-কীৰ্ত্তন আৰু সুদীৰ্ঘ গুণ গৰিমা বৰ্ণনাই এই কথাৰ প্ৰমাণ দাঙি ধৰি আহিছে 'নিৰন্তৰে হৰিবোল হৰিবোল' — এনেবিধৰ উক্তি প্ৰতিটো নাটতে ঘনাই ঘনাই উল্লেখ কৰা থাকে। শ্ৰীকৃষ্ণ বা শ্ৰীৰামৰ প্ৰতি কবি স্তুতিৰে নাটটি আৰম্ভ কৰা হয়। সেইদৰে সামৰণিও কৰা হয়। মুঠতে গোটেই নাটখনেই এটি ভক্তি ৰসৰ আবেগ পূৰ্ণ পৰিবেশ সৃষ্টি কৰাত পৰিগণিত হয়। লৌকিক পদ এফাঁকিত অঙ্কীয়া নাটত সাতবিধ ৰস আছে বুলি কোৱা হৈছে যেনে- (১) গায়ন-বায়ন (২) সূত্ৰনাটা (৩) শ্লোক (৪) গীত (৫) প্ৰজ্ঞাবলী (৬) মুখা (৭) কৃষ্ণনাম

সপ্তৰসে নাটক ৰচনা কৰয়
শুনিয়োক সপ্তবিধ ৰসৰ অৰ্থয়।
গায়ন বায়ন সবে সভা জয় কৰে
সূত্ৰনাটা গণে ৰসিকৰ মন হৰে
পণ্ডিতে বুজিবে শ্লোক-কবিতা ৰচন
গীত অৰ্থ বুজিবেক দ্বিজ সভাগণ

সংস্কৃত আলঙ্কাৰিকসকলৰ মতে কাব্যৰ মূল উদ্দেশ্য হৈছে চতুৰ্বৰ্গফলপ্ৰাপ্তি।

চতুৰ্বৰ্গফলপ্ৰাপ্তি সুখাদল্পধিয়ামপি
কাব্যাদেৱ যতস্তেন তৎ স্বৰূপ নিৰূপ্যতে (সাহিত্যদৰ্পণ ১ম পৰিচ্ছেদ)

এই চতুৰ্বৰ্গ অৰ্থাৎ ধৰ্ম অৰ্থ কাম মোক্ষ লাভ অঙ্কীয়া নাটসমূহত এনে ধৰণৰ মহান উক্তিৰ উল্লেখে এই বিষয়টোৰ প্ৰতি আমাৰ দৃষ্টি আকৰ্ষণ কৰে। নাটৰ ৰচক দৰ্শক আৰু পৃষ্ঠপোষক আদি সকলোৰে বাবে ই কিদৰে মঙ্গল সাধন কৰে তলত উল্লেখ কৰা উক্তিসমূহে প্ৰমাণ দিয়ে।

"কৰাবটু নাট ওহি বহু ছান্দে কৃষ্ণক ভকতি কৰিতে প্ৰবন্ধ
— পাৰিজাত হৰণ শঙ্কৰদেৱ

'ৰুক্মিণী হৰণং নাম নাটকং মুক্তিসাধকম্ — ৰুক্মিণীহৰণ শঙ্কৰদেৱ
ইহাক শ্ৰৱণ-কীৰ্ত্তন কৰিয়ে সবালোক সংসাৰ ঘোৰ নিস্তাৰ হৱে।
— চোৰধৰা মাধৱদেৱ

ওপৰত দিয়া উক্তিসমূহৰ পৰা বুজা যায় যে অঙ্কীয়া নাটৰ প্ৰধান উদ্দেশ্য হৈছে ধৰ্মসাধন মোক্ষ বা মুক্তি প্ৰাপ্তি কাম অৰ্থাৎ মনোবাঞ্ছা পূৰণ ইয়াৰোপৰি অৰ্থলাভ ইয়াৰ অন্যতম উদ্দেশ্য। মহাৰাজ নৰনাৰায়ণে কবি ৰামসৰস্বতীক মহাভাৰত ৰচনা

কৰিবলৈ নানা প্ৰকাৰে সাহায্য কৰিছিল। শুক্লধ্বজ ৰজাৰ উৎসাহ আৰু অনুপ্ৰেৰণাতহে শঙ্কৰদেৱে 'ৰামবিজয়' নাট ৰচনা কৰা বুলি নিজেই উল্লেখ কৰি গৈছে।

"শ্ৰীশুক্লধ্বজ নৃপতি প্ৰধান ৰামবিজয় জো কৰৱালি নাট
মিলহু তাহেক বৈকুণ্ঠক বাট"। (শ্ৰীৰামবিজয — শঙ্কৰদেৱ)

এনেবোৰ উক্তিৰ পৰাও বুজিব পাৰি যে ৰচনাৰ যোগেদি অৰ্থলাভ নোহোৱাও নহয়। অৱশ্যে অৰ্থলাভৰ উদ্দেশ্য গৌণ বুলি অনুমান হয। কিযনো কোনোখন অঙ্কীযা নাটতে ইযাৰ উল্লেখ নাই।

অঙ্কীয়া নাটত সংস্কৃত নাট্যবিধান আৰু লোক নাট্যশৈলীৰ সমন্বয় কৰিলে কেইটামান সাধাৰণ বৈশিষ্ট্য চকুত পৰে। সূত্ৰধাৰৰ প্ৰাধান্য কাব্যধৰ্মী গীত শ্লোকৰ প্ৰাচুৰ্য ব্ৰজাবলী ভাষাৰ প্ৰযোগ আৰু লযযুক্ত গদ্যৰ ব্যৱহাৰ। ভৰত মুনিৰ "নাট্যশাস্ত্ৰ ৪/১৮২-৮৩ 'ৰ মতে ৰঙ্গদেৱতা প্ৰণামৰ পিছতহে নাট্যাৰম্ভ কৰা উচিত। চৰিত পুথিত আছে শঙ্কৰৰ আদেশ পাই ৰামৰামে "মূলমন্ত্ৰ উচ্চাৰিযা কৃষ্ণক পূজিলা । তদুপৰি সঙ্গীত শাস্ত্ৰৰ নিযম হৈছে নৃত্যাৰম্ভ হোৱাৰ আগতে 'পূৰ্বৰঙ্গ কৰ্তব্য'। এবং কৃত্বা পূৰ্ব্বৰঙ্গ নৃত্যং কাৰ্য্যং ততঃ পৰম' (অভিনয় দৰ্পণ ৩৫)। ধনঞ্জযৰ 'দশৰূপক' গ্ৰন্থৰ টীকাকাৰ ধনিকৰ মতে 'পূৰ্বৰঙ্গ' শব্দৰ অৰ্থ 'নাট্যশালা বা 'নাট্যশালাত পূৰ্বতে কৰা অনুষ্ঠান' সাহিত্য দৰ্পণ গ্ৰন্থত বিশ্বনাথ কবিৰাজে এই কথাকেই বুজাই লিখিছে —

'যন্নাট্যবস্তুন ঃ পূৰ্বংৰঙ্গবিঘ্নোপশান্তয়ে।
কুশীলবা ঃ প্ৰকুৰ্বন্তি পূৰ্বৰঙ্গঃ স উচ্যতে।।

নাট্যবস্তু অৰ্থাৎ কাহিনী উত্থাপন কৰাৰ আগতে নাট্যশালাৰ বিঘিনি গুচাবলৈ বুলি কুশীলৱ অৰ্থাৎ সূত্ৰধাৰকে মুখ্য কৰি ভাৱৰীযাসকলে যি অনুষ্ঠান কৰে সিয়েই পূৰ্বৰঙ্গ।

অঙ্কীয়া নাটত পূৰ্বৰঙ্গ'মানে ধেমালি । অঙ্কীযা নাটৰ ধেমালি সংস্কৃত পূৰ্বৰঙ্গৰ সৈতে একে নহয। অঙ্কীয়া নাটৰ ধেমালি বিলাক হৈছে নাটধেমালি সৰু ধেমালি বৰধেমালি দেৱ ধেমালি মৃদঙ্গ ধেমালি ঘোষা ধেমালি ইত্যাদি। প্ৰথমে ন-ধেমালি তাৰ পিছত নট ধেমালি ৰাগ ধেমালি ছোট ধেমালি বৰ ধেমালি আদি বাদ্য বজাই শেষত ঘোষা ধেমালিৰে শেষ কৰে। ইয়াৰ পিছতহে সূত্ৰধাৰৰ প্ৰৱেশ হয়।

সংস্কৃত নাটকত নান্দী অৰ্থাৎ আশীৰ্বাদ সূচক শ্লোক পাঠ হোৱাৰ পিছতহে ৰঙ্গমঞ্চত সূত্ৰধাৰৰ প্ৰৱেশ হয। 'নান্দ্যান্তে ততঃ প্ৰৱিশ্যতি সূত্ৰধাৰঃ।' ৰঙ্গমঞ্চত উপস্থিত হৈ নাটকৰ কথাবস্তু প্ৰথমে যিজনে সূচনা কৰে তেওঁকেই সূত্ৰধাৰ বুলি কোৱা হয়।

"নাটকীয় কথাসূত্ৰং প্ৰথমং যেন সূচ্যতে।
ৰঙ্গভূমি সমাক্ৰম্য সূত্ৰধাৰ ঃ স উচ্যতে ।।

অঙ্কীয়া নাটৰ সূত্ৰধাৰ সংস্কৃত নাটকৰ আদৰ্শতে সৃষ্টি কৰা হৈছে যদিও অসমীয়া শিক্ষা-দীক্ষা আৰু সংস্কাৰলৈ লক্ষ্য ৰাখি মহাপুৰুষে সূত্ৰধাৰক নতুন ৰূপত প্ৰয়োগ কৰিলে। সংস্কৃত নাটকত থকা সূত্ৰধাৰৰ দৰে নান্দীপাঠ আৰু প্ৰস্তাৱনাতে অঙ্কীয়া নাটৰ সূত্ৰধাৰৰ কাম শেষ নহয়। অঙ্কীয়া নাটৰ সূত্ৰধাৰ সংস্কৃত নাটকৰ সূত্ৰধাৰৰপৰা পৃথক অভিনয়ৰ শেষ পৰ্যন্ত নাটঘৰত থাকি অঙ্কীয়া নাটৰ সূত্ৰধাৰে কেবাটাও কাৰ্য সম্পন্ন কৰে সংস্কৃত নাটকত সাধাৰণতে সূত্ৰধাৰজনে প্ৰস্তাৱনা বা পূৰ্বৰঙ্গৰ যোগেদি নাটকৰ শুভ উদ্বোধন কৰে লগতে নাট্যকাৰৰ পৰিচয় সহ নাটকীয় কথাবস্তুৰ সূচনা কৰে। পাৰিপাৰ্শ্বিকৰ সহযোগত প্ৰস্তাৱনা পৰিচালনা কৰে আৰু মূল নাটকীয় পাত্ৰৰ প্ৰবেশ কৰোৱাই প্ৰস্থান কৰে অঙ্কীয়াতে অঙ্কীয়া নাটত সূত্ৰধাৰৰ দ্বাৰা অনুষ্ঠিত কাৰ্যসমূহ প্ৰধানতঃ এনে ধৰণৰ

(১) নান্দী আৰু প্ৰাৰম্ভিক ভটিমাৰ আবৃত্তি আৰু তাৰ লাগে লাগে মাঙ্গলিক ভক্তিজ্ঞাপক নৃত্য।

(২) সঙ্গীৰ লগত কথা প্ৰসঙ্গত নাটৰ নাম অভিনয় দৰ্শনৰ ফল কথন।

(৩) ৰঙ্গস্থলত প্ৰধান চৰিত্ৰকে মুখ্য কৰি পাত্ৰ আৰু পাত্ৰীসমূহৰ প্ৰৱেশকৰণ আৰু দৰ্শকৰ আগত গাম্ভীৰ্য ৰক্ষা কৰি আকৰ্ষণীয় ৰূপত উপস্থাপিত কৰা। সংস্কৃত শ্লোক গীত পযাৰ গদ্যাত্মক বৰ্ণনা আৰু ব্যাখ্যা।

(৪) পাত্ৰসমূহে কেতিয়া আৰু কাৰ পাছত বচন মাতিব লাগে আৰু কি কাৰ্য কৰিব লাগে তাৰ নিৰ্দেশ দিয়ে

(৫) ৰঙ্গস্থলত অভিনয় কৰি দেখুৱাব নোৱাৰা ঘটনা সমূহৰ বৰ্ণনা প্ৰদান।

(৬) মুক্তিমঙ্গল ভটিমাৰ যোগেদি নাটকৰ পৰিসমাপ্তি।

প্ৰকৃততে 'ভটিমা' দেৱ-দেৱতা গুৰু-নৃপতি আদিৰ যশ মাহাত্ম্যসূচক ছন্দোবদ্ধ জয় গান। প্ৰায়বোৰ অঙ্কীয়া নাটৰ দুটাকৈ ভটিমা থাকে। এটা আৰম্ভণিতে আৰু আনটো শেষত। আৰম্ভণি ভটিমাত শ্ৰীকৃষ্ণ বা শ্ৰীৰামৰ দৈহিক সৌষ্ঠব সৌন্দৰ্য আৰু অলৌকিক কাৰ্যাৱলীৰ বিস্তৃত বৰ্ণনাৰে যশধ্বনি কৰা হয়। শেষৰটোত এনে বৰ্ণনাৰ উপৰিও কেতিয়াবা পৃষ্ঠপোষক গুৰু, নৃপতি আদিৰ সংসাৰ বন্ধন মুক্তিমঙ্গল আদি কামনা কৰা হয়। ই সংস্কৃত নাটকত থকা 'ভাৰতবাক্য'ৰ দৰে।

আদি বা মঙ্গলাচৰণ ভটিমা :

জয় জয় কৃষ্ণ দেৱ নিজ অংশ। জাকেৰি চৰিত্ৰ ভকত অৱতংস।
লিলা নাসিত কংশ সবংশ।। কমলা কেলি কমল কলহংস।।

—পাৰিজাত হৰণ, শঙ্কৰদেৱ

অন্ত্য বা মুক্তিমঙ্গল ভটিমা :

পৰম ৰসিক গুৰু শ্ৰীগুৰুধ্বজজয়তু জয়তু নিত্য ঈশ্বৰ কৃষ্ণক
ৰাজা নৃপতিপ্ৰধানা কেলি লীলা ৰস জানা —শ্ৰীৰামবিজয় শঙ্কৰদেৱ

ওপৰৰ বিৱৰণৰ পৰা দেখা যায় যে সংস্কৃত নাটকৰ কৰ্তব্য সম্প্ৰসাৰণ কৰি মধ্যযুগীয় নাটসমূহত দেখুৱা হ'ল। সংস্কৃত নাট্যৰীতিক সৰলীকৰণৰ দ্বাৰা প্ৰান্তীয ভাষাৰ মাধ্যমেদি জনসাধাৰণক অভিনয় ৰস প্ৰদান কৰা আৰু লগতে ধৰ্মীয় ভাৱ প্ৰচাৰ কৰা মধ্যযুগীয় নাট্যনুষ্ঠানৰ উদ্দেশ্য আছিল। মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰদেৱৰ সময়ত অসমত ওজাপালিৰ প্ৰচলন আছিল বুলি চৰিত পুথিত উল্লেখ পোৱা যায়। (কথা গুৰুচৰিত — পৃষ্ঠা ৬৮) অঙ্কীয়া নাটৰ সূত্ৰধাৰজন এই ওজাপালি অনুষ্ঠানেৰে ওজাজনৰ পৰিকল্পিত বিকাশ বুলি পণ্ডিতসকলে অনুমান কৰে। কিন্তু অঙ্কীযা নাটৰ সূত্ৰধাৰক গুৰুত্বপূৰ্ণ ভূমিকাত অৱতীৰ্ণ কৰোৱাৰ অন্তৰালত ওজাৰ প্ৰভাৱতকৈ অৱস্থা আৰু প্ৰয়োজনহে বেছি কাৰ্যকৰী আছিল। সূত্ৰধাৰৰ বিশিষ্ট ভূমিকাৰ অন্তৰালত নাট পৰিচালনাৰ প্ৰশ্ন, সামাজিক পটভূমি আৰু লগতে গুৰুজনাৰ নাট ৰচনাৰ উদ্দেশ্যও নিহিত হৈ আছে। অঙ্কীয়া নাটৰ দৰ্শক সংস্কৃত নাটকৰ দৰ্শকৰ দৰে সমালোচক (Critie) আৰু অভিজ্ঞ (Experienced) নাছিল। তেওঁলোক সাধাৰণ নিৰক্ষৰ আৰু অনভিজ্ঞ লোক। সংস্কৃত নাটক ৰচিত হৈছিল বিজ্ঞৰ কাৰণে। আনহাতে অঙ্কীয়া নাট ৰচিত হৈছিল অজ্ঞৰ কাৰণে। গতিকে, মহাপুৰুষ শঙ্কৰদেৱে দৰ্শকৰ গ্ৰহণৰ ক্ষমতাৰ প্ৰতি লক্ষ্য ৰাখিহে নাট ৰচনাত হাত দিব লগা হৈছিল। সেই কাৰণেই অঙ্কীয়া নাটত নৃত্য-গীতৰ আধিক্য, ছোঁ-মুখাৰ প্ৰয়োগ, স্থূল আৰু হাস্যৰসৰ অৱতাৰণা আৰু গাঁৱলীয়া সমাজত জীন যোৱা চৰিত্ৰ চিত্ৰণ পৰিলক্ষিত হয়। শঙ্কৰদেৱে নাট্যকলা সৃষ্টি কৰি প্ৰাথমিক অভিনয়ত নিজেই নাটৰ সকলো দিশ পৰিচালনাৰ দায়িত্ব বহন কৰিব লগা হৈছিল। (ৰামচৰণ ঠাকুৰৰ 'চিহ্নযাত্ৰা'ৰ বৰ্ণনাত ইয়াৰ স্পষ্ট আভাস আছে) নহ'লে প্ৰশিক্ষণপ্ৰাপ্ত হ'লেও অনভিজ্ঞ সহযোগী সকলে অভিনয়ত পদে পদে বিভ্ৰাট ঘটোৱাৰ সম্ভাৱনা। সেইবাবে সূত্ৰধাৰৰ চৰিত্ৰটো এনেভাৱে গঢ় দিব লগা হৈছিল যাতে অভিনয়ৰ আদিৰপৰা অন্তলৈকে উপস্থিত থাকি তাক সূচাৰুৰূপে পৰিচালনা আৰু নিয়ন্ত্ৰণ কৰিব পাৰে। প্ৰথম অভিনয়ত সূত্ৰধাৰৰ ভূমিকাত এজন দায়িত্বশীল অভিজ্ঞব্যক্তিৰ উপযোগিতা প্ৰতিপন্ন হোৱাত পৰৱৰ্তী নাটবোৰটো তেনে ব্যক্তিকেই দায়িত্ব দিলে, ভৱিষ্যতলৈও অভিনয় শিক্ষা আৰু অনুশীলনৰ বাবে নৃত্য, গীত অভিনয় আদিত অৰ্হতা থকা এজন গুৰুস্থানীয় বিশাৰদ ব্যক্তিৰ পৰম্পৰা সৃষ্টি কৰি থৈ গ'ল, যাৰ ফলত আজিও অৰ্ধাক্ষৰী অনাক্ষৰী গাঁৱলীয়া সমাজেই ভাওনা অনুষ্ঠান নিয়াৰিকৈ চলাই আছে আৰু এটা প্ৰাচীন ঐতিহ্য শ্ৰদ্ধাৰে সংৰক্ষণ কৰিব পাৰিছে। ইয়াৰোপৰি, অভিনয়ৰ মাজে মাজে দৰ্শকৰ মাজত হৰি নামৰ ধ্বনি তোলাৰলৈ আৰু নাটকীয় পৰিস্থিতি বুজাই দিবলৈ সূত্ৰধাৰৰ দৰে এগৰাকী প্ৰতিভাশীল ব্যক্তিৰ নিতান্ত প্ৰয়োজন আছিল। গতিকে অঙ্কীয়া নাটৰ সূত্ৰধাৰ সংস্কৃত নাটকৰ সূত্ৰধাৰৰ ভেটিত দেশ কাল পাত্ৰৰ প্ৰয়োজন সাপেক্ষে শঙ্কৰদেৱৰ এক মৌলিক সৃষ্টি।

অঙ্কীয়া নাটৰ গায়নে বায়নে মিলি সৰু ধেমালি ৰবধেমালি আদি ধেমালিসমূহ শেষ কৰাৰ পিছত অৰ্থাৎ গায়ন বায়নৰ জোৰা উঠাৰ পিছত সূত্ৰধাৰৰ প্ৰৱেশ হয়। গায়নে বায়নেই সূত্ৰধাৰক নচুৱায়। নৃত্যৰ পিছত তেওঁ নান্দী পাঠ কৰে। গতিকে সংস্কৃত নাটকৰ "নান্দ্যন্তে ততঃ প্ৰৱিশ্যাতি সূত্ৰধাৰ ঃ কথাষাৰৰ অৰ্থ ইয়াত পাওঁ। নান্দী পাঠৰ পিছত তেওঁ 'মাধৱ' অৰ্থাৎ শ্ৰীকৃষ্ণৰ স্মৰণ কৰে আন সকলো কাৰ্যৰ আৰম্ভণিতে যে কৃষ্ণনাম মাঙ্গলিক এই কথাষাৰে জনাই দিয়ে।

মাধৱো মাধৱো বাচি মাধৱো মাধৱো হৃদি।
স্মৰন্তি মাধৱো নিত্যং সৰ্বকাৰ্যেষু মাধৱম।।

ইযাৰ পিছতে তেওঁ সামাজিকক সম্বোধন কৰি কয় — ভো ভো সামাজিকাঃ যুযং শৃণুত।

তাৰ পিছত ভাৱৰীয়াৰ প্ৰৱেশ সূচক গীত পদ শ্লোক আদি তেওঁ আবৃত্তি কৰে। সূত্ৰধাৰৰ ইঙ্গিততহে গোপী সকলে নাচে, বিলাপ কৰে কৃষ্ণই নৃত্য কৰে। মুঠতে সকলো চৰিত্ৰই সূত্ৰধাৰৰ নিৰ্দেশত চলে।

সংস্কৃত নাটকত বিদূষকৰ ভূমিকা দেখা যায়। বিদূষকৰ লক্ষণ হৈছে —

বিকৃতাঙ্গ বচোবেশৈ ঃ হাস্যকাৰী বিদূষক ঃ।
বয়স্যক শ্চাটুবটু ঃ স এব চ বিদূষক ঃ।
অন্তঃ পুৰচাৰী ৰাজ্ঞাং নৰ্মো অমাত্যঃ প্ৰকীৰ্ত্তিতঃ।

অৰ্থাৎ ৰজাৰ সহচৰ বিদূষক জন বিকৃত অঙ্গৰ হাস্যকাৰী। কথা কোৱাত পটু ব্ৰাহ্মণ। যি জনক নায়কে 'বয়স্য' বুলি সম্বোধন কৰে। কিন্তু কিছুমান সংস্কৃত নাটকত বিদূষকৰ চৰিত্ৰ অৱতাৰণা হোৱা নাই। যেনে ঃ প্ৰবোধচন্দ্ৰোদয়, মুদ্ৰাৰাক্ষসৰ নাট্যকাৰে নাট্যশাস্ত্ৰৰ লক্ষণ মানি চলা নাই। 'প্ৰবোধ চন্দ্ৰোদয়'ৰ দৰে শঙ্কৰ দেৱে অঙ্কীয়া নাটত বিদূষকৰ চৰিত্ৰ অৱতাৰণা কৰা নাই কিন্তু শঙ্কৰদেৱে প্ৰবোধচন্দ্ৰোদয়ৰ অনুকৰণ কৰা নাই। কাৰণ, যি শ্ৰেণীৰ নায়কৰ মূৰ্খ ব্ৰাহ্মণ সঙ্গীৰূপে সংস্কৃত নাটকত বিদূষকৰ চৰিত্ৰৰ, অৱতাৰণা কৰে, অঙ্কীয়া নাটৰ নায়ক সেই শ্ৰেণীৰ নহয়। অঙ্কীয়া নাটৰ প্ৰধান চৰিত্ৰ পৰমপুৰুষ ভগৱানৰূপী শ্ৰীকৃষ্ণ বা ৰামৰ লগত বিদূষক চৰিত্ৰই সতীয়া প্ৰেমালাপ বা লঘু হাস্য সৃষ্টি কৰাৰ সুবিধা নাই। তাৰোপৰি, যেনে উদ্দেশ্য আৰু কাৰ্যৰ নিমিত্তে সংস্কৃত নাটকত বিদূষকৰ চৰিত্ৰ অৱতাৰণা, অঙ্কীয়া নাটত তেনে উদ্দেশ্য বা কৰ্ম অবৰ্তমান। পত্নী-প্ৰসাদ, কালিয় দমন আৰু কেলি গোপাল নাটকত বিদূষকৰ চৰিত্ৰ উপস্থাপন কৰাৰ পৰিবেশেই নাছিল। অৱশ্যে এই বিদূষকৰ অভাৱ বৰুৱা চৰিত্ৰই পূৰণ কৰিছিল। নাটকীয় ঘটনাৰ অঙ্গীভূত নহ'লেও উপলব্ধা হিচাপেই বৰুৱাই দৰ্শকক আমোদ দিছিল

আৰু আজিও দিয়ে। গোলাপদেৱৰ ৰচিত 'নন্দোৎসৱ' নাটত 'বহুৱা'ৰ উল্লেখ স্পষ্টভাৱে আছে।

সংস্কৃত নাটকত ৰঙ্গমঞ্চত কিছুমান দৃশ্য দেখুৱাটো নিষিদ্ধ বুলি কৈছে। সেইবোৰ হৈছে —

যুক্তো ন বহুভিঃ কাৰ্য্যৈৰ্বীজ সংহৃতিমান ন চ।
নানা বিধান সংযুক্তো নাতি প্রচুৰ পদ্যবান।
অনেক দিন নিবৰ্ত্ত্যকথযা সম্প্রযোজিতঃ।
দূৰাহ্বানং বধোযুদ্ধং ৰাজ্যদেশাদিবিপ্লৱঃ
বিবাহো ভোজনং শাপাতসৰ্গৌ মৃত্যুৰতং তথা।
দন্তচ্ছেদ্যং নখচ্ছেদ্যম অন্যাদ ব্রীঢাকৰং চ যত।
শযন অধৰপানাদি নগৰাদ্যৱৰোধনম্।
স্নানানুলেপেন চৈভিৰ্বৰ্জিতো নাতিবিস্তৰঃ।।

অৰ্থাৎ ৰঙ্গমঞ্চত বহু বিধ মুখ্য কাৰ্যৰ বৰ্ণনা দেখুৱা নহয়। নাটকৰ ঘটনা চক্ৰৰ বৰ্ণনাত বেছিকৈ পদ্যৰ সমাবেশ নাথাকে। ৰঙ্গমঞ্চত অনেক দিন ধৰি চলি থকা ঘটনাৰ বৰ্ণনা কৰা নহয়। তদুপৰি, দূৰাহ্বান (দূৰৈৰপৰা চিঞৰি মতা) মৰাকটা, যুদ্ধ, ৰাজ্য দেশাদিৰ বিপ্লৱ, বিয়া ভোজন ৰঙ্গমঞ্চত দেখুৱা নহয়। অভিশাপ নেপথ্যতহে দেখুৱা হয়। মৃত্যু, ৰতিক্ৰীড়া, দন্তক্ষত, নন্তক্ষত, নখক্ষত আৰু অন্যান্য যিবোৰ লজ্জাজনক কথা আছে সেইবিলাক শয়ন, অধৰপান ইত্যাদি সংস্কৃত নাটকৰ ৰঙ্গমঞ্চত দেখুৱাটো নিষিদ্ধ। ইয়াৰোপৰি, নগৰ, দুৰ্গ আদিৰ অৱৰোধ, স্নান অনুলেপন আদি কথাৰ সাক্ষাৎভাৱে উপস্থাপন কৰা নহয়।

কিন্তু মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰদেৱে সংস্কৃত নাটকত থকা 'বিধি নিষেধ লঙ্ঘন' কৰি অঙ্কীয়া নাটৰ সৃষ্টি কৰিছে। কাৰণ শঙ্কৰদেৱে খ্যাতি অৰ্জন কৰিবলৈ নাট সৃষ্টি কৰা নাছিল। সেয়ে হোৱা হ'লে তেখেতৰ নাট্যকলাই ভিন্নৰূপ ল'লেহেঁতেন। অভিনয়ৰ মাজেৰে ভক্তিধৰ্মৰ বীজ অজ্ঞাতে দৰ্শকৰ অন্তৰত প্ৰবিষ্ট কৰোৱাই আছিল তেখেতৰ নাট ৰচনাৰ উদ্দেশ্য। দৰ্শকৰ মানসিকতাৰ প্ৰতি লক্ষ্য ৰাখিয়েই 'নাট্যশাস্ত্ৰ'ৰ 'বিধিনিষেধ' অগ্ৰাহ্য কৰি নাটবোৰত যুদ্ধ, শয়ন, ভোজন, মৃত্যু আদি ঘটনা অবাধে প্ৰয়োগ কৰিছিল। এনেদৰে বহুত ক্ষেত্ৰতে শঙ্কৰদেৱে সংস্কৃত নাট্য পৰম্পৰাৰ পৰা কাঁচিৰ কাটি আহিছে। সেইবোৰে মহাপুৰুষজনাৰ মৌলিক প্ৰতিভাৰ স্বাক্ষৰহে বহন কৰিছে।

ভাষা আৰু প্ৰকাশ ভঙ্গীৰ ক্ষেত্ৰত দেখা যায় যে সংস্কৃত নাটকবোৰত প্ৰায়েই সংস্কৃত আৰু প্ৰাকৃত দুটা ভাষা থাকে। অৱশ্যে একমাত্ৰ সংস্কৃত বা একমাত্ৰ প্ৰাকৃতত ৰচনা কৰা নাটো নোহোৱা নহয়। মহাকবি কালিদাস, ভৱভূতি আদি যশস্বী নাট্যকাৰসকলে সংস্কৃত আৰু প্ৰাকৃত এই দুয়োটা ভাষাৰ সংমিশ্ৰণ কৰি নাটক ৰচনা কৰি গৈছে। একাধিক ভাষাৰ

সংমিশ্ৰণত থকা এই নাটবোৰত নান্দীশ্লোক আৰু ৰজা মহাৰজা আদি প্ৰধান প্ৰধান চৰিত্ৰবোৰৰ বচনত সংস্কৃত ভাষা আৰু স্ত্ৰীচৰিত্ৰ দাস-দাসী আদিৰ বচনত প্ৰাকৃত ভাষা দিয়া হয়।

সংস্কৃত নাটকৰ অনুকৰণতেই সম্ভৱ শঙ্কৰদেৱে অঙ্কীয়া নাটবোৰতো ভাষা বৈচিত্ৰ্যৰ ব্যৱস্থা কৰিছে। সকলো অঙ্কীয়া নাটত দুটা ভাষা সংমিশ্ৰণ সংস্কৃত আৰু ব্ৰজাবলী বেছি। কাৰণ, অঙ্কীয়া নাট ৰচনাৰ উদ্দেশ্য আছিল জনসাধাৰণৰ মাজত ধৰ্মপ্ৰচাৰ কৰা। গুৰু-সত্তৰ সেইবাবেই শঙ্কৰদেৱে এনে এটা সহজবোধ্য অকৃত্ৰিম ভাষাকেই তেওঁৰ অঙ্কীয়া নাটৰ ভাষাৰূপে গ্ৰহণ কৰিলে। ব্ৰজাবলী পদাৱলীত সাঙ্গীতিক মাধুৰ্য নিহিত আছে। মহাপুৰুষে হয়তো এই কাৰণেও ব্ৰজাবলী বেছিকৈ প্ৰয়োগ কৰিছে। কাৰণ, অঙ্কীয়া নাটবোৰ সঙ্গীত প্ৰধান।

> লৱণু আসে আসে গোবিন্দ নাচে। লৱনু খায়া খায়া নাচে কানাই।
> কৰ ভৰিযে গোপী লৱনু জাচে।। আনন্দে গোপিনি তালি বজাই।।
>
> — চোৰধৰা, মাধৱদেৱ

কিছুমান নাটত সংস্কৃত শ্লোক আছে যদিও ব্ৰজাবলী গদ্যত লগে লগেই তাৰ ভাঙনি দিয়া হৈছে।

শ্লোক : কৃষ্ণস্য ৰূপ লাৱণ্য শ্ৰৱণেন বিমোহিতা।
দধৌ তচ্চৰণাম্ভোজং ভজনীয়ং সত্যং সতী।।

কথাসূত্ৰ : 'সে ৰাজকুমাৰী ৰুকমিনি কৃষ্ণক ৰূপ-লাৱণ্য সুনিএ মোহিত ভৈয়া যৈছে কৃষ্ণক চৰণ চিন্তি এ ৰহল, আহে লোক, তাহে দেখহ সুনহ, নিৰন্তৰে হৰিবোল।' (ৰুক্মিণী হৰণ — শঙ্কৰদেৱ)

ওপৰত দিয়া উদাহৰণবোৰৰ পৰা বুজা যায় যে সংস্কৃত শ্লোক বিলাকৰ প্ৰকাশ-ভঙ্গী আৰু শব্দ সবল, কিন্তু ব্ৰজাবলী পদ্যৰ প্ৰকাশভঙ্গী আৰু ভাষা তেনে নহয়। পদ্যত অনুপ্ৰাস, যমক, ৰূপক আদি শব্দালঙ্কাৰ আৰু অৰ্থালঙ্কাৰেৰে ভাষাক্ৰান্ত। তথাপিতো সাধাৰণ ভাবাৰ্থটো সহজতে বুজিব পৰা হয়। যিহেতু অঙ্কীয়া নাটৰ মূল চৰিত্ৰ ৰাম বা কৃষ্ণ সেই দেখি সুবিধা পালেই নাট্যকাৰে তেওঁলোকৰ ৰূপ-লাৱণ্য আৰু গুণ গৰিমাৰ বৰ্ণনাৰে নাটৰ বেছি অংশ পূৰণ কৰে।

যেনে : সুন সুন ৰুকমিনি মাই। হৰি গুণ কহন নজাই।।
মুখ ইন্দু কোটি পৰকাস। দশন মোতিম মন্দ হাস।
নয়ন পঙ্কজ নব পাত্ৰ। কৰতল উৎপল ৰাতা।।
মদনক ধনু ভ্ৰুব ভঙ্গ। ভুজ ৰুগ বলিত ভুজঙ্গ।। ইত্যাদি —ৰুক্মিণী হৰণ

ব্ৰজাৱলীত ৰচিত গীত, ভটিমা আদিত পয়াৰ, দুলড়ী ছন্দই অধিক। যাৰ নানাবিধ ভেদো

ঃ সিন্ধুৰা, কানাড়া, আশোৱাৰী, গৌৰী, কৌ, বেলোৱাৰ, সুহাই, ভাটিয়ালি, কল্যাণ আদি।

সংস্কৃত নাটকৰ শ্লোক বিলাকত অনষ্টুপ ছন্দ বেছি। ঠায়ে ঠায়ে ভুজঙ্গ প্রযাত আৰু শার্দুলবিক্রীড়িত প্রয়োগ কৰা হৈছে। শঙ্কৰদেৱৰ ব্ৰজাৱলীত অনা অসমীয়াশব্দ বহুতো। কিন্তু মাধৱদেৱৰ আৰু পৰৱৰ্তী অন্যান্য দুই চাৰিজন নাট্যকাৰৰ ব্ৰজাৱলীত অসমীয়া শব্দইহে সংখ্যাধিক্য লাভ কৰা দেখা যায়।

'আকাশভাষিত' সংস্কৃত নাটকত ঠায়ে ঠায়ে দেখা যায়। আকাশভাষিত হৈছে—

কিং ব্ৰবীষীতি যন্নাট্য বিনাপাত্ৰং প্ৰযুজ্যতে।
শ্ৰুত্বেবানুক্তমপ্যৰ্থম্ তত স্যাদাকাশ ভাষিতম্।।

অৰ্থাৎ কোনো পাত্ৰ ৰঙ্গমঞ্চত উপস্থিত নোহোৱাকৈয়ে কোনোৱে কোৱা কিবা কথা শুনা যেন দেখুৱাই 'কি কৈছা'? ইত্যাদি কথাৰ নাট্য প্ৰয়োগক অনুপস্থিত পাত্ৰৰ কথাক 'আকাশভাষিত' বুলি কোৱা হয়।

অঙ্কীয়া নাটৰ প্ৰস্তাৱনাত ইয়াৰ প্ৰয়োগ দেখা যায়। প্ৰধান নাট্য কাহিনীৰ মাজে মাজেও স্থান বিশেষে ইয়াৰ প্ৰয়োগ থাকে।

সংস্কৃত নাটক হ'বলৈ হ'লে পাঁচটা সন্ধি থাকিব লাগে। "নাটকং খ্যাতবৃত্তং স্যাত পঞ্চ সন্ধি সমন্বিতম্।' সেই কেইটা হৈছে (১) মুখ (২) প্ৰতিমুখ (৩) গৰ্ভ (৪) বিমৰ্শ (৫) নিৰ্বহন।

নাটকৰ যি ভাগত নানা অৰ্থপূৰ্ণ আৰু ৰসসম্ভৱ কথাৰে বীজ উপস্থাপিত হয় আৰু কাহিনীভাগৰ আৰম্ভ হয় সেয়ে 'মুখ'। 'প্ৰতিমুখ' হৈছে নাটকৰ যি অংশত বীজ কিঞ্চিত অঙ্কুৰিত হয়, অথচ দেখা নেদেখা বা অস্পষ্ট হৈ থাকে।

নাটকৰ যি ঠাইত 'বীজ'ৰ বিশেষ অঙ্কুৰ প্ৰকাশিত হয় আৰু তাৰ হ্ৰাস বৃদ্ধিৰ সঘন প্ৰচেষ্টা চলে সেয়ে 'গৰ্ভ'। (ইয়াত নাটকীয় ফল গৰ্ভস্থ হয়।) 'বিমৰ্শ' হৈছে যি ঠাইত অঙ্কুৰিত বীজৰ মুখ্য ফলৰ উপায় বেছি স্পষ্ট হৈ উঠে অথচ অভিশাপ আদিৰ দ্বাৰা বাধাপ্ৰাপ্ত হয়। মুখসন্ধিকে আদি কৰি অন্যান্য কাহিনী ভাগৰ সমাপ্ত কথাই নাটকৰ যি ঠাইত একমুখী হৈ নাটকীয় ফলপ্ৰাপ্তি দেখুৱায় সেয়ে নিৰ্বহন।

অঙ্কীয়া নাটৰ এই বিভাগবোৰ অতি সূক্ষ্ম। কোনো কোনো নাটত বহুতো ব্যতিক্ৰম দেখা যায়। মাধৱদেৱৰ নাট সমূহত এই ব্যতিক্ৰম অবাধ।

'শ্ৰীৰামবিজয়' নাটত সীতাই শ্ৰীৰামচন্দ্ৰক স্বামীৰূপে লাভ কৰিবলৈ পূৰ্বজন্মত কি দৰে তপস্যা কৰিছিল তাক তেওঁ সখী দুগৰাকীৰ আগত প্ৰকাশ কৰে। এয়ে 'আৰম্ভ' বা 'মুখ'। প্ৰতি মুহূৰ্ত্ততে স্বামীলাভৰ আশাত সীতা দেৱী আকুল ব্যাকুল হৈ পৰিল আৰু ৰামৰ চৰণ চিন্তি বয়নে হাত চলাই অধোমুখ হৈয়া ৰহল। এয়ে প্ৰযত্ন বা প্ৰতিমুখ।

ইপিনে অযোধ্যালৈ বিশ্বামিত্ৰ ঋষি আহি দশৰথ ৰজাক জনালে তেওঁ সিদ্ধাশ্ৰমত মাৰীচ আৰু সুবাহু নামৰ ৰাক্ষস দুটাক দমন কৰিবৰ বাবে ৰাম-লক্ষ্মণক পঠিয়াব লাগে। ঋষিৰ ইচ্ছা অনুসৰি দুয়ো ৰামকুমাৰ গৈ বিঘ্নকাৰীক দমন কৰিলে আৰু তাৰ বিনিময়ত ঋষিয়ে শ্ৰীৰামচন্দ্ৰক সীতা স্বয়ম্বৰলৈ যাবলৈ আজ্ঞা কৰি দ'ল। যথা সময়ত ৰাম গৈ মিথিলাত উপস্থিত হ'ল এয়ে 'প্ৰাপ্ত্যাশা' বা 'গৰ্ভ'। স্বয়ম্বৰ সভাত শত সহস্ৰ ৰাজকুমাৰ উপস্থিতিত যেতিয়া ঋষিৰ আদেশ ক্ৰমে ৰাম আগবাঢ়ি গ'ল। ধনুভঙ্গ কাৰ্যত ৰাম কৃতকাৰ্য হ'ল এয়ে 'বিমৰ্শ'। হৰধনু ভঙ্গৰ শেষত সীতা দেৱীয়ে ৰামক পুষ্পমাল্য দি বৰণ কৰিলে। নবদম্পতি অযোধ্যালৈ গৈ সানন্দে মণিময় মন্দিৰত প্ৰৱেশ কৰিলে। এয়ে নিৰ্বহন। অঙ্কীয়া নাটৰ প্ৰধান নায়ক শ্ৰীৰাম বা শ্ৰীকৃষ্ণ আৰু অপ্ৰধানৰূপে অন্যান্য চৰিত্ৰও থাকে। কিন্তু সেইবিলাক ৰাম বা কৃষ্ণৰ সমকক্ষ নহয়। পৰিসমাপ্তিত নায়ক শ্ৰীৰাম বা শ্ৰীকৃষ্ণৰ বিজয় গৌৰৱ প্ৰদৰ্শন সুনিশ্চিত।

সংস্কৃত নাটকত দেখা যায় নান্দী শ্লোক পাঠ কৰাৰ পিছতে সূত্ৰধাৰে নাট্যকাৰৰ পৰিচয় দৰ্শকৰ আগত দাঙি ধৰে। অঙ্কীয়া নাটত বিষয়বস্তু পিনৰ পৰা লক্ষ্য কৰিলেও বুজিব পাৰি যে অঙ্কীয়া নাটত ব্যক্তি নিৰপেক্ষ অৰ্থাৎ ইয়াত লিখকৰ ব্যক্তিগত পৰিচয় বিশেষ একো পোৱা নাযায়।

অভিনয়ৰ ফালেদি লক্ষ্য কৰিলেও দেখা যায় যে সংস্কৃত নাটকত চাৰি প্ৰকাৰৰ অভিনয় পোৱা যায় যেনে: আঙ্গিক, বাচিক আহাৰ্য আৰু সাত্ত্বিক। অঙ্কীয়া নাটতো এই চাৰিও বিধ অভিনয় পোৱা যায়। বিশেষকৈ আহাৰ্য অভিনয়ত বস্ত্ৰ আৰু মুখাৰ ব্যৱহাৰ নাট্যশাস্ত্ৰৰ অনুৰূপ। কিন্তু এটা কথা ঠিক যে শঙ্কৰদেৱে কোনো ক্ষেত্ৰতেই সংস্কৃত নাটকৰ হুবহু অনুকৰণ কৰা নাই। শঙ্কৰদেৱৰ দৰে বিশাল পাণ্ডিত্য আৰু মৌলিক প্ৰতিভাৰ অধিকাৰী ব্যক্তিৰ বাবে সেইটোৱেই আছিল অতি স্বাভাৱিক। নহ'লে দেখোন মহাপুৰুষ ৰচিত নাটবোৰ অঙ্কীয়া নাট নহৈ সংস্কৃত নাটকৰ অসমীয়া সংস্কৰণ হৈ পৰিলহেঁতেন। শঙ্কৰদেৱৰ এনে উন্মেষশালিনী শক্তি আৰু দেশ, কাল উপযোগী শিল্প মানস আৰু স্বকীয় প্ৰতিভাক শ্ৰদ্ধা জ্ঞাপন কৰা উচিত।

ওপৰৰ তুলনামূলক আলোচনাৰপৰা দেখা যায় যে অঙ্কীয়া নাট আৰু সংস্কৃত নাটকৰ বহুতো ক্ষেত্ৰত মিল আৰু কিছু ক্ষেত্ৰত অমিল আৰু পৰিৱৰ্তন দেখা গৈছে। তথাপিও এটা কথা গ্ৰহণ কৰিব লাগিব যে অঙ্কীয়া নাটৰ উদ্ভৱ স্থল বহুতো বুধি পণ্ডিতসকলে অভিমত দিলেও সংস্কৃত নাটকৰ আৰ্হিতেহে অঙ্কীয়া নাট সৃষ্টি হৈছিল। □

# মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰদেৱৰ নাট ঃ
## এক সমীক্ষাত্মক আলোচনা

মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰদেৱৰ প্ৰবৰ্ত্তিত মহাপুৰুষীয়া বৈষ্ণৱধৰ্মৰ স্থায়িত্ব প্ৰদানৰ এটি ফলপ্ৰসু-প্ৰক্ৰিয়াস্বৰূপে অসমীয়া নাট্য-সাহিত্যৰ উদ্ভৱ এক উল্লেখযোগ্য অবদান। মহাপুৰুষ শঙ্কৰদেৱ অসমীয়া নাট্য-সাহিত্যৰ জনক। তেখেতৰ পূৰ্বে অসমীয়া ভাষাত পূৰ্ণাঙ্গ নাট ৰচিত হোৱাৰ প্ৰমাণ পোৱা নাযায়। অকল অসমতেই নহয় উত্তৰ ভাৰতীয় কোনো আঞ্চলিক ভাষাতেই সেই সময়ত নাট্য-সাহিত্য ৰচিত হোৱা নাছিল। অঙ্কীয়া নাট শঙ্কৰদেৱৰ সৃষ্টি।

মহাপুৰুষ শঙ্কৰদেৱে অঙ্কীয়া নাট ৰচনা কৰাৰ ক্ষেত্ৰত সংস্কৃত নাটকৰ দ্বাৰা যে প্ৰভাৱান্বিত হৈছিল তাত সন্দেহ নাই। সেই বুলি সংস্কৃত নাটকৰ বৈশিষ্ট্যসমূহ হুবহু ধাৰ কৰি অঙ্কীয়া নাটৰ সৃষ্টি কৰিছে বুলিও ক'লেও ভুল হ'ব। শঙ্কৰদেৱে তেওঁৰ সৃষ্ট নাটকবাজিৰ নাটক, যাত্ৰা, নাট আৰু নৃত্য বুলিহে অভিহিত কৰিছিল। সিয়েই চৰিতপুথিৰ যুগত 'অঙ্ক' আৰু অৰ্বাচীন কালত 'অঙ্কীয়া নাট' নামেৰে অধিক জনাজাত হৈ পৰিছিল। পত্নীপ্ৰসাদ, পাৰিজাত হৰণ, কালিয়দমন, কেলিগোপাল, ৰুক্মিণীহৰণ আৰু ৰামবিজয় — এইকেইখনেই বৰ্তমানে প্ৰাপ্ত শঙ্কৰদেৱৰ নাট। কিন্তু সংলাপবিহীন 'চিহ্নযাত্ৰা' নামৰ অভিনয়েৰেহে শঙ্কৰদেৱে সৰ্বপ্ৰথমে অভিনয়কলাৰ পাতনি মেলিছিল বুলি কেবাখনো চৰিতপুথিয়ে কয়। ইয়াৰ বাহিৰেও সেইকালতেই বিলুপ্ত হোৱা 'জন্মযাত্ৰা' 'গোপী-উদ্ধৱসংবাদ' আৰু 'কংসবধ' নামৰ তিনিখন নাটৰ উল্লেখ চৰিত পুথিত পোৱা যায়।

মহাপুৰুষজনাৰ 'পত্নী-প্ৰসাদ' নাটখনৰ বাহিৰে বাকীবোৰ নাটৰ আৰম্ভণি আৰু সামৰণিত সংস্কৃত নাটকৰ প্ৰভাৱ অতি স্পষ্ট। মাজৰ কথাবস্তু বিন্যাসৰ পদ্ধতি শঙ্কৰদেৱৰ স্বকীয় পৰিকল্পনাপ্ৰসূত। এইখিনিতেই শঙ্কৰদেৱৰ নাট ৰচনাৰ উদ্দেশ্য, স্থান-কাল-পাত্ৰৰ ৰুচি-অভিৰুচি আৰু অঙ্কীয়া-নাটৰ দীৰ্ঘকালীন দূৰদৃষ্টি সাঙোৰ খাই আছে। শ্লোক, গীত, কথা, সূত্ৰ, ভটিমা আৰু পয়াৰ — এইকেইটা উপাদানেৰে শঙ্কৰদেৱে তেওঁৰ নাট্যকাহিনী ৰূপায়িত কৰে। সংস্কৃত নাট্যবিধিৰ নিবেধাত্মক ক্ৰিয়াবোৰক মহাপুৰুষজনাই জনগণৰ মনত আনন্দ বিনোদনৰ আহিলাৰূপে গ্ৰহণ কৰে। একে উদ্দেশ্যতেই তেওঁৰ নাটত নৃত্য-গীতবো প্ৰাচুৰ্য দেখা যায়। ব্ৰজাৱলী ভাষাৰ প্ৰয়োগেৰে নাটকত ভক্তিৰসৰ পৰিৱেশ সৃষ্টিৰ ওপৰত অধিক গুৰুত্ব আৰোপ কৰাৰ কাৰণে শঙ্কৰদেৱৰ নাটসমূহ অতিশয় ৰসপূৰ্ণ। জাতীয় জীৱনৰ কথাবস্তুক সৰ্বসাধাৰণৰ আপোন কৰি তোলাৰ মাহাত্ম্যও তেওঁৰ নাটত বৰ্তমান।

এই আলোচনাত কেৱল মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰদেৱৰ কালিয়দমন, কেলিগোপাল

আৰু ৰুক্মিণীহৰণ নাটৰ এটি চমু আলোচনা আগবঢোৱা হ'ব।

**কালিয়দমন নাট ঃ**

'কথা-গুৰুচৰিত'ৰ মতে মহাপুৰুষ শঙ্কৰদেৱে পাটবাউসীত থাকোতে জগতানন্দ ওৰফে ৰামৰায়ৰ অনুৰোধক্ৰমে 'কালিয়দমন' নাটখন ৰচনা কৰে। শ্ৰীমদ্ভাগৱত পুৰাণৰ দশমস্কন্ধৰ অন্তৰ্গত পঞ্চদশ অধ্যায়ৰ ৪৭-৫২ শ্লোক আৰু ষোড়শ সপ্তদশ অধ্যায়ত বৰ্ণিত হোৱা বিষয়বস্তুৰ ওপৰত নিৰ্ভৰ কৰি শঙ্কৰদেৱে 'কালিয়দমন নাট ৰচনা কৰে।

দশমস্কন্ধৰ অন্তৰ্গত পঞ্চদশ অধ্যায়ৰ ৪৭-৫২ শ্লোকত গ্ৰীষ্মৰ তাপত পীড়িত তৃষ্ণাতুৰ গৰু আৰু গোপবিলাকে কালিয়হ্ৰদত দুষ্ট কালিয়নাগৰ বিষমিশ্ৰিত জলপান কৰি অচেতন হৈ বাগৰি পৰে। ভগবান কৃষ্ণই সকলো কথা জানি অমৃত দৃষ্টিৰে গৰু আৰু গোপবিলাকক জীয়ালে।

শ্ৰীমদ্ভাগৱতপুৰাণত বৰ্ণিত কাহিনীভাগক মহাপুৰুষ শঙ্কৰদেৱে নাট্যৰূপ দিছে। 'কালিয়দমন' নাটত দুটা স্বয়ং সম্পূৰ্ণ কাহিনী দেখা যায় – এটা হৈছে কালিয়দমন আৰু আনটো হৈছে বনাগ্নিপান। কালিয়নাগক দমন কৰি গোপ-গোপীসকলৰ সৈতে শ্ৰীকৃষ্ণই বৃন্দাবনত ৰাতিটো কটাবলগীয়া হয়। মাজনিশা বনজুয়ে তেওঁলোকক বেৰি ধৰে। কৃষ্ণই ভক্তসকলক ৰক্ষা কৰিবৰ বাবে নিজেই সেই জুই পান কৰে। ইয়াৰ পৰা দেখা যায় যে 'বনাগ্নি পান' কালিয়দমনৰ পৰৱৰ্তী ঘটনা। প্ৰধান ঘটনাৰ লগত ইয়াৰ যোগসূত্ৰ ক্ষীণ। দুয়োটা কাহিনীৰ ভিতৰত অঙ্গাঙ্গী বা ঘনিষ্ঠ সম্পৰ্ক নাই। সেইকাৰণেপৰা 'বনাগ্নি পান' অংশ 'কালিয়দমন' নাটৰ অপৰিহাৰ্য অঙ্গ বুলি ক'ব নোৱাৰি। 'কালিয় দমন' নাটত এই কাহিনীভাগ সংযোগ কৰি দিয়াৰ পৰিণতি স্বৰূপে নাটকৰ কাহিনী ভাগৰ ঐক্য দুৰ্বল হৈছে বুলি পণ্ডিতসকলে কয়।

এই প্ৰসঙ্গত এটা কথা মন কৰিবলগীয়া যে মহাপুৰুষ শঙ্কৰদেৱে নাট্যৰস সৃষ্টিৰ অৰ্থে নাট ৰচনা কৰা নাছিল। কৃষ্ণ-ভক্তি প্ৰকাশৰ বাবেহে তেওঁ নাট ৰচনা কৰিছিল। বনাগ্নিপানৰ জৰিয়তে কৃষ্ণৰ পৌৰুষত্ব তথা অনন্ত শকতি প্ৰকাশ হোৱাৰ লগতে কৃষ্ণ ভক্তিৰ শ্ৰেষ্ঠতাও প্ৰকাশ হৈছে। শ্ৰীমদ্ভাগৱতত কালিয়দমন সম্পৰ্কত বনাগ্নি পান অংশও বৰ্ণনা কৰা হৈছে। মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰদেৱে শ্ৰীমদ্ভাগৱত পুৰাণৰ অন্তৰ্গত উক্ত অধ্যায়টিৰ এটি অংশ গ্ৰহণ কৰি আনটো অংশ বাদ দিবলৈ টান পালে। সেইবাবেই 'কালিয়দমন' নাটৰ কাহিনীভাগৰ ঐক্যই নিৰিচবাসত্বেও 'বনাগ্নি পান অংশ কালিয়দমন নাটত সংযোগ কৰা হৈছে। কিন্তু শ্ৰীমদ্ভাগৱত পুৰাণত বৰ্ণিত দীৰ্ঘ পৰিসৰযুক্ত কালিয়নাগৰ বৰ্ণনক দীপৰ পৰা পলাই অন্য ঘটনাংশৰ আভাস মাত্ৰহে শঙ্কৰদেৱে দিছে।

কালিয়দমন নাটৰ চৰিত্ৰসমূহৰ ভিতৰত চিৰন্তন মাতৃ হিচাপে যশোদাৰ চৰিত্ৰটি সুন্দৰ ৰূপত প্ৰকাশ পাইছে। যশোদাৰ চৰিত্ৰৰ সন্তানপ্ৰীতি নাট্যকাৰে সাৰ্থকভাৱে অঙ্কন কৰিছে।

একমাত্র পুত্র কৃষ্ণক কালিয়নাগে দংশন কৰাৰ করুণ বাতৰি শুনি যশোদাৰ অন্তৰত যি মৰ্মস্পৰ্শী দুখ-বেদনাৰ সৃষ্টি হৈছে, যি প্ৰকৃততে সমগ্ৰ মাতৃ হৃদয়ৰ শোক আৰু কাৰুণ্যৰ প্ৰতীক বুলি ক'ব পাৰি। কৃষ্ণৰ মুখলৈ চাই চাই যশোদাই যিদৰে কাৰুণ্যপূৰ্ণ, বেদনাসিক্ত আৰু মৰ্মস্পৰ্শীভাৱে অন্তৰৰ সন্তাপ ব্যক্ত কৰিছে, তাৰ জৰিয়তে জগতৰ সমস্ত পুত্ৰহাৰা মাতৃৰ শোক-দুখ আৰু সন্তাপ প্ৰকাশ পাইছে আৰু পুত্ৰহাৰা মাতৃৰ শোকাগ্নি মূৰ্ত কৰি তুলিছে।

"আহে প্ৰাণ বন্ধাই মধাই ঃ ক'ত তপসাযি তোহাক পুত্ৰ পাবলোঁ ঃ অল্পতে অনাথিনী
কয় কাহে হামাক তেজল ঃ দেখু তোহাৰ সন্তাপে জিৱ ৰহয়ে নাহি
ঃ হা হা তহি চান্দ বদনক কাহেক নিয়া দেলো ঃ"। কালিয়দমন-পৃষ্ঠা ১০৫০-৫১

আনহাতে নাটত ভগৱান শ্ৰীকৃষ্ণৰ ঐশ্বৰিক লীলাৰ চিত্ৰ প্ৰকটিত হৈছে। শ্ৰীকৃষ্ণ 'কালিয়দমন' নাটকৰ নায়ক। যশোদাৰ চৰিত্ৰটিৰ দৰে কৃষ্ণৰ চৰিত্ৰটি মানবীয় স্পৰ্শৰে সমুজ্জ্বল হৈ উঠা নাই। নাট্যকাৰে বালকৃষ্ণক পৰমপুৰুষ, দেৱাদিদেৱ নাৰাযণ হিচাপেই লক্ষ্য কৰিছে।

'জগতক-পৰমগুৰু পৰমপুৰুষ পুৰুষোত্তম সনাতন ঃ
'ব্ৰহ্মা মহেশ সেৱিত চৰণ পঙ্কজ নাৰায়ণ ঃ শ্ৰীশ্ৰীকৃষ্ণ ঃ কালিয়দমন পৃ ১০৪৭

পৰম ব্ৰহ্মাই দুৰ্জ্জনৰ বিনাশৰ বাবেহে কৃষ্ণৰূপে অৱতাৰ গ্ৰহণ কৰিছে। গতিকে শ্ৰীকৃষ্ণ মানৱ চৰিত্ৰ নহয়। তেওঁ স্বয়ং ভগৱান। কালিয়দমন আৰু বনাগ্নি পান তেওঁৰ লীলা মাথোন।

'কালিয়দমন' নাটৰ আন এটি বিশিষ্ট চৰিত্ৰ হৈছে কালিয়নাগ। কালিয়নাগ শ্ৰীমদ্ভাগৱতপুৰাণত ভয়াবহ সৰ্পৰদৰেই চিত্ৰিত হৈছে। তেনেদৰে শঙ্কৰদেৱেও কালিয়নাগক ভয়াবহ সৰ্পৰদৰে চিত্ৰিত কৰিছে। কালিয়নাগ সৰ্প, কিন্তু সৰ্পৰমুখত মানৱচৰিত্ৰোপযোগী সংলাপ দিয়া হৈছে।

'কালিয়দমন' নাটৰ ৰূপকাত্মক অৰ্থ আছে। কালিয়নাগ — গৰ্ব, অহঙ্কাৰ, নিষ্ঠুৰতা, ক্ৰুৰতা আদি প্ৰবৃত্তিসমূহৰ প্ৰতিনিধি। এই প্ৰবৃতিবোৰে সহস্ৰ ফণা তুলি জগতত অশান্তিৰ প্ৰলয় ধুমুহাৰ সৃষ্টি কৰে আৰু ই হৰিভক্তিৰ প্ৰধান অন্তৰায়। যেতিয়ালৈকে ক্ৰুৰ ভাৱক মনৰ পৰা বিসৰ্জন দিয়া নাযায়, তেতিয়ালৈকে শান্তি আৰু ভক্তিৰ অনুকূল পৰিৱেশ সৃষ্টি নহয়। সাংসাৰিকতাত মগ্ন হৈ থকা জনৰ অহংভাৱৰ প্ৰাবল্য থকা হেতুকে আন প্ৰবৃত্তিবোৰো সেই ভাৱৰ বশৱৰ্তী হৈ পৰে। কালিয়নাগৰ পত্নীসকলক অহংভাৱৰ বশৱৰ্তী আন প্ৰবৃত্তিসমূহ বুলি ক'ব পাৰি।

**কেলিগোপাল নাট ঃ**

কেলিগোপাল বা ৰাসক্ৰীডা নাট মহাপুৰুষ শঙ্কৰদেৱৰ তৃতীয় নাট্যকৃতি। সম্ভৱ পাটবাউসীত থকা সময়তে শঙ্কৰদেৱে এই নাটখন ৰচনা কৰে।

— কথা-গুৰুচৰিত, পৃ ১২৭।

ভাগৱত পুৰাণ, বিষ্ণুপুৰাণ আৰু হৰিবংশত কিশোৰ কৃষ্ণই ব্ৰজবধূ সকলৰ লগত কৰা ৰাসনৃত্যৰ বৰ্ণনা পোৱা যায়। 'বিষ্ণুপুৰাণ'ত কৃষ্ণ আৰু ব্ৰজনাৰীসকলৰ মাজত অনুষ্ঠিত হোৱা নৃত্যৰ বৰ্ণনা ভাগৱত পুৰাণৰ ৰাসক্ৰীড়াৰ চিত্ৰনৰ তুলনাত চমু যদিও কথা বস্তুৰ ক্ষেত্ৰত সাদৃশ্য পৰিলক্ষিত হয়। বিষ্ণুপুৰাণত কৃষ্ণ কিশোৰ কিন্তু তেওঁ ৰাস-ৰসিক।

হৰিংবশৰ, ২/২০/১৬-৩৫ ৰাসক্ৰীড়াৰ বৰ্ণনা মাত্ৰ এটি অধ্যায়তে সামৰা হৈছে। ভাগৱতপুৰাণত (১০/২৯-৩৩) ৰাসক্ৰীড়ৰ বৰ্ণনা দীৰ্ঘপৰিসৰ বিশিষ্ট। কাৰণ পাঁচ অধ্যায়ত (ৰাসপঞ্চাধ্যায) ৰাসক্ৰীড়াৰ চিত্ৰ অভিৰূপণ কৰা দেখা যায়। ভাগৱতপুৰাণত বৰ্ণিত ৰাসক্ৰীড়া, শৃঙ্গাৰ ৰসাত্মক ৰহস্যবাদ আৰু আবেগপ্ৰৱণতা কিছু পৰিমানে প্ৰকট হৈছে। বিষ্ণুপুৰাণ হৰিবংশ আৰু ভাগৱত পুৰাণত কৃষ্ণ আৰু গোপীৰ মাজত অনুষ্ঠিত হোৱা ৰাসক্ৰীড়ত শৃঙ্গাৰ ৰসৰ প্ৰাবল্য দেখা যায়।

মহাপুৰুষ শঙ্কৰদেৱে 'কেলিগোপাল' নাটৰ কাহিনীভাগ ভাগৱতপুৰাণৰপৰা গ্ৰহণ কৰিছে। ভাগৱত পুৰাণৰ দশমস্কন্ধৰ উনত্ৰিংশ অধ্যাযত শৰৎকালত ফুলি উঠা মল্লিকাফুলেৰে সুশোভিতা ৰাতি পূৰ্বপ্ৰতিজ্ঞা অনুসৰি গোপীসকলৰ লগত ক্ৰীড়া কৰাৰ ইচ্ছাৰে কৃষ্ণই অপূৰ্বসুৰেৰে বাংশী বাদন কৰে। কৃষ্ণৰ সুমধুৰ বংশীৰ ধ্বনিত মোহিত হৈ গোপীসকলে স্বামী, পুত্ৰ, গৃহ এৰি কৃষ্ণৰ ওচৰত উপস্থিত হ'ল। কৃষ্ণই ব্ৰজবধূসকলৰ ভক্তিৰ গভীৰতা জুখিবলৈ কুলবধুৰ কৰ্তব্য সোঁৱৰাই দি তেওঁলোকক নিজ গৃহলৈ ঘূৰি যাবলৈ নিৰ্দেশ দিলে। কিন্তু গোপীসকলৰ প্ৰেম-ভক্তিত বিমোহিত হৈ কৃষ্ণই তেওঁলোকৰ লগত যোগমায়াক আশ্ৰয় কৰি নৃত্যগীতেৰে ক্ৰীড়া আৰম্ভ কৰলে। ত্ৰিংশ অধ্যায়ত গোপীসকলৰ অহঙ্কাৰ নাইকিয়া কৰাৰ প্ৰয়াসেৰে এগৰাকী বিশেষ আৰাধিকা গোপীক লগত লৈ কৃষ্ণ অন্তৰ্দ্ধান হ'ল। বিৰহদগ্ধা গোপীসকলে বৃন্দাবনৰ বিভিন্ন স্থানত কৃষ্ণক অন্বেষণ কৰি ব্যৰ্থ হৈ নিজৰ মাজতে কৃষ্ণলীলা ভাবনা কৰিবলৈ ধৰিলে। একত্ৰিংশ অধ্যায়ত কৃষ্ণৰ প্ৰত্যাবৰ্তনৰ বাবে আত্মবিস্মৃতা গোপীসকলে মুকুন্দক স্তুতি কৰাৰ বৰ্ণনা পোৱা যায়। দ্বাত্ৰিংশ অধ্যায়ত কৃষ্ণৰ আবিৰ্ভাৱ আৰু গোপীসকলক সান্ত্বনা দিয়াৰ বৰ্ণনা সন্নিবিষ্ট হৈ আছে। ত্ৰয়ত্ৰিংশ অধ্যায়ত কৃষ্ণ আৰু গোপীসকলৰ মহাৰাসৰ বৰ্ণনা কৰা হৈছে।

মহাপুৰুষ শঙ্কৰদেৱৰ 'কেলিগোপাল' নাট ভাগৱত পুৰাণৰ অন্তৰ্গত ৰাস পঞ্চাধ্যায়ৰ বিষয়বস্তুৰ সংক্ষিপ্ত নাট্যৰূপ। অৱশ্যে ৰাসপঞ্চাধ্যায়ৰ বিষয়বস্তুৰে সামৰি নোলোৱা শঙ্খচূড় যক্ষৰ উপকাহিনী ভাগে 'কেলিগোপাল' নাটত স্থান পাইছে। ৰাসক্ৰীড়াৰ লগত শঙ্খচূড় বধৰ অঙ্গাঙ্গী-সম্পৰ্ক নাথাকিলেও হৰিভক্তি প্ৰদৰ্শনৰ অৰ্থে 'কেলিগোপাল' নাটত এই উপকাহিনী-ভাগ সংযোগ কৰা হৈছে। এই কাহিনীভাগে 'কেলিগোপাল' নাটৰ কাহিনীভাগৰ বৈচিত্ৰ্য বঢ়াইছে।

'কেলিগোপাল' নাটত সংস্কৃত পণ্ডিত জয়দেৱৰ 'গীতগোবিন্দ' কাব্যৰ প্ৰভাৱৰো নিদৰ্শন

পোৱা যায়। এই নাটৰ শেষৰ ফালে উপস্থাপন কৰা বিষ্ণুৰ দশাৱতাৰৰ বৰ্ণনাত সন্নিবিষ্ট 'মীনৰূপে প্ৰলয পয়সি সত্যব্ৰত যো তাৰিলে" এই ভটিমাটিৰ লগত জয়দেৱৰ প্ৰথম অষ্টপদী 'প্ৰলয়পয়োধিজলে ধৃতবানসি বেদম'ৰ সাদৃশ্য স্পষ্ট। (কৃষ্ণচৰণ গোস্বামী বিদ্যাভূষণ সম্পা শ্ৰীশ্ৰীগীতগোবিন্দম, ১/৫)

ভাগৱত পুৰাণৰ শ্লোকৰ প্ৰতিধ্বনিও কেলিগোপাল নাটৰ দুই এটা শ্লোকত দেখা যায়। 'কেলিগোপাল' নাটত শঙ্কৰদেৱে ৰাসক্ৰীড়াৰ যোগেদি পৰিৱেশন কৰা শৃঙ্গাৰ ৰসৰ কথা এনেদৰে কৈছে ঃ

যিটো ভকতৰ/আছয় শৃঙ্গাৰ/ৰসত সততে ৰতি।
ইহাৰ শ্ৰৱণ/কীৰ্ত্তনে হুইবেক/তাহাৰো নিৰ্মল মতি।।

— ভাগৱত, পদ ১৫৪১

মহাপুৰুষীয়া ধৰ্মৰ মূল আদৰ্শ, অৰ্থাৎ ভক্ত প্ৰীতিকেই 'কেলিগোপাল' নাটৰ মাধ্যমেৰে দেখুওৱা হৈছে।

'কেলিগোপাল' নাট সঙ্গীত প্ৰধান হোৱা বাবে কাহিনী, চৰিত্ৰ সংলাপ আদিৰ ক্ষেত্ৰত 'পাৰিজাত-হৰণ' বা 'ৰামবিজয়'ৰ দৰে নাট্যকাৰে বিশেষত্ব প্ৰদৰ্শন কৰিব পৰা নাই। 'কেলিগোপাল' নাটৰ চৰিত্ৰ সৃষ্টিৰ ওপৰতো সিমান গুৰুত্ব দিয়া নাই। কৃষ্ণৰ মানৱীয় দিশৰ ওপৰত নাট্যকাৰে মুঠেই গুৰুত্ব আৰোপ কৰা নাই। নাট্যকাৰৰ দৃষ্টিত কৃষ্ণ পৰম ব্ৰহ্মৰ স্বৰূপ। তেনেদৰে ব্ৰজাঙ্গনা সকলেও কৃষ্ণক সাধাৰণ নায়ক হিচাপে লক্ষ্য কৰা নাই, পৰমেশ্বৰ পৰম পুৰুষৰূপেহে লক্ষ্য কৰিছে। নাট্যকাৰে কৃষ্ণক, যোগেশ্বৰ, ত্ৰিগুণাতীত, সৎ-চিৎ-আনন্দময় পৰমেশ্বৰ ৰূপেহে অঙ্কিত কৰিছে। কৃষ্ণৰ ঐশ্বৰিক লীলামালা, ঐশ্বৰ্যবিভূতিক পৌৰুষ প্ৰকাশৰ মাধ্যম স্বৰূপেহে পৰিবেশ ৰচনা কৰা হৈছে।

অঙ্কীয়া নাটৰ মুখ্য উদ্দেশ্য আছিল ভক্তিধৰ্ম প্ৰচাৰ। এই নাটৰ অভিনেয় বস্তু ঘটনা বা চৰিত্ৰ নহয়, নৃত্য আৰু গীতহে। সেইবাবে ই কাহিনী বা ঘটনা প্ৰধান নহৈ সঙ্গীত প্ৰধানৰূপেহে ৰচিত হৈছে। 'কেলিগোপাল' নাটৰ কথাবস্তুৰ প্ৰকৃতি কাব্যধৰ্মিতাৰ অনুকূল। ইয়াত শৰৎকালৰ পূৰ্ণচন্দ্ৰ, পুলকিত জ্যোৎস্না, কুসুমিত বৃন্দাবন, যমুনাৰ ধীৰ গতি, অমৃতমধুৰ সুৰৰ বাংশী ইত্যাদি নান্দনিক জগতৰ বস্তু। গতিকে ইয়াৰ বাঙ্ময়ৰূপো কাব্যধৰ্মী হোৱাই স্বাভাৱিক। নাটৰ কথা বস্তুৰ প্ৰকৃতি সুৰক্ষা কৰি ৰূপায়ণ কৰা হেতুকে সৰ্বাধিক গীতৰ সমাৱেশ হৈছে। অঙ্কীয়া নাটত গীতৰ প্ৰাধান্য অস্বীকাৰ কৰিব নোৱাৰি সঁচা, কিন্তু এই প্ৰসঙ্গত 'কেলিগোপাল' সৰ্বাগ্ৰণী। ইয়াত ভটিমা-পয়াৰৰ সৈতে মুঠ একুৰি যোল্লটা (৩৬) গীত আছে।

মহাপুৰুষ শঙ্কৰদেৱে 'কেলিগোপাল' নাটত মাধুৰ্যগুণবিশিষ্ট শব্দচয়ন কৰি ইয়াৰ সাঙ্গীতিক সৌন্দৰ্য অক্ষুন্ন ৰাখিছে। ইয়াৰোপৰি শব্দালঙ্কাৰ আৰু অৰ্থালঙ্কাৰৰ প্ৰয়োগে 'কেলিগোপাল' নাটৰ ৰস-ঘন পৰিৱেশ ৰচনা কৰিবলৈ সক্ষম হৈছে।

**ৰুক্মিণীহৰণ নাট :**

'ৰুক্মিণীহৰণ নাট' মহাপুৰুষ শঙ্কৰদেৱৰ পঞ্চম নাট। 'ৰামবিজয় নাট ৰচনা কৰাৰ পূৰ্বেই এই নাটখনি ৰচনা কৰা হৈছিল। অৱশ্যে ইয়াৰ আগতে মহাপুৰুষ জনাই ৰুক্মিণীহৰণ কাব্য ৰচনা কৰিছিল। কিন্তু ৰুক্মিণীহৰণ কাব্যৰ কাহিনী ভাগৰ ৰমণীয়তা আৰু ভাগৱতৰ ভক্ত-প্ৰীতিৰ গভীৰতা — উভয়ৰ প্ৰতি বিশেষভাৱে আকৃষ্যমান মহাপুৰুষ শঙ্কৰদেৱে কাহিনীভাগৰ শ্ৰব্যৰূপতে সন্তুষ্ট নহৈ দৃশ্য-শ্ৰব্য উভয় ৰূপ প্ৰদান কৰাৰ প্ৰয়াসেৰে উক্ত কাহিনীভাগক নাট্যৰূপ প্ৰদান কৰে আৰু তাৰেই ফলশ্ৰুতিৰূপে ৰুক্মিণীহৰণ নাটৰ জন্ম হয়। ৰুক্মিণীহৰণ কাব্য আৰু নাটৰ বিষয়বস্তুৰ মাজত সাদৃশ্য আছে, প্ৰকৃতাৰ্থত এই নাটখনি ৰুক্মিণীহৰণ কাব্যৰ সংক্ষিপ্ত নাট্যৰূপহে।

মহাপুৰুষ শঙ্কৰদেৱে ৰামৰায়ৰ অনুৰোধ ৰক্ষা কৰি ৰুক্মিণীহৰণ নাটখনি ৰচনা আৰু মঞ্চস্থ কৰিছিল। গুৰুজনাই নিজেই কৈছে :

> শ্ৰীৰামৰায়া ভকতি সুজান।
> কৰাৱত কৃষ্ণ নাট নিৰমাণ। — ৰুক্মিণীহৰণ নাট, পৃ ১০৪৫

> 'কথা-গুৰুচৰিত'ৰ মতে শঙ্কৰদেৱ পাটবাউসীত থাকোতে 'ভাগৱত' আৰু হৰিবংশৰ মিশ্ৰণত 'ৰুক্মিণীহৰণ' নাট ৰচনা কৰে।
> — উপেন্দ্ৰ চন্দ্ৰ লেখাৰু, সম্পা কথা-গুৰুচৰিত, পৃ ২০৮

'ৰুক্মিণীহৰণ' নাটৰ কাহিনীভাগ ভাগৱত পুৰাণৰপৰা গ্ৰহণ কৰি একাধিক পৰিস্থিতিৰ ক্ষেত্ৰত 'হৰিবংশ'ৰ সমল সংমিশ্ৰণ কৰি চৰিত্ৰ চিত্ৰণ আৰু স্বকীয় সৃষ্টিৰে কবিয়ে নব্যৰূপত এই নাটকখন ৰচনা কৰিছে। বিষ্ণুপুৰাণতো ৰুক্মিণী স্বয়ম্বৰৰ বৰ্ণনা পোৱা যায়। ভাগৱত পুৰাণত 'ৰুক্মিণীহৰণ' কাহিনীৰ লগত উদ্ধৱ জড়িত নহয়। কিন্তু শঙ্কৰদেৱে উদ্ধৱৰ সৈতে শ্ৰীকৃষ্ণক ৰঙ্গালয়ত প্ৰৱেশ কৰাইছে —

> "আহে সভাসদ লোকঃ হামু যাকৰ কথা কহৈছি সোহি
> শ্ৰীকৃষ্ণ উদ্ধৱ সহিতে আৱত, এ আৱত।' — ৰুক্মিণীহৰণ নাট, পৃ ১০২২

ভাগৱতপুৰাণৰ মতে ৰজা ভীষ্মকৰ পাঁচজন পুত্ৰ আৰু এগৰাকী কন্যা। ইয়াৰ বিপৰীতে হৰিবংশ আৰু বিষ্ণুপুৰাণৰ মতে বিদৰ্ভাধিপতিৰ একজন পুত্ৰ আৰু এগৰাকী কন্যা। মহাপুৰুষ শঙ্কৰদেৱে কিন্তু ভাগৱতৰ মতানুসৰণ কৰি বিদৰ্ভাধিপতিৰ পঞ্চপুত্ৰৰ উল্লেখ কৰা নাই, মাত্ৰ ৰুক্মী চৰিত্ৰৰ উল্লেখহে কৰিছে। এই প্ৰসঙ্গত নাট্যকাৰে হৰিবংশৰ ওপৰত নিৰ্ভৰ কৰিছে। ভাগৱত পুৰাণৰ মতে গৃহাগতলোকৰ জৰিয়তে শ্ৰীকৃষ্ণ আৰু ৰুক্মিণীৰ পৰস্পৰে পৰস্পৰৰ ৰূপ গুণৰ বিষয়ে শুনি উভয়ে উভয়ৰ প্ৰতি আকৃষ্ট হৈছিল। শঙ্কৰদেৱে ভাগৱতপুৰাণত

উল্লেখ থকা গৃহাগত দুজনৰ নাম ৰাখিছে ক্ৰমে সুৰভি ভাট আৰু হৰিদাস ভাট। সুৰভি ভাট কুণ্ডিলৰপৰা দ্বাৰকালৈ গৈ ৰাজপুত্ৰিকা ৰুক্মিণীৰ ৰূপ-যৌৱন, গুণ আদি বৰ্ণনা কৰিছে স্বয়ং কৃষ্ণৰ সম্মুখত, যাৰ বাবে কৃষ্ণৰ অন্তৰত ৰুক্মিণীৰ প্ৰতি সৃষ্টি হৈছে পূৰ্বৰাগৰ। তেনেদৰে হৰিদাসৰ দ্বাৰা ৰুক্মিণীৰ অন্তৰতো কৃষ্ণৰ প্ৰতি পূৰ্বৰাগৰ উদয় কৰোৱা হৈছে। মূল ভাগৱতততকৈ 'ৰুক্মিণীহৰণ' নাটত পূৰ্বৰাগৰ চিত্ৰ কাব্যিক অথচ স্বাভাৱিক আৰু আনহাতে নাটকীয়।

ভাগৱতপুৰাণ অথবা হৰিবংশ নাইবা বিষ্ণুপুৰাণত কৃষ্ণ-ৰুক্মিণীৰ মিলন পথত প্ৰধান অন্তৰায়ৰ ভূমিকা গ্ৰহণ কৰিছিল, ৰুক্মিণীৰ জ্যেষ্ঠভ্ৰাতা ৰুক্মীযে, কাৰণ তেওঁ চেদিৰাজ্যৰ অধিপতি শিশুপাললৈহে ৰুক্মিণীক বিযা দিবলৈ স্থিৰ কৰিছিল। শঙ্কৰদেৱে অসমৰ লোক সমাজত সদায় দেখা দিয়া বৰ পো (বৰ পুত্ৰ)ৰ মযমতালিৰ লগত সম্পৰ্ক ৰাখি ৰুক্মীৰ চৰিত্ৰ আৰু তেওঁৰ কাৰ্যাৱলী বৰ্ণনা কৰিছে। ভাগৱত-পুৰাণৰ মতে চেদিৰাজৰ লগত ৰুক্মিণীক বিযা দিবলৈ ৰুক্মীয়ে একপক্ষীয সিদ্ধান্ত লোৱাৰ বাতৰি ভীষ্মক-নন্দিনীযে নিজেই পাইছে, কিন্তু 'ৰুক্মিণীহৰণ নাট'ত বিবাহ ভঙ্গৰ বাতৰি ৰুক্মিণীক দিছে মদন মঞ্জৰীয়ে। সখী মদনমঞ্জৰী, লীলাৱতী আদিয়ে ৰুক্মিণীক সান্ত্বনা দিয়া, ৰুক্মিণীয়ে জ্যেষ্ঠভাতৃ ৰুক্মীক গালি পৰা, ৰুক্মিণীৰ বিলাপ, লীলাৱতীক ব্ৰাহ্মণৰ ওচৰলৈ প্ৰেৰণ কৰা আদি শঙ্কৰদেৱৰ নিজা উদ্ভাৱন। যুদ্ধাদিৰ চিত্ৰ ৰূপায়ণৰ প্ৰসঙ্গত শঙ্কৰদেৱৰ মৌলিকতাৰ পৰিচয় পোৱা যায়। কৃষ্ণ-ৰুক্মিণীৰ বিয়াৰ ক্ষেত্ৰতো নাট্যকাৰে নব্য-সৃষ্টিৰ নিদৰ্শন নেদেখুৱাকৈ থকা নাই। নাটৰ শেষত পৰিৱেশন কৰা নায়ক-নায়িকাৰ সম্ভোগৰ বৰ্ণনা শঙ্কৰদেৱৰ স্বকীয় সৃষ্টি। মহাপুৰুষ শঙ্কৰদেৱে ভাগৱতপুৰাণৰ পৰা নাটৰ কাহিনীভাগ গ্ৰহণ কৰি কাহিনীভাগৰ ৰূপ অব্যাহত ৰাখি তাৰ মাজত স্বকীয় মৌলিকতাৰ আভাস দিবলৈ সক্ষম হৈছে। ৰুক্মিণীহৰণ নাটৰ কাহিনীভাগৰ বাহিৰেও ইয়াৰ ভাষা আৰু প্ৰকাশভঙ্গীৰ ওপৰতো ভাগৱতৰ প্ৰভাৱ সুস্পষ্ট। নাটকত ভক্ত ভগৱন্তৰ মধুৰ সম্পৰ্ক ৰুক্মিণীহৰণ নাটত প্ৰদৰ্শন কৰা হৈছে। তৃতীয়তে হৰিভক্তিৰ শ্ৰেষ্ঠত্ব প্ৰতিপন্ন কৰাও এই নাটকৰ অন্যতম লক্ষ্য। ৰুক্মিণীহৰণ নাটত অসমীয়া তথা ভাৰতীয় সমাজৰ ছবি ফুটি উঠিছে।

'ৰুক্মিণীহৰণ' নাটত আপাততঃ বীৰ ৰস সৃষ্টি হোৱা যেন লাগিলেও সূক্ষ্মভাৱে চালে ইয়াক বীৰ ৰস বুলি ক'ব নোৱাৰি। কাৰণ ঈশ্বৰৰ বীৰত্বপূৰ্ণ কাৰ্যাৱলী স্বৰূপাৰ্থত অলৌকিক লীলাৰ বাহিৰে আন একো নহয়। 'ভাগৱতপুৰাণ'তেই স্বয়ং ৰুক্মিণীয়ে কৃষ্ণক অনন্তশক্তিধৰ পৰম ঈশ্বৰৰূপে লক্ষ্য কৰিছে। ৰুক্মিণী-হৰণ নাটতো ৰুক্মিণীয়ে শ্ৰীকৃষ্ণক পৰম পুৰুষ দেৱাদিদেৱ ৰূপেহে অৱলোকন কৰিছে।

উক্ত আলোচনা সমূহৰপৰা দেখা যায় যে মহাপুৰুষ শঙ্কৰদেৱে অঙ্কীয়া নাটৰ মাধ্যমেৰে ভক্তিধৰ্মৰ প্ৰচাৰৰ লগতে সমাজৰ বাস্তৱ চিত্ৰসমূহ ফুটাই তুলিবলৈ সক্ষম হৈছে। ❑

# ‘শ্ৰীৰামবিজয়’ নাটকৰ সীতা আৰু ‘উত্তৰৰামচৰিত’ নাটকৰ সীতাৰ তুলনামূলক অধ্যয়ন

মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰদেৱৰ বিৰচিত অঙ্কীয়া নাটসমূহত সৃষ্টিকামী নাৰী চৰিত্ৰৰ বিচিত্ৰ চিত্ৰণ আকৰ্ষণীয়। গুৰুজনাই সৃজনী প্ৰতিভাৰদ্বাৰা নাটসমূহৰ নাৰী চৰিত্ৰক সেইসময়ৰ সমাজৰ লগত খাপ খুৱাবলৈ যত্ন কৰা দেখা যায়। আকৰ্ষণীয় গুণৰ অধিকাৰী স্ত্ৰীসকল মাতৃ, পত্নী, প্ৰেমিকা আৰু একে সময়তে ভগবানৰ ভক্তা। এই প্ৰবন্ধত গুৰুজনাৰ বিৰচিত ‘শ্ৰীৰামবিজয’ নাটৰ সীতাৰ চৰিত্ৰৰ লগত প্ৰসিদ্ধ সংস্কৃত নাট্যকাৰ ভৱভূতিৰ ‘উত্তৰৰামচৰিত’ত চিত্ৰিত সীতাৰ চৰিত্ৰৰ তুলনামূলক (চমু) আলোচনা কৰিবলৈ লোৱা হৈছে।

শঙ্কৰদেৱে শ্ৰীৰামবিজয় নাটকখনৰ কাহিনীভাগ আদিকবি বাল্মীকিৰ বিৰচিত মহাকাব্য ৰামাযণ আৰু অগ্নিপুৰাণৰ পঞ্চম অধ্যায়ৰপৰা গ্ৰহণ কৰিছে যদিও কাহিনীভাগত কিছু পৰিবৰ্তন ঘটাইছে। নাটকৰ কাহিনীভাগত দেখা যায় যে এদিন ঋষি বিশ্বামিত্ৰ আযোধ্যালৈ আহি ৰজা দশৰথৰ অনুমতি লৈ ৰাম আৰু লক্ষ্মণক সিদ্ধাশ্ৰমলৈ লৈ যায়। কাৰণ, ৰাক্ষসবিলাকে তপস্বীসকলৰ যজ্ঞকাৰ্যত বিঘিনি ঘটাইছে। তেওঁলোকে তাড়কা, মাৰীচ, সুবাহু প্ৰভৃতি ৰাক্ষসক বধ কৰি তপস্বীসকলৰ যজ্ঞ ৰক্ষা কৰে। তাৰ পিছত ঋষি বিশ্বামিত্ৰই দুয়ো ৰাজকুমাৰক মিথিলাৰ জনক ৰজাৰ ৰাজ্যত উপস্থিত কৰায়। মিথিলাৰ ৰজা জনকে সীতাৰ স্বয়ম্বৰ পাতিছিল। স্বয়ম্বৰত পণ কৰিছিল যে যিজনে ‘অজগব’ নামৰ শিৱৰ ধনুখন ভাঙিব পাৰিব তেওঁলৈকে সীতাক বিয়া দিয়া হ’ব। ৰামে হৰধনু ভঙ্গ কৰে আৰু সীতাই ৰামৰ ডিঙিত মাল্য প্ৰদান কৰে। ঋষিসকলে বিধি অনুসাৰে তেওঁলোকৰ বিবাহ কাৰ্য সম্পাদন কৰে। তাৰ পিছত ৰাম, সীতা, লক্ষ্মণ আৰু ৰজা দশৰথ অযোধ্যালৈ গমন কৰে। বাটতে পৰশুৰামে ৰামক বাধা দিয়ে আৰু যুদ্ধত ৰামে পৰশুৰামক পৰাস্ত কৰে। যুদ্ধত হাৰি পৰশুৰামে ৰামৰ ওচৰত প্ৰণিপাত কৰে। তাৰ পিছত ৰাম-লক্ষ্মণ সীতাৰে সৈতে অযোধ্যাত প্ৰৱেশ কৰে। মাতৃ কৌশল্যাই আনস্ত্ৰীসকলৰ সৈতে মাঙ্গলিক কাৰ্যৰ দ্বাৰা ৰাম আৰু সীতাক গৃহত প্ৰৱেশ কৰোৱায়। ইয়াতেই মহাপুৰুষজনাই নাটকৰ সমাপ্তি ঘটাইছে।

নাটকৰ স্ত্ৰী পাত্ৰসমূহৰ ভিতৰত সীতা হৈছে নাটকৰ নায়িকা। ‘সাহিত্যদৰ্পণ’ৰ নিয়ম অনুসৰি সীতা এগৰাকী স্বীয়া নায়িকা। স্বীয়া নায়িকাৰ লক্ষণ হৈছে — “বিনয়, সৰলতা আদি গুণেৰে বিভূষিতা, গৃহ কৰ্মনিপুণা আৰু পতিব্ৰতা স্ত্ৰীয়েই স্বীয়া।”

"বিনযাৰ্জবাদিযুক্তা গৃহকৰ্মপৰা পতিব্ৰতা স্বীযা।" (সাহিত্যদৰ্পণ ৩/৫৬)

অঙ্কীযা নাটত ৰূপাযিত নাৰী চৰিত্ৰবোৰ সাধাৰণতে অতি নম্ৰ, শান্ত, কৰ্তব্যপৰাযণা আৰু কৃষ্ণ বা ৰামৰ প্ৰতি গভীৰভাৱে অনুৰক্তা। এই নাৰীসকলৰ চৰিত্ৰত মাতৃ, প্ৰেমিকা আৰু পত্নীৰূপৰ আদৰ্শ বিৰাজমান। তদুপৰি ধৰ্মীয বাতাৱৰণেৰে সৃষ্ট অঙ্কীযা নাটবোৰত ৰূপায়িত নাৰী চৰিত্ৰবোৰ প্ৰচলিত আদৰ্শৰ ধাৰণাৰে সৃষ্টি কৰা হৈছিল।

'শ্ৰীৰামবিজয' নাটত সীতাৰ সহজ-সৰল স্বভাৱ প্ৰকাশ পাইছে। সীতাৰ ৰামৰ প্ৰতি থকা গভীৰ প্ৰেম আৰু তেওঁক লাভ নকৰালৈকে সীতাৰ মানসিক উৎকণ্ঠা ভয, শঙ্কা এই সকলো বিলাকৰে সুন্দৰ সমাহাৰ ঘটিছে। ৰুক্মিণীৰ দৰে সীতাৰো ৰামৰ প্ৰতি থকা প্ৰেম দৰ্শকৰ দৃষ্টিগোচৰ হৈছে। পৰজনমত ৰামক স্বামীৰূপে পাব বুলি সীতাই অতীত জীৱনক সুঁৱৰি চাইছে। ইযাৰ লগত সঙ্গতি ৰাখি নাটকখনত এটি দৈৱবাণীৰ কথা সীতাৰ মুখত দিয়া হৈছে — "জনক নন্দিনী সীতা জাতিস্মৰ কন্যা, পূৰ্ব জন্মক কথা চিন্তে পৰল।" (শ্ৰীৰামবিজয— পৃঃ ১১০৩)

সীতাই সখীসকলক কয় যে পূৰ্বজনমত তেওঁ নাৰায়ণক স্বামীৰূপে পাবলৈ ইচ্ছা কৰিছিল, তাৰবাবে শৰীৰক কষ্ট দিও তপস্যা কৰিছিল। তেতিযা আকাশবাণীৰূপে সীতাক জনোৱা হয যে এই জন্মত তেওঁক স্বামী ৰূপে নাপাব। পৰজনমত শ্ৰীৰামৰূপত তেওঁক স্বামী ৰূপে পাব।

পৰম অভাগিনীক কি পুচহ। হামু পূৰব জনম, ঈশ্বৰ নাৰায়ণক স্বামী ইচ্ছা কয়। অনেক জনম কায়ক্লেশ কৰি এ বহুত বৰিষ তপস্যা কয়লো, তদতন্তৰ আকাশবাণী শুণল, আহে কণয়া, তোহোঁ ওহি জনমে স্বামীক ভেট নাহি পাৱৰ। আৱৰ জনম শ্ৰীৰামৰূপে, তোহাক বিবাহ কৰাৱব।" (শ্ৰীৰামবিজয় — পৃঃ ১১০৩)

সীতা ৰামৰ দৈহিক সৌন্দৰ্যৰ পূজাৰী নহয়। সীতা ৰামৰ আধ্যাত্মিক আৰু ধীৰোদাত্ত নায়কৰ গুণেৰে বিভূষিত হোৱাৰ বাবে আকৰ্ষিত। আকাশবাণী শুনাৰ পিছত সীতা স্থিৰ হৈ পৰিল। সীতাৰ চৰিত্ৰত যৌৱনৰ চঞ্চলতা প্ৰকাশ হোৱা নাই। শ্ৰীৰামচন্দ্ৰ পৰম ঈশ্বৰ, হৰিৰ অৱতাৰ, তেনে ৰামক সীতাই পিছৰ জন্মত লাভ কৰিব পাৰিব। সীতা স্বয়ম্বৰৰ পণ আছিল যিয়ে জনক ৰজাৰ গৃহত থকা হৰধনু ভাঙিব পাৰিব তেওঁলৈকে সীতাক বিযা দিয়া হ'ব (শ্ৰীৰামবিজয — পৃঃ ১১০৬)। ৰামে যেতিয়া ধনু ভাঙিবলৈ আগবাঢ়ি আহি ধনুধাৰণ কৰিলে তেতিয়া সীতাৰ মন শঙ্কিত হৈ পৰিছিল। কিয়নো ৰাম বয়সত নবীন। ব্ৰজাধিক কঠিন 'অজগৱ' নামৰ মহেশৰ ধনুত জানো গুণ দিব পাৰিব? আনকি সীতাই মাতা বসুমতী, কূৰ্মৰাজ আৰু শেষ নাগক পৃথিৱীখন ধৰি ৰাখিবলৈ অনুৰোধ কৰিলে। যদি ৰামে ধনুত গুণ দিব পাৰে তেতিয়া তেওঁৰ গতি লাভ হ'ব — অৰ্থাৎ, ৰামক স্বামীৰূপে পাব। "হা হা হামাৰ স্বামী পৰম সুকুমাৰ/নবীন বয়স/বজ্ৰাধিক কঠিন

মহেশক ধনু/ইহাত গুণ দিতে স্বামী জানো নাহি পাৰয়। মাতা বসুমতি, হে ঈশ্বৰ কূৰ্মৰাজ, তুহো অনন্তক পৃথিবীক সম্বন্ধে ধৰব। তোৰাসবক প্ৰসাদে • তব হামু অগতিৰ গতি হয়"। (শ্ৰীৰামবিজয়, পৃঃ ১১১২)। কিন্তু যেতিয়া ৰামে হৰধনুত গুণ লগাই ধনু ভাঙি পেলালে সীতাই আগবাঢ়ি আহি তেওঁৰ চিৰ আকাংক্ষিত স্বামীৰ ডিঙিত মাল্যদান কৰিলে।

সীতাই ৰামক স্বামীৰূপে বৰণ কৰাত স্বয়ম্বৰত উপস্থিত ৰজাসকলে শোক আৰু কোপত ধনুলৈ যেতিয়া ৰামৰ লগত যুদ্ধ কৰিবলৈ আহিল তেতিয়া সীতাই এগৰাকী সাধাৰণ নাৰীৰ দৰে বিলাপ কৰিবলৈ ধৰিলে। এনে ভাব হয় যেন সীতাই ৰামৰ ঐশ্বৰিক শক্তিৰ বিষয়ে একোকেই নাজানে। সীতাই ভয়ত কৈছে "হা হা বিধি, হামাৰ কি কপাল মিলল! স্বামী পৰম সুকুমাৰ, নবীন বয়স, সঙ্গে সোদৰ মাত্ৰ সহায়, ওহি পৰয়, নিকৰুণ দাৰুণ ৰাজাসবক কৈছে যুদ্ধ জিনব' (শ্ৰীৰামবিজয়— পৃঃ ১১১৩)।

বৈষ্ণৱ ধৰ্মৰ আদৰ্শ অনুযায়ী গুৰুজনাই সীতাৰ চৰিত্ৰত বিৰহৰ দুখ দেখুৱা নাই। শৃঙ্গাৰ ৰস প্ৰধান ৰস নহ'লেও বীৰৰসৰ মাজেদি শৃঙ্গাৰৰ পৰিপূৰ্ণতা দেখুৱাইছে। হৰধনু ভঙ্গ কৰি ৰামে বিজয়প্ৰাপ্ত হৈ সীতাৰ সৈতে মিলনত নাটকৰ সমাপ্ত ঘটাইছে।

আনহাতে, সংস্কৃত নাট্যকাৰ ভৱভূতিয়ে 'উত্তৰৰামচৰিত' নাটকখন ৰামচন্দ্ৰৰ ৰাজ্যাভিষেকৰ পিছৰ জীৱনৰ চিত্ৰ সংক্ষেপে উপস্থাপন কৰিছে। কৰুণ ৰসক প্ৰধান ৰস ৰূপে লৈ নাটকখন সাতটা অংকত ৰচনা কৰিছে। ভৱভূতিয়ে 'উত্তৰৰামচৰিত'ৰ বিষয়বস্তু বিভিন্ন গ্ৰন্থ যেনে — ৰামায়ণ, মহাভাৰত, কোনো কোনো পুৰাণ, দশৰথ জাতক আৰু জৈন ৰচনাৰপৰা সংগ্ৰহ কৰিলেও প্ৰধানতঃ বাল্মীকিৰ ৰামায়ণকেই অৱলম্বন কৰিছে। নাটকৰ মূলবস্তু ৰামায়ণৰপৰা সংগ্ৰহ কৰিলেও তেওঁ তাত কিছু পৰিবৰ্তন কৰি নতুনত্ব সংযোজন কৰি নাট্যকাৰে তেওঁৰ সৃষ্টিক স্বাতন্ত্ৰ্য আৰু অভিনৱত্ব দান কৰিছে।

নাটকৰ কাহিনীভাগত দেখা যায় যে ৰামৰ ৰাজ্যাভিষেক সমাপ্ত হৈছে, তেওঁ নিশ্চিত মনেৰে ৰাজ্য শাসন কৰিছে। বিদেহ (মিথিলা) ৰজা জনক আৰু আনৰজা সকলো নিজ ৰাজ্যলৈ গমন কৰিলে। কিছুদিনৰ পিছত সুগ্ৰীৱ প্ৰভৃতি বান্দৰবৃন্দ আৰু বিভীষণ প্ৰভৃতি ৰাক্ষসবৃন্দও নিজৰাজ্যলৈ উভতি গ'ল। কিছুদিনৰ পিছত ক্ৰমে সীতাৰ গৰ্ভলক্ষণ দেখা দিছে। ৰামে সীতাৰ অভিলাষৰ কথা সোধাত সীতাই পুনৰায় তপোবন দৰ্শনৰ অভিপ্ৰায় প্ৰকাশ কৰে। ৰামচন্দ্ৰই তেওঁৰ অভিপ্ৰায় পূৰণৰ প্ৰতিশ্ৰুতি দিলে। সেইসময়তে ৰামচন্দ্ৰৰ দুৰ্মুখ নামৰ এজন দূতে আহি ৰামক জনায় যে ৰাৱণৰ দ্বাৰা অপহৃতা আৰু দীৰ্ঘকাল ধৰি ৰাৱণৰ ঘৰত বাস কৰা সীতাদেৱীক গ্ৰহণ কৰাৰ কাৰণে প্ৰজাসকলে ৰামক সমালোচনা কৰিছে। এই অপ্ৰিয় সংবাদ শুনি দুঃখিত হৈ ৰামচন্দ্ৰই সীতা বিসৰ্জনৰ সিদ্ধান্ত লয়। সীতা বিসৰ্জনৰ সিদ্ধান্তত ৰামচন্দ্ৰৰ মানসিক দ্বন্দ্ব ফুটি উঠিছে — একফালে

ৰাজধৰ্ম আৰু আনফালে ব্যক্তিধৰ্ম। লক্ষ্মণে সীতাক চিত্ৰ দৰ্শন কৰোৱায আৰু ৰথত উঠাই সীতাক বাল্মীকি মুনিৰ আশ্ৰমৰ ওচৰত এৰি থৈ আহে। মুনি কুমাৰসকলে শোকবিহুলা ভূতলস্থিতা সীতাক দেখি বাল্মীকিক জনালে। বাল্মীকি সীতাৰ ওচৰত উপস্থিত হৈ শান্তনা দি নিজ আশ্ৰমলৈ যায। বাল্মীকিৰ আশ্ৰমতে লৱ-কুশৰ জন্ম হয়।

আদিকবি বাল্মীকিয়ে ভাৰতীয় প্ৰেমৰ জীৱন্ত প্ৰতিমূৰ্তি হিচাপে নিৰ্মাণ কৰিছে তেওঁৰ মানসকন্যা সীতাক। ভৱভূতিৰ 'উত্তৰৰামচৰিত' নাটকত সীতাৰ সেই প্ৰেমময় মূৰ্তিক দেখা যায়। সীতাৰ প্ৰেমৰ পৰম আৰু চৰম অভিব্যক্তি তেওঁৰ স্বামী ৰামক অৱলম্বন কৰি। ৰামৰ দৰে সীতাৰ প্ৰেমো প্ৰগাঢ আৰু তুলনাবিহীন। এই প্ৰেমৰ চৰিতাৰ্থতা ত্যাগত। প্ৰিয়তমৰ বাবে সীতাই সকলো বিসৰ্জন দিবলৈ প্ৰস্তুত। সীতাৰ অস্তিত্ব যেন ৰামত বিলীন। সেইকাৰণে প্ৰজাৰঞ্জনৰ বাবে যেতিয়া সীতাক পৰিত্যাগ কৰিছে (বুলি জানিও) সেয়ে তেওঁ অলপো ব্যথিত হোৱা নাই। বৰঞ্চ স্বামীৰ বাবে গৌৰৱ অনুভৱ কৰিছে আৰু কৈছে — "সেই কাৰণেই আৰ্যপুত্ৰ ৰঘুবংশীযসকলৰ ভিতৰত শ্ৰেষ্ঠ।' ইয়াত সীতাৰ নিৰবদ্য আৰু ঐকান্তিক প্ৰেম প্ৰকাশ হৈছে। সীতাৰ প্ৰেম বিশাল আৰু উদাৰ। নাটকৰ তৃতীয় অঙ্কত দেখা যায় যে সীতাৰ প্ৰেম কেৱল মানৱ জগততে সীমিত নহয়, বনৰ পশু-পক্ষী আৰু গছ-গছনিৰ প্ৰতিও অকৃত্ৰিম স্নেহ। পঞ্চৱতীত অৱস্থানৰ সময়ত তেওঁ বনৰ জীৱ-জন্তুবিলাকক নিজ সন্তানৰ দৰে মৰম কৰিছিল। ৰামৰপৰা আঁতৰি থকাৰ বাবে সীতাৰ যি দুখ তাতোকৈ বেছি দুখ তেওঁৰ সন্তান দুটিক লৈ, কাৰণ তেওঁলোক পিতৃস্নেহৰপৰা বঞ্চিত। বেদনাত তেওঁ তমসাৰ (নদী দেৱী) আগত কৈছে— "পুত্ৰ প্ৰসৱ কৰিও সাৰ্থকতা নাই, কাৰণ পুত্ৰৰ মুখকমলত স্বামীয়ে চুম্বন কৰা নাই।" গভীৰ এই বিৰহ ভৱভূতিয়ে নায়িকা সীতাক বাৰ বছৰ নীৰৱে সহ্য কৰোৱাইছে। তমসাই সীতাৰ দুখক এনেদৰে প্ৰকাশ কৰিছে — "কৰুণ ৰসে কাৰণবশতঃ পৃথক পৃথক ৰূপে গ্ৰহণ কৰে। যেন সকলো পানী একে হ'লেও তাৰ আবৰ্ত বুৰবুৰণি তৰঙ্গৰূপত বিকাৰ প্ৰাপ্ত হয়।"

একো ৰসঃ করুণ এব নিমিত্তভেদা
ভিন্নঃ পৃথক্ পৃথগিবশ্ৰয়তে বিবৰ্তান্।
আবৰ্ত্তবুদ্‌বুদ্‌তৰঙ্গময়ান্‌বিকাৰা
নম্ভোঃ যথা সলিলমেৱহিতত্‌সমস্তম্।।

(উত্তৰৰামচৰিত — ৩/৪৭)

জনকী যেন কাৰুণ্যৰ প্ৰতিমূৰ্তি, যেন শৰীৰ ধাৰিণী বিৰহব্যথা। সীতাই ৰামৰ বাবে সকলো ত্যাগ কৰিবলৈ প্ৰস্তুত। কিন্তু যি ভাৱে তেওঁ নিৰ্বাসিতা হৈছে সেয়ে তেওঁৰ অভিমানৰ কাৰণ। সীতাক পৰিত্যাগৰ বাবে যেতিয়া সীতাৰ সখী বাসন্তীয়ে ৰামক ভৰ্ৎসনা

কৰিছে তেতিয়া কিন্তু সীতাই ৰামৰ পক্ষ অৱলম্বন কৰিছে আৰু কৈছে — "বাসন্তী অতি নিষ্ঠুৰ, শোকত বিহ্বল হৈ থকা প্ৰিয়তমক কিয় আঘাত দিছে।" বিভিন্ন পৰিস্থিতিত সীতাৰ বিভিন্ন উক্তিৰপৰা জনা যায় যে সীতাৰ অন্তৰৰ অভিমান ক্ৰমে নাইকিয়া হৈ পৰিছে আৰু অৱশেষত সীতাই যেতিয়া জানিব পাৰিলে যে "তেওঁৰ স্বামীৰ অশ্বমেধ যজ্ঞৰ সহচাৰিণী স্বৰ্ণনিৰ্মিত সীতাৰ প্ৰতিমা" তেতিয়া সীতাই মনত শান্তি লভিলে আৰু কয় যে ৰামে পৰিত্যাগ কৰা শেল সম্পূৰ্ণভাৱে উৎখাত হয়।

নায়িকা হিচাপে সীতা স্বীয়া শ্ৰেণীৰ হ'লেও বয়সৰ দৃষ্টিকোণৰপৰা মধ্যা। ভৱভূতিৰ নাটকৰ সীতা 'প্ৰোষিতভৰ্তৃকা' শ্ৰেণীৰ। প্ৰোষিতবৰ্তৃকা নায়িকা হৈছে, যাৰ স্বামী বিদেশত তাকে আৰু মনৰ দুখত পীড়িতা।।

"নানাকাৰ্য্যবশাদ্ যস্যা দূৰদেশংগতঃ পতিঃ।
সা মনোভবদুঃখাৰ্তা ভৱেৎপ্ৰোষিতভৰ্তৃকা।" (সা দ ৩/৮৪)

মহাকবি বাল্মীকিয়ে সীতাৰ যি দীপ্তি, যি ঔজ্জ্বল্য, যি তেজস্বিতা প্ৰকাশ কৰিছে, তেনেদৰে শ্ৰীমন্ত শঙ্কৰদেৱেও সীতাৰ ৰূপ বৰ্ণনা কৰি কৈছে যে সীতা 'কনক পুতলি'।

"কনক পুতলি তুল তনু অনুপাম।
ৰতন তিলক লোলে অলক কপোল।।

দেখিয়ে বদন চান্দ ভেলি লাজ।
নয়ন নিৰিখি কমল জল মাজ।" (শ্ৰীৰামবিজয় — পৃঃ ১১০৭)

এনেদৰে গুৰুজনাই দুটা ভটিমাৰ দ্বাৰা সীতাৰ ৰূপৰ বৰ্ণনা কৰিছে। ইয়াত সীতাৰ সহনশীলতাৰ ভঙ্গিমা সম্পূৰ্ণ স্বতন্ত্ৰ আৰু ৰাজৰ্ষি কন্যাৰ নিৰবদ্য ব্যক্তিত্বৰ প্ৰখৰ দীপ্তি দেখা যায়। কিন্তু ভৱভূতিৰ সীতাৰ তেনে গুণ অনুপস্থিত। 'উত্তৰামচৰিত'ৰ সীতাৰ স্বতন্ত্ৰতা একান্ত দুৰ্লভ। এই কথা সত্য যে ভৱভূতিয়ে তেওঁৰ উত্তৰৰামচৰিতত সীতাৰ কেৱলমাত্ৰ উত্তৰ জীৱনক চিত্ৰিত কৰিছে। সেইকাৰণে সীতাৰ সামগ্ৰিক মহিমা প্ৰকাশ কৰাৰ সুযোগ ভৱভূতিৰ নাছিল। ভৱভূতিৰ সীতাৰ মাজত ফুটি উঠিছে কোমলত্ব আৰু অপাৰ্থিৱ সতীত্ব। স্বামীৰ কল্যাণৰ বাবে, প্ৰজাৰ কল্যাণৰ বাবে আত্মবলিদান দিয়া বিৰহিনী সীতা কৰুণৰ প্ৰতিমূৰ্তি।

মহাপুৰুষ শঙ্কৰদেৱে শ্ৰীৰামবিজয় নাটত ৰাম আৰু সীতাৰ মিলনৰ মাজেদি নাটক সমাপ্ত কৰিছে। নাট্যশাস্ত্ৰৰ নিময় যে নাটক সদায় মিলনান্তক হ'ব লাগে। "মিলনান্তং তু নাটকম্"। নাট্যকাৰ ভৱভূতিয়ে অতি কৌশলেৰে তৃতীয় অঙ্কত সীতাক ৰামৰ সৈতে মিলিত হোৱা দেখুৱাইছে। এই মিলনৰ অন্যতম সহায়ক মাতা ধৰিত্ৰী। কাৰণ ৰামে

শম্বুকক বধ কৰি ঘূৰি যোৱাৰ পথত পঞ্চৱতীৰ দৃশ্যসমূহ দেখি সীতাৰ সৈতে থকা পূৰ্বৰ মধুৰ স্মৃতি মনলৈ আহে আৰু দুখত অজ্ঞান হৈ পৰে, তেতিয়া সীতাই অদৃশ্যভাৱে থাকি ৰামক শুশ্ৰূষা কৰি সুস্থ কৰি তোলে। কিন্তু ৰামে সীতাক দেখা নাপালে। সীতাৰ হাতৰ মধুৰ স্পৰ্শৰহে অনুভৱ কৰিছিল। ইয়াৰ দ্বাৰা ভৱভূতিয়ে নাট্যশাস্ত্ৰৰ নিয়ম ৰক্ষা কৰিলে। ভৱভূতিৰ উত্তৰৰামচৰিতৰ বিষয়ে পণ্ডিতসকলে ভৱভূতিক এনে মন্তব্য দিছে যে "উত্তৰৰামচৰিতে ভৱভূতিৰ্বিশিষ্যতে"।

শঙ্কৰদেৱে জানিছিল যে সমাজ আৰু সংস্কৃতিক সংস্কাৰ কৰা প্ৰধান উপায় হৈছে নাটকসমূহ। তথাকথিত সমাজক বিশেষকৈ গ্ৰাম্য জীৱনৰ সহজ-সৰল চৰিত্ৰসমূহৰ দৰে শঙ্কৰদেৱে তেওঁৰ 'শ্ৰীৰামবিজয়' নাটকত সীতাৰ চৰিত্ৰটো অঙ্কন কৰিছে। ভক্তিক প্ৰধান ভাৱে লৈ সীতাক আদৰ্শ চৰিত্ৰ ৰূপত প্ৰতিষ্ঠিত কৰাইছে আৰু নায়িকাৰ গতানুগতিক ৰূপটো দেখুৱাইছে। পূৰ্বজন্মৰ আকাশীবাণীৰ ফলস্বৰূপ ৰামক লাভ কৰি পৰম সন্তুষ্টি লাভ কৰিছে। জনসাধাৰণৰ মানসিকতালৈ লক্ষ্য কৰি সহজ-সৰল ভাষাত নৃত্য-গীতৰ বহুল প্ৰয়োগ কৰি নাটকখন জনপ্ৰিয় কৰি তুলিছে।

উক্ত আলোচনাৰপৰা দেখা যায় যে দুয়োখন নাটকৰ মূল বাল্মীকি কৃত ৰামায়ণ হ'লেও দুয়োখন নাটকতে নায়িকা সীতাক দুটা পৃথক ৰূপত চিত্ৰিত কৰা হৈছে। ভৱভূতিয়ে সীতাক বিৰহিনীৰূপত প্ৰতিফলিত কৰাইছে, আনহাতে গুৰুজনাই শ্ৰীৰামবিজয়ত সীতাক এগৰাকী নবীন বয়সসম্পন্না আনন্দময়ী নাৰী ৰূপত দেখুৱাইছে। ❑

# মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰদেৱৰ সাহিত্যত অসমীয়া সমাজ চিত্ৰৰ প্ৰতিফলন

মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰদেৱ ভাৰতৰ এগৰাকী আগশাৰীৰ নব-বৈষ্ণৱ ধৰ্মৰ প্ৰবৰ্ত্তকেই নাছিল, তেওঁ আছিল বিচিত্ৰ প্ৰতিভাযুক্ত এগৰাকী শীৰ্ষস্থানীয় কবি, গীতিকাৰ, নাট্যকাৰ আৰু পদপুথি ৰচক। তেওঁৰ ৰচনাৰাজি বৈষ্ণৱধৰ্ম প্ৰচাৰৰ উদ্দেশ্যে ৰচিত হ'লেও তাত ভক্তিৰসৰ লগতে বিভিন্ন সাহিত্য ৰস মিহলি হৈছে। পৃথিৱীৰ সকলো জাতীয় সাহিত্যত মূল বিষয়বস্তুৰ লগতে সাহিত্যিকজনাৰ নিজ দেশ তথা সমাজ জীৱনৰ চিত্ৰও প্ৰতিফলিত হোৱা দেখা যায়। সেই প্ৰতিফলনৰ মাজেদিয়েই কবি-সাহিত্যিকসকলে নিজ দেশৰ ঐতিহ্য-সংস্কৃতি পাঠক সমাজৰ আগত দাঙি ধৰে। পৃথিৱীৰ আন জাতীয় সাহিত্যৰ দৰে শঙ্কৰদেৱৰ ৰচনাতো জাতীয় সাহিত্যৰ গুণ বিৰাজিত। মহাপুৰুষ শঙ্কৰদেৱৰ ৰচনাত পঞ্চদশ আৰু ষোড়শ শতিকাৰ অসমীয়া সমাজৰ চিত্ৰ প্ৰতিফলিত হৈছে বুলিব পাৰি।

আৰ্যসকলৰ 'গুণ কৰ্ম বিভাগ' অনুসাৰে প্ৰধানতঃ ব্ৰাহ্মণ, ক্ষত্ৰিয়, বৈশ্য আৰু শূদ্ৰ এই চাৰিটা বৰ্ণ বা জাতিৰ সৃষ্টি হ'লেও সময়ৰ লগে লগে আৰু বিভিন্ন মানৱ গোষ্ঠীৰ সমন্বয়ত আৰ্য সমাজত বহুতো জাতিৰ সৃষ্টি হয়। মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰদেৱে 'কীৰ্ত্তন-ঘোষা'ৰ নামা-অপৰাধত (পৃঃ ৭৪) 'চৌত্ৰিশ জাতি'ৰ উল্লেখ কৰিছে। অৱশ্যে আটাইবোৰ জাতিৰ নাম উল্লেখ কৰা নাই। তেওঁৰ বিভিন্ন ৰচনাত ব্ৰাহ্মণ, ক্ষত্ৰিয়ৰ লগতে বৈদ্য, মালী, ধোবা, যোগী, গোৱাল আদিৰ উল্লেখ কৰিছে। ইয়াৰ কিছুমান বৃত্তিয়াল বুলিও কৈছে।

তেলী, মালী, শিলাকুটি বনিয়া সূতাৰ।
চৰ্ম্মকাৰ চড়াল কমাৰ কুম্ভকাৰ।।
চিত্ৰকৰ কঁহাৰ কুণ্ডাৰ বৈদ্য যত।
অনেক কায়স্থ যায় ৰাজাৰ লগত।।
নাট ভাট নৰ্ত্তকী গায়ন অপৰ্য্যন্ত।
বিপ্ৰগণ নৃপতিৰ লগত চলন্ত।।
পৃথিৱীৰ যতেক বৃত্তিয়াগণ আছে।
চৌত্ৰিশ জাতিয়ো যায় নৃপতিৰ কাছে।।

*(কীৰ্ত্তন-ঘোষা, উৰেষাবৰ্ণন, পদ-২০৩৩-৩৪)*

বৃত্তিযাল সকলৰ নামৰপৰা সেই সময়ত অসমত চলা বিচিত্ৰ কৰ্মজীৱনৰ আভাস পাব পাৰি। ইয়াৰোপৰি শঙ্কৰদেৱে অন্য প্ৰসঙ্গত 'কিৰাত কছাৰী খাচি গাৰো মিৰি' আদি জনজাতি আৰু 'যৱন', 'তুৰুক', শব্দেৰে অসমত বাস কৰা মুছলমানসকলৰেই ইঙ্গিত দিছে। (ভাগৱত, ২য় স্কন্ধ, পদ-১২৭০) সমাজত জাতিভেদ প্ৰথা আছিল আৰু জাতি অনুসৰি মানুহে বেলেগ বেলেগকৈ বসতি কৰিছিল যদিও একোখন গাঁও সমাজত বিভিন্ন জাতিৰ মানুহে মিলিজুলি আছিল।

অসম কৃষিপ্ৰধান ঠাই আৰু কৃষিয়েই অসমীয়াৰ প্ৰধান জীৱিকা। আবহমান কালৰে পৰা চলি অহা কৃষি-জীৱনৰ ইঙ্গিত শঙ্কৰদেৱৰ ৰচনাৰ ভালেমান ঠাইত পোৱা যায়। শঙ্কৰদেৱে ৰচনাৰ একাধিক ঠাইত নাঙ্গল, হাল ঈহমাৰি আদি কৃষি সঁজুলিৰ নাম উল্লেখ কৰিছে। হালবোৱাটোৱে কঠিন কাম, তাঁলৈ লক্ষ্য কৰি তেওঁ কৈছে — "চক্ৰৱৰ্তী পদ এৰি মৰে হাল বাই।' (দশম, পদ-১০৩৩)। ভাল বৰষুণ হ'লে ভাল খেতিও হয় আৰু তেতিয়া কৃষকৰ মনত আনন্দ লাগে। এই বিষয়ে দশমত লিখিছে —

'বৃষ্টিজলপায়া শস্য কৰৈ হলফল।
দেখি কৃষকৰ মনে মহা কতূহল।। ভাগৱত- ১০/৭৮৪

কৃষি সঁজুলিৰ আন এবিধ প্ৰধান উপকৰণ হ'ল গৰু। শঙ্কৰদেৱে একাধিক ঠাইত 'গো ধন'ৰ উল্লেখ কৰিছে। কৃষিৰ উপৰি মানুহে বেহা-বেপাৰ কৰি জীৱন নিৰ্বাহ কৰিছিল। বিভিন্ন শস্য সম্ভাৰৰ উপৰি মাছ, গাখীৰ, কাপোৰ, অলংকাৰ আদি কিনা-বেচা কৰিছিল।

শঙ্কৰদেৱৰ ৰচনাৰপৰা খাদ্য সম্ভাৰৰপৰা এখন সুন্দৰ তালিকা কৰিব পাৰি। অসমীয়া মানুহৰ প্ৰধান আহাৰ ভাতৰ লগত বিবিধ ব্যঞ্জন আৰু দধি, দুগ্ধ, ঘৃত আতি খোৱা হয়। খাদ্য সম্ভাৰৰ তালিকাত পিঠাপনা, পঞ্চামৃত, পায়স, চেনি, সন্দেশ, লাৰু, গুড, কল, চিৰা, আখৈ, কুঁহিয়াৰৰ উল্লেখ কৰিব পাৰি। অমৃতৰ তুলনাত নিকৃষ্ট হ'লেও কবিয়ে অসমীয়াৰ প্ৰিয় খাদ্য খাৰৰ কথা ক'বলৈ পাহৰা নাই। — "অমৃতসাগৰ পাই কোনে খাৰ খাই।" (দশম, পদ-১২৯১)

অসমীয়া লোক-সংস্কৃতিত তামোলৰ বিশেষ স্থান আছে। দশম আৰু একাদশ শতিকাত ৰচিত চৰ্যাপদতো তামোলৰ উল্লেখ পোৱা যায়। শঙ্কৰদেৱৰ বৰ্ণনাৰ মাজে মাজে বহুত ঠাইত তামোল-পাণ আৰু কৰ্পূৰৰ উল্লেখ আছে। কৰ্পূৰ তামোলেৰে মুখদি কৰা হয় — 'কৰি মুখ শুদ্ধ পাছে কৰ্পূৰ তাম্বুলে।' (দশম, পদ-৫৬১)।

কৰ্পূৰ তামোলেৰে প্ৰেমো নিবেদন কৰা হৈছিল। (দশম, পদ-১৪৩৯, ১৪৮৯, কেলিগোপাল, পৃঃ ১২)।

তামোলেৰে মানুহক সোধ-পোচ কৰা হৈছিল (ৰুক্মিণী হৰণ কাব্য, পদ-২৬৯)।

ৰুক্মিণীহৰণত আছে —

সবাকো তাম্বুল দেৱী দিলা মুঠি ভৰি।।

আপুনো ভুঞ্জিলা পাছে কৰ্পূৰ তাম্বুল। (ৰুক্মিণীহৰণ কাব্য, পদ-২৬৮)

শঙ্কৰদেৱৰ সমসাময়িক পীতাম্বৰ কবিৰ — 'উষা পৰিণয়'তো তামোলৰ উল্লেখ পোৱা যায়। দেৱী পাৰ্বতীয়ে কাম সেনাক কৈছে —

'দেৱীবোলে কামসেনা ধৰ গুৱাপাণ।
কহিছি গুপ্তেৰ কথা কৰ অৱধান।।

মানুহৰ সাজপাৰ আৰু অলংকাৰ প্ৰসাধনৰো দুই এটি বিৱৰণ শঙ্কৰদেৱৰ ৰচনাত পোৱা যায়। যেনে, বেদনিধি ব্ৰাহ্মণৰ গাত বগা পৰিধান, কপালত ফোঁট আৰু হাতত কুশে শোভা পাইছিল। (ৰুক্মিণীহৰণ নাট, পৃঃ ৯)। তিৰোতাৰ অধোবাসৰ ক্ষেত্ৰত পাটৰ কাপোৰৰ উল্লেখ পোৱা যায়। কিন্তু সেই কাপোৰ মেখেলা নে শাৰী জানিব পৰা নাযায়। একাধিক ঠাইত তিৰোতাৰ 'ধৌতবস্ত্ৰ'ৰ উল্লেখ আছে। তিৰোতাৰ সাজপাৰৰ ভিতৰত চাদৰ, ঘূৰিৰ দৰে পিন্ধা পাটৰ শাৰী (নেত খোপ্টাজালি) পাট কাপোৰৰ উল্লেখ আছে। অলংকাৰৰ ভিতৰত কাণত কুণ্ডল, ডিঙিত গলপতা আৰু সাতসৰী হাৰ, বুকুত পেচন্দাৰ, বাহুত বাজু, হাতত কঙ্কণ আৰু শঙ্খৰ খাৰু, কপালত সুবৰ্ণৰ জেঠি, আঙুলিত আঙুঠি, ভৰিত নূপুৰ ইত্যাদি (ৰুক্মিণী হৰণ কাব্য, পদ-২৫৬-৫৮, ২৭১-২৭৪)

তিৰোতাই খোপা ওখলৈ বান্ধিছিল আৰু খোপাত মালতী ফুল গুজি লৈছিল, (ৰুক্মিণী হৰণ কাব্য, পদ-২৫৫) বিবাহিতা তিৰোতাই কপালৰ উপৰি শিৰতো সেন্দুৰ লৈছিল।

শঙ্কৰদেৱৰ ৰচনাত বিশেষকৈ 'ৰুক্মিণী হৰণ' কাব্যত অসমীয়া বিয়াৰ চিত্ৰ সুন্দৰভাৱে অঙ্কিত হৈছে — কন্যা বিবাহযোগ্যা হ'লে পিতৃ বা অভিভাৱকে উপযুক্ত দৰাৰ খবৰ কৰে। সাধাৰণতে কম বয়সতে দৰা-কন্যাৰ বিয়া পতা হৈছিল, (ৰুক্মিণী হৰণ নাট, পৃঃ ৫) আৰু বিয়াৰ আগতে দৰা কন্যাৰ ৰাশি-জোৰা চোৱা হৈছিল। বিবাহ কাৰ্য এক পবিত্ৰ আৰু মাঙ্গলিক অনুষ্ঠান বুলি ধৰি লোৱা হৈছিল। বিয়াৰ দিনা দৰাৰ পিতৃয়ে স্নান-দান, তৰ্পণ-শ্ৰাদ্ধ আদি সম্পন্ন কৰিছিল আৰু দৈৱজ্ঞ ব্ৰাহ্মণৰ দ্বাৰা শুভ-যাত্ৰা, শুভ-লগ্নৰ সময় চোৱা হৈছিল। (ৰুক্মিণী হৰণ কাব্য, পদ ২৫২)। কইনাই গা-ধোৱাৰ আগতে তেল-মাহ-হালধি গাত সানিছিল। কইনাৰ গা-ধোৱা পানী সধবাসকলে আনুষ্ঠানিকভাৱে তুলিছিল। কইনাই স্নান কৰি বস্ত্ৰ-অলংকাৰ পিন্ধি ফল কটাৰী আৰু 'দাপোণ' লৈছিল। যিটো প্ৰথা আজিও অসমীয়া সমাজত বিদ্যমান। বিয়াত মঙ্গলগীত, উৰুলি আৰু নানাবিধ বাদ্য বজোৱা হৈছিল। (ৰুক্মিণী হৰণ কাব্য, পদ-২৬২-২৬৩)।

বিয়াত কইনাৰ পিতৃয়ে যৌতুক আৰু নিমন্ত্ৰিতসকলে দৰা-কইনাক উপহাৰ দিয়াৰ কথা শঙ্কৰদেৱে ৰুক্মিণীহৰণ কাব্যত (পদ-৭৩৯-৭৪০) উল্লেখ কৰিছে।

বিয়াত যৌতুক দিয়া হৈছিল। ৰজা ভীষ্মকে জীয়েক ৰুক্মিণীৰ এখন হাত কৃষ্ণৰ হাতত লগ লগাই আৰু নিজ হাতেৰে তিলকুশ ধৰি যৌতুক হিচাপে দিছিল —

গজ বাজি প্ৰজা যত অৰ্দ্ধ ৰাজ্য তাৰ।
দাসী দাস ধন ধান্য সুবৰ্ণ ভাণ্ডাৰ।।

(ৰুক্মিণী হৰণ কাব্য, পদ ৭৫৫-৭৫৬)

বিয়াত দৰা-কন্যাৰ চাদৰৰ আচলত ধৰি পানী চটিওৱা, আয়তীসকলে উৰুলি দিয়া, কন্যাৰ ককায়েকে লগুণ গাঠি দিয়া, নিমন্ত্ৰিত লোকসকলে নানা উপহাৰ আদি দিয়াৰ চিত্ৰ 'ৰুক্মিণী হৰণ' কাব্যত সুন্দৰকৈ ফুটি উঠিছে। (ৰুক্মিণী হৰণ কাব্য, পদ, ৭৬০-৭০)

বিয়াত ছোৱালী উলিয়াই দিয়াৰ সময়ত মাক স্বাভাৱিকতে জীয়েকৰ শোকত অভিভূতা হয় আৰু তেওঁ সুবিধা পালে ন-বিয়নীয়েকক অনুৰোধ কৰে যাতে ছোৱালীজনীক মৰম-চেনেহ কৰে। উত্তৰত বিয়নীয়েকেও প্ৰবোধ দিয়ে যে তেওঁ ছোৱালীৰ কাৰণে ভাবিব নালাগে, কিয়নো দুদিন পিছত জোঁৱায়েকে মাকতকৈয়ো শাহুয়েককহে বেছি আপোন বুলি ভাবিব। এই সত্য কথাটোকে শঙ্কৰদেৱে দৈৱকীৰ মুখেদি শশীপ্ৰভাক কোৱাইছে এনেদৰে —

কি কাৰণে বিহানী কৰিয়ো মনে দুখ।
তোমাৰেসে জী-জমাই তোক্ষাৰেসে
তোমৰা আপোন হুইবা আমি হুইবো পৰ।

(ৰুক্মিণী হৰণ কাব্য, পদ, ৬৮৭)

বিয়াৰ পিছত কইনাক দৰাৰ ঘৰলৈ আদৰি আনোতে আয়তীসকলে গীত-পদ গাই কন্যাৰ মূৰত চাউল, দুবৰি চটিয়াই দিয়া নিয়মৰ কথা শঙ্কৰদেৱে 'ৰুক্মিণীহৰণ নাট' আৰু 'ৰামবিজয়' নাটত উল্লেখ কৰিছে।

স্বামীসেৱাই তিৰোতাৰ প্ৰধান ধৰ্ম যদিও সমাজত তিৰোতাক উচ্চস্থান দিয়া হৈছিল। শঙ্কৰদেৱে 'হৰিশ্চন্দ্ৰ উপাখ্যান'ত কৈছে যে তিৰোতা কৰ্মৰ সময়ত মন্ত্ৰী, ৰঙ্গবেলাত প্ৰাণসখী, স্নেহৰ ক্ষেত্ৰত মাতৃ আৰু শয়ণ বেলাত 'দাসী'ৰ তুল্য। বহু তপস্যা কৰিহে এগৰাকী যোগ্যা ভাৰ্যা লাভ কৰিব পাৰি। (হৰিশ্চন্দ্ৰ উপাখ্যান, পদ, ৪৩২-৩৩)

প্ৰাচীন কালবেপৰা আৰ্যসমাজত দশ-সংস্কাৰ (sacramental rites) অৰ্থাৎ গৰ্ভধান, পুংসৱন, সীমন্তোন্নয়ন, জাতকৰ্ম, নামকৰণ, চূড়াকৰণ, উপনয়ন আৰু বিবাহৰ প্ৰচলন আছে।৮

অসমতো দশ-সংস্কাৰ প্ৰচলন আছিল আৰু আজিও কিছুমান সংস্কাৰ সমাজত চলি থকা দেখা যায়। শঙ্কৰদেৱৰ ৰচনাত কেইবাবিধো সংস্কাৰৰ উল্লেখ পোৱা যায়।

আমাৰ এটি বিশ্বাস আছে যে মহাপুৰুষসকল এটি শুভক্ষণতহে জন্ম গ্ৰহণ কৰে। শ্ৰীকৃষ্ণয়ো যে শুভক্ষণত জন্ম গ্ৰহণ কৰিছিল এই কথা শঙ্কৰদেৱে দশম স্কন্ধত উল্লেখ কৰিছে। জাত কৰ্মৰ বিতং বিৱৰণো দিয়া হৈছে নন্দ আৰু গৰ্গঋষিৰ যোগেদি। আগৰ দিনত গুৰুৰ ঘৰত থাকি পঢ়া-শুনা কৰিব লাগিছিল। আনকি শঙ্কৰদেৱে মহেন্দ্ৰ কন্দলীৰ ঘৰত থাকি বিদ্যালাভ কৰিছিল। বিপ্ৰদামোদৰ আৰু শ্ৰীকৃষ্ণয়ো সান্দীপনি মুনিৰ ঘৰত পঢ়াৰ কথা শঙ্কৰদেৱে 'দামোদৰ বিপ্ৰাখ্যান'ত উল্লেখ কৰিছে।

আমাৰ সমাজত বয়স বা মৃত্যুৰ কাৰণ অনুসৰি মৃতকক দাহন কৰি, মাটিত পুতি, নদীত উটুৱাই দি বা শ্মশানত পেলাই থৈ অন্ত্যেষ্টিক্ৰিয়া সম্পন্ন কৰা হয়। শঙ্কৰদেৱৰ 'হৰিশ্চন্দ্ৰ উপাখ্যান'ত আছে — ৰোহিতাশ্বৰ মৃত্যু হোৱাত ব্ৰাহ্মণে মৃতদেহটো গঙ্গাত উটাই দিবলৈ কৈছে। অৱশ্যে হৰিচন্দ্ৰই শৱটো দাহন কৰাৰ আয়োজন কৰিছিল। উত্তৰাকাণ্ড ৰামায়ণত লক্ষ্মণৰ মৃতদেহ দাহন কৰাৰ সময়ত পত্নী উৰ্মিলাইও চিতাত জাপ দি দেহত্যাগ কৰে আৰু ৰামচন্দ্ৰই পিছত বিধিমতে প্ৰেতকৰ্ম সমাপন কৰাৰ উল্লেখ পোৱা যায়। (উত্তৰাকাণ্ড ৰামায়ণ, পদ—৬৮৬, ৬৮৭)।

শঙ্কৰদেৱৰ ৰচনাত সমাজ জীৱনৰ আন কিছুমান চিত্ৰ যেনে—মাত-কথা, আচৰণ, ব্যৱহাৰ, পাৰিবাৰিক সম্বন্ধ, অতিথিপৰায়ণতা, আমোদ-প্ৰমোদ, খেলা-ধূলা আদিৰ সুন্দৰ চিত্ৰ পোৱা যায়।

আমাৰ সমাজত কনিষ্ঠই জ্যেষ্ঠক শ্ৰদ্ধা-প্ৰণাম জনোৱা আৰু জ্যেষ্ঠই কনিষ্ঠক স্নেহ আশীৰ্বাদ জনোৱা প্ৰথা চলি আহিছে। 'প্ৰহ্লাদ চৰিত্ৰ'ত প্ৰহ্লাদে মৃত পিতাকৰ আত্মাৰ শান্তিৰ কাৰণে ভগৱানৰ ওচৰত প্ৰাৰ্থনা জনাইছে। ৰুক্মিণীয়ে ককায়েক ৰুক্মীক শত্ৰু জ্ঞান কৰিলেও কৃষ্ণই ৰুক্মীক কাটিব খোজাত ৰুক্মিণীয়ে মৰমৰ ককায়েকক নাকাটিবলৈ অনুৰোধ কৰিছে। (ৰুক্মিণী হৰণ কাব্য, পদ ৫৭২, ৫৭৪)। সমাজত তিৰোতাই বৰজনাৰ মুখলৈ চোৱা নিষেধ। ৰুক্মিণীয়েও বৰজনা বলাইক দেখি মূৰত ওৰণি লৈছে — (ৰুক্মিণী হৰণ কাব্য, পদ ৬০০)। মূৰত খেৰ লৈ, দাঁতত তৃণ লৈ নাইবা উৰ্দ্ধবাহু হৈ শপত খোৱাৰ প্ৰথা আছিল। পাৰিজাত হৰণত কৃষ্ণই মূৰত খেৰ লৈ সত্যভামাক পাৰিজাত ফুল দিব বুলি শপত খাইছিল।

অসমীয়া সমাজত কাজিয়া কৰা লোকৰ অভাৱ নাই। চুটকীয়া মানুহো যথেষ্ট আছে। ইয়াৰ উদাহৰণ শঙ্কৰদেৱে 'পাৰিজাত হৰণ' নাটকৰ মাজেদি শচী-সত্যভামা আৰু নাৰদৰ চৰিত্ৰৰ যোগেদি দেখুৱাইছে। বন্ধু-বান্ধৱৰ মিলা-প্ৰীতিৰ দৃশ্য, বন্ধুৰ ঘৰলৈ গ'লে যে কিবা উপঢৌকন নিব লাগে তাৰ উদাহৰণ 'দামোদৰ বিপ্ৰাখ্যান'ত পোৱা যায়।

অতিথিসকলক যথোচিত শুশ্ৰূষা কৰা হৈছিল আৰু অতিথিয়ে বিনিময়ত আশীৰ্বাদ দিছিল।

সমাজত কিছুমান কৰ্ম গৰ্হিত বুলি বিবেচনা কৰা হৈছিল। যেনে স্ত্ৰীবধ, গোবধ ইত্যাদি। তিৰোতা পতিব্ৰতা হৈ থকাটো ডাঙৰ ধৰ্ম। সুৰাপান, ব্ৰাহ্মণক নিন্দা, গুৰু-পত্নী হৰণ, পিতৃবধু, সুবৰ্ণ হৰণ, মিত্ৰৰ দ্ৰোহ আচৰণকো পাপ কৰ্ম বুলি ধৰি লোৱা হৈছিল।

সমাজত আমোদ-প্ৰমোদৰ কাৰণে নৃত্য গীতৰ ব্যৱস্থা আছিল। সেই সময়ত ছায়া-পুতলা খেলৰো প্ৰচলন আছিল, (দশম পদ, ৩২৪)।

মহাপুৰুষ শঙ্কৰদেৱ ধৰ্মগুৰু আৰু সাহিত্য গুৰু হোৱাৰ উপৰি এজন মহান কলাকাৰ আছিল। নৃত্য-গীত-বাদ্য আৰু চিত্ৰবিদ্যাতো তেওঁৰ নৈপুণ্য প্ৰকাশ পাইছিল। সেয়েহে তেওঁৰ ৰচনাত সমসাময়িক যুগৰ চিত্ৰকলাৰ আভাস পাব পাৰি। তেওঁ 'চিহ্নযাত্ৰা' ভাওনাৰ কাৰণে সাতখন বৈকুণ্ঠৰ চিত্ৰ আঁকাৰ উপৰি পাঁচোটা ল'ৰাক নটুৱা নাচ শিকাইছিল। (ৰামচৰণ ঠাকুৰ, গুৰুচৰিত, পদ ১৪৫৭-৬০)। তেওঁৰ দ্বাৰা ৰচিত গীতবোৰত আশোৱাৰী, ধনশ্ৰী, গৌৰী আদি ৰাগ আৰু একতাল, জ্যোতিতাল, শ্ৰীপৰিতাল আদি তালমানৰ উল্লেখে মধ্যযুগত অসমত বিশেষ সঙ্গীত চৰ্চাৰ ইঙ্গিত দিয়ে। শঙ্কৰদেৱৰ ৰচনাৱলীত উল্লিখিত বংশী, তাল, কৰতাল, শিঙা, বেণু, মৃদঙ্গ, ভেৰী, ডম্বৰু, বীণা, শঙ্খ, মদুৰি, দুন্দুভি আদি বাদ্যৰ যে মধ্যযুগৰ অসমত প্ৰচলন আছিল সেইটো অনুমান কৰিব পাৰি। অৱশ্যে ইয়াৰ বিভিন্ন বাদ্য বিভিন্ন প্ৰসঙ্গত বজোৱা হৈছে। যেনে শৃঙ্গাৰ ৰস সৃষ্টিৰ ক্ষেত্ৰত বংশীধ্বনি বা বীৰৰস তথা মহোৎসৱৰ বিৱৰণৰ ক্ষেত্ৰত ঢোল, তাল, মৃদঙ্গ, শঙ্খ, ডবা আদি বজোৱাৰ উল্লেখ পোৱা যায় (ৰামবিজয় নাট)। বাদ্যৰ লগত নৃত্য-গীত কৰাৰো উল্লেখ আছে।

মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰদেৱৰ ৰচনাত নৃত্য-গীতৰ লগতে স্থাপত্য ভাস্কৰ্যৰো বিৱৰণ পোৱা যায়। 'কীৰ্ত্তন-ঘোষা'ৰ অন্তৰ্গত 'ধ্যানবৰ্ণন'ত বৈকুণ্ঠৰ ৰত্ন মন্দিৰৰ বন্দনা, 'ৰুক্মিণী হৰণ' কাব্যত কুণ্ডিল নগৰৰ বৰ্ণনা আছে। দ্বাৰকা নগৰৰ গৃহ নিৰ্মাণৰ বৰ্ণনাত অসমীয়া জনসাধাৰণৰ গৃহ নিৰ্মাণৰ বৰ্ণনা পোৱা যায়। বৰ্ণনাত খেৰ, বেত, বাঁহ, কাঠৰ মাৰলি, খুটা, ৰুৱা আদিৰ উল্লেখ পোৱা যায়। ঘৰৰ উপৰি মন্দিৰ, মঞ্চ, ৰঙ্গশালা, ৰথ আদি নিৰ্মাণৰ আভাস পোৱা যায়। সিংহাসনৰ বিৱৰণ বহু ঠাইত দিয়া হৈছে। নাট অভিনয়ত বিভিন্ন প্ৰকাৰৰ মুখা ব্যৱহাৰ কৰা হৈছিল আৰু অৱশ্যে মুখা কাৰুশিল্পই ঠন ধৰি উঠিছিল।

ওপৰৰ আলোচনাৰপৰা দেখা যায় যে মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰদেৱৰ ৰচনাৰ মাজে মাজে অসমীয়া সমাজে জীৱনৰ বিভিন্ন চিত্ৰ সুন্দৰভাৱে অঙ্কিত হৈ উঠিছে। □

# মাধৱদেৱৰ সাহিত্যত ভক্তি

মাধৱদেৱৰ-বহুমুখী প্ৰতিভাৰ বিচিত্ৰ সমাবেশৰ তুলনা কৰিব পাৰি একমাত্ৰ শঙ্কৰদেৱৰ লগতহে। যিজনা মহাপুৰুষৰ সাগৰ সদৃশ পাণ্ডিত্য আৰু ব্যক্তিত্বই মাধৱদেৱক নতুন জীৱন দিলে সেইজনা অতুল প্ৰতিভাসম্পন্ন মহাপুৰুষ শঙ্কৰদেৱকে জীৱনৰ একমাত্ৰ আদৰ্শ গুৰু হিচাপে লৈ মাধৱদেৱে তেওঁৰ আধ্যাত্মিক আৰু সাহিত্যিক জীৱনৰ পাতনি মেলে। গুৰুজনাৰ পদাঙ্ক অনুসৰণ কৰি তেওঁই তত্ত্বমূলক গ্ৰন্থ (নাম-ঘোষা, ভক্তি-ৰত্নাৱলী, নাম-মালিকা আৰু জন্ম-ৰহস্য), কাব্য (ৰাজসূয় আৰু আদিকাণ্ড ৰামায়ণ), বৰগীত আৰু ভটিমা ৰচনা কৰিছিল। মাধৱদেৱৰ প্ৰতিভা আৰু দক্ষতাৰ ওপৰত শঙ্কৰদেৱৰ ইমানেই আস্থা আছিল যে নিজৰ হাতত ল'বলৈ বিচৰা একাধিক পুথি ৰচনাৰ কামো তেওঁৰ প্ৰিয় শিষ্যজনলৈ এৰি গৈছিল। গুৰু শঙ্কৰদেৱৰ অনুৰোধত বিশেষকৈ তীৰ্থযাত্ৰাৰ কালছোৱাত নানা গীতৰ ৰচনা কৰিছিল। ভক্তিতত্ত্বৰ জটিল বিষয়বস্তু কোমল আৰু সুবলা ভাষাত দাঙি ধৰিব পৰাটোৱেই হৈছে মাধৱদেৱৰ সাহিত্যৰ প্ৰধান আকৰ্ষণ। বেদান্ত দৰ্শন বা ভাগৱত পুৰাণৰ গভীৰ তত্ত্ব একোটাও তেওঁ ইমান সৰলভাৱে শ্ৰোতালৈ আগবঢ়ায় যে কেৱল সাংগীতিক গুণতে আকৃষ্ট হৈ শ্ৰোতাই তেওঁৰ ওচৰ চাপে। এনে লোকসকলৰ মনত ক'ব নোৱাৰাকৈ ভক্তিধৰ্মৰ মূলবীজসমূহ সোমাই পৰে।

মাধৱদেৱৰ কাব্যিক প্ৰতিভাৰ শ্ৰেষ্ঠতম নিদৰ্শন পোৱা যায় গীতসমূহৰ উপৰিও 'ৰাজসূয়' কাব্যত আৰু 'নাম-ঘোষা' পুথিত। ভক্তি সম্প্ৰদায়ৰ কবি হিচাপে মাধৱদেৱৰ প্ৰতিভাৰ শ্ৰেষ্ঠতম বিকাশ ঘটিছে 'নাম-ঘোষা' পুথিত। ভগৱানৰ চৰণত কৰিব কৰুণ আত্মসমৰ্পণৰ মৰ্মস্পৰ্শী প্ৰকাশে পুথিখনিত অপূৰ্ব কাব্যিক সৌন্দৰ্য দান কৰিছে। অসমৰ নৱ-বৈষ্ণৱধৰ্ম প্ৰধানকৈ ভক্তি প্ৰধান। ভাগৱত-পুৰাণত নিৰ্দেশিত হোৱা ভক্তিপন্থাক শঙ্কৰদেৱ আৰু মাধৱদেৱে উচ্চ আসন দিছিল। ভক্তিৰ দ্বাৰা যে ভগৱানক সহজতে পাব পাৰি সেইকথা মহাপুৰুষ দুজনাই প্ৰচাৰ কৰিছিল। দুয়োজনা মহাপুৰুষৰ সমস্ত সাহিত্য কৰ্মৰ মাজেদি ভক্তিৰ মাহাত্ম্য ঘোষিত হৈছে। মাধৱদেৱৰ 'নাম-ঘোষা' আৰু 'ভক্তি-ৰত্নাৱলী' পুথিত ভক্তিৰ গুণগান জিলিকি আছে। গীত আৰু নাটসমূহৰ কলাসুলভ প্ৰকাশৰ মাজতো ভক্তিৰ বেগুণি প্ৰতিভাত হৈছে। ভক্তি আৰু ভক্তৰ বিশিষ্ট লক্ষণসমূহৰ সম্পৰ্কে থকা মাধৱদেৱৰ ধাৰণা তেওঁৰ বিভিন্ন ৰচনাৰ মাজত প্ৰকাশ পাইছে।

'নাম-ঘোষা' আৰু 'ভক্তি-ৰত্নাৱলী' পুথিৰ মাজত ভক্তি সম্পৰ্কে বিশদ আলোচনা পোৱা যায়। বৰগীতৰ মাজতো ভক্তিবিহীন জীৱনৰ অসাৰতা প্ৰকাশ পাইছে ঃ

সেৱহু হৰিকই চৰণা
নিকটে দেখহু নিজ মৰণা।
দেখত হৰিকই চৰণ শৰণ বিনে
নাহি নাহি ভৱ ভয় তৰণা।। (বৰগীত/ৰাগ-আশোৱাৰী)

মাধৱদেৱৰ মতে ভক্তি কেৱল এক অনুভূতিয়েই মাথোন নহয়, ই প্ৰতি পুৰুষৰে আৱশ্যকীয় পালনীয় কৰ্তব্য। 'নাৰদীয় ভক্তিসূত্ৰ'ৰ মতে ভগৱানৰ প্ৰতি থকা গভীৰ আৰু ঐকান্তিক প্ৰেমেই হৈছে ভক্তি। ভক্তিক শ্ৰেষ্ঠ স্থান দিয়াৰ প্ৰৱণতা মাধৱদেৱৰ সকলো ৰচনাৰ মাজত দেখা যায়। ভক্তিৰ দ্বাৰা অপ্ৰাপ্য একো নাই। ভগৱানে ভক্তৰ সকলোবিধ কামনা পূৰ্ণ কৰে। ভগৱৎভক্তিৰ বাবে উচ্চ বৰ্ণ বা বিশিষ্ট জ্ঞানৰ দৰকাৰী নহ'লেও হয়। সকলো জপ-তপকৈ ভক্তিৰ শ্ৰেষ্ঠতা ঘোষণা কৰি 'ভক্তি-ৰত্নাৱলী'ত কৈছে —

দেৱ দ্বিজ ঋষি তপ জপ যজ্ঞ দান।
য'ত শৌচাচাৰ তীৰ্থব্ৰত মহাজ্ঞান।।
ইটো সবে বিড়ম্বন জানা নিষ্ঠ কৰি।
কেৱল ভক্তিতে মাত্ৰ তুষ্ট হোন্ত হৰি।।(ভক্তি ৰত্নাৱলী, — পদ - ১৪৬)

প্ৰকৃত ভক্তসকল কোনো জাতি বা শ্ৰেণীভুক্ত নহয়, তেওঁলোকৰ অবিচলিত ভক্তিয়েহে ভগৱানক তেওঁলোকৰ কাষ চপায়। সেইবাবে সমস্ত লোকক হৰিৰ চৰণত আশ্ৰয়লৈ একচিতে ভক্তি কৰিবলৈ মাধৱদেৱে নানা ঠাইত নানাভাৱে উপদেশ আগবঢ়াইছে। ভগৱৎপ্ৰাপ্তিৰ বিবিধ পথৰ ভিতৰত জ্ঞান, কৰ্ম আৰু ভক্তিৰ কথাকে কোৱা হয় যদিও এই তিনিটা পথৰ ভিতৰত শ্ৰেষ্ঠ হ'ল 'ভকতি'। 'ভক্তি-ৰত্নাৱলী'ত কৈছে —

ভকতি সহায় বিনে জ্ঞানে কৰ্ম্মে
নসাধে কাৰো মুকুতি।
কাহাকো সহায় নচাৱে ভকতি
গৰিষ্ঠ এহি যুগুতি।। (পদ ২৮২)

একেখিনি কথা 'নাম-ঘোষা'তো কোৱা হৈছে —

কেৱল ভকতি পুৰুষক তাৰে
সহায় কাকো নচাৱে।
জ্ঞান কৰ্মে তাৰে ভাবিতে নপাৰে
ভকতি নপাৱে যাৱে।। (নাম-ঘোষা ২০০)

ভক্তিক মুক্তিতকৈ শ্ৰেষ্ঠ স্থান দিয়াতো মাধৱদেৱৰ ৰচনাৰ অন্যতম বৈশিষ্ট্য।

ভক্তিহীন লোকৰ প্ৰতি কটাক্ষপাত কৰি মাধৱদেৱে নাম-ঘোষাত কৈছে ঃ

মুকুতি সুখক তেজি মহাজনে
সদা ৰামনাম ধৰে।
হেন হৰিনাম নলৈয়া কেমনে
কুমতি মনুষ্য মৰে।। (নাম-ঘোষা ২৮২)

এই সংসাৰ চক্ৰৰপৰা জীৱই নিস্তাৰ পাবলৈ ভক্তিত আশ্ৰয় গ্ৰহণেই হ'ল একমাত্ৰ উপায়।

**ভক্তিৰ শ্ৰেণী বিভাগ ঃ** 'ভাগৱত পুৰাণে' বিভিন্ন সময়ত ভক্তিৰ বিভিন্ন প্ৰকাৰৰ কথা উল্লেখ কৰিছে। তিনিপৰা ছয়ত্ৰিশ বিধলৈকে ভক্তিৰ প্ৰকাৰভেদ দেখা যায়। ইয়াৰে নৱবিধ ভক্তি অসমৰ বৈষ্ণৱ সমাজত পৰম আদৰণীয়। এই নৱবিধ ভক্তি হ'ল — শ্ৰৱণ, কীৰ্তন, স্মৰণ, অৰ্চন, বন্দন, পদসেৱন, দাস্য, সখ্য আৰু আত্মনিবেদন পৰম আদৰণীয়। 'ভক্তি-ৰত্নাৱলী' পুথিত মাধৱদেৱে অন্য এক প্ৰকাৰেও শ্ৰেণী বিভাগ কৰি দেখুৱাইছে। সেই কেইটা হ'ল ভাগৱতী ভক্তি, প্ৰেম ভক্তি আৰু কেৱল ভক্তি।

মাধৱদেৱৰ মতে 'শ্ৰৱণ' হ'ল ভক্তিৰ শ্ৰেষ্ঠতম পন্থা। ভগৱানৰ নাম শ্ৰৱণৰ দ্বাৰা ভক্তৰ হৃদয় পবিত্ৰ হয় —

কৰ্ণপথে ভকতৰ হিয়াত প্ৰৱেশি হৰি
দুৰ্বাসনা হৰে সমস্তয়।
জলৰ যতেক মল যেহেন শৰত কালে
স্বভাৱতে নিৰ্মল কৰয়।। (নাম-ঘোষা, ১৫)

অমৃতৰ দৰে মধুৰ হৰিনাম শ্ৰৱণৰ দ্বাৰা জ্ঞান আৰু ভক্তিৰ পৰাকী হৈ ভক্তসকলৰ বৈকুণ্ঠপ্ৰাপ্তি ঘটে। (ভক্তি-ৰত্নাৱলী ৫৭৬)। প্ৰকৃত ভক্তসকলে জানে যে শ্ৰৱণ ভক্তিৰ স্থান মুক্তিতকৈ ওপৰত (ভক্তি-ৰত্নাৱলী ৫৪৫)। গতিকে, ভক্তসকলৰ হৰিৰ কথা শ্ৰৱণ কৰাটোৱেই তেওঁলোকৰ বাবে আনন্দ।

'কীৰ্তন' হৈছে ভক্তিৰ দ্বিতীয় প্ৰকাৰ। মহাপুৰুষ শংকৰদেৱ আৰু মাধৱদেৱে উল্লেখ কৰিছে যে ভয়াবহ এই সংসাৰৰপৰা উদ্ধাৰ পোৱাৰ শ্ৰেষ্ঠতম উপায় হ'ল — শ্ৰৱণ আৰু কীৰ্তন। অজামিলৰ দৰে পাপীয়েও কেৱল ভগৱানৰ নাম উচ্চাৰণ কৰি মুক্তি লাভ কৰিছিল ঃ

প্ৰকৃতিৰ গুণে বন্দ্য হয়া আছি
অজমতি মূঢ় নৰে।
অস্পষ্ট কঠিন মহামন্ত্ৰ আদি
ঘোৰ কৰ্মে ৰতি কৰে।।

অলপ অক্ষৰ পৰম কোমল
ৰামকৃষ্ণ আদি নাম।
অতি অনায়াসে উচ্চাৰন্তে সাধে
ধৰ্ম অৰ্থ মোক্ষ কাম।। (ভক্তি-ৰত্নাৱলী ৭৮৮)

মানুহৰ আত্মা আৰু ভক্তিৰ মাজত জিভাখন হ'ল এখন সাঁকোৰ দৰে। এই সাঁকোত আৰোহণ কৰা কৃষ্ণৰ নাম কীৰ্তনে ভক্তজনক সহজে বিচৰাখিনি দান কৰে। নানা সময়ত নানাৰূপত অৱতাৰ গ্ৰহণ কৰা ভগৱানৰ লীলাৰ কীৰ্তন কলিযুগত ভক্তিৰ সৰ্বোত্তম পন্থা। (ভক্তি-ৰত্নাৱলী, ৯৬৩)

'স্মৰণ' হৈছে ভক্তিৰ তৃতীয় প্ৰকাৰ। ভগৱন্তৰ ৰূপ আৰু কাৰ্যৰ স্মৰণ ভক্তিৰ অন্যতম পন্থা। অন্তিম সময়ত তেওঁৰ ৰূপ স্মৰণ কৰাসকলে 'সাৰোপ্য মুক্তি' লাভ কৰে। (ভক্তি-ৰত্নাৱলী, ৮৯১)। যিসকলে শত্ৰুভাৱে স্মৰণ কৰে তেওঁলোকো এই কৃপাৰপৰা বঞ্চিত নহয়। ভয় বা ক্ৰোধভাৱে স্মৰণ কৰিলেও সাৰোপ্য মুক্তি সহজে আহে। গোপীসকলে দিনে-ৰাতিয়ে কামভাৱে তেওঁক চিন্তা কৰা বাবেই ভগৱানৰ কৃপা লাভ কৰিছিল। গতিকে, দৃঢ়ভাৱে তেওঁক স্মৰণ কৰিলেও ভক্তৰ সকলো মনোবাঞ্ছা পূৰ্ণ হয়। ভগৱানে উদ্ধৱক কৈছে —

মোৰ ভজনত মন কৰিও শোধন
তাতে স্থাপি মোক সুমৰিয়ো অনুক্ষণ।।
এতেকে গুচিবে ঘোৰ সংসাৰৰ দুঃখ।
অনায়াসে লভিবা পৰমানন্দ সুখ।। (ভক্তি-ৰত্নাৱলী, ৯৪৬)

'অৰ্চন' হৈছে ভক্তিৰ চতুৰ্থ প্ৰকাৰ। বিশ্বব্ৰহ্মাণ্ডৰ মূল কাৰণ কৃষ্ণক অৰ্চনা কৰিলে সকলোকে অৰ্চনা কৰা হয়। যিদৰে গছৰ গুৰিত পানী দিলে ডাল-পাতবোৰেও পায়, সেইদৰে কৃষ্ণক অৰ্চন কৰিলেই সকলো সিদ্ধি লাভ কৰিব পাৰি। একান্ত মনে দৃঢ় চিত্তে কৰা অৰ্চনাহে তেওঁ গ্ৰহণ কৰে। যিহেতু তেওঁ সকলোৰে অন্তৰত বিৰাজমান, তেওঁক অৰ্চনা কৰা মানে ভক্তজনে নিজকেই অৰ্চনা কৰা। যাৰ অন্তৰত দৃঢ় বিশ্বাস আছে, ঐকান্তিক ভক্তি আছে তেওঁ হৰিনামেৰে ভগৱানক পাব পাৰে। অৰ্চনৰ মাহাত্ম্য প্ৰকাশ কৰি 'ভক্তি-ৰত্নাৱলী'ত এনেদৰে কৈছে —

যিহেতু স্বভাৱে জগতৰ আত্মা হৰি।
যিটো মহাজনে তাঙ্ক পূজয় সদৰি।।
আপুনি সহিতে পূজিলেক চৰাচৰ।
জানিলেকে তত্ত্ব সি সি বেদ আগমৰ।। (ভক্তি-ৰত্নাৱলী পদ — ১০৬৮)

'বন্দন' হৈছে ভক্তিৰ পঞ্চম প্ৰকাৰ। সমস্ত জগতৰ গৰাকী ভগৱান কৃষ্ণক বন্দনা কৰি জীৱই মুক্তি লাভ কৰে। হঠাৎ কোনো আঘাত পালে নাইবা জ্বৰ তাপে পীড়া কৰিলে মানুহে এনেয়ে হৰিৰ নাম লয। অথচ সেই নামৰ মহিমাতে কৃষ্ণৰ কৃপা সহজে পায় —

পৰে বৃক্ষ হন্তে ভৰি পন্থত পিছলে।।
জ্বৰে তাপে পীডা কৰে হাঞ্চে হাঁমি তোলে।
এতেক সময়ে মনে হৰি যিটো বোলে।।
নমস্কাৰ কৰো জ্ঞান নাহিকে মনত।
তথাপি মুকুত হোৱে মহত পাপত।।(ভক্তি-ৰত্নাৱলী ১১০০-১১০১)

সমস্ততে ব্যাপ্ত ভগৱানক উদ্দেশ্য কৰি যিকোনো বস্তুক নমস্কাৰ কৰিলেও সেই নমস্কাৰ ভগৱানে লাভ কৰে।

'পদসেৱন' হৈছে ভক্তিৰ ষষ্ঠ প্ৰকাৰ। ভগৱানৰ চৰণত যদি নিজকে অৰ্পণ কৰিব পৰা যায় তেন্তে সেই চৰণ সংসাৰ সমুদ্ৰ অতিক্ৰম কৰাত নৌকা সদৃশ হয় (ভক্তি-ৰত্নাৱলী, পদ ৯৮২-৯৮৩)। পদসেৱনৰ মাহাত্ম্য অসীম। ভক্তসকলে কৃষ্ণৰ চৰণ সেৱাত ইমান আনন্দ পায় যে যিহেতু সাযুজ্য মুক্তিত সেৱাৰ সুযোগ নাই, তেওঁলোকে সেইমুক্তিও কামনা নকৰে। সকলো প্ৰকাৰৰ সুখ ভোগৰ প্ৰতি নিস্পৃহ হৈ তেওঁলোকে বিচাৰে একমাত্ৰ কৃষ্ণৰ চৰণৰ ধূলি শিৰত লোৱাৰ সৌভাগ্য —

লক্ষ্মীকুচ কুঙ্কুমে সুগন্ধ অতিশয়।
কৃষ্ণ পদধূলি সৰ্বসম্পদ আশ্ৰয়।।
তাকেমাত্ৰ মাথায়ে বহিবো সৰ্বক্ষণে।
এহিমানে বাঞ্ছো আমি কৃষ্ণৰ চৰণে।। (ভক্তি-ৰত্নাৱলী, পদ ১০২৮)

'দাস্য' হৈছে ভক্তিৰ সপ্তম প্ৰকাৰ। শ্ৰৱণ, কীৰ্তন, স্মৰণ, পদসেৱন, অৰ্চন বন্দন কৰি থাকোঁতে ভক্তই কায়, মন, বাক্য সমস্ত কৰ্ম সমৰ্পণ কৰি নিজক ভগৱানৰ দাস বুলি ভাবি, সকলো চিন্তা আৰু দাৰিদ্ৰ্য হাতসাৰি একান্তমনে ভগৱানক ভক্তিৰ কৰি মোক্ষ লাভ কৰে। ভক্তি-ৰত্নাৱলীত কৈছে —

দাস্য ভাব ভক্তি আৰু বুলিয় নিশ্চয়।
কায় বাক্য মন যত কৰ্ম সমৰ্পয়।। (ভক্তি-ৰত্নাৱলী, ১১২০)

'সখ্য' হৈছে ভক্তিৰ অষ্টম আৰু আনন্দদায়ক প্ৰকাৰ। মানুহৰ সৈতে কৰা সখ্য ভাবত বিচ্ছেদৰ ভয় আদি নানা উৎকণ্ঠা থাকে। কিন্তু সমস্ততে বিয়পি থকা ভগৱানৰ পৰা বিচ্ছেদৰ ভয় নাই। বৃন্দাবনৰ গোপ-গোপী আৰু পশু-পক্ষীয়েও কৃষ্ণ মিত্ৰতাৰ

পৰম ফল লাভ কৰিছিল। বন্ধুৰ প্ৰীতিৰে ভগৱানক ভাল পাব পৰাৰ মাজত যি গভীৰ আনন্দ আছে, সেয়া মাধৱদেৱৰ নাম-ঘোষাতো ফুটি উঠিছে। সখ্য মুক্তিলাভৰ সহজ পন্থা :

ভগৱন্ত সখিৰ মহিমা যেন যত।
আছোক কহিবে কোন জানিবে শকত।। (ভক্তি-ৰত্নাৱলী, ১১২২)

'আত্মনিৱেদন' হৈছে ভক্তিৰ নৱম প্ৰকাৰ। পৰমপ্ৰিয় ভগৱানক চিন্তা কৰি থাকোতে থাকোঁতে নিজত্ব বা আত্মভাব নোহোৱা হৈ যায়। দেহ, মন, ইন্দ্ৰিয় সকলো ভগৱানত অৰ্পণ কৰি সাংসাৰিক চিন্তাৰপৰা আঁতৰি যায়। সৰ্বশক্তিমান ভগৱানে যেতিয়া সকলো গ্ৰহণ কৰে তেতিয়া চলন, ফুৰণ, প্ৰবৃত্তি, নিবৃত্তি, পাপ, পুণ্য এইসকলো ভগৱানৰ ক্ৰিয়া বুলি ভক্তই ভাবি লয়। সকলো বিবেচনাৰ ভাৰ ভগৱানৰ ওপৰতে দিয়ে। এয়ে একশৰণ বা অনন্য শৰণ ভক্তি। এই অৱস্থাকে মাধৱদেৱে কৈছে —

নোহো জানা আমি চাৰি জাতি চাৰিয়ো আশ্ৰমী নোহো আতি
নোহো ধৰ্মশীল দানব্ৰত তীৰ্থগামী।
কিন্তু পূৰ্ণানন্দ সমুদ্ৰৰ গোপী ভৰ্ত্তা পদ কমলৰ
দাসৰো দাসৰ তান দাস ভৈলো আমি।। (নাম-ঘোষা, ৬৭০)

এই নৱবিধ ভক্তিৰ ভিতৰতো শ্ৰৱণ, কীৰ্তন আৰু স্মৰণ এই তিনিবিধ সকলোতকৈ শ্ৰেষ্ঠ। ভেদভাব বা মায়াৰ বন্ধন নোহোৱা নিৰ্গুণ ভক্তৰ সদায় শ্ৰৱণ, কীৰ্তন আৰু স্মৰণ চলি থাকে :

মুকুতসকলো হৰিৰ কীৰ্তনে
কৰয় সদায় ৰতি।
হেন কীৰ্তনত যিটো নেদে চিত্ত
যাইবে সিটো অধোগতি।। (নাম-ঘোষা, ২৮৮)

ঐকান্তিক মহামুনি যত নিবৰ্তিয়া বিধি নিষেধত
নিৰ্গুন ভাৱত স্থিতি হুয়া নিৰন্তৰে।
জানি পুৰুষাৰ্থ সাৰতত্ব কৃষ্ণ কথামৃত সাগৰত
কথনে মথনে সদায়ে ৰমণ কৰে।। (নাম-ঘোষা, ৬৪৭)

শ্ৰৱণ-কীৰ্তনৰ লগতে স্মৰণো অন্তৰ্ভুক্ত। কাৰণ, স্মৰণ নোহোৱাকৈ শ্ৰৱণ-কীৰ্তন হ'ব নোৱাৰে। গতিকে শ্ৰৱণ আৰু কীৰ্তনকে সৰ্বশ্ৰেষ্ঠ বুলি কোৱা হৈছে।

পূজা আদি যত ভক্তিৰ মধ্যত
শ্ৰৱণ-কীৰ্তন সাৰ।

কথা শ্ৰৱণৰ নাম কীৰ্তনৰ
সমান নাহিকে আৰ।। (ভাগৱত, ২য় স্কন্ধ)

মাধৱদেৱে কৈছে নিজকে ভগৱানৰ দাস বুলি মানি দেহ-মনেৰে ভগৱানৰ সেৱা কৰাটো মহাপুৰুষীয়া বৈষ্ণৱ ধৰ্মৰ আদৰ্শ স্বৰূপ। নৱ-বিধ ভক্তিৰ ভিতৰত দাস্য ভাবক শঙ্কৰদেৱ আৰু মাধৱদেৱে বেছি গুৰুত্ব দিয়া পৰিলক্ষিত হয়। দুয়োজনাই নিজৰ বিভিন্ন গীত, ভটিমা, কাব্য আৰু নাটত নিজকে কৃষ্ণৰ 'দাস' বুলি ঘোষণা কৰি গৌৰৱ অনুভৱ কৰে। মহাপুৰুষ শঙ্কৰদেৱেও নিজকে 'কৃষ্ণৰ কিঙ্কৰ', 'শঙ্কৰ দাস' আদি পৰিচয় দিয়াৰ দৰে মাধৱদেৱৰো প্ৰিয় আত্ম পৰিচয় হ'ল — 'দাসকুদাসা', 'দীন', 'মুৰুখমতি' ইত্যাদি। যি বিনয়ৰ ভাব মাধৱদেৱৰ সমগ্ৰ ৰচনাৱলীৰ মাজেদি প্ৰকাশিত হৈছে সেয়া দাস্য ভক্তিৰেই বহিঃ প্ৰকাশ। ভাগৱত পুৰাণে বিষ্ণুক সকলো জীৱৰে গৰাকী বুলি আৰু সকলো জীৱ তেওঁৰে অংশ বুলি কৰা ঘোষণাই নৱ বৈষ্ণৱ ধৰ্মত এই দাস্য ভাবৰ বীজ সিঁচে। শঙ্কৰদেৱৰ মতে যি দৰে কৰ্তব্য পৰায়ণ ৰাজ-কৰ্মচাৰীয়ে ব্যক্তিগত লাভৰ কথা চিন্তা নকৰি নিঃস্বাৰ্থভাৱে ৰজাৰ সেৱা কৰে, ভগৱানৰ প্ৰতি ভক্তিও তেনে হোৱা উচিত। দাস্যভক্তিৰ মহিমা প্ৰচাৰ কৰি কীৰ্ত্তনত তেৰাই বলি ৰজাৰ মুখত দিছে —

সিটো দৈত্যেশ্বৰে মাধৱত পৰে
নিচিন্তিলা আন কাম।
শয়নে ভোজনে সচিতে সোপনে
নেড়িলা হৰিৰ নাম।।
সুদৃঢ় ভকতি ভাৱে দৈত্যপতি
কৰিলা কৰ্ম্ম নিৰ্ম্মূল।
সংসাৰক তৰি পুৰুষ উদ্ধাৰি
নিস্তাৰিলা দৈত্যকুল।। (কীৰ্ত্তন, বলিছলন, ৬৩১)

মাধৱদেৱৰ 'নাম-ঘোষা' দাস্য ভক্তিৰ অনুপম প্ৰকাশ। বহুতো ঠাইত ভক্ত কবিজনে তেওঁৰ ইষ্ট দেৱতাক সম্বোধন কৰিছে। সখী, সুহৃদ, প্ৰিয়তম আদি সকলো আপোন সম্পৰ্কৰে সম্বন্ধ কৰাৰ পিছত নাথ বা স্বামীৰূপে ভগৱানক গ্ৰহণ কৰি ভৃত্যৰূপে তেওঁক নিজকে সমৰ্পণ কৰিছে —

সৰোবৰ গ্ৰাহে ধৰি আছে গজেন্দ্ৰ পীড়াক পায়া পাছে
আকাশে গৰুড় স্কন্ধে চক্ৰ ধৰি হৰি।
দেখি সুৱৰ্ণৰ পদ্ম ধৰি বোলে দুঃখে আৰ্ত্তনাদ কৰি
নমো ভগৱন্ত গুৰু লৈয়ো দাস কৰি।। (নাম-ঘোষা, ৬৮১)

নাম-ঘোষাই ভগৱানক তেওঁৰ দাসসকলৰ প্ৰতি কৃপাশীল বুলি সঘনাই উল্লেখ কৰিছে। ধেনুৱে অৰ্থাৎ গাইগৰুৱে যিদৰে বৎস পালন কৰে ভগৱানেও সেইদৰে ভক্তসকলক পালন কৰে।

সহজ কৃপালু গুণক প্ৰকাশি এ
ধৰি আছা হৰি ভকত বৎসল নাম।
ধেনু যেনমতে বৎসক পালয় এ
তুমি সেহিমতে ভকতক পালা ৰাম।। (নাম-ঘোষা ৮০৯)

মাধৱদেৱৰ বৰগীতবোৰৰ মাজতো দাস্যভাৱ ফুটি উঠিছে। সংসাৰ সাগৰ পাৰ হ'বলৈ ভগৱানৰ দয়াৰ প্ৰয়োজন। ভৃত্যৰূপে তেওঁৰ সেৱা কৰিলে লোভ-লালসাৰ কুম্ভীৰ আৰু সোঁতেৰে ভৰা এই সংসাৰ সাগৰখন অতিক্ৰম কৰিবলৈ নৌকা স্বৰূপ তেওঁৰ চৰণৰ সহায় পাব পাৰি —

এ ভব সাগৰ মাজে পৰি হামু ভাসি।
কাম ক্ৰোধ কুম্ভীৰ মগৰে গিলে আসি।।
নাহিকে তৰণি তুৱা পদ বিনে আন।। (বৰগীত)

মানুহৰ সম্পদ, আত্মীয়স্বজন, যৌৱন আদি সকলো ক্ষণস্থায়ী বিজুলীৰ চমকৰ দৰে। মায়াত অন্ধ মানুহে সেইবোৰকে সঁচা বুলি ভাৱে। এই সকলো কামনাৰ পৰা ৰক্ষা কৰিব পাৰে একমাত্ৰ ভগৱানৰ কৃপাই। গতিকে, তেওঁৰ চৰণ পদৰেণুৰ ভৃত্য হৈ কৃপা লাভ কৰাটো ভক্তসকলৰ পৰম কাম্য। কেৱল ভক্তিৰ বাবে ভক্তি কৰাই মাধৱদেৱৰ দাস্যভাৱৰ মূল কথা। সমস্ত কৰ্ম ভগৱানৰ চৰণত সমৰ্পণ কৰি নিঃস্বাৰ্থভাৱে তেওঁৰ চৰণত বন্দনা কৰিলে সকলো আসক্তিৰ পৰা হাত সাৰিব পাৰি। (ভক্তি-ৰত্নাৱলী, পদ ১১০৫-১১২১)। আসক্তিহীন মনেৰে ভগৱানৰ সেৱা কৰিলে যি আনন্দ পোৱা যায়, তাৰ ওচৰত মোক্ষ লাভৰ আনন্দ তুচ্ছ হৈ পৰে। মাধৱদেৱে তেওঁৰ দাস্যভক্তিৰ গভীৰতাৰ মাজেদি সেই পৰম আনন্দৰ সন্ধান পাইছে। বৰগীতৰ মাজেদি মাধৱদেৱে পৰমাৰ্থতত্ত্বৰ গভীৰ আবেদন দাঙি ধৰিছে, আনহাতে কাব্যৰস আৰু চিত্ৰৰ সুন্দৰ প্ৰকাশ কৰিছে। সেয়েহে তেওঁৰ ৰচনাৰ য'তেই তেওঁৰ ব্যক্তিগত আবেগ প্ৰকাশ পাইছে তাতেই এক প্ৰসন্ন আত্মসমৰ্পণৰ ভাব ফুটি উঠা দেখা গৈছে। □

# মহাপুৰুষ মাধৱদেৱৰ ৰচনাৱলীৰ চমু আভাস

ধৰ্ম-কৰ্ম, শিল্প-সংস্কৃতি, সাহিত্য-দৰ্শন, সমাজ জীৱন ইত্যাদি বিভিন্ন দিশত বিপুল অৰিহণা যোগাই অসমীয়া জাতীয় জীৱন পুষ্ট কৰিবলৈ যোৱাৰ ক্ষেত্ৰত মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰদেৱৰ লগতে মহাপুৰুষ মাধৱদেৱৰ নামো ল'ব লাগিব। মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰদেৱে একশৰণ হৰিনাম ধৰ্মৰ প্ৰচাৰ অভিযান চলাই থকাৰ সময়তে ঘটনাক্ৰমে শাক্তপন্থী অগাধ পণ্ডিত যুৱক মাধৱদেৱক ধুৱাহাটত প্ৰতিদ্বন্দ্বীৰূপে লগ পাওঁতে ধৰ্মমত সম্পৰ্কে দুয়োজনাৰ মাজত হোৱা তৰ্কবাদৰ ফলশ্ৰুতি হিচাপে শ্ৰীমাধৱদেৱে মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰদেৱৰ 'একশৰণ হৰিনাম ধৰ্ম'ৰ সাৰমৰ্ম উপলব্ধি কৰি নিজৰ ধৰ্মমত এৰি শ্ৰীমন্ত শঙ্কৰদেৱৰ শৰণ লোৱাত যি মণিকাঞ্চন সংযোগ হ'ল, সিয়ে গুৰুজনাৰ প্ৰৱৰ্তিত একশৰণ হৰিনাম ধৰ্মৰ প্ৰচাৰ অভিযান গম্ভীৰ আৰু তীব্ৰতৰ কৰি তুলিলে। শঙ্কৰদেৱৰ আদৰ্শ সাৰোগত কৰি গুৰুজনাৰ লগতে ধৰ্মপ্ৰচাৰ অভিযানত আত্মনিয়োগ কৰিলে। শঙ্কৰদেৱৰ ছাঁৰ দৰে থকা মাধৱদেৱৰ সাহিত্য সৃষ্টিকে আদি কৰি সমগ্ৰ কাৰ্যৰ মূলতে আছিল শঙ্কৰদেৱৰ অনুপ্ৰেৰণা আৰু উপদেশ। তেওঁৰ প্ৰতিভা আৰু দক্ষতাৰ ওপৰত শঙ্কৰদেৱৰ ইমানেই আস্থা আছিল যে নিজে হাতত ল'বলৈ বিচৰা একাধিক পুথি ৰচনাৰ কামো তেওঁ প্ৰিয়শিষ্যজনলৈ এৰি গৈছিল। গুৰু শঙ্কৰদেৱৰ অনুৰোধত বিশেষকৈ তীৰ্থযাত্ৰাৰ কালছোৱাত নানা গীত ৰচনা কৰিছিল। ভক্তিতত্ত্বৰ জটিল বিষয়-বস্তু কোমল আৰু সুৱলা ভাষাত দাঙি ধৰিব পৰাটো আছিল মাধৱদেৱৰ ৰচনাৰ মাই আকৰ্ষণ। বেদান্ত দৰ্শন বা ভাগৱত পুৰাণৰ গভীৰ তথ্য একোটাও ইমান সাধাৰণভাৱে শ্ৰোতাসে আগবঢ়ায় যে কেৱল সাংগীতিক গুণতে জনসাধাৰণ আকৃষ্ট হয়। মাধৱদেৱৰ কাব্যিক প্ৰতিভাৰ শ্ৰেষ্ঠতম নিদৰ্শন পোৱা যায় গীতসমূহৰ উপৰিও 'ৰাজসূয়' কাব্যত আৰু 'নাম-ঘোষা' পুথিত। ভক্তি সম্প্ৰদায়ৰ কবি হিচাপে মাধৱদেৱৰ প্ৰতিভাৰ শ্ৰেষ্ঠতম বিকাশ ঘটিছে 'নাম-ঘোষা' পুথিত। ভগৱানৰ চৰণত কবিৰ কৰুণ আত্মসমৰ্পণৰ মৰ্মস্পৰ্শী প্ৰকাশে পুথিখনিৰ অপূৰ্ব কাব্য-সৌন্দৰ্য দান কৰিছে। বৰগীতৰ মাজতো এনে সৌন্দৰ্য বিদ্যমান। ৰামায়ণৰ আদিকাণ্ডত উপমাপূৰ্ণ বাক্য আৰু অলঙ্কাৰৰ প্ৰয়োগেও এক আকৰ্ষণীয় পৰিৱেশ সৃষ্টি কৰিছে। নাট ৰচনাৰ ক্ষেত্ৰতো মাধৱদেৱ আছিল অন্য এক বিৰল প্ৰতিভা। নিজা সুকীয়া ৰীতিৰ পৰিচায়ক ক্ষুদ্ৰাকৃতিৰ ঝুমুৰাসমূহ ৰচনা কৰি তেওঁ দৰ্শকৰ মন আলোড়িত কৰিছিল। শিশুকৃষ্ণৰ ছল-চাতুৰীৰ মাজেদি ভক্তিধৰ্মৰ আদৰ্শ প্ৰচাৰ কৰা ঝুমুৰাসমূহ কলা-সুলভ সৌন্দৰ্যৰ আধাৰ। তেওঁৰ ৰচনাসমূহৰ ভিতৰত আদিকাণ্ড ৰামায়ণ, ৰাজসূয় কাব্য, জন্ম ৰহস্য, অৰ্জুন-ভঞ্জন আৰু কেইটামান গীত, ভটিমা মাধৱদেৱে শঙ্কৰ গুৰুৰ জীৱনকালতে ৰচনা কৰিছিল। তেওঁৰ

সাহিত্য কীৰ্তিসমূহৰ ভিতৰত অন্যতম হ'ল 'নাম-ঘোষা' আৰু 'ভক্তি-ৰত্নাৱলী'। মাধৱদেৱৰ সমগ্ৰ ৰচনাসমূহ হৈছে —

(১) তত্ত্বমূলক — (ক) নাম-ঘোষা (খ) ভক্তি-ৰত্নাৱলী (গ) জন্ম ৰহস্য (ঘ) নাম-মালিকা

(২) কাব্য —(ক) আদিকাণ্ড ৰামায়ণ (খ) ৰাজসূয় কাব্য

(৩) গীত —(ক) বৰগীত (খ) ভটিমা

(৪) ঝুমুৰা— (ক) চোৰধৰা (খ) পিম্পৰা গুছোৱা (গ) ভোজন-বেহাৰ (ঘ) ভূমি লেটোৱা (ঙ) অৰ্জুন ভঞ্জন

মাধৱদেৱৰ নামত প্ৰচলিত ঝুমুৰাসমূহ — (ক) ভূষণ-হৰণ, (খ) ৰাস ঝুমুৰা (গ) কোটোৱা খেলা (ঘ) ব্ৰহ্মামোহন। চৰিতপুথিত উল্লেখ থকা, কিন্তু পাবলৈ নোহোৱা নাট— (ক) ৰাসযাত্ৰা (খ) নৃসিংহযাত্ৰা (গ) গোবৰ্দ্ধন যাত্ৰা।

কীৰ্ত্তনৰ 'ধ্যানবৰ্ণন' অংশও মাধৱদেৱৰ ৰচিত বুলি উল্লেখ আছে।

উক্তগ্ৰন্থসমূহৰ চমু আলোচনা কৰা হ'ল —

(১) নাম-ঘোষা : আধ্যাত্মিক কাব্যসমূহৰ ভিতৰত 'নাম-ঘোষা'ই বিশিষ্ট স্থান অধিকাৰ কৰি আহিছে। ষোড়শ খ্ৰীষ্টাব্দৰ শেষভাগত মহাপুৰুষ মাধৱদেৱে তেখেতৰ নাম-ধৰ্ম প্ৰচাৰৰ আৰ্হিৰূপে মহিমামণ্ডিত ভক্তিতত্ত্ব প্ৰকাশক গ্ৰন্থখনি ৰচনা কৰে। শ্ৰীমদ্‌ভগবদ্‌গীতা আৰু ভাগৱতপুৰাণৰ সাৰ সংগ্ৰহ কৰি পৰম দুৰ্বোধ্য আত্মতত্ত্বক অৰ্থাৎ দাৰ্শনিক তত্ত্বক সহজে হৃদয়ত সংস্থাপিত কৰিবলৈ, শ্ৰৱণ-কীৰ্তনৰ দ্বাৰা ভগবানক মানৱহৃদয়ত স্থাপিত কৰিবলৈ মাধৱদেৱে এই গ্ৰন্থখনি ৰচনা কৰে।

ভগৱৎ ভক্তিৰ সম্যক ধাৰণা 'নাম-ঘোষা'ত মাধৱদেৱে মানৱক প্ৰদান কৰিবলৈ অহোপুৰুষাৰ্থ কৰে। একশৰণ হৰিনাম ধৰ্মৰ তাত্ত্বিকজ্ঞান শৰণ, ভজন, নমস্কাৰ, উপদেশ, নিন্দা, প্ৰাৰ্থনা, মহিমা, আত্ম-উপদেশ, আত্মনিন্দা, বস্তুপ্ৰকাশ, প্ৰশংসা, পৰমাৰ্থসাৰ, হৰবাৰ, উপদেশ, নামান্বয়, শৰণ, ভজন, নমস্কাৰ, মহিমা, কলিধৰ্ম, নাম, তাৎপৰ্য, ঈশ্বৰ-নিৰ্ণয়, মহিমাযুক্ত উপদেশ, নাম-ছন্দ আদি নাম-ঘোষাত সন্নিবিষ্ট কৰিছে। 'নাম-ঘোষা' পুথিৰ সৃষ্টিৰ অন্তৰালত আছে মহাপুৰুষ মাধৱদেৱৰ গভীৰ আৰু বিস্তৃত অধ্যয়ন আৰু ভগৱৎ ভক্তিৰ ঐকান্তিক সাধনা। ভাগৱত পুৰাণ আৰু গীতাৰ উপৰিও বিভিন্ন পুৰাণ, ভাগৱত-ভাবাৰ্থ দীপিকা, ভক্তি-বিবেক, ভক্তি-ৰত্নাকৰ, ৰামায়ণ, মহাভাৰত আদি শাস্ত্ৰসমূহৰ সাৰ উদ্ধাৰ কৰি মাধৱদেৱে ভক্তি-সাহিত্য 'নাম-ঘোষা' ৰচনা কৰে।

'নাম-ঘোষা'ৰ ঘোষাসমূহ বিভিন্ন ছন্দত ৰচিত। যেনে — ছবি, দুলড়ী, লেচাৰী, শৰণ আৰু নামছন্দ আদি। নাম-ঘোষাৰ কথাবস্তুৱে দাৰ্শনিক তত্ত্ব আৰু ভক্তিভাৱ হৃদয়ঙ্গম কৰাত

সহায় কৰে। ইয়াত আত্মাৰ লগত পৰমাত্মাৰ, সংসঙ্গৰ লগত সংকীৰ্তনৰ, ভকতৰ লগত ভগৱন্তৰ ভক্তিৰ নিবিড়তাৰ লগত মুক্তিৰো উৰ্ধৰ আত্মিক আনন্দৰ কথা সৌৰৱাই দিয়া হৈছে —

একান্ত ভকত যাৰা হয় কিছু অৰ্থ তাৰা নবাঞ্ছয়
মহা অদ্‌ভূত হৰিনাম লয়।
পৰম মঙ্গল কৃষ্ণযশ যাত পৰে আন নাহি ৰস
পৰম আনন্দ সমুদ্ৰে মজি ৰহয়।। নাম-ঘোষা ৬৮৩

আলঙ্কাৰিকসকলৰ বাবে নাম-ঘোষা এখনি অলঙ্কাৰ গ্ৰন্থ, ইয়াত শব্দালঙ্কাৰ, অৰ্থালঙ্কাৰ আৰু সুৰৰ মাধুৰ্য উল্লেখযোগ্য। নাম-ঘোষাৰ আৰম্ভণি অতিশয় তাৎপৰ্যপূৰ্ণ। ইয়াত ভকত আৰু ভগৱন্তৰ নিবিড় সম্পৰ্ক দেখা যায়। 'নাম' লয় ভকতে, ভকতবিহীন নাম কল্পনাতীত। সেয়ে প্ৰথমটি 'নমস্কাৰ' ভকতৰ প্ৰতি। প্ৰকৃতাৰ্থত ভক্ত "মুক্তিতো নিস্পৃহ", সেইকাৰণে অন্যস্পৃহাৰ কথাই নাই। যিজনে ভগৱানৰ নাম-গুণ মনে প্ৰাণে কীৰ্তন কৰে সেইজনেই একান্ত ভকত।

'নাম-ঘোষা'ৰ আন এটা উল্লেখযোগ্য দিশ হ'ল 'ঈশ্বৰ নিৰ্ণয়'। ঈশ্বৰৰ সংজ্ঞা দিয়া অতি জটিল দাৰ্শনিক কৰ্ম হ'লেও 'নাম-ঘোষা'ত মাত্ৰ দুটি শাৰীতে এই সংজ্ঞা প্ৰদান কৰা হৈছে —

প্ৰকৃতি পুৰুষ দুইৰো নিয়ন্তা মাধৱ।
সমস্তৰে আত্মা হৰি পৰম বান্ধৱ।। নাম-ঘোষা ৪০৫

কৃষ্ণই (বিষ্ণুৱেই) সমস্ত জগতৰ সাৰ, তেওঁ নিত্য নিৰঞ্জন, সনাতন, অনাদি অনন্ত, নিৰ্গুণ অথচ গুণৰ নিয়ন্ত্ৰক। বিষ্ণুৰ মহিমা-অপাৰ। 'নাম-ঘোষা'ত ভক্তই ভগৱন্তৰ চৰণত জনোৱা প্ৰাৰ্থনাসমূহত একান্ত দাস্যভাৱৰ গভীৰতম আত্ম-নিবেদন ফুটি উঠিছে। 'নাম-ঘোষা'ৰ উপদেশসমূহত সৰ্বাধিক গুৰুত্ব আৰোপ কৰা হৈছে। এই সংসাৰ বন্ধনৰপৰা জীৱই নিস্তাৰ পাবলৈ ভক্তিত আশ্ৰয় গ্ৰহণেই হ'ল একমাত্ৰ উপায়।

মাধৱদেৱৰ সমগ্ৰ ৰচনাতে দাসনুদাসা, দীন, মুৰুখমতি আদি বিনয়ৰ ভাৱসমূহে দাস্যভক্তিৰ বহিঃপ্ৰকাশ হয়। ভাগৱত পুৰাণেও বিষ্ণুক সকলো জীৱৰে গৰাকী বুলি আৰু সকলো জীৱ তেওঁৰে অংশ বুলি কৰা ঘোষণাই মনত বৈষ্ণৱ ধৰ্মত এই দাস্যভাৱৰ বীজ সিঁচে।

'নাম-ঘোষা'ত এহেজাৰ এঘোৰা (১০০১) ঘোষা থকাৰ বাবে ইয়াক 'হেজাৰী ঘোষা' বুলিও কোৱা হয়। নাম-ঘোষাৰ সম্পৰ্কে ডক্টৰ বাণীকান্ত কাকতিদেৱে লিখিছে — 'নাম-ঘোষা'ত তিনিটা ভাৱধাৰা মিহলি হৈ *বিশাল আনন্দ সাগৰৰ ৰূপত প্ৰকাশ হৈছে* —

পুণ্যশ্লোক শঙ্কৰস্মৃতি, মাধৱদেৱৰ আত্মলঘিমা আৰু কৃষ্ণ ভক্তি মাহাত্ম্য।" (পুৰণি অসমীয়া সাহিত্য, ২য় তাঙৰণ, পৃ ৬৫) কবিতা কবিতা লগা সুকোমল অনুভূতি আৰু ৰহস্যবাদৰ সুক্ষ্মপ্ৰকাশে ঘোষাকেইটিক অভিনৱ মহত্ত্ব প্ৰদান কৰিছে। হয়তো কেৱল 'নাম-ঘোষা' পুথিখনি ৰচনা কৰিলেই অসমীয়া সাহিত্যত মাধৱদেৱৰ নাম অমৰ হৈ থাকিলেহেঁতেন। 'নাম-ঘোষা' এখন তত্ত্বমূলক ৰচনাই নহয়, ই এক শ্ৰেষ্ঠ সাহিত্যও। নৱবিধ ভক্তিৰ ভিতৰত শ্ৰৱণ আৰু কীৰ্তনে 'নাম-ঘোষা'ত আগস্থান পাইছে।

**ভক্তি-ৰত্নাৱলী ঃ** ভক্তি-ৰত্নাৱলী মাধৱদেৱৰ আন এখন তত্ত্বমূলক অনুবাদ গ্ৰন্থ। মহাপুৰুষীয়া বৈষ্ণৱধৰ্মত মহাপুৰুষ শঙ্কৰদেৱৰ 'কীৰ্ত্তন-ঘোষা' আৰু 'দশম'ৰ যি স্থান মাধৱদেৱৰ 'নাম-ঘোষা' আৰু 'ভক্তি-ৰত্নাৱলী'ৰো সেই একে স্থান। এই চাৰিখন গ্ৰন্থক মহাপুৰুষীয়া বৈষ্ণৱ ধৰ্মৰ চাৰিখুঁটি বুলি কোৱা হয়।

বিষ্ণুপুৰী সন্ন্যাসীয়ে 'ভক্তি-ৰত্নাৱলী' গ্ৰন্থ মহাপুৰুষ শঙ্কৰদেৱলৈ শ্ৰদ্ধাৰ চিন স্বৰূপে কণ্ঠভূষণৰ হাতত দি পঠিয়ায়। কিন্তু শঙ্কৰদেৱে এই গ্ৰন্থ হাতত পৰাৰ আগেয়েই 'ভক্তি-ৰত্নাকৰ' নামৰ ভক্তিতত্ত্ব বিষয়ক এখনি গ্ৰন্থ সংস্কৃত ভাষাত ৰচনা কৰিছিল। পিছত শঙ্কৰদেৱে মাধৱদেৱক 'ভক্তি-ৰত্নাৱলী' গ্ৰন্থখন ভাঙনি কৰিবলৈ দিয়ে। প্ৰথমে মাধৱদেৱে এই কথাত আপত্তি কৰিছিল, তেতিয়া শঙ্কৰদেৱে নিজে দুটামান শ্লোকৰ ভাঙনি কৰি পুথিখনি ভাঙনি কৰাৰ দায়িত্ব মাধৱদেৱক দিয়ে। শঙ্কৰদেৱৰ প্ৰয়াণৰ পিছত প্ৰায় দুবছৰৰ পিছত সুন্দৰীদিয়াত ভাগিন ৰামচৰণ ঠাকুৰৰ ঘৰত থকাৰ সময়তেই 'ভক্তি-ৰত্নাৱলী' ৰচনাৰ কাম শেষ কৰে।

মুঠ তেৰটা বিৰচনত মূল ভক্তি-ৰত্নাৱলী গ্ৰন্থ বিষ্ণুপুৰী সন্ন্যাসীয়ে ভাগৱতৰ ভক্তি বিষয়ক শ্লোকেৰে সজাই তুলিছে। ভক্তি-ৰত্নাৱলীত থকা তেৰটা বিৰচন হৈছে — (১) ভক্তি বিৰচন (২) সৎসঙ্গ বিৰচন (৩) ভক্তি-বিশেষণ বিৰচন (৪) শ্ৰৱণ বিৰচন (৫) কীৰ্তন বিৰচন (৬) স্মৰণ বিৰচন (৭) পাদ-সেৱন বিৰচন (৮) অৰ্চন বিৰচন (৯) বন্দন বিৰচন (১০) দাস্য বিৰচন (১১) সখ্য বিৰচন (১২) আত্ম-নিবেদন বিৰচন (১৩) শৰণ বিৰচন।

ভক্তি-ৰত্নাৱলী গ্ৰন্থত যে ভাগৱতৰ সাৰ ভাগহে গ্ৰহণ কৰা হৈছে এই কথা মাধৱদেৱে আৰম্ভণিতে ব্যক্ত কৰিছে —

> ভক্তি-ৰত্নাৱলী গ্ৰন্থ ভাগৱত সাৰ।
> মূৰুখ মাধৱে পদ কৰিলা প্ৰচাৰ।। (পদ ৪)

'ভক্তি বিৰচন'ত হৰিভক্তি ধৰ্মৰ শ্ৰেষ্ঠত্ব সুন্দৰভাৱে প্ৰকাশ পাইছে। সকলো ধৰ্মৰে মুখ্য বা প্ৰধান ফল হৈছে 'ভক্তি'। ভক্তি অবিহনে সকলো নিষ্ফল হয়। শুদ্ধ সত্ত্ব গুণৰ দ্বাৰা মনক স্থিৰ ৰাখি ভগৱানত ভক্তি ৰাখিব লাগে।

> যতেক স্বধৰ্ম হৰি ভক্তিৰ কিঙ্কৰ।

ভকিতৰ মুখ চাই থাকে নিৰন্তৰ।।
সমস্ত ধৰ্মৰ ভকতিসে মুখ্যফল।
ভকতি নভৈলে ধৰ্ম সকলো বিফল।। পদ ২৭

ভক্তিৰ শ্ৰেষ্ঠত্ব প্ৰতিপন্ন কৰিবলৈ প্ৰসঙ্গক্ৰমে কপিল, দেবৰ্ষি, সুনীতি, হনুমান, প্ৰহ্লাদ, যম আদিৰ উক্তিৰ উপস্থাপন কৰা হৈছে।

মূলত 'সৎসঙ্গ বিৰচন'ত ৬৪টা শ্লোকত আছে। মাধৱদেৱে ইয়াৰ ১৫২ টা পদত ভাঙনি কৰিছে। এই বিৰচনত সৎসঙ্গৰ মহিমা বৰ্ণনা কৰা হৈছে। স্বৰ্গলাভ, মোক্ষপ্ৰাপ্তি আদিও যে সৎসঙ্গ লাভৰ সমকক্ষ নহয় সেইকথা এই বিৰচনত কোৱা হৈছে।

যিজন সৃষ্টি, স্থিতি, প্ৰলয়ৰ হেতু, যিজনে অনন্ত বিচিত্ৰ কৰ্ম কৰে, সেইজন কৃষ্ণৰ গুণ-কীৰ্তন শ্ৰৱণৰ দ্বাৰা নৰকাদি দুখো দূৰ হয়। কাৰণ জ্ঞান আদিতকৈয়ো শ্ৰেষ্ঠ হৈছে শ্ৰৱণ-কীৰ্তন। মোক্ষ আদি যিমান সুখ আছে সেই সকলোবোৰ শ্ৰৱণসুখতে অন্তৰ্হিত হৈ থাকে। যিজন ভগৱানত পুৰুষাৰ্থ সমাপ্তি হয়, যিজন ভগৱানত পুৰুষাৰ্থ সমাপ্তি হয়, যিজনৰ যশৰ বাবেই লক্ষ্মীয়ে বৰণ কৰে, সেইজন কৃষ্ণৰ (বিষ্ণুৰ) নাম, যশ-শ্ৰৱণক মুক্তিতকৈয়ো শ্ৰেষ্ঠ বুলি কৈছে। ভগৱন্তৰ ৰূপ আৰু কাৰ্যৰ স্মৰণ ভক্তিৰ অন্যতম পন্থা। মাধৱদেৱে কৈছে বিষয়সুখত আসক্ত হৈ কৃষ্ণৰ পদসেৱন নকৰাজনে যাঁহৰ লোভত পশু কুঁৱাত পৰি মৃত্যুবৰণ কৰাৰ দৰে অন্ধকূপত পৰি মৰে।

গৃহ অন্ধকূপত পৰিয়া যিটো মৰে।
যেন পশু তৃণ লোভে পৰে অন্ধকূপে।। পদ ১০০৩-৪

ভগৱান কৃষ্ণক বন্দনা কৰিলে তেওঁৰ অনুগ্ৰহতে মনুষ্যই বৈকুণ্ঠত স্থান লাভ কৰিবলৈ সমৰ্থ হয়। সকলো জীৱৰ গৰাকী ভগৱান বিষ্ণুক বন্দনা কৰিয়েই মুক্তিলাভ কৰে। অথচ সেই নামৰ মহিমাতে ভগৱানৰ কৃপা লাভ কৰে। 'দাস-ভক্তি'ৰ কথা 'ভক্তি-ৰত্নাৱলী'ত এনেদৰে কৈছে — শ্ৰীৰাম অৱতাৰত ভগৱানে বানৰৰ সৈতে সখিত্ব কৰিলে। সেই দেৱতাৰো দেৱ বিষ্ণুৱে (কৃষ্ণই) ৰাম অৱতাৰত সকলোকে কৃপা কৰিলে। কিয়নো, দাস্যভাৱেৰে কৰা ভক্তি হৈছে ভক্তিৰ অন্যতম পন্থা।

ভক্তিৰ আনন্দদায়ক আন এটা প্ৰকাৰ হৈছে সখ্য বা মিত্ৰ। বৃন্দাবনৰ গোপীসকল আৰু যিবোৰ জীৱ-জন্তু, গছ-গছনি আদি কৰি সকলোৱে কৃষ্ণৰ লগত সখ্যভাৱে থাকি কৃষ্ণৰ চৰণ চিন্তি ভগৱন্তক লাভ কৰিছিল। মানুহৰ লগত কৰা সখ্যভাৱত বিচ্ছেদৰ ভয় থাকে। কিন্তু সমস্ততে বিয়পি থকা ভগৱানৰ সৈতে বিচ্ছেদৰ ভয় নাথাকে।

আত্মনিবেদন হৈছে নৱবিধা ভক্তিৰ আন এটা প্ৰকাৰ। নিজৰ দেহ-মন সকলো কৃষ্ণত অৰ্পণ কৰি সাংসাৰিক বন্ধনৰপৰা মুক্তি লাভ কৰাই হৈছে আত্মনিবেদন। শৰণ মাহাত্ম্যত

কোৱা হৈছে যে কৃষ্ণত শৰণ ল'লে সংসাৰৰ সুখ দূৰ হয়। মূল গ্ৰন্থৰ শেষ বিৰচন হ'ল শৰণ বিৰচন। এই বিৰচণতে শৰণৰ মহিমা প্ৰকাশ কৰা হৈছে।

বিষ্ণুপুৰী সন্ন্যাসীৰ 'ভক্তি-ৰত্নাৱলী'ক আৰ্হি হিচাপে লৈ মাধৱদেৱে ৰচনা কৰা 'ভক্তি-ৰত্নাৱলী' গ্ৰন্থইও ভাগৱত পুৰাণক অৱলম্বন কৰিছে। মূল ভাগৱতৰ তিনিশ বাৱন্নটা শ্লোক (৩৫২) স্বকীয় ভাবেৰে সৰল ভাষাৰে ভাবানুবাদ কৰিছে। মুঠ বাৰশ সাতটা (১২০৭) পদত দুলড়ী আৰু ছবি ছন্দত ৰচনা কৰা 'ভক্তি-ৰত্নাৱলী' গ্ৰন্থখনি বৈষ্ণৱ সাহিত্যৰ ভক্তি-সাহিত্যৰ ভিতৰতে উচ্চ স্থান লাভ কৰিছে। মূলৰ অৰ্থ অবিকৃতভাৱে ৰাখি স্বকীয় ৰীতিৰে এই ভক্তি নিৰূপক গ্ৰন্থখনি ৰচনা কৰিছে।

**জন্মৰহস্য ঃ** জন্ম-ৰহস্য মাধৱদেৱৰ আন এখনি তত্ত্বগধুৰ পুথি। মাত্ৰ ১৭২টা পদত পুথিখন সম্পূৰ্ণ হৈছে। এই পুথিখনিৰ ৰচনা সম্পৰ্কে পৰস্পৰৰ মত বিৰোধ আছে। চৰিত পুথিসমূহৰ পৰা জানিব পাৰি যে 'জন্ম-ৰহস্য' পুথিখনি মাধৱদেৱৰ কৃত।

'জন্ম-ৰহস্য' পুথিখনিৰ প্ৰথম তেৰটা পদ আৰু শেষৰ এঘাৰটা পদত মাধৱদেৱে পুথিখনি ৰচনা আৰু বিষয়বস্তু সম্পৰ্কে সামান্য নিজা কথা সংযোগ কৰিছে। পুথিখনিক মাধৱদেৱে অমৃতসদৃশ বুলি অভিহিত কৰিছে।

জন্ম-ৰহস্যৰ কথা সাক্ষাতে অমৃত।
ভাগৱত কথা আত কৰিবো মিশ্ৰিত।।
কৃষ্ণ কথা সংযোগে হৈবেক ৰুচিকৰ।
ৰত্ন জ্যোতি চড়ে যেন কান্তি সুবৰ্ণৰ।।

ভক্ত কবি মাধৱদেৱে শ্ৰীকৃষ্ণৰ জন্মৰে পৰা ব্ৰজধামত নন্দ-যশোদাৰ গৃহত কৰা শিশুলীলা, তাৰ পিছত মথুৰাত কংসাদি দুষ্ট অসুৰ ৰজাসকলক বধ কৰাৰে পৰা একেবাৰে ৰজা যুধিষ্ঠিৰৰ ৰাজসূয় যজ্ঞত দুষ্ট ৰজা শিশুপালক বধ কৰা, কুৰুক্ষেত্ৰৰ যুদ্ধত পাণ্ডৱ পক্ষত থাকি অৰ্জুনৰ ৰথৰ সাৰথিহৈ অষ্টাদশ সেনা বধ কৰাৰে পৰা একেবাৰে যদুবংশ ধ্বংস কৰি পৃথিৱীৰ সমস্ত ভাৰ সংহাৰ কৰি বৈকুণ্ঠগমন কৰালৈকে বৰ্ণনা কৰিছে। প্ৰকৃততে জন্ম-ৰহস্যত মাধৱদেৱে শ্ৰীকৃষ্ণৰ জন্ম-কৰ্মকেই পৰম শ্ৰদ্ধাৰে বৰ্ণনা কৰিছে।

**নাম-মালিকা ঃ** মহাপুৰুষ মাধৱদেৱৰ ভক্তিতত্ত্বমূলক আন এখন গ্ৰন্থ হ'ল 'নাম-মালিকা'। উৰিষ্যাৰ পুৰুষোত্তম গজপতি নামৰ এগৰাকী ৰজাই ব্ৰাহ্মণসকলক লগাই বিভিন্ন পুৰাণ, মহাভাৰত আৰু অন্যান্য শাস্ত্ৰত থকা কৃষ্ণ নামৰ মহিমা প্ৰকাশক শ্লোক-পদ একগোট কৰাৰ বাবেই বোধহয় গ্ৰন্থখনিৰ নাম 'নাম-মালিকা' ৰখা হ'ল ('বৰদোৱা গুৰুচৰিত'— ড° মহেশ্বৰ নেওগ সম্পাদিত, পৃ ২১২)। "ভাগৱত সংক্ষেপ কৰি এখন গ্ৰন্থ ৰচনা কৰিবৰ নিমিত্তে এজন ব্ৰাহ্মণ, এজন কায়স্থ আৰু মাধৱদেৱকো আদেশ কৰিলে। ব্ৰাহ্মণে ছয়মাহে, কায়স্থজনে তিনিমাহে, মাধৱে এক পক্ষে ৰচনা কৰি আনি দিছে। তিনিওখনি শাস্ত্ৰ পাঠ কৰি

মাধৱদেৱৰ ৰচনা শুৱলা আৰু সাৰতত্ত্ব জানি গ্ৰন্থখনি গ্ৰহণ কৰিছে আৰু 'নাম-মালিকা' নাম দি সকলোতে প্ৰচাৰ কৰিছে।"

আনহাতে, দৈত্যাৰি ঠাকুৰৰ চৰিতপুথি মতে 'নাম-মালিকা' নামৰ মূল গ্ৰন্থ এখন বিৰুপাক্ষ কাজিৰ হাতত পৰাতহে এজন ব্ৰাহ্মণ এজন কায়স্থ আৰু মাধৱদেৱক ভাঙনি কৰিবলৈ দিয়ে। ভক্তকবি মাধৱদেৱৰ কাব্যিক অনুভূতি আৰু কলাত্মক হাতৰ পৰশে 'নাম-মালিকা' গ্ৰন্থখনিক এখন শ্ৰুতিমধুৰ ভক্তিতত্ত্বমূলক গ্ৰন্থলৈ উত্তৰণ ঘটালে। গ্ৰন্থখনিৰ নামকৰণৰ ক্ষেত্ৰতো মাধৱদেৱে নিজস্ব মত দাঙি ধৰাটো তাৎপৰ্যপূৰ্ণ।

যেহেন বণিয়াগণে অনেক যতনে।
গঢ়য় বিচিত্ৰমালা সুবৰ্ণে ৰতনে।।
সেহিমতে অনেক গ্ৰন্থক মহাজনে।
বিচাৰি আনিলা সাৰ অনেক যতনে।।
গ্ৰন্থিলা নামৰ মালা অতি সুবিচিত্ৰ।
সমস্তৰে মোক্ষদাতা পৰম পৱিত্ৰ।। পদ ৫৮১-৫৮২

'নাম-মালিকা'ত ভাগৱত পুৰাণৰ প্ৰাধান্য কম। তাৰ সলনি আন পুৰাণ, উপ-পুৰাণ, তন্ত্ৰ, স্মৃতি আদিৰ নামৰ মহিমা প্ৰকাশ শ্লোক সমূহহে 'নাম-মালিকা'ত সন্নিবিষ্ট কৰা হৈছে। মাধৱদেৱে পুথিখনিৰ মাজত সেইকথা সোঁৱৰাই দিবলৈ পাহৰা নাই।

নাম-মালিকাৰ পদ শুনা নিৰন্তৰ।
নামৰ মহিমা নানাবিধ পুৰাণৰ।। পদ ২২১

'নাম-মালিকা'ত নামৰ মহিমা বৰ্ণনা কৰি মাধৱদেৱে বিধিনি বৰ্জিত হৰিনামত শৰণ ল'বলৈ লোক সমাজৰ প্ৰতি আহ্বান জনাইছে। তদুপৰি হৰিনামত যে সকলো শ্ৰেণীৰ লোকৰ সমান অধিকাৰ আছে সেইকথাও দৃঢ়ভাৱে ঘোষণা কৰিছে।

ব্ৰাহ্মণ ক্ষত্ৰিয় বৈশ্য যত শূদ্ৰ চয়।
স্ত্ৰী অন্ত্যজাতি আনো অনেক আছয়।।
নাহি বৰ্ণাশ্ৰম আত নিয়ম বিচাৰ।
হৰিনাম কীৰ্ত্তনে সবাৰো অধিকাৰ।। পদ ১৫০-১৫১

**ৰাজসূয় কাব্য ঃ** মহাপুৰুষ মাধৱদেৱৰ ৰচনাৱলীৰ ভিতৰত কাব্যৰ শ্ৰেণীভুক্ত দুখন পুথি হৈছে (ক) ৰাজসূয় কাব্য (খ) আদিকাণ্ড ৰামায়ণ।

গুৰুৰ নিৰ্দেশ সাৰোগত কৰি ৰচনা কৰা মাধৱদেৱৰ অপূৰ্ব গ্ৰন্থ হ'ল ৰাজসূয় কাব্য। এই গ্ৰন্থত মাধৱদেৱে ভক্তিৰ ওপৰত গুৰুত্ব আৰোপ কৰিছে। কৃষ্ণৰ শ্ৰেষ্ঠত্ব প্ৰতিপাদন

আৰু তেওঁৰ ওপৰত সৰ্বময়তা আৰোপৰ দ্বাৰাই সেই উদ্দেশ্য সাধিত হৈছে। জগতৰ পৰম গুৰু শ্ৰীকৃষ্ণৰ বন্দনাৰে এই কাব্য আৰম্ভ কৰি পাণ্ডৱৰ ৰাজসূয় যজ্ঞক মূল কাহিনী হিচাপে লৈ জৰাসন্ধ বধ আৰু শিশুপাল বধ এই উপকাহিনী দুটা ইয়াত সাৰ্থকভাৱে সংযুক্ত কৰা হৈছে। ইন্দ্ৰপ্ৰস্থৰপৰা জৰাসন্ধ বধৰ উদ্যোগৰ স্বাভাৱিকতা ৰক্ষা কৰিছে যুধিষ্ঠিৰৰ ভ্ৰাতাৰ দিগ্বিজয়ৰ ঘটনাৰে। সেই একে স্বাভাৱিকতাৰেই জৰাসন্ধ বধৰপৰা শিশুপাল বধলৈকে ঘটনাৰাজিৰ বৰ্ণনা কৰা হৈছে।

ৰাজসূয় কাব্যৰ মূল উৎস ভাগৱত পুৰাণৰ দশমস্কন্ধৰ সত্তৰ অধ্যায়ৰপৰা পয়সত্তৰ অধ্যায়। আনহাতে, মহাভাৰতৰ সভাপৰ্বত ৰাজসূয় যজ্ঞৰ বিস্তৃত বিৱৰণ পোৱা যায়। যিহেতু দশমৰ ভাঙনি কৰাৰ প্ৰসঙ্গতহে শঙ্কৰদেৱে মাধৱদেৱক কৈছিল — "বোলে বঢাৰ পো, মই আগে গুৰিয়ে ধৰো তুমি উঠা মাজত" গতিকে, ৰাজসূয় কাব্য ৰচনাৰ ক্ষেত্ৰত মাধৱদেৱে যে ভাগৱত পুৰাণক আধাৰ গ্ৰন্থ হিচাপে লৈছিল সেইবিষয়ে সন্দেহৰ অৱকাশ নাই। কিন্তু অন্য শাস্ত্ৰৰ মতো যে মাধৱদেৱে নিজৰ ভাঙনিত সংযোগ কৰিছিল সেইকথা মাধৱদেৱে কাব্যৰ আৰম্ভণিতে নিজেই ব্যক্ত কৰিছে।

মহাভাগৱত পদ সাক্ষাতে অমৃত।
আনো শাস্ত্ৰমত কিছু কৰিবো মিশ্ৰিত।। (পদ ১১

তদুপৰি কাব্যৰ বিষয়বস্তুক ৰসাল কৰি দাঙি ধৰিবলৈ নিজৰ কল্পনাৰ উপৰিও মূল শাস্ত্ৰৰ বহিৰ্ভূত কথাও ঠাই বিশেষে সংযোগ কৰাৰ কথা-কাব্যকাৰে শেষৰ ফালে উল্লেখ কৰিছে। ৰাজসূয় কাব্যত বিভিন্ন ছন্দৰ মুঠ ৭৮২টা পদ আছে। কাব্যখনিত বিষ্ণু বা কৃষ্ণকে উপাস্য দেৱতা বুলি স্বীকাৰ কৰা হৈছে।

শঙ্কৰদেৱ আৰু মাধৱদেৱ দুয়োজনা মহাপুৰুষেই যদিও ভক্তিৰ মহিমা দৃঢ়তাৰে প্ৰকাশ কৰিছে, কিন্তু জ্ঞানৰ বিৰোধিতা কৰা নাই। জ্ঞানৰ মাজেদিহে অহঙ্কাৰ ছেদি মায়াৰ বন্ধনৰপৰা নিজকে উদ্ধাৰ কৰি পৰম ব্ৰহ্মক লাভ কৰি পুৰুষ জীৱমুক্ত হ'ব পাৰে। ভক্তি অবিহনে যে জ্ঞানৰ উদয় নহয় সেই কথা বিশেষ গুৰুত্ব দিছিল।

ৰাজসূয় কাব্যত মাধৱদেৱে এই কথা এনেদৰে কৈছে যে বিষয় বাসনাৰ মোহে ভক্তৰ মন আবদ্ধ ৰাখে, যিদৰে ভজা ধানৰ গজালি হোৱাৰ সামৰ্থ্য নাই। বিসকলে ঈশ্বৰক একান্ত ভক্তি কৰে তেওঁলোকৰ অনৰ্থ হোৱাৰ কোনো শঙ্কা নাই।

নকৰে বিষয়ে মোৰ ভক্তক অনৰ্থ।
যেন ভজা ধান নোহে গাজিব সামৰ্থ।।
তুমি সৱে একান্ত ভকতি আছা পাই।
তোমাসাসবৰ অনৰ্থক শঙ্কা নাই।। পদ ৮৮২

ৰচনাৰীতিৰ ক্ষেত্ৰত মাধৱদেৱে গুৰু শংকৰদেৱক অনুসৰণ কৰিছিল। সেই কাৰণে শংকৰদেৱৰ 'ৰুক্মিণী হৰণ কাব্য'ৰ শ্ৰীকৃষ্ণৰ কুণ্ডিল প্ৰৱেশৰ বৰ্ণনাৰ সৈতে ৰাজসূয় কাব্যৰ শ্ৰীকৃষ্ণৰ ইন্দ্ৰপ্ৰস্থৰ প্ৰৱেশৰ বৰ্ণনাৰ মিল দেখা যায়। তদুপৰি 'ৰুক্মিণীহৰণ কাব্য'ৰ কৃষ্ণ-ৰুক্মিণীৰ বিয়াৰ বৰ্ণনাৰ সৈতে 'ৰাজসূয় কাব্য'ৰ পাণ্ডৱৰ ৰাজসূয় যজ্ঞৰ আড়ম্বৰপূৰ্ণ পৰিৱেশৰ বৰ্ণনাৰ সাদৃশ্য মন কৰিবলগীয়া। নিজৰ নিজৰ বাহনত উঠি যজ্ঞলৈ অহা দেৱতাসকল আৰু পৃথিৱীজুৰি অহা সহস্ৰ ফণাযুক্ত নাগবিলাকৰ চমকপ্ৰদ বৰ্ণনা 'ৰাজসূয় কাব্য'ত পোৱা যায়।

'ৰাজসূয় বাক্য' মাধৱদেৱৰ কাব্যপ্ৰতিভাৰ অন্যতম পৰিচায়ক। বিশেষকৈ বৰ্ণনাৰ সাৱলীলতাই ৰাজসূয় কাব্যক এই সুকীয়া কাব্যিক মৰ্যাদা প্ৰদান কৰিছে। এই কাব্যত বৰ্ণনীয় বিষয়ৰ স্বাভাৱিক আৰু যথাৰ্থ চিত্ৰ পাঠক আৰু শ্ৰোতাৰ অন্তৰত জগাই তোলাত মাধৱদেৱে কৃতকাৰ্যতা লাভ কৰিছে। ইন্দ্ৰপ্ৰস্থলৈ যাবলৈ ৰথত আৰোহণ কৰা ভগৱান কৃষ্ণৰ সৌন্দৰ্য বৰ্ণনাত যিবোৰ উপমা প্ৰয়োগ কৰিছে সেয়া পঢ়িলে সংস্কৃত সাহিত্যত উপমাৰ বাবে বিখ্যাত মহাকবি কালিদাসৰ ৰচনাৰ লগত তুলনা মনলৈ আহে।

কাব্যখনৰ ভাষা প্ৰাঞ্জল আৰু অসমীয়া ভাষা-সংস্কৃতিৰ পৰিচায়ক। পদৰ লালিত্য, অলঙ্কাৰৰ মাধুৰ্য, ভাবৰ গাম্ভীৰ্য, চিত্ৰৰ সৌন্দৰ্য আৰু ভক্তিৰ প্ৰাচুৰ্যই স্বাভাৱিকতে মনোৰম কৰি তুলিছে।

আদিকাণ্ড ৰামায়ণ ঃ মহাপুৰুষ মাধৱদেৱৰ ৰচনাৱলীৰ ভিতৰত কাব্য শ্ৰেণীৰ আন এখন গ্ৰন্থ হ'ল আদিকাণ্ড ৰামায়ণ। মাধৱদেৱে ৰচনা কৰা 'আদিকাণ্ড' হৈছে মহৰ্ষি বাল্মীকি ৰচিত ৰামায়ণৰ বালকাণ্ড। মাধৱদেৱৰ মুকলি অনুবাদত ই নৱৰূপ পৰিগ্ৰহ কৰিছে। মূলৰ ৭৭টা সৰ্গক মূলৰ দৰে বিভাজন নকৰি মাধৱদেৱে ১৪৯২ টা পদত কাহিনীভাগ সামৰি লৈছে। কেইটামান অধ্যায় তেওঁ সম্পূৰ্ণ বাদ দিছে। কেতিয়াবা আকৌ এফাঁকি দুফাঁকি পদতে একোটি সম্পূৰ্ণ সৰ্গ সামৰি পেলাইছে। ঠাই বিশেষে একোটি আখ্যান তেওঁ মূলতকৈ বহলাই দাঙি ধৰা দেখা যায়। এনেবোৰ ক্ষেত্ৰত চকুত পৰে তেওঁৰ মৌলিক কবি প্ৰতিভাৰ এটি বিকশিত ৰূপ।

বশিষ্ঠ মুনিৰ পৰামৰ্শমতে ৰজাই (দশৰথ) ঋষ্যশৃংগ মুনিক আনি যজ্ঞ পতাৰ বাবে আগভাগ লয়। এইখিনিতে ৰাজমন্ত্ৰী সুমন্ত্ৰই ৰজা দশৰথৰ আগত সম্পূৰ্ণ উপাখ্যান বৰ্ণনা কৰিছে আৰু ঋষ্যশৃঙ্গ মুনিক আনি পুত্ৰ লাভৰ বাবে যজ্ঞ কৰিবলৈ পৰামৰ্শ দিছে।

ঋষ্যশৃঙ্গ আনি যজ্ঞ কৰিয়ো নৃপতি।
হৈবেক তোমাৰ তেৱে উত্তম সন্ততি।। পদ ৫০৬

অৱশেষত যজ্ঞৰ পিছত ব্ৰহ্মাদি দেৱতাসকলৰ প্ৰাৰ্থনা ৰক্ষা কৰি ভগৱান বিষ্ণুৱে চাৰিঅংশে দশৰথৰ তিনিগৰাকী পত্নীৰ গৰ্ভত চাৰিপুত্ৰ হিচাপে জন্ম গ্ৰহণ কৰে।

মূল বাল্মীকি ৰামায়ণক অৱলম্বন কৰি কাব্যৰচনা কৰিছিল যদিও মাধৱদেৱে ভক্তিধৰ্মৰ

তত্ত্বমূলক উপদেশসমূহ সংযোগ কৰিছিল। কাব্যৰ আৰম্ভণিতে দৈৱকী নন্দন কৃষ্ণৰ চৰণত প্ৰণিপাত জনাইছে। ত্ৰিদশ কোটি দেৱতাই দেৱশ্ৰেষ্ঠ বিষ্ণুক কেনেদৰে প্ৰাৰ্থনা কৰিছিল তাৰ দীঘলীয়া বৰ্ণনা মাধৱদেৱে দাঙি ধৰিছে।

মায়াৰ অধীন আমি জীৱ নিৰন্তৰ।
তুমিসে কেৱলে মাত্ৰ মায়াৰ ঈশ্বৰ।।
মায়ায়ে মোহিত হুয়া আমি জীৱ যত।
তোমাৰ মূৰ্ত্তিৰ কেহো নাজানোহো তত্ত্ব।। পদ ৫৭২

মায়াৰ দ্বাৰা মোহিত জীৱই ঈশ্বৰ তত্ত্ব লাভ কৰিব নোৱাৰে। যিহেতু সকলো জীৱ ঈশ্বৰৰ মায়াৰ অধীন, গতিকে মায়াৰ গৰাকী ঈশ্বৰৰ চৰণত শৰণ লৈ তেওঁৰ গুণানুকীৰ্তনৰ দ্বাৰাহে মায়াৰ ইন্দ্ৰজাল ভেদ কৰি ঈশ্বৰক লাভ কৰিব পাৰি।

মাধৱদেৱে আকৌ কৈছে যে চাৰিও বেদত ঈশ্বৰৰ তত্ত্বকেই প্ৰকাশ কৰিছে। যি বেদ তেওঁৰ পৰাই উৎপত্তি হৈছে, কিন্তু মায়াৰ অধীনত থকা জীৱই সেই কথা উপলব্ধি কৰিব নোৱাৰে।

তোমাত উপজি বেদে তোমাকেসে কয়।
মায়ায়ে মোহিত জীৱ তাক নেদেখয়।। পদ ৫৮৪

মায়াময় বিষয়-সুখত আবদ্ধ হোৱা জীৱই নানাকাৰ্যত লিপ্ত হৈ সংসাৰৰ বন্ধন ছেদ কৰিব নোৱৰা হয়। যেতিয়ালৈকে জীৱই সাধুৰ সঙ্গ লৈ তোমাক নভজে তেতিয়ালৈকে জীৱই কৰ্মবন্ধন ছেদ কৰি তেওঁ লাভ কৰিব নোৱাৰে।

নানা কাৰ্য্য কৰ্ম্ম ধৰ্ম্ম কৰয় প্ৰবন্ধি।
ফুৰে সংসাৰত সেহি কামে হুয়া বন্দী।
সাধু সঙ্গ লৈয়া যাৱে নভজে তোমাক।
তাৱত নপাৰে কৰ্ম্মবন্ধ এৰাইবাক।। পদ ৫৮৫

মাধৱদেৱৰ এই আদিকাণ্ড ৰামায়ণত ভগৱান ৰামচন্দ্ৰৰ মাজত কেনেকৈ দেৱতাসকলৰো অগোচৰ, যিজনৰ আদি-মধ্য-অন্ত নাই, যিজন শেষ সত্য সেইজন ভগৱানেই ৰামৰূপে অৱতাৰ গ্ৰহণ কৰি মানৱসুলভ আৱেগ-অনুভূতি প্ৰকাশ কৰি দেখুৱাইছে।

যিটো দেৱ নাৰায়ণ সদাশিৱ সনাতন
নাহি আদি অন্ত মধ্য যাৰ।
দেৱে যাক নজানন্ত তেন্তে দেৱ ভগৱন্ত
ৰামৰূপে ভৈলা অৱতাৰ।। পদ ১৪৭৪

সেয়া আছিল সৰ্বজনপ্ৰিয় ৰামৰ আখ্যানৰ যোগেদি বিষ্ণুভক্তি তথা একশৰণৰ আদৰ্শ প্ৰচাৰ কৰা। তাকে কৰিবলৈ যাওঁতে ৰামচন্দ্ৰক বিষ্ণুৰ অৱতাৰ বুলি সঘনে ঘোষণা কৰিবলৈ পাহৰা নাই।

**ভটিমা ঃ** মহাপুৰুষ শঙ্কৰদেৱ আৰু মাধৱদেৱে ৰচনা কৰা একপ্ৰকাৰ গীতকে 'ভটিমা' বুলি কোৱা হৈছে। ভটিমাৰ বিষয়ে ক'বলৈ গৈ ড° মহেশ্বৰ নেওগে কৈছে — "শব্দটিৰ অৰ্থ হৈছে — ভাটৰ গীত। ভাট শব্দ 'ভক্ত' আৰু 'ভট্ট' শব্দৰ লগতো সম্পৰ্কিত হ'ব পাৰে। এইবিধ চাৰণ শ্ৰেণীৰ লোকে গোৱা গীত আছিল যদিও পিছলৈ ইয়াৰ অৰ্থ আৰু ব্যৱহাৰৰ পৰিধি বহল হৈ পৰিল। 'ভটিমা' এক প্ৰকাৰ গীতেই। ইয়াৰ বৈশিষ্ট্য হ'ল — ছন্দ আৰু শব্দ সংযোজনাৰ চাতুৰ্য আৰু গাম্ভীৰ্য আৰু বিচিত্ৰভাৱে অনুপ্ৰাসৰ ধ্বনি প্ৰতিধ্বনিৰে এনে ৰচনাৱলী সমৃদ্ধ।" (অঙ্কীয়া ভাওনা, পৃ ২৪)

মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰদেৱ আৰু মাধৱদেৱৰ দ্বাৰা ৰচিত একপ্ৰকাৰৰ প্ৰশস্তিমূলক গীতকেই 'ভটিমা' বুলি চিহ্নিত কৰা হৈছে। শঙ্কৰদেৱে তীৰ্থভ্ৰমণৰ কালত বিদেশী ভাটক লগ পোৱা আৰু সেই ভাটৰ মুখৰ গীত শুনি মাধৱদেৱক গীত ৰচনা কৰিবলৈ উৎসাহিত কৰাৰ কথা গুৰুচৰিতত পোৱা যায়। (গুৰুচৰিত-কথা, অনুচ্ছেদ ৩০৩)

মাধৱদেৱৰ দ্বাৰা ৰচিত মাত্ৰ নটা ভটিমা পোৱা যায়। মাধৱদেৱৰ তুলনাত শঙ্কৰদেৱে বেছিকৈ ভটিমা ৰচনা কৰিছিল। শঙ্কৰদেৱে প্ৰায়কেইখন নাটতেই এটাতকৈ বেছি ভটিমা সংযোগ কৰিছে। কিন্তু মাধৱদেৱে তেওঁৰ আটাইকেইখন নাটৰ ভিতৰত মাত্ৰ 'ভোজন বেহাৰ' এটা মাত্ৰ ভটিমা সংযোগ কৰিছে। মাধৱদেৱৰ দ্বাৰা ৰচিত বাকী আঠটা ভটিমা একোটি স্বয়ং সম্পূৰ্ণ গীত।

শঙ্কৰদেৱ আৰু মাধৱদেৱৰ ভটিমাসমূহক বিষয়বস্তু অনুসৰি চাৰিভাগত ভাগ কৰিব পাৰি —

(১) দেৱ ভটিমা (২) ৰাজভটিমা (৩) নাট ভটিমা (৪) গুৰু ভটিমা।

মাধৱদেৱৰ ৰচিত ভটিমাসমূহৰ ভিতৰত 'গুৰু ভটিমা'—'জয়গুৰু শঙ্কৰ সৰ্বগুণাকৰ' মাধৱদেৱৰ ঐকান্তিক গুৰুভক্তিৰ অপূৰ্ব প্ৰকাশ।

ভটিমাসমূহৰ ভাষা ব্ৰজাৱলী। মাধৱদেৱৰ 'গুৰু ভটিমা'ত গুৰুৰ প্ৰতি থকা অচলা ভক্তি সুন্দৰভাৱে প্ৰকাশিত হৈছে।

"জয় গুৰু শঙ্কৰ সৰ্বগুণাকৰ
যাকেৰি নাহিকে উপাম।
তোহাৰি চৰণকু ৰেণু শতকোটি
বাৰেক কৰোহো প্ৰণাম।।

সৰ্বশাস্ত্ৰ বিশাৰদ, সুগায়ক, কবি শঙ্কৰদেৱৰ ভক্তৰ প্ৰতি থকা পুত্ৰৱৎ স্নেহৰ কথা

মাধৱদেৱে গুৰু ভটিমাটিত উল্লেখ কৰিছে। তদুপৰি মহাপুৰুষ শঙ্কৰদেৱক ভগৱান শ্ৰীকৃষ্ণৰ অংশ হিচাপে মাধৱদেৱে প্ৰত্যক্ষ কৰিছিল। এই গুৰু ভটিমাত মাধৱদেৱে সেই কথা উল্লেখ কৰিছে।

ত্ৰিভুৱন বন্দন দৈৱকী নন্দন
যো হৰি মাৰল কংস।
জগজন তাৰণ দেৱ নাৰায়ণ
শঙ্কৰ তাকেৰি অংশ।।

গুৰুৰ চৰণত শৰণ লৈহে আধ্যাত্মিক সাধনাত অগ্ৰসৰ হ'ব লাগে। গুৰু অবিহনে ভকতি মুকুতি কেতিয়াও সম্ভৱ নহয়। সেইকথা কীৰ্ত্তনত মহাপুৰুষ শঙ্কৰদেৱে উল্লেখ কৰিছে

বিষ্ণু ভকতৰ সঙ্গ লৈয়া প্ৰথমতে।
গুৰু মানি শুশ্ৰূষা কৰিব ভালমতে।।

মাধৱদেৱৰ বাবে শঙ্কৰদেৱেই আছিল একমাত্ৰ শ্ৰেষ্ঠ গুৰু। যিজন ভগৱানৰ সমানেই ভজনীয়। ইষ্ট দেৱতা কৃষ্ণৰ ৰূপ বৰ্ণনা কৰাৰ ভক্তি আৰু অনুৰাগপূৰ্ণ একোটা ৰীতিৰেই তেওঁ শঙ্কৰগুৰুৰ ৰূপ বৰ্ণনা কৰি গৈছে —

দৰশিত সুন্দৰ গৌৰ কলেৱৰ
যৈচন সুৰ পৰকাশ।
সকল সভাসদ ৰঞ্জন যাকেৰি
দৰশনে পাপ বিনাশ।।

এই সুদীৰ্ঘ গীতটিত শঙ্কৰদেৱৰ প্ৰতিভা, পাণ্ডিত্য, যশ, আৰু গৌৰৱৰ বিচিত্ৰ ছবি এখনি ফুটি উঠিছে। একনিষ্ঠ সেৱক মাধৱদেৱৰ গুৰুৰ প্ৰতি থকা আন্তৰিক অনুৰাগ, শ্ৰদ্ধা আৰু কৃতজ্ঞতাৰ মিশ্ৰিত প্ৰকাশে গীতটিক বিশেষ মূল্য প্ৰদান কৰিছে।

**বৰগীত ঃ** মহাপুৰুষ শঙ্কৰদেৱ আৰু মাধৱদেৱে আধ্যাত্মিক ভাৱৰ কিছুমান গীত ৰচনা কৰিছিল, সেই গীতসমূহক বৰগীত বুলি কোৱা হয়। এই বৰগীতসমূহ কেৱল ৰাগযুক্ত গীতেই নহয়, বিষয়বস্তু, ভাষা, সুৰ, ব্যৱহাৰৰ সীমাবদ্ধতা আদিৰ ক্ষেত্ৰতো ইয়াৰ কিছুমান সুকীয়া বৈশিষ্ট্য আছে।

ড° বাণীকান্ত কাকতিয়ে কৈছে বৰগীতবোৰ উচ্চ নৈতিক আৰু আধ্যাত্মিক ভাৱৰ ওপৰত প্ৰতিষ্ঠিত। বৰগীতৰ বিষয়বস্তুৰ গাম্ভীৰ্যলৈ চাই কালিৰাম মেধিয়ে বৰগীতক 'Great Song' বা 'Song Celestial' বুলি অভিহিত কৰিছে। (বৰগীতঃ বাণীকান্ত চয়নিকা, পৃ ১০১)

বৰগীতৰ বিষয়বস্তু সদায়ে বিষ্ণু-কৃষ্ণ বা ৰামচন্দ্ৰৰ লীলাসমূহ। প্ৰধানভাৱে আধ্যাত্মিক

ভাব আৰু ভগৱান কৃষ্ণৰ প্ৰতি ঐকান্তিক ভক্তিহে বৰগীতৰ মাজেৰে প্ৰকাশ কৰিছে। বৰগীতসমূহ সাধাৰণতে শৃঙ্গাৰ ৰসৰপৰা মুক্ত। মাধৱদেৱৰ বৰগীতসমূহৰ প্ৰধান ৰস হ'ল বাৎসল্য। বৰগীতত ছয় ৰসৰ প্ৰয়োগ সম্পৰ্কে পুৰণি চৰিতপুথিত উল্লেখ পোৱা যায়। এই 'ৰস' শব্দই প্ৰকৃততে বিষয়বস্তুকহে বুজাইছে। সেয়া হ'ল লীলা বিৰহ, বিৰক্তি, পৰমাৰ্থ, চৌৰ্য আৰু চাতুৰি। এই লীলা গীতসমূহক চাৰিভাগত ভাগ কৰা হৈছে — জাগন, চলন, খেলন আৰু নৃত্য। মাধৱদেৱৰ ৰচনাত লীলা গীতকেইটি অধিক মনোমোহা। জাগনৰ গীতৰ সৰ্বশ্ৰেষ্ঠ উদাহৰণ হৈছে — 'তেজৰে কমলাপতি পৰভাতে নিন্দ' গীতটি। ইয়াত মাতৃ যশোদাই কৃষ্ণক মৰমেৰে বিছনা এৰিবলৈ কৈছে। এই গীতটিৰ মাজত প্ৰভাতকালৰ সৌন্দৰ্য জিলিকি উঠিছে। চলনৰ গীতসমূহত শ্ৰীকৃষ্ণৰ বৃন্দাবন-যাত্ৰাৰ ছবি দেখা যায়। গোপ শিশুসকলৰ সৈতে কৃষ্ণই কৰা বিবিধ বিহাৰৰ বৰ্ণনা থকা গীতসমূহেই হৈছে খেলনৰ গীত। শ্ৰীকৃষ্ণই নাচি নাচি বজ্ৰৰ গোপীসকলৰ পৰা দৈ, মাখন আদি খোৱাবস্তু আদায় কৰাৰ বৰ্ণনা থকা গীতসমূহক নৃত্যৰ গীত বুলি কোৱা হয়। নৃত্যৰ গীতত থাকে নৃত্যকুশল কৃষ্ণৰ চঞ্চল চৰণৰ বিবিধ ভঙ্গিমা।

মহাপুৰুষ শঙ্কৰদেৱে বাৰকুৰি বৰগীত ৰচনা কৰাৰ কথা কথা-গুৰু চৰিতসমূহত পোৱা যায়। কিন্তু কমলা গায়নে কণ্ঠস্থ কৰিবলৈ নিওঁতে বনপোৱা জুইত গীতখিনি পুৰি যোৱাত কেৱল ৩৪টা গীতহে ৰক্ষা পৰিল। শঙ্কৰদেৱে মনৰ দুখত আৰু গীত ৰচনা নকৰিলে। শঙ্কৰদেৱৰ নিৰ্দেশ শিৰোধাৰ্য কৰি মাধৱদেৱে ৯ কুৰি এঘাৰটা বৰগীত ৰচনা কৰিলে। কিন্তু মাধৱদেৱৰ বৰগীত ১৯১টাৰ সলনি ১৫৭ টাহে পোৱা গৈছে।

বাৎসল্য ভাবৰ মাজেৰে কৃষ্ণৰ লীলা প্ৰকাশ কৰি সমস্ত বৰগীততে দাস্য-ভক্তিৰ মহিমা প্ৰকাশ কৰাটোৱেই যেন মাধৱদেৱৰ মূল লক্ষ্য।

মাধৱ দাস দীন হীন মতি।
কহত ৰাম চৰণ দোহোঁ গতি।।

**ঝুমুৰা (নাট) :** মহাপুৰুষ মাধৱদেৱে বিৰচিত ঝুমুৰাসমূহ বৈষ্ণৱ সাহিত্যৰ অনুপম সৃষ্টি। গুৰুজনাৰ আৰ্হিতেই তেওঁ গীত নাটক ৰচনা কৰিছিল নৱ-বৈষ্ণৱ ধৰ্মৰ প্ৰচাৰৰ আহিলাৰূপে। সৰ্বমুঠ ন-খনি ঝুমুৰা মাধৱদেৱৰ নামত পোৱা যায়।

মাধৱদেৱৰ ক্ষুদ্ৰ পৰিসৰৰ ঝুমুৰাবোৰৰ লগত বিল্বমঙ্গলৰ নামটো ওতঃপ্ৰোতভাৱে জড়িত। কাৰণ, এইবোৰ কাহিনীত প্ৰায়েই দেখা যায় 'বিল্বমঙ্গল'ৰ স্তোত্ৰৰ প্ৰভাৱ।

'কৃষ্ণকৰ্ণামৃত'ৰ প্ৰভাৱো মাধৱদেৱৰ ঝুমুৰাসমূহত পৰা দেখা যায়।

'চোৰধৰা', 'পিম্পৰা গুচোৱা' আৰু 'ভূমিলেটোৱা' এই কেইখন ঝুমুৰা কৃষ্ণকৰ্ণামৃতৰ শ্লোকৰ পোনপটীয়া নাট্যৰূপ। ঝুমুৰাসমূহত ভাগৱত-পুৰাণৰ কাহিনীয়ে প্ৰকাশ হোৱা দেখা যায়। অৰ্জুন-ভঞ্জনত 'হৰিবংশ'ৰ প্ৰভাৱ স্পষ্ট হৈ চকুত পৰে। তথাপিও বিল্বমঙ্গলৰ

কৃষ্ণকৰ্ণামৃতৰ শ্লোকসমূহৰ প্ৰভাৱ অধিক চকুত পৰে।

মাধৱদেৱে ঝুমুৰাসমূহত ব্ৰজাৱলী ভাষা প্ৰয়োগ কৰিছিল। এই ভাষা হ'ল অসমত মৈথিলী সাহিত্যৰ প্ৰভাৱৰ নিদৰ্শন। ঝুমুৰাসমূহৰ ঘাই চৰিত্ৰ কৃষ্ণ আৰু যশোদা। এই দুটি চৰিত্ৰৰ উজ্জ্বলতাৰ বাবে বাকীবোৰ চৰিত্ৰ নিষ্প্ৰভ হৈ পৰিছে। হাস্য আৰ বাৎসল্য ৰসৰ মধুৰ প্ৰকাশ দেখা যায় এই দুটি চৰিত্ৰৰ মাজত।

কৃষ্ণ চৰিত্ৰৰ অঙ্কনত মাধৱদেৱৰ প্ৰতিভাই চূড়ান্ত বিকাশ লাভ কৰিছে। শিশুকৃষ্ণৰ হৃদয় পৰশা মনোমোহা ৰূপ যিদৰে দাঙি ধৰিছে সেয়া আনত বিচাৰি পোৱা নাযায়। কৃষ্ণৰ বালসুলভ ক্ৰিয়া-কলাপো পৰমপুৰুষত্বৰ অপূৰ্ব মিশ্ৰণ। কৃষ্ণক দোষে-গুণে ভৰা এটি মানৱ শিশুৰ দৰেই অঙ্কন কৰিছে, কেৱল যমল অৰ্জুন ভঙ্গ কৰি কুবেৰৰ পুত্ৰদ্বয়ক শাপমুক্ত কৰা আৰু যশোদাই কৃষ্ণক ৰচিবে বান্ধোতে কেৱল দুই আঙুল কম হোৱা কাৰ্যতহে তেওঁৰ অলৌকিক শক্তি প্ৰকাশ পাইছে। এই কৃষ্ণ অতিশয় চতুৰ শিশু। তেওঁৰ বুদ্ধিমত্তা আৰু ৱচনভঙ্গীয়ে সকলোকে আমোদ দিয়ে। 'চোৰ-ধৰা' আৰু 'পিম্পৰা গুছোৱা'ত থকা কাৰ্যকলাপত দুষ্ট ল'ৰাৰ চৰিত্ৰ ফুটি উঠিছে। কিন্তু মাধৱদেৱে শিশু কৃষ্ণৰ মাজেৰে পৰম ব্ৰহ্মৰ মানৱীৰূপ ফুটাই তুলিছে। অৰ্জুন-ভঞ্জনৰ বাহিৰে বাকীবোৰ ঝুমুৰাত কৃষ্ণৰ কাৰ্যকলাপৰ মাজেদি অতিমানৱীয়তা ফুটি উঠা নাই।

মহাপুৰুষ মাধৱদেৱৰ ঝুমুৰাসমূহৰ আন এটি উজ্জ্বল চৰিত্ৰ হ'ল যশোদা। শঙ্কৰদেৱৰ নাটত থকাৰ দৰে মাধৱদেৱৰ ঝুমুৰাসমূহত ৰুক্মিণী, সীতা, সত্যভামাৰ দৰে প্ৰেমকাতৰা বা অভিমানী নাৰী চৰিত্ৰ নাই। মাধৱদেৱৰ যশোদা মাতৃস্নেহৰ সাৰ্থক প্ৰতিমূৰ্তি। ৰুক্মিণী বা সত্যভামাৰ দৰে যশোদাও কৃষ্ণ অনুৰক্তা, কিন্তু এই অনুৰক্তি নিভাঁজ মাতৃস্নেহৰ। ইয়াত যশোদাৰ ছবি বেছি সজীৱ। এই চৰিত্ৰটিৰ বৈশিষ্ট্য হ'ল মাতৃসুলভ আদৰ, শাসন আৰু উৎকণ্ঠাৰ সংমিশ্ৰণ। কিন্তু মাজে মাজে এগৰাকী সাধাৰণ নাৰীৰ দৰে মুখৰা হৈ উঠিছে।

মাধৱদেৱৰ নামত প্ৰচলিত ঝুমুৰাৰ মূল সম্বন্ধে জনা নাযায়। এইখিনি মাধৱদেৱে ৰচনা কৰা নহয় বুলি কালিৰাম মেধিয়ে মত পোষণ কৰিছে। সেই কেইখন হৈছে ভূষণহৰণ, ৰাস-ঝুমুৰা, ব্ৰহ্মামোহন, কোটোৰা খেলা, ধ্যানবৰ্ণন। কিন্তু ঝুমুৰাসমূহৰ ভাষা আৰু চৰিত্ৰ চিত্ৰণ মাধৱদেৱৰ ৰচনাৰীতিৰ লগত সাদৃশ্যযুক্ত। শঙ্কৰদেৱৰ নাটসমূহৰ তুলনাত ঝুমুৰাবোৰৰ অৱয়ৱ ক্ষুদ্ৰ যদিও এইবোৰৰ আবেদন বেছি গভীৰ।

মহাপুৰুষ মাধৱদেৱৰ ৰচনাত বেদান্ত দৰ্শনৰ প্ৰভাৱ পৰিছে। শঙ্কৰদেৱৰ মতে ব্ৰহ্ম এক আৰু অদ্বিতীয়। তেনেদৰে মাধৱদেৱেও তেওঁৰ ৰচনাত সেই একে মতকেই প্ৰকাশ কৰিছে। অৰ্থাৎ বসুদেৱ সুত, দৈৱকীনন্দন শ্ৰীকৃষ্ণই হৈছে পৰমব্ৰহ্ম। মাধৱদেৱে তেওঁৰ ৰচনাত শ্ৰীকৃষ্ণকেই পৰম ব্ৰহ্ম হিচাপে স্বীকাৰ কৰিছে —

জয় জয় কৃষ্ণ পূৰ্ণব্ৰহ্ম কলেৱৰ।

জগত কাৰণ দেৱ দামোদৰ।।
মৎস কূৰ্ম্ম দি যাৰ অংশ অৱতাৰ।
হেনয় কৃষ্ণক কোটি কোটি নমস্কাৰ।। জন্ম-ৰহস্য ৪৬৬

এই নন্দ কুমাৰ শ্ৰীকৃষ্ণই হৈছে সৃষ্টি, স্থিতি, প্ৰলয়ৰ কাৰণ। তেওঁৱেই কাল মায়াৰ অধিকাৰী আৰু সৰ্বশ্ৰেষ্ঠ দেৱতা।

কৃষ্ণ এক দেৱ দুখহাৰী কালমায়াদিৰো অধিকাৰী
কৃষ্ণ বিনে শ্ৰেষ্ঠ দেৱ নাহি নাহি আৰ।
সৃষ্টি স্থিতি অন্তকাৰী দেৱ তান্ত বিনে আন নাহি কেৱ
জানিবা বিষ্ণুসে সমস্ত জগত সাৰ।। নাম-ঘোষা ৫৮৬

বৰগীতসমূহতো মাধৱদেৱে ব্ৰহ্মৰ স্বৰূপ সম্পৰ্কে মত দাঙি ধৰিছে।

মাধৱদেৱৰ ৰচনাৱলীত্তৰ সাহিত্যিক সৌন্দৰ্যও অত্যন্ত মনোগ্ৰাহী। সৰল শব্দ চয়নেৰে গভীৰ সংবেদনশীলতা প্ৰকাশ কৰিব পৰা সুকবি মাধৱদেৱ প্ৰাচীন কবিকুলৰ মাজত অন্যতম। আনকি অতি পাণ্ডিত্যপূৰ্ণ ৰচনা নাম-ঘোষাৰ স্তৱকসমূহতো সেই সাৰলীলতা প্ৰকাশ পাইছে। গভীৰ দাৰ্শনিক তত্ত্ব আৰু অনুবাদ গ্ৰন্থ হোৱা সত্বেও নাম-ঘোষাৰ প্ৰতিটো ঘোষাই একোফাকি সুমধুৰ কাব্যৰ ৰূপ লাভ কৰিছে —

একান্ত ভকতসৱে নিৰ্গুণ কৃষ্ণৰ গুণ
গাৱে সদা বসিয়া যথান্ত।
বৈকুণ্ঠকো পৰিহৰি যোগীৰো হৃদয় এৰি
থাকা হৰি সাক্ষাতে তথাত।। নাম-ঘোষা ৪

এই ঘোষাফাকি মাধৱদেৱে বৃহন্নাৰদীয় পুৰাণৰ একাকি শ্লোকৰপৰা মৌলিক অনুবাদ কৰিছে —

নাহং তিষ্ঠামি বৈকুণ্ঠে যোগীনাং হৃদয়ে ন চ।
মদ্ভক্তা যত্ৰ গায়ন্তি তত্ৰ তিষ্ঠামি নাৰদ।।

মাধৱদেৱৰ সৰ্বশ্ৰেষ্ঠ ৰচনা 'নাম-ঘোষা' উপমা অলংকাৰেৰে ভৰি আছে। বৰগীত, ৰাজসূয় কাব্য আৰু আদিকাণ্ড ৰামায়ণতো উপমা অলংকাৰৰ সুন্দৰ প্ৰয়োগ দেখা যায়। উপমাৰ বাহিৰেও আন অৰ্থালংকাৰ ৰূপক, ব্যাজস্তুতি, প্ৰতীপ ইত্যাদি অলংকাৰৰ প্ৰয়োগ ঘটিছে।

মাধৱদেৱৰ গীত, নাট, কাব্য সকলোতে ভক্তিৰস মিশ্ৰিত হৈছে কলা-সুলভ সৌন্দৰ্যৰ লগত। তেওঁৰ ৰচনাসমূহ আলোচনা কৰিলে দেখা যায় যে —१
দাস্যভাৱ প্ৰকাশ কৰা হৈছে। ভক্তি মোক্ষসাধনৰ শ্ৰেষ্ঠ পথ বুলি ঘোষণা কৰা হৈছে। □

## নাম-ঘোষা ঃ এখন আংশিক অনুবাদ গ্ৰন্থ

মহাপুৰুষ শ্ৰীমাধৱদেৱ বিৰচিত 'নাম-ঘোষা' গ্ৰন্থখনি এখন অমূল্য গ্ৰন্থ। 'নাম-ঘোষা'ত স্থান লাভ কৰা সকলো কথাই হৰিভক্তিকেন্দ্ৰিক। আন অৰ্থত 'নাম-ঘোষা' দাৰ্শনিক ভিত্তিৰ বেদান্ত। 'সমস্ত বেদান্ত সাৰ' ভাগৱতৰ সত্য তত্ত্বকে 'নাম-ঘোষা'ই প্ৰকাশ কৰিছে। 'নাম' আৰু 'ঘোষা' এই দুটা শব্দৰ দ্বাৰা 'নাম-ঘোষা' নামটো গঠিত হৈছে। এই 'নাম'টো তাৎপৰ্যপূৰ্ণ নাম। ইযাত 'নাম' শব্দটোৱে কেৱল হৰিনামকহে বুজাইছে। শ্ৰীমদ্ভগৱত গীতাৰ সাৰতত্ত্ব গ্ৰহণ কৰি ভাগৱত পুৰাণ, মহাভাৰত আৰু অন্যান্য পুৰাণৰ পৰা হৰিভক্তিমূলক শ্লোক সংগ্ৰহ কৰি সেইবোৰৰ অৰ্থ, তাৎপৰ্য আৰু ভাবাৰ্থ নানা ছন্দত অসমীয়া ভাষাত প্ৰকাশ কৰিছে। এই গ্ৰন্থখনত হৰিনামত আশ্ৰয় কৰি ভক্তিধৰ্মৰ বিস্তৃত বৰ্ণনা আৰু উপদেশ দিছে। যদিও ভগৱান শ্ৰীকৃষ্ণৰ জাত-কৰ্মৰ পিছত নাম-কৰ্মৰ কথা ভাগৱত আদি শাস্ত্ৰত পোৱা যায়, তথাপিও শ্ৰীকৃষ্ণ 'অজ' অৰ্থাৎ জন্মৰহিত অনাদি অনন্ত পৰমেশ্বৰ, তেওঁৰ আন জীৱবিলাকৰ দৰে জন্ম আৰু কৰ্মৰ কোনো অৱকাশ নাই। তথাপিও বিশেষ বিশেষ উদ্দেশ্যে জন্ম গ্ৰহণ কৰি সেই জন্মত নানা লীলা কৰে। তেওঁৰ এই লীলাময় শৰীৰ প্ৰকৃতিৰ গুণৰ দ্বাৰা নিৰ্মিত নহয় আৰু তেওঁ কৰ্মজ জীৱবিলাকৰ দৰে জন্ম-মৃত্যুৰো অধীন নহয়। গৰ্গ ঋষিয়ে শ্ৰীকৃষ্ণৰ নামকৰণৰ সময়ত কৈছে যে — তেওঁৰ নামবোৰ গুণ আৰু কৰ্ম অনুসাৰে হৈছে। যিহেতু তেওঁৰ জন্ম অসংখ্য সেইবাবে তেওঁৰ নামো অসংখ্য।

বহূনি সন্তি নামানি ৰূপাণি চ সুতস্য তে।
গুণকৰ্মানুৰূপাণি নান্যহং বেদ নো জনাঃ।।

— ভাগৱত পুৰাণ ১০/৮/১৫

অৰ্থাৎ "হে গোপৰাজ নন্দ, গুণ আৰু কৰ্ম অনুসাৰে তোমাৰ পুত্ৰৰ অসংখ্য নাম আৰু ৰূপ আছে। সেই কাৰণে মই বা আন যিকোনো ব্যক্তিয়ে সেই অসংখ্য নাম আৰু ৰূপগুণসমূহ জানিবলৈ সক্ষম নহয়।"

গতিকে 'নাম-ঘোষা' শব্দটোৰ 'নাম' মানে বুজিব লাগিলে শ্ৰীকৃষ্ণৰ নামসমূহ আৰু সেই নামবোৰৰ লগত সম্বন্ধ থকা তেওঁৰ ৰূপ-গুণ, লীলা আদি। তেওঁৰ নামবোৰৰ তাৎপৰ্য ত্ৰিকালজ্ঞ গৰ্গ ঋষিয়েও জানিবলৈ সক্ষম নহয় বুলি কৈছে। ভগৱানে তেওঁৰ সমস্ত নাম নিজেই গ্ৰহণ কৰিছে, কেৱল শাস্ত্ৰকাৰ ভক্তসকলে নামসমূহৰ বৰ্ণনা দিছে মাত্ৰ।

'নাম-ঘোষা'ৰ 'ঘোষা' শব্দটোও অতি তাৎপৰ্যপূৰ্ণ। সংস্কৃত 'ঘোষঃ' শব্দৰ পৰা 'ঘোষা' হৈছে। 'ঘোষন্তি শব্দায়ন্তে'। 'ঘোষ' মানে 'নাদ', 'নদ' শব্দে অৰ্থাৎ 'ধ্বনি'। 'নাম' উচ্চাৰণৰ লগত 'নাদ' বা 'ঘোষ'ৰ সূক্ষ্মভাৱে দৃঢ় সম্বন্ধ আছে। ব্যাসদেৱে যিদৰে যোগ অৱলম্বন কৰি সমাধিস্থ হৈ নাদৰূপী পৰমব্ৰহ্মৰ নাম-গুণ লাভ কৰিছিল, সেইদৰে প্ৰকৃত নামত ৰসাস্বাদন কৰিবলৈ হ'লে নাদৰ সাহায্য একান্ত আৱশ্যক :

ৰাম নাম মৃতসঞ্জীৱনী হৰি হৰি।
ৰাম নাম ঘুষিয়োক ছানি ৰাম ৰাম।। নাম-ঘোষা ৯৫৩

মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰদেৱেও কৈছে : 'ঘুষিয়ো হৰি সদায়'। কীৰ্তন-ঘোষা ১৬/৩২

মহাপুৰুষ মাধৱদেৱে বহুতো শাস্ত্ৰৰপৰা সংগ্ৰহ কৰা শ্লোকসমূহত ভক্তিৰ লগত অবিচ্ছিন্নভাৱে জড়িত কৰা বিষয়বিলাক স্পষ্ট কৰি দেখুৱাইছে আৰু সেয়া হৈছে মহাপুৰুষাৰ্থস্বৰূপ ৰসময়ী ভক্তি। সেই কাৰণে, ভগৱানৰ প্ৰত্যেক নামৰ লগতে তেওঁৰ লীলা-যশৰ সূচনা স্বৰূপে এটা বিৱৰণ সংযুক্ত হৈ আছে। ভগৱানৰ লীলা-যশৰ মাজেদি তেওঁৰ শক্তি, ঐশ্বৰ্য-বিভূতি আৰু ভক্ত বাৎসল্যাদি অশেষ গুণসমূহ স্মৰণ হয়। গতিকে, ভগৱানৰ নাম জপ কৰা বা উচ্চাৰণ কৰা মানে সেই নামৰ লগত সংবদ্ধ হোৱা লীলা মাহাত্ম্যৰ চিত্ৰ চিত্তত উদ্ভাসিত হোৱা। এই প্ৰবন্ধত 'নাম-ঘোষা' এখন আংশিক অনুবাদ গ্ৰন্থৰূপে আলোচনা কৰিবলৈ লোৱা হৈছে।

'নাম-ঘোষা' গ্ৰন্থৰ আৰম্ভণিৰ প্ৰথম ঘোষাটি বিষ্ণুপুৰী সন্ন্যাসীৰচিত 'ভক্তি-ৰত্নাৱলী'ৰ স্ব-কৃত 'কান্তিমালা টীকা'ৰ "যে মুক্তাৱপি নিস্পৃহাঃ প্ৰতিপদপ্ৰোন্মীল-দানন্দদাং/ যামাস্থায় সমস্তমস্তকমণিং কুৰ্বন্তি স্বে ৱশে। /তান্ ভক্তানপি তাঞ্চ ভক্তিমপি তং ভক্তিপ্ৰিয়ং শ্ৰীহৰিং/ৱন্দে সন্ততমৰ্থয়েহনুদিৱসং নিত্যং শৰণ্যং ভজে।।"

এই মঙ্গলাচৰণ শ্লোকটিৰ অনুবাদ মহাপুৰুষ মাধৱদেৱে পৰমবৈষ্ণৱ বিষ্ণুপুৰী সন্ন্যাসীৰ সংস্কৃত 'ভক্তি-ৰত্নাৱলী' গ্ৰন্থৰ পদ ভাঙনি কৰে। তথাপি তুলনামূলক অধ্যয়নত দেখা যায় 'নাম-ঘোষা'ৰ অন্তৰ্ভুক্ত সংস্কৃত শাস্ত্ৰৰ শ্লোকসমূহৰ অসমীয়া পদভাঙনি ৰত্নাৱলীৰ পদ ভাঙনিতকৈ বহু উচ্চস্তৰৰ, এই পদভাঙনিৰ তত্ত্বানুবাদ আৰু ভাবানুবাদ এনে স্বতঃস্ফূৰ্ত আৰু স্বাভাৱিক যে ঘোষাৰ পদচৰণৰ বৈচিত্ৰ্য অধিক তত্ত্বপূৰ্ণ। ভাবানুবাদ এনে স্পষ্ট যে মূল সংস্কৃত শ্লোকৰ তত্ত্বটিয়ে ঘোষাশাস্ত্ৰত এটি চিত্ৰৰূপ ধাৰণ কৰিছে। বিষ্ণুপুৰী আৰু তেওঁৰ দ্বাৰা ৰচিত 'ভক্তি-ৰত্নাৱলী' গ্ৰন্থৰ সম্বন্ধে মহাপুৰুষ মাধৱদেৱে লিখিছে :

আছিলন্ত সন্ন্যাসী নামত বিষ্ণুপুৰী।।
পৰম মহন্ত মহাজন মাজে সাৰ।
তেন্তে কৰিলন্ত ভাগৱত সাৰোদ্ধাৰ।।

ভক্তি-ৰত্নাবলী নামে নাহি পটন্তৰ।
পৰম অমূল্যৰত্ন ভকত জনৰ।। ভক্তি-ৰত্নাবলী ৮-৯

অৰ্থাৎ ভাগৱতৰ তত্ত্বেৰে ৰচিত 'ভক্তি-ৰত্নাবলী' গ্ৰন্থখন বৈষ্ণৱ শাস্ত্ৰৰ অন্যতম আৰু ভক্তসকলৰ পৰম অমূল্য ৰত্ন। মহাপুৰুষ মাধৱদেৱে 'নাম-ঘোষা' শাস্ত্ৰৰ প্ৰাৰম্ভতে মঙ্গলাচৰণ কৰিবৰ উদ্দেশ্যে যিটো শ্লোকৰ ঘোষানুবাদ দিছে সেই শ্লোক নিৰ্বাচনত মহাপুৰুষ মাধৱদেৱৰ অতিশয় বিচক্ষণতা প্ৰকাশ পাইছে। মাধৱদেৱে প্ৰথম আৰু দ্বিতীয় ঘোষাত গোটেই গ্ৰন্থৰ মূল প্ৰতিপাদ্য বিষয়টো অৱতাৰণা কৰিছে। 'নাম-ঘোষা'ৰ প্ৰথম ঘোষাটি, অৰ্থাৎ ঃ

মুক্তিতো নিস্পৃহ যিটো সেহি ভকতক নমো
ৰসময় মাগোহো ভকতি।
সমস্ত মস্তক মণি নিজ ভকতৰ বশ্য
ভজো হেন দেৱ যদুপতি।। নাম-ঘোষা ১

ইয়াত গুৰু, ভকত, ভকতি, উপাস্যদেৱ যদুপতি (কৃষ্ণ) আৰু ভজন প্ৰণালীৰ সাৰভূত তত্ত্ব প্ৰকাশ কৰিছে। সমগ্ৰ ঘোষাশাস্ত্ৰ উক্ত সংস্কৃত শ্লোকৰ প্ৰতিপাদ্য বিষয়ৰ ব্যাখ্যা বুলিলেও অত্যুক্তি কৰা নহয়। উক্ত সংস্কৃত শ্লোকত যিমানখিনি সূক্ষ্ম আৰু গভীৰ ভাব প্ৰকাশ কৰিছে শ্ৰীমাধৱদেৱৰ ঘোষাই সেইটো সংক্ষিপ্তভাৱে প্ৰকাশ কৰিছে। বিষ্ণুপুৰী সন্ন্যাসীৰ "যে মুক্তাৱপি নিস্পৃহাঃ ।" অৰ্থাৎ — "মুক্তিতো স্পৃহা নথকা যিসকল ভক্তই প্ৰতি মুহূৰ্ত্তত নতুন আনন্দদায়িনী ভক্তিক অৱলম্বন কৰি সমস্ত মস্তক মণি পৰমেশ্বৰক নিজৰ অধীন কৰে, সেইসকল ভক্তকো সদায় নমস্কাৰ কৰোঁ, সেই ভক্তিকো সদায় নমস্কাৰ কৰোঁ আৰু সেই ভক্তবৎসল শৰণ্য হৰিকো সদায় ভজনা কৰোঁ।"

মুক্তি সাধাৰণতে পাঁচবিধ — সালোক্য, সাৰ্ষ্টি, সামীপ্য, সাৰুপ্য আৰু সাযুজ্য।

সালোক্য ঃ একে লোকত বাস অৰ্থাৎ বৈকুণ্ঠত থাকি ঈশ্বৰৰ তুল্য ঐশ্বৰ্য লাভ কৰা।

সাৰ্ষ্টি ঃ সমপদৱীধাৰী বা একেপদত থকা।

সামীপ্য ঃ ঈশ্বৰৰ লগত একেলগে বাস কৰা। মুক্তিৰ বা মোক্ষ প্ৰাপ্তিৰ অন্তিম অৱস্থা।

সাৰুপ্য ঃ ইষ্টদেৱৰ (ঈশ্বৰৰ) সমান ৰূপ লাভ কৰা।

সাযুজ্য ঃ "সযুজো সহযোগস্য ভাৱঃ। ষ্যঞ্ প্ৰত্যয়। ঈশ্বৰৰ লগত একত্ব ভাব অৰ্থাৎ নিৰ্বাণ।

ইয়াৰ ভিতৰত পঞ্চমবিধ মুক্তিয়েই শ্ৰেষ্ঠ। মূল সংস্কৃত শ্লোকত 'মুক্তৌ' একবচনত

আছে। সেই কাৰণে ইয়াত এবিধ মুক্তিৰ কথা কৈছে। সেয়া হৈছে সৰ্বশ্ৰেষ্ঠ মুক্তি 'সাযুজ্য' বা নিৰ্বাণ মুক্তি। এই কথা মাধৱদেৱে 'ভক্তি-ৰত্নাৱলী' গ্ৰন্থত স্পষ্টভাৱে কৈছে :

আমাৰ একান্ত ভকত সকলে
দেখে সমস্তকে মিছা।
ভকতি বিৰোধী জানিয়া সাযুজ্য
মোক্ষকো নকৰে ইচ্ছা।। ভক্তি-ৰত্নাৱলী ৫৭

এই পাঁচবিধ মুক্তিক মুক্তিপদ বুলিও কোৱা হয়। ইয়াৰ উপৰি আৰু এবিধ মুক্তি আছে সেয়া সংসাৰ বন্ধনৰপৰা মুক্তি। কিন্তু "মুক্তাৱপি নিস্পৃহাঃ" কথাষাৰে অৱস্থা বিশেষে ভক্তৰ কাৰণে মুক্তি স্পৃহনীয় হ'বও পাৰে, নহ'বও পাৰে। গতিকে 'মুক্তিতো নিস্পৃহ' কথাষাৰে মুক্তিতো নিস্পৃহ ভক্তসকলৰ উপৰিও সকাম, মোক্ষকামী আদি ভকতৰ বিষয়েও সূচনা কৰিছে। সেই কথা মহাপুৰুষ শঙ্কৰদেৱে কীৰ্তনত কৈছে :

ভাই মুখে বোলা ৰাম হৃদয়ে ধৰা ৰূপ।
এতেকে মুকুতি পাইবা কহিলো স্বৰূপ।। কীৰ্তন, স্যমন্তক হৰণ ১১৩

যন্নামধেয়েন ভবাব্ধিমঞ্জসা তৰ্ষা সমুত্তোৰ্য নৰঃ পৰং পদম্।
প্ৰাপ্নোতি পাতক্যপি তং সনাতনং সদা সদানন্দমুপাস্মহে হৃদি।।
ভক্তি-ৰত্নাকৰ ১

মহাপুৰুষ মাধৱদেৱে এনে মুক্তিৰ প্ৰতিও বিজন স্পৃহাশূন্য সেইজন পুৰুষৰ কথা উল্লেখ কৰিছে। ধৰ্ম, অৰ্থ, কাম আদি পুৰুষাৰ্থৰ প্ৰতিতো স্পৃহা নায়েই, আনকি পৰম পুৰুষাৰ্থ মুক্তিৰ প্ৰতিও যাৰ স্পৃহা নাই সেইজন ভকতক নমস্কাৰ জনাইছে। মূল সংস্কৃত শ্লোকত আছে 'প্ৰতিপদ প্ৰোন্মীলদানন্দদাং ভক্তিম্' অৰ্থাৎ 'ভক্তি' হৈছে প্ৰতি মুহূৰ্তে নতুন নতুন আনন্দদায়িনী। পৃথিৱীত বিমানেই সুস্বাদু বস্তু নাথাকক, সি এসময়ত নহয় এসময়ত সকলোকে আমুৱায়। ভক্তিয়েই হৈছে একমাত্ৰ বস্তু, যিহে ভক্তক কোনোদিনে নামুৱায়, আনন্দহে দান কৰে। ভক্তিৰ বিশেষণ ৰসময়ী। এই বিশেষণটো ৰস শব্দক অৱলম্বন কৰি প্ৰয়োগ কৰা হৈছে। শ্ৰীমদ্ভাগৱতৰ বিশেষকৈ দুটা শ্লোকত থকা ৰস শব্দকে লক্ষ্য কৰি এইটো প্ৰয়োগ হৈছে, সেইটো প্ৰতীতি হয় শ্ৰীমদ্ভাগৱত পুৰাণৰ প্ৰথম স্কন্ধৰ প্ৰথম অধ্যায়ৰ তৃতীয় শ্লোকত :

নিগমকল্পতৰোৰ্গলিতং ফলং
শুকমুখাদমৃতদ্ৰৱসংযুতম্।
পিবত ভাগৱতং ৰসমালয়ং

মুহুৰহো ৰসিকা ভুবি ভাবুকাঃ।। ভাগৱত পুৰাণ ১/১/৩

উক্ত 'ভাগৱতৰসং' অৰ্থাৎ ভক্তিৰসেই পৰমানন্দ ৰস। অমৃতৰূপেণ দ্ৰৱেণ সংযুতম — অমৃতৰূপ দ্ৰৱ বা ৰসৰ দ্বাৰা সংযুক্ত। "অমৃতং পৰমানন্দং স এৱ দ্ৰৱো ৰসঃ" — অৰ্থাৎ অমৃত মানে পৰমানন্দ, সেয়ে দ্ৰৱ অৰ্থাৎ ৰস — ইয়াৰ অৰ্থ পৰমানন্দৰস। ভক্তিৰসত কেইবাটাও বিশিষ্ট ভাব আছে। তাৰ ভিতৰত পাঁচটা ভাবেই প্ৰধান। শান্ত, দাস্য, বাৎসল্য, সখিত্ব আৰু মধুৰ। এই ভাবসমূহৰ মাজেদি ৰসময়ী ঈশ্বৰক ভক্তই আস্বাদন কৰে। 'ৰসো বৈ সঃ', 'ৰসং হ্যেবায়ং লব্ধানন্দী ভৱতীতি শ্ৰুতিঃ।' ভগৱানেই পৰমানন্দ ৰস স্বৰূপ। সেই পৰমানন্দ ৰস পাই অৰ্থাৎ ভগৱানক অনুভৱ কৰি ভক্ত আনন্দিত হৈয়ে ভক্তি ৰসত আপ্লুত হয়।

দ্বিতীয় ঘোষাটোও মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰদেৱৰ ভক্তি ৰত্নাকৰৰ :

"যন্নামধেয়েন ভৱাব্ধিমঞ্জসা তৰ্যা সমুত্তীৰ্য নৰঃ পৰংপদম্।
প্ৰাপ্নোতি পাতক্যপি তং সনাতনং সদা সদানন্দ উপাস্মহে হৃদি।।

ভক্তি-ৰত্নাকৰ ১

মূল শ্লোকত 'ৰাম-কৃষ্ণ' শব্দ নাই যদিও ঘোষাত থকা 'সনাতন' আৰু 'সদানন্দ' শব্দই ভগৱানবাচক শব্দৰ ইংগিত দিছে। গতিকে, 'ৰাম-কৃষ্ণ'ই অকল সেই দুই পদৰ অৰ্থকে নকৈ ভগৱানবাচক আন আন নামৰ কথাও কৈছে। ইয়াত উল্লেখ কৰা 'নাম' শব্দৰ অৰ্থও ব্যাপক। 'নাম' অৰ্থত ভক্তিমিশ্ৰিত নামকহে বুজাইছে, সেইদৰে ভক্তি বুলিলেও ভাব শৰ্কলো লক্ষণ থকা ভক্তিহে বুজিব লাগিব। মূলত থকা 'সদা উপাস্মহে' অৰ্থাৎ 'সদায় উপাসনা কৰোঁ' এই কথাৰ আভাস গীতাৰ অষ্টম অধ্যায়তো পোৱা যায় :

অনন্যচেতাঃ সততং যো মাং স্মৰতি নিত্যশঃ।
অস্যাহং সুলভঃ পাৰ্থ নিত্যযুক্তস্য যোগিনঃ।। শ্ৰীমদ্ভগৱদ্গীতা ৮/১৪

শ্ৰীভগৱানে অৰ্জুনক কৈছে — "হে পাৰ্থ! যিজনে অন্য চিন্তা বোধ কৰি চিৰদিন নিৰন্তৰে মোক স্মৰণ কৰে তেনেকুৱা নিত্যযুক্ত যোগীৰ পক্ষে মই সুখলভ্য।"

'নাম'ৰ সাতকাৰ্য আছে। নামে প্ৰথমে পাপ ধ্বংস কৰে, দ্বিতীয়তে নাম লোৱাজনক পুণ্যাত্মা কৰে অৰ্থাৎ নিৰ্মল চিত্ত বিশিষ্ট কৰে, তৃতীয়তে বিষয়ভোগৰ প্ৰতি অনাসক্তি আনে। চতুৰ্থতে প্ৰেমভক্তি লাভ কৰায়, পঞ্চমতে বৈষ্ণৱী জ্ঞান দিয়ে, ষষ্ঠত মায়াৰ নিৰ্বাণ কৰে আৰু সপ্তমতে পৰম্পদ বা বিষ্ণুপদ প্ৰাপ্তি কৰায়। নামৰ এই সাতকাৰ্য অজামিলৰ জীৱনত সম্পূৰ্ণভাৱে প্ৰকাশিত হৈছিল। সেই কথা শ্ৰীমন্ত শঙ্কৰদেৱৰ ষষ্ঠ স্কন্ধ ভাগৱতৰ অজামিলৰ উপাখ্যানত সুন্দৰভাৱে আছে।

'নাম-ঘোষা'ৰ তৃতীয় ঘোষাটো মাধৱদেৱে জয়দেৱৰ বিৰচিত 'গীতগোবিন্দম্' গীতিকাব্যত থকা ১/২৬ নং শ্লোকৰপৰা অনুবাদ কৰিছে। মূল শ্লোকটো হৈছে :

বেদানুদ্ধৰতে জগন্নিবহতে ভূগোলমুদ্বিভ্ৰতে।
দৈত্যান্ দাৰয়তে বলিং ছলয়তে ক্ষত্ৰক্ষয় কুৰ্বতে।
পৌলস্ত্যং জয়তে হলং কলয়তে কাৰুণ্যমাতন্বতে
ম্লেছান্ মূৰ্চ্ছয়তে দশাকৃতিকৃতে কৃষ্ণায় তুভ্যং নমঃ।।

গীতগোবিন্দম্ ১/২৬

ইয়াৰ শ্ৰীকৃষ্ণক পূৰ্ণব্ৰহ্ম আৰু কৃষ্ণৰ যি দহোটা অৱতাৰৰ কথা কোৱা হৈছে সেইকেইটা কৃষ্ণৰ বেলেগ বেলেগ অৱতাৰ। কৃষ্ণক উপাসনা কৰিলেই দশাৱতাৰো উপাসনা কৰা হয় আৰু সেই অৱতাৰবিলাকৰ যোগেদি কৃষ্ণৰ মাহাত্ম্য প্ৰকাশ কৰা হৈছে।

মৎসঃ কুৰ্মোবৰাহশ্চ নৰসিংহোহথ বামনঃ।
ৰামো ৰামশ্চ ৰামশ্চ বুদ্ধ কল্কী চ তে দশঃ।। মৎস্যপুৰাণ

এই দশাৱতাৰৰ লগতে তেওঁৰ অসংখ্য অৱতাৰৰ কথাও সূচনা কৰিছে। শ্ৰীকৃষ্ণয়েই সৰ্বঅৱতাৰৰ কাৰণ নাৰায়ণ।

মহাপুৰুষ শঙ্কৰদেৱেও 'কীৰ্ত্তন-ঘোষা'ৰ আৰম্ভণিতে এই অৱতাৰৰ কথা উল্লেখ কৰিছে। যিজন সনাতন পুৰুষ তেৱেঁই নাৰায়ণ আৰু সৰ্ব অৱতাৰৰ কাৰণ। পৃথিৱীত যেতিয়া ধৰ্মৰ গ্লানি হয়, অধৰ্মৰ প্ৰভাৱ বাঢ়ে, দুৰ্জনসকলক বিনাশ কৰি ধৰ্মক প্ৰতিষ্ঠা কৰিবৰ বাবে ভগবানে যুগে যুগে অৱতাৰ গ্ৰহণ কৰে। সেই কথা গীতাৰ চতুৰ্থ অধ্যায়ত কৃষ্ণই অৰ্জুনক কৈছে :

যদা যদা হি ধৰ্মস্য গ্লানিৰ্ভৱতি ভাৰত।
অভ্যুত্থানমধৰ্ম্মস্য তদাত্মানং সৃজাম্যহম্।। শ্ৰীমদ্ভগৱদ্গীতা ৪/৭

'নাম-ঘোষা'ৰ ৪ নং ঘোষাটি মাধৱদেৱে 'নাৰদ-সংহিতা'ৰপৰা আৰু 'বৃহন্নাৰদীয় পুৰাণ'ৰপৰা অনুবাদ কৰিছে। যাৰ শৰীৰত সীমাহীন গুণে আশ্ৰয় কৰি আছে, যিজনে সৃষ্ট মায়াৰ দ্বাৰা অনন্ত গুণ প্ৰকাশ কৰি সৃষ্টিক ধাৰণ কৰি আছে, সমস্ত গুণৰ সৃষ্টিকৰ্ত্তা হৈও কোনো গুণত আবদ্ধ নাথাকে অৰ্থাৎ সত্ব, ৰজঃ আৰু তমঃ এই তিনিগুণৰ অতীত তেৱেঁই নিৰ্গুণ। মূলত আছে :

নাহং তিষ্ঠামি বৈকুণ্ঠে যোগিনাং হৃদয়ে ন চ।
মদ্ভক্তো যত্ৰ গায়ন্তি তত্ৰ তিষ্ঠামি নাৰদ।। নাৰদ-সংহিতা ১/৭

এই শ্লোকত কোৱা হৈছে যে — কৃষ্ণ কেৱল বৈকুণ্ঠত বা যোগীসকলৰ হৃদয়তে যে থাকে তেনে নহয়। যিসকলে তেওঁৰ গুণ শ্ৰৱণ-কীৰ্তন কৰে সেইসকল ভক্তৰ সংগ তেওঁ বেছি ভাল পায়। অৰ্থাৎ কৃষ্ণ সৰ্বব্যাপক।

গীতাৰ দ্বাদশ অধ্যায়ত অৰ্জুনে ভগৱান শ্ৰীকৃষ্ণক সুধিছে — সদায় ত্বদগত চিত্ত হৈ যিসকল ভক্তই ভগৱান শ্ৰীকৃষ্ণৰ উপাসনা কৰে, সেই উভয়ৰ মাজত শ্ৰেষ্ঠ কোন? সেই কথাৰ উত্তৰত ভগৱান কৃষ্ণই কৈছে ঃ

ময়াবেশ্য মনো যে মাং নিত্যযুক্তা উপাসতে।
শ্ৰদ্ধয়া পৰয়োপেতাস্তে মে যুক্ততমা মতাঃ।। শ্ৰীমদ্ভগৱদ্‌গীতা ১২/২

অৰ্থাৎ "যিসকল ভক্তই কেৱল তেওঁৰ ওপৰত মন নিবিষ্ট কৰি নিত্যযুক্ত হৈ পৰম শ্ৰদ্ধাসহকাৰে তেওঁৰ উপাসনা কৰে, তেওঁলোকেই তেওঁৰ মতে যুক্ততম অৰ্থাৎ শ্ৰেষ্ঠ সাধক।"

মহাপুৰুষ মাধৱদেৱে 'নাম-ঘোষা'ত উক্ত গীতাৰ শ্লোকৰ অনুকৰণত ভক্তিমাৰ্গক শ্ৰেষ্ঠ কৰি দেখুৱাই এনেদৰে কৈছে ঃ

অব্যক্ত ঈশ্বৰ হৰি কিমতে পূজিবা তাঙ্ক
ব্যাপকত কিবা বিসৰ্জ্জন।
এতাৱন্ত মূৰ্তিশূন্য কেনমতে চিন্তিবাহা
নাম বুলি শুদ্ধ কৰা মন।। ৮।।

সেই একে কথা পদ্মপুৰাণতো কৈছে —

অব্যক্তস্য কথং পূজা ব্যাপকে কিং বিসৰ্জনম্।
অমূৰ্ত্তত্বাৎ কথং ধ্যানং নামমাত্ৰাৎ শুচিৰ্ভৱেৎ।। পদ্মপুৰাণ/স্বৰ্গখণ্ড ১২

যিজনে হৰিতেই শুদ্ধভাৱে শৰণ লৈ "সুহৃদং সৰ্বভূতানাং জ্ঞাত্বা মাংশান্তিমৃচ্ছতি" এই ভগৱদ্‌বাণীৰ ওপৰত অচল-অটল হৈ হৰিক পৰম সুহৃদ বুলি বিশ্বাস কৰে, তেওঁৰ জীৱনত নানা ৰূপ বিঘ্ন উপস্থিত হ'লেও তেওঁৰ অনুগ্ৰহত ৰক্ষিত হয়। গীতাত অৰ্জুনক কৃষ্ণই কৈছে — "হে অৰ্জুন, যিসকল সুকৃতিশালী মানুহে মোক ভজনা কৰে তেওঁলোক চাৰিবিধ — আৰ্ত, জিজ্ঞাসু, অৰ্থাৰ্থী আৰু জ্ঞানী। এওঁলোকৰ ভিতৰত সদায় মোতেই যুক্ত থকা আৰু মোতেই ভক্তিভাৱে ভজনা কৰা, সেইসকল জ্ঞানীৰ মই অতি প্ৰিয় আৰু তেওঁলোকো মোৰ অতি প্ৰিয়।"

"চতুৰ্বিধাভজন্তে মাং জনাঃ সুকৃতিনোঽৰ্জুন।।
আৰ্ত্তো জিজ্ঞাসুৰৰ্থাৰ্থী জ্ঞানী চ ভৰতৰ্ষভ।।।
তেষাং জ্ঞানী নিত্যযুক্ত এক ভক্তিৰ্বিশিষ্যতে।

প্ৰিয়োহি জ্ঞানিনোহত্যৰ্থমহং স চ মম প্ৰিয়ঃ।।

শ্ৰীমদ্ভগবদ্গীতা ৭/১৬-১৭

ইয়াত 'চতুৰ্বিধা'ৰ উদাহৰণ এনে ধৰণে দিছে :

আৰ্ত্ত : ক্লিষ্ট বা বিপন্ন, ৰোগাদিত পৰি নাইবা কোনো বিপদত পৰি যেনে : কুৰুসভাত দ্ৰৌপদী।

জিজ্ঞাসু : অৰ্থাৎ আত্মজ্ঞান লাভেচ্ছু, যেনে : মুচুকুন্দ, জনকাদি।

অৰ্থাৰ্থী : ইহকাল বা পৰকালত সুখভোগৰ বাবে ভজনাকাৰী। যেনে : সুগ্ৰীৱ, বিভীষণ, ধ্ৰুৱ।

জ্ঞানী : তত্ত্বদৰ্শী, ভগবানক তত্ত্বতঃ যিসকলে জানিছে যেনে প্ৰহ্লাদ, শুকদেৱ, সনকাদি।

এই চতুৰ্বিধ ভক্তৰ ভিতৰত প্ৰথম তিনিবিধ ভকত সকামী। ব্ৰজগোপীসকল নিষ্কামপ্ৰেমিক ভক্ত। "এই চাৰি প্ৰকাৰৰ ভক্তই মহান অৰ্থাৎ মোক পাবৰ যোগ্য। কিন্তু জ্ঞানীসকল মোৰ আত্মস্বৰূপ। কাৰণ, সকাম ভক্তসকলে কাম্যবস্তু লাভাৰ্থেহি মোক ভজনা কৰি থাকে। কাম্যবস্তু তেওঁলোকৰ প্ৰিয়, মইও তেওঁলোকৰ প্ৰিয়। কিন্তু জ্ঞানীৰ মোৰ অবিহনে অন্য কাম্যবস্তু নাই। ময়েই তেওঁৰ একমাত্ৰ গতি, সুহৃদ ও আশ্ৰয়।" (গীতা ১৮)

'নাম-ঘোষা'ত মাধৱদেৱে একে কথাকে অনুবাদ কৰি দেখুৱাইছে :

কৃষ্ণৰ নামক সদা কীৰ্ত্তন কৰয় যিটো
মনে দৃঢ় কৰিয়া নিশ্চয়।
নিষ্কাম হোক বা যদি সকাম হোৱয় তাক
কদাচিতো কলি নবাধয়।। নাম-ঘোষা-২০

বৃহন্নাৰদীয় পুৰাণতো একে কথাকেই কৈছে :

"অহো বাঢ়ং হৰেৰ্নাম কীৰ্ত্তয়ন্তি চ যে নৰাঃ।
নিষ্কামো বা সকামো বা ন কলিৰ্বাধতে ক্বচিৎ।।

বৃহন্নাৰদীয় পুৰাণ ৩৮/৯১

পদ্মপুৰাণৰ উত্তৰ খণ্ডত মহাদেৱে পাৰ্বতীৰ আগত কৈছে — 'হে পাৰ্বতী। ৰ'কাৰ আদিতে উচ্চাৰণ হোৱা পৰমেশ্বৰৰ নাম শুনিলে মোৰ মন অতি প্ৰসন্ন হয়। কোনোজনে 'ৰ' উচ্চাৰণ কৰিলেই মই শুনি মনে মনে ভাবোঁ এইজনে 'ৰাম' নাম ল'ব। এইবুলি মোৰ মনত আশংকা অৰ্থাৎ আশা হয়।" অৰ্থাৎ ৰাম নাম বা হৰিনাম সকলোবোৰ মহাদেৱৰ প্ৰিয়। এই শ্লোকটি হৈছে :

ৰকাৰাদীনি নামানি শৃন্বতো মম পাৰ্বতী।
মনঃ প্ৰসন্নতাংযাতি ৰামনামভিশঙ্কয়া।। পদ্মপুৰাণ, উত্তৰ খণ্ড ২৫৪-২৩

এই শ্লোকটিত এটি পৌৰাণিক কাহিনী জড়িত হৈ আছে। এদিন মহাদেৱে ভাৰ্যা পাৰ্বতীক লগত যৈ বৃষভ যানত উঠি অগস্ত্য মুনিৰ আশ্ৰমলৈ গৈছিল। বাটত যাওঁতে এজন গৰখীয়া ল'ৰাই ৰখি থকা গৰুৰ পালৰ পৰা গৰু এটা দূৰলৈ যোৱাত গৰখীয়াজনে 'ৰ' 'ৰ' বুলি চিঞৰি উঠিল। তাকে শুনি মহেশে তেওঁৰ বৃষভ যান ৰখাই দিলে। হঠাতে ৰখাই দিয়াৰ বাবে পাৰ্বতীয়ে শিৱক তাৰ কাৰণ সুধিলে। তেতিয়া শিৱই উত্তৰ দিলে যে "হে প্ৰিয়ে। এই যে গৰখীয়া ল'ৰাটিৰ ওচৰৰ পৰা আঁতৰি যোৱা গৰুটো ৰখাবৰ বাবে 'ৰ' 'ৰ' বুলি শব্দ উচ্চাৰণ কৰি সংকেতধ্বনি দিছে সেইবাবেই মই যানখন ৰাখি দিলোঁ। 'ৰ' 'ৰ' উচ্চাৰণ কৰাৰ বাবে মোৰ মনত বৰ আনন্দ লাগিছে। হয়তো সি পিছৰ অক্ষৰ 'ম' উচ্চাৰণ কৰি 'ৰাম' বুলিব। কাৰণ তুমি জানা যে, ৰাম নাম মোৰ অতি প্ৰিয় আৰু জীৱনী শক্তিস্বৰূপ।"

এই শ্লোকটিকে মহাপুৰুষ মাধৱদেৱে 'নাম-ঘোষা'ত অনুবাদ কৰি দেখুৱাইছে ঃ

"মহেশে বোলন্ত মোৰ ৰকাৰাদি নাম শুনি
পৰম প্ৰসন্ন হোৱে মন।
শুনিয়ো পাৰ্বতী মঞিঃ মনতে শঙ্কঞো ৰঙ্গে
ৰাম বুলিবেক ইটো জন।। নাম-ঘোষা ১৪

ভাগৱত পুৰাণৰ দ্বিতীয় স্কন্ধৰ অষ্টম অধ্যায়ৰ পঞ্চম শ্লোকত কৈছে — কৃষ্ণকথা কৰ্ণৰন্ধ্ৰ বা কাণৰ ভিতৰেদি প্ৰৱেশ কৰাৰ লগে লগে হৃদয়ত ভগৱান প্ৰৱিষ্ট হৈ ধ্যানগোচৰ হৈ সেই শ্ৰোতা ভক্তজনৰ বিষয়দূষিত অন্তঃকৰণৰ দুৰ্বাসনাবিলাক আৰু ভক্তি প্ৰতিবন্ধক বিষয়-লালসাবিলাক নাশ কৰি চিত্ত নিৰ্মল কৰি দিয়ে। তাৰ লগতে সংগতি ৰাখি এটা উদাহৰণৰ দ্বাৰা দেখুৱাইছে যে বৰ্ষাকালত নদী, সৰোবৰ আদিৰ অপৰিষ্কাৰ পানীসমূহক শৰৎকালেহে নিৰ্মল কৰে। সেই পানীক অন্য প্ৰকাৰে নিৰ্মল কৰিব নোৱাৰি, ঠিক যেনেকৈ ভগৱান যেতিয়া ভক্তৰ হৃদয়ত প্ৰকট হয় তেতিয়া সেই ভক্তজনৰ মনৰ মল অৰ্থাৎ কাম-ক্ৰোধাদি নিজে নিজেই আঁতৰ হৈ পৰিব ঃ

প্ৰৱিষ্টঃ কৰ্ণৰন্ধ্ৰেন স্বানাং ভাৱসৰোৰুহম্।
ধুনোতি শমলং কৃষ্ণঃ সলিলস্য যথা শৰৎ।। ভাগৱত-পুৰাণ ২/৮/৫

এই শ্লোকৰ অনুবাদ 'নাম-ঘোষা'ত এনেদৰে পোৱা যায় ঃ

কৰ্ণপথে ভকতৰ হিয়াত প্ৰৱেশি হৰি
দুৰ্বাসনা হৰে সমস্তয়।
জলৰ যতেক মল যেহেন শৰতকালে
স্বভাৱতে নিৰ্মল কৰয়।। নাম-ঘোষা-১৫

পদ্ম-পুৰাণৰ উত্তৰ খণ্ডত আৰু ভাগৱত পুৰাণৰ প্ৰথম স্কন্ধত কৈছে যে যিজনে সৰ্বশৰীৰ ভস্মধূলিৰে বিভূষিত ৰাখে, শিৰত উজ্জ্বল জটা বহন কৰে, সেইজন অহংকাৰ শূন্য শিৱয়ো সদায় একচিত্তে পৰম ঈশ্বৰ কৃষ্ণক ধ্যান কৰি থাকে। আনহাতে, অতুলনীয় চিৰন্তন ঐশ্বৰ্যলাভৰ নিমিত্তে মনত অভিলাষ কৰি ব্ৰহ্মাদি দেৱতাসকলেও লক্ষ্মীদেৱীকে কায়-ক্লেশ তপ কৰি সেৱা কৰে, ধ্যান আদিৰ দ্বাৰা আৰাধনা কৰে। অৰ্থাৎ ব্ৰহ্মা ইন্দ্ৰাদি দেৱতাৰো যিমানখিনি ঐশ্বৰ্য আছে সকলোবিলাক লক্ষ্মীৰ অধীন, তেনে লক্ষ্মীদেৱীয়েও মহাবিষ্ণু কৃষ্ণ সেৱা কৰি থাকে। মূলত আছে ঃ

যমুদ্দিশ্য সদা নাথো মহেশোঽপি দিগম্বৰঃ।
জটিলো ভস্মলিপ্তাংগস্তপস্বী বীক্ষ্যতে জনৈঃ।।
ততোঽধিকোঽস্তি কো দেৱো লক্ষ্মীকান্তৰ্মধুদ্বিষঃ।
যত্ত্বং চিন্তয়তে নিত্যং ত্বয়া যোগেশ্বৰেশে হি।।

পদ্ম পুৰাণ, উত্তৰ খণ্ড ৭১/৩১৭-১৮

ব্ৰহ্মাদয়ো বহুতিথং যদপাঙ্গমোক্ষকামাস্তপঃ
সমচৰন্ ভগৱৎপ্ৰপন্নাঃ।
সা-শ্ৰীঃ স্ববাসমৰবিন্দবনং বিহায়
যৎপাদসৌৰভমলং ভজতেঽনুৰক্তা।। ভাগৱত-পুৰাণ ১/১৬/৩২

তাৰেই অনুবাদৰূপে মাধৱদেৱে 'নাম-ঘোষা' ১৬ নং আৰু ১৭ নং ঘোষাত অনুবাদ দিছে।

ভাগৱত পুৰাণত কৈছে — মাধৱৰ (কৃষ্ণৰ) যশস্যা আৰু সেই যশস্যা অঙ্কিত তেওঁৰ নাম। এয়েই হৈছে মহাভাগৱতৰ সাৰ-ৰস। এই ৰসৰ যিজন ৰসগ্ৰাহী ভকতে শ্ৰৱণ, মনন আৰু নিদিধ্যাসন এই তিনিপ্ৰকাৰৰ সাধনাৰ দ্বাৰা অমৃতাধিক মাধুৰী উপভোগ কৰি কৃতাৰ্থ হৈছে ঃ

ভক্তিং লব্ধৱতঃ সাধোঃ কিমন্যদৱশিষ্যতে।
ময্যনন্তগুণে ব্ৰহ্মণ্যানন্দানুভৱাত্মনি।। ভাগৱত-পুৰাণ ১১/২৬/৩০

সেইজন সাধকে

"শৃণ্বন্তি গায়ন্তি গৃণন্ত্যভীক্ষ্ণশঃ
স্মৰন্তি নন্দন্তি তবেহিতং জনাঃ।" ভাগৱত-পুৰাণ ১/৮/৩৬

অৰ্থাৎ বক্তা থাকিলে শুনে, শ্ৰোতা থাকিলে গাই শুনায় আৰু শ্ৰোতা-বক্তা নাথাকিলে নিজে গুঞ্জন্ কৰে অৰ্থাৎ গুণানুকীৰ্তন কৰি শুৱে জীৱন কটায়। 'নাম-ঘোষা'ত তাৰেই অনুবাদ দিছে ঃ

মহাভাগৱত ৰস মাধৱৰ নাম যশ
আক পান কৰিল যিজনে।
কৃষ্ণৰ চৰণে চিত্ত দিয়া মোক্ষ আদি ৰসে
ৰতি আৰ নকৰয় মনে।। নাম-ঘোষা ১৯

মহাপুৰুষ মাধৱদেৱে 'নাম-ঘোষা'ৰ ২৪ নং ঘোষাত বিষ্ণুপাদোদকী গংগাতকৈ কৃষ্ণৰ (ভগৱন্তৰ) শব্দ শ্ৰেষ্ঠ বুলি কৈছে। মূল ভাগৱত পুৰাণত গংগাৰ বিৱৰণ বিশদভাৱে দিছে। ভগীৰথে মৰ্ত্যলৈ নমাই অনা জলপ্ৰবাহ (গংগা) ভগৱন্তৰ চৰণ পাদোদক অৰ্থাৎ পদ প্ৰক্ষালন জল। ভগৱন্তই (কৃষ্ণই) বামন অৱতাৰত বলিৰ পৰা দান লোৱা তিনিপদ ভূমিৰ একপদে স্বৰ্গ, এক পদে মৰ্ত্যলোক ল'লে। তৃতীয় পদ থ'বলৈ ঠাই নাপাই কোপিত হৈ শূন্যৰ ফালে বঢ়াই দিওঁতে সেই বিষ্ণুপদ ব্ৰহ্মালোক পালেগৈ। সেই সময়ত ব্ৰহ্মালোকত ব্ৰহ্মাডিম্বত গংগা আবদ্ধ আছিল। ভগৱন্তৰ চৰণে ব্ৰহ্মালোকৰ সেই ব্ৰহ্মাডিম্বত নখাঘাট কৰিলে, ব্ৰহ্মাডিম্ব ভাগি পবিত্ৰ জলাধাৰা নিগৰি ওলাল, ব্ৰহ্মাই যোগবলেৰে কমণ্ডলুত ধৰি বামনৰূপী ভগৱন্তৰ চৰণ ধুৱাই দিলে। বিষ্ণুৰ (কৃষ্ণৰ) পদস্পৰ্শত সেই পবিত্ৰ জলধাৰাৰ পৰাই গংগাৰ সৃষ্টি হ'ল।

অনেক কালৰ পিছত ভগীৰথে স্তুতি কৰি গংগাক মৰ্ত্যলৈ নমাই আনোতে গংগাৰ প্ৰচণ্ড বেগ মহাবৈষ্ণৱ শিৱই জঁটা পাতি ধৰিছিল। পিছত মৰ্ত্যলোক পবিত্ৰ কৰি গংগা প্ৰবাহিত হ'ল। কৃষ্ণৰ চৰণৰ স্পৰ্শ হোৱাত এই জলধাৰা পৰম পবিত্ৰ। ভাগৱতত মহেশৰ সৈতে জগতক পবিত্ৰ কৰা গংগাতকৈ ভগৱন্ত কৃষ্ণক শ্ৰেষ্ঠ স্থান দিছে। মূলত আছে :

অথাপি যত্পাদনখাৱসৃষ্টং জগদ্বিৰিঞ্চোপহৃতাৰ্হনাম্ভঃ।
সেশং পুনাত্যন্যতমো মুকুন্দাত্ কো নাম লোক ভগৱত্পদাৰ্থঃ।।
ভাগৱত পুৰাণ ১/১৮/২১

মাধৱদেৱে ইয়াৰ অনুবাদ এনেদৰে দিছে :

বিষ্ণুপাদোদক গংগা মহেশে সহিতে ইটো
জগতক পবিত্ৰ কৰয়।
হেন কৃষ্ণ বিনে কোন ভগৱন্ত হেন ইটো
শবদৰ স্বৰূপ আছয়।। নাম-ঘোষা ২৪

জীৱাত্মা নিজেই নিজৰ মিত্ৰ হয় যেতিয়া নিজৰ দ্বাৰা নিজকে বশ কৰিছে অৰ্থাৎ মন আৰু ইন্দ্ৰিয়যুক্ত শৰীৰক বশীভূত কৰিছে। যাৰ দ্বাৰা মন আৰু ইন্দ্ৰিয়সহ শৰীৰ বশীভূত হোৱা নাই সেইজন নিজেই নিজৰ শত্ৰু। শ্ৰীমদ্ভগৱদ্গীতাৰ ধ্যানযোগত অৰ্থাৎ ষষ্ঠ অধ্যায়ত ভগৱান কৃষ্ণই কৈছে :

আত্মৈৱ হ্যাত্মনো বন্ধুৰাত্মৈৱ ৰিপুৰাত্মনঃ।।
বন্ধুৰাত্মাত্মনস্তস্য যেনাত্মৈৱাত্মনা জিতঃ।
অনাত্মনস্তু শত্ৰুত্বে বৰ্ত্তেতাত্মৈৱ শত্ৰুৱৎ।। শ্ৰীমদ্‌ভগৱদ্‌গীতা ৬/৫ ৬

এই শ্লোকৰ অনুবাদ 'নাম-ঘোষা'ত উপলব্ধ্য হয় —

আপুনি আপুন বন্ধু আপুনি আপুন শত্ৰু
আপুনি আপুন ৰাখে মাৰে।
হৰিক নভজি নৰে আপুনি হোৱয় নষ্ট
হৰি ভজি আপুনাক তাড়ে।। নাম-ঘোষা ২৬

শ্ৰীমদ্‌ভাগৱত পুৰাণত 'হৰিনাম'ক সিংহ বুলি অভিহিত কৰিছে। আনহাতে 'হৰি' শব্দই (সংস্কৃতত) সিংহকো বুজায়। শ্ৰীমদ্ভাগৱত শাস্ত্ৰক বন বা অৰণ্য বুলি অভিহিত কৰিছে। মহা-অৰণ্যত সিংহ বাস কৰাও লোকপ্ৰসিদ্ধ। সেই সিংহ হৰিনাম। অৰ্থাৎ 'হৰি' আৰু 'হৰিনাম'ৰ মাজত থকা অস্তিত্ব আৰু মাহাত্ম্য প্ৰত্যক্ষভাৱে দেখা নাপায়। জ্ঞানচক্ষুৰ দ্বাৰাইহে দেখা পায়। সেইবিলাক হৰি আৰু হৰিনামৰ মাহাত্ম্যৰ ধ্বনিয়েই হৈছে ভাগৱতত থকা সিংহৰূপী হৰিনামৰ মহাধ্বনি — সেই মহাধ্বনি শুনি বিৰোধী তাৰ্কিকসকল সপৰিয়ালে পলায় অৰ্থাৎ সেই তৰ্কবিলাক খণ্ডিত হয় ঃ

"সৰ্বশ্ৰুতিশিৰোৰত্নমহাভাগৱতাৰণ্যে হৰিনামসিংহো বিৰাজতেহধ্বনি।
তৎশব্দং শ্ৰুত্বা সনিজপতিপুত্ৰা তৰ্কব্ৰাঘ্ৰী তুৰ্ণং ত্ৰাসাদ্‌প্ৰৱতি।।
ভাগৱত পুৰাণ

তাৰে অনুবাদ মাধৱদেৱে 'নাম-ঘোষা'ৰ ৪৪ নং ঘোষাত দেখুৱাইছে ঃ

সৰ্বশ্ৰুতি শিৰোৰত্ন ভাগৱত বনমাজে
হৰিনাম সিংহ প্ৰকাশয়।
তাৰ মহাধ্বনি শুনি নিজ পৰিবাৰ সমে
তৰ্কব্যাঘ্ৰী পলায় হয়া ভয়।। (নাম-ঘোষা ৪৪)

ভাগৱত-পুৰাণত কৈছে ঃ

"সন্তোষামৃত তৃপ্তানাং যৎসুমং শান্তচেতসাম্" — অৰ্থাৎ হৰি ভক্তিৰসত মগ্ন হোৱা বাবে সন্তোষ অমৃতত পৰিতৃপ্ত লোকসকলৰ যি সুখ লাভ হয় আন বিষয় বাসনাত ধাবিত হোৱা মনৰ লোকৰ সেই সুখ হ'ব নোৱাৰে। 'নাম-ঘোষা'ত এই কথাৰ অনুবাদ এনেদৰে দিছে ঃ

হৰিভক্তি সৰোৱৰে সন্তোষ অমৃতজলে
কৃষ্ণপাদপদ্ম প্ৰকাশয়।

ৰামনাম ৰাজহংসে ছানিয়া আৰাৱ কৰে
শুনি আতি কৌতুক মিলয়।। নাম-ঘোষা ৮৪

হৰিভক্তিৰূপ সৰোবৰটো সন্তোষ ৰূপ অমৃত জলেৰে পৰিপূৰ্ণ। জল নহ'লে যিদৰে সৰোবৰৰ অস্তিত্ব নাথাকে, তেনেকৈ সন্তোষ যি চিত্তত নাই তাত হৰিভক্তি থাকিব নোৱাৰে। যেনেকৈ ৰাজহংসই উচ্চৈস্বৰে ধ্বনি কৰে সেইদৰে হৰিনাম ঘুষিলে মনত আনন্দ দিয়ে।

নৰসিংহ-পুৰাণত কৈছে ঃ ঐশ্বৰ্যভোগ প্ৰচুৰ পৰিমাণে লাভ কৰা লোকসকল ৰজো গুণ, তমোগুণ বৃত্তিৰূপ আসুৰিক ভাবত মদগৰ্ব হয়। ধন, জন, যৌৱনত মত্ত হোৱা লোকসকল স্বভাৱতে ঈশ্বৰবিমুখ। বুঢ়া গৰু বোকাত সোমালে যিদৰে তাৰ পৰা পাৰ পাৱলৈ অসমৰ্থ হয় আৰু অৱশেষত বিনাশ হয় তেনেদৰে সেই লোকসকলে অতিশয় গৰ্বত মহা সংসাৰৰ যন্ত্ৰণাত বিনাশপ্ৰাপ্ত হয় ঃ

ভোগৈশ্বৰ্যমদোন্মত্তস্তত্ত্বজ্ঞানপৰাঙ্মুখঃ।
সংসাৰাখ্যে মহাপঙ্কে জীৰ্ণা গৌৰিৱমজ্জতি।।

নৰসিংহ-পুৰাণ ১৬/১৪

এই শ্লোকৰ অনুবাদ মহাপুৰুষ মাধৱদেৱে 'নাম-ঘোষা'ত দেখুৱাইছে ঃ

ঐশ্বৰ্য ভোগৰ মদে মত্ত হুয়া ঈশ্বৰত
পৰাঙ্মুখ ভৈল যিটোজন।
যেন জীৰ্ণ গাই সিটো দুৰ্ঘোৰ সংসাৰ মহা
পঙ্কে পৰি হোৱয় মগন।। নাম-ঘোষা ৫৮

সেই কাৰণে স্নান, দান, ব্ৰত আদি নিষ্কামভাৱে ভগৱানত অৰ্পণ কৰাৰ মহাফলস্বৰূপে অনৱৰতে মুখত ৰামনাম উচ্চাৰণ হয় তেওঁৰ তুল্য কোনো হ'ব নোৱাৰে।

"ৰাম ৰামেতি ৰামেতি যস্য বক্ত্ৰে ভৱত্যলম্।
ন তস্য তুল্যতাং যাতি চিৰতীৰ্থাটিং মহৎ।। ভাগৱত-পুৰাণ

এনেদৰে ভাগৱত শাস্ত্ৰই সিদ্ধান্ত দিছে। মাধৱদেৱেও 'নাম-ঘোষা'ত ১১৬ নং ঘোষাত অনুবাদ কৰিছে ঃ

ৰাম ৰাম ৰাম ৰাণী পৰম মংগল ৰূপ
যাৰমুখে প্ৰকাশ কৰয়।
চিৰকালে মহাতীৰ্থ কৰিয়া পৱিত্ৰ হুয়া
তাকো কদাচিতো তুল্য নয়।। নাম-ঘোষা ১১৬

মহাভাগৱত পুৰাণে সংসাৰৰ লোকসকলক চাৰিভাগত ভাগ কৰিছে। যেনে ঃ

অধম, মধ্যম, উত্তম আৰু উত্তমোত্তম।

যিসকলে লোকে কেৱল আনৰেই দোষ দেখে আৰু তাকে কৈ আনন্দ লাভ কৰে তেওঁলোক অধম শ্ৰেণীৰ। যিসকল আনৰ দোষ-গুণ দুয়োটাকে বিচাৰ কৰি লয় সেইসকল মধ্যম শ্ৰেণীৰ লোক। উত্তম শ্ৰেণীৰ লোকসকল মহান। তেওঁলোকে আনৰ দোষ লেশমাত্ৰও নেদেখে। যিদৰে মৌমাখিয়ে তিতা বা টেঙা ফুলৰ পৰাও মৌ সংগ্ৰহ কৰে সেইদৰে এই শ্ৰেণীৰ লোকসকলেও আনৰ গুণখিনিহে গ্ৰহণ কৰে।

চতুৰ্থ শ্ৰেণীৰ অৰ্থাৎ উত্তমোত্তম লোকসকল অতিশয় মহান। এই শ্ৰেণীৰ লোকসকলে আনৰ দোষতো নেদেখেই বৰং কিঞ্চিৎ গুণকেই বিস্তাৰ কৰি গ্ৰহণ কৰে। উদাৰ মনেৰে আনৰ প্ৰশংসা কৰি ভাল পায় :

দোষান্ পৰষোং হি গুণেষু সাধৱো
গৃহ্ণন্তি কেচিন্ন ভবাদৃশা দ্বিজ।
গুণাংশ্চ ফল্গূণ্ বহুলীকৰিষ্ণৱো
মহত্তমাস্তেষ্ববিদত্তবানঘম্।। ভাগৱত-পুৰাণ ৪/৪/১২

এশ বিছ নম্বৰ ঘোষাত মাধৱদেৱে ইয়াৰ অনুবাদ দিছে :

অধমে কেৱলে দোষ লৱয় মধ্যমে গুণ
দোষ লৱে কৰিয়া বিচাৰ।
উত্তমে কেৱলে গুণ লৱয় উত্তমোত্তমে
অল্পগুণ কৰয় বিস্তাৰ।। নাম-ঘোষা ১২০

কলিযুগৰ অধিষ্ঠাত্ৰী দেৱতা কলি দোষৰ সাগৰ অৰ্থাৎ কলিযুগৰ জীৱসকলক অধৰ্মৰ পথত প্ৰবৃত্ত কৰে আৰু অন্ন-বস্ত্ৰৰ দুখত পেলায় আৰু পৰস্পৰৰ বিৰোধ জন্মায়, আনকি ভাই ভাই, পিতা-পুত্ৰ, স্বামী-ভাৰ্যাসকলৰ মাজতো কন্দল জন্মায়। ইত্যাদি দোষবিলাকৰ কাৰণেই কলিক দোষৰ সাগৰ বুলি কোৱা হয়। এনেকুৱা কলিকো পৰীক্ষিত ৰজাই বিবেচনা কৰি দেখিলে যে কলি দোষৰ সাগৰ হ'লেও তাৰ কিছু গুণো আছে। সেই গুণৰ ভিতৰত প্ৰধান গুণটো হৈছে যি মহাপাপী হীনজাতিত জন্ম পাইছে তেৱোঁ হৰিকীৰ্ত্তন কৰি সুখেৰে সংসাৰ তৰিব পাৰে। এই গুণ দেখি কলিক অব্যাহতি দিলে, এই কথা ভাগৱত-পুৰাণত বিস্তাৰিতভাৱে কোৱা হৈছে :

কলেৰ্দোষনিধে ৰাজন্নস্তি হ্যেকো মহান্ গুণঃ।
কীৰ্ত্তনাদেব কৃষ্ণস্য মুক্তসঙ্গঃ পৰং ব্ৰজেৎ।।
ভাগৱত-পুৰাণ ১২/৩, ৫১

মহাপুৰুষ শ্ৰীমাধৱদেৱে মূলৰ লগত মিল ৰাখি এনেদৰে অনুবাদ কৰিছে :

দোষৰ সাগৰ কলি তাকো পৰীক্ষিত ৰাজা
গুণদেখি কৰিলা ৰক্ষণ।
মহাপাপী অন্ত্যজাতি তৰয় কলিত সুখে
মুখে কৰি হৰিৰ কীৰ্ত্তন।। নাম-ঘোষা ১২১

মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰদেৱেও 'ভক্তি ৰত্নাকৰ' গ্ৰন্থত ক'লে ঃ পৰধৰ্মনিৰূপণম্' ২১তম অধ্যায়ৰ শ্লোক নং ১৬-ত ভাগৱত-পুৰাণৰ উক্ত শ্লোক উল্লেখ কৰিছে। 'কূৰ্মপুৰাণ'তো কলিৰ কথা বৰ্ণনা কৰা হৈছে ঃ

"কলিনা দুষ্টসৰ্পেন দংষ্ট্ৰানামিহ ভেষজম্।
নাস্তি নাস্ত্যেৱ নাস্ত্যেৱ্ ৰামনামামৃতং বিনা।। কূৰ্মপুৰাণ ২১/১১৮

ভক্তি ৰত্নাকৰৰ এই শ্লোকটিত কলিক বিষধৰ সৰ্প বুলি বৰ্ণনা কৰিছে। কলি হৈছে চাৰি যুগৰ ভিতৰত এটা যুগ। শাস্ত্ৰজ্ঞসকলে কৈছে — কলিৰ সময় চাৰিলক্ষ বত্ৰিশ হেজাৰ বছৰ। কলিৰ প্ৰভাৱত ৰাজ্যশাসন, সমাজশাসন, পাৰিবাৰিক শাসনৰ সীমা লংঘন কৰি আৰ্যসমাজৰ চাৰিজাতি আৰু অন্যান্য জাতিবিলাকৰ অন্ন, যোনি, আচাৰ-বিচাৰবিলাকৰ সীমা ধ্বংস কৰি একাকাৰ কৰে আৰু বেদধৰ্ম, বৰ্ণাশ্ৰমধৰ্ম লুপ্ত কৰে। কলিৰ প্ৰভাৱত ধৰ্মজ্ঞানৰূপ চেতন নোহোৱা কৰে, যিদৰে এডাল কাঠ নদীৰ সোঁতত উটি যায় তেনেদৰে সকলোকে অধৰ্মৰ সোঁতত উটি যাবলৈ দিয়ে। গতিকে, কলিৰ দোষবিলাকৰ পৰা মুক্ত হৈ অনাচাৰ-অনীতি, অধৰ্ম বৰ্জন কৰি অমৃতস্বৰূপ ৰামনামত শৰণ লৈ পবিত্ৰ হ'বলৈ উপদেশ দিছে। তাৰেই অনুবাদ ২০১ নং ঘোষাত দেখুৱাইছে ঃ

দুষ্ট কলিসৰ্পে সবাকো দংশিলে
হৰাইল চেতন জ্ঞান।
ইহাৰ ঔষধ সুধা ৰাম নাম
বিনে নাহি নাহি আন।। নাম-ঘোষা ২০১

শ্ৰীমদ্ভগবদ্গীতা ষোড়শ অধ্যায়ৰ ২১ নং শ্লোকত কৈছে যে — কাম, ক্ৰোধ, লোভ এই তিনিটা নৰকৰ দ্বাৰস্বৰূপ। এইবোৰ আত্মাৰ বিনাশৰ মূল অৰ্থাৎ জীৱৰ অধোগতিৰ কাৰণ। গতিকে এই তিনিটা ত্যাগ কৰা উচিত।

ত্ৰিবিধং নৰকস্যেদং দ্বাৰং নাশনমাত্মনঃ।
কামঃ ক্ৰোধস্তথা লোভস্তস্মাদেতত্ৰয়ং ত্যজেৎ।।
শ্ৰীমদ্ভগবদ্গীতা ১৬/২১

ইয়াত জীৱৰ আত্মাৰ পতনৰ হেতু উল্লেখ কৰিছে। কামনাত বশৱতী হৈ জীৱসমূহে

বিভিন্ন বিষয় ভোগত ৰত হয়। জুইত ঘিউ পৰিলে যিদৰে অগ্নি বেছিকৈ প্ৰজ্বলিত হয় তেনেদৰে জীৱসমূহে বিষয় উপভোগ কৰিলেও কেতিয়াও পূৰ্ণতৃপ্তি লাভ কৰিব নোৱাৰে। কামনা বাঢ়ি যায়। যেতিয়া প্ৰতিবন্ধকতা আহে তেতিয়া জীৱৰ ক্ৰোধ জন্ম হয়। ক্ৰোধৰ পৰাই আপোন-পৰ ভেদভাৱৰ সৃষ্টি হয় আৰু বুদ্ধিনাশ হৈ জীৱক লোভ-মোহে অন্ধ কৰে। তেতিয়াই স্মৃতি লোপ হৈ আত্মাৰ পতন হয়।

এই কাৰণেই ভগবান কৃষ্ণই গীতৰ দ্বিতীয় অধ্যায়ত অৰ্জুনক উপদেশ দিছে :

ধ্যায়তো বিষয়ান্ পুংসঃ সঙ্গস্তেষূপজায়তে।
সঙ্গাৎ সঞ্জায়তে কামঃ কামাৎ ক্ৰোধোঽভিজায়তে।।
ক্ৰোধাদ্ভবতি সম্মোহঃ সম্মোহাৎ স্মৃতিবিভ্ৰমঃ।
স্মৃতিভ্ৰংশাদ্ বুদ্ধিনাশো বুদ্ধিনাশাৎ প্ৰণশ্যতি।।

শ্ৰীমদ্ভগৱদ্গীতা ২/৬২-৬৩

'নাম-ঘোষা'ত মাধৱদেৱে ইয়াৰে অনুবাদ দেখুৱাইছে :

যতেক অনৰ্থ আছে সংসাৰত
তাতে তিনিবিধ সাৰ।
কাম ক্ৰোধ লোভ আপুন নাশন
জানি কৰা পৰিহাৰ।।
আত্মনাশ হেতু কাম ক্ৰোধ লোভ
নৰকৰ তিনি দ্বাৰ।
জানি আৰু তেজি কেৱলে কৃষ্ণৰ
ভকতিক কৰা সাৰ। নাম-ঘোষা ২০৮, ২০৯

সম্পদ দুবিধ। এবিধ হৈছে দৈৱীসম্পদ আৰু আনবিধ হৈছে আসুৰী সম্পদ। ৰজোগুণ, তমোগুণ আদি যিমান বৃত্তি সেই সকলো আসুৰী সম্পদ। শুদ্ধ সত্ত্ববৃত্তি দেৱৰ সম্পত্তি। দৈৱীসম্পদ সংসাৰ বন্ধনৰপৰা মুক্তিকাৰক। আসুৰী সম্পদ সংসাৰত জীৱৰ বন্ধকাৰক। দৈৱীসম্পদ আৰু আসুৰী সম্পদৰ বিষয়ে গীতাৰ ১৬শ অধ্যায়ত ভগবান কৃষ্ণই অৰ্জুনক বুজাই দিছে :

তেজঃ ক্ষমা ধৃতিঃ শৌচমদ্ৰোহো নাতিমানিতা।
ভৱন্তি সম্পদং দৈৱীমভিজাতস্য ভাৰত।। গীতা ১৬/৩

ইয়াত 'তেজঃ' অৰ্থাৎ শ্ৰেষ্ঠ ব্যক্তিয়ে নিজ শক্তিৰ প্ৰভাৱত তেওঁৰ বিষয়াসক্ত আৰু অন্যায় আচৰণ পৰিত্যাগ কৰে আৰু শ্ৰেষ্ঠ আচৰণত প্ৰবৃত্ত হ'লে তাকে 'তেজঃ'

বুলি কোৱা হয়। ধৈৰ্য, ক্ষমা, ইন্দ্ৰিয়সংযম, বাহ্যিক আৰু অন্তৰৰ শুদ্ধতা, কাৰো প্ৰতি শত্ৰুভাব নথকা, নিজৰ শ্ৰেষ্ঠতাক লৈ অভিমান নকৰা, সেই গুণবিলাকেই পুৰুষৰ লক্ষণ, তেওঁলোকে এই দৈৱীসম্পদ লৈ জন্মগ্ৰহণ কৰে। আসুৰী সম্পদ হৈছে ঃ

দম্ভো দৰ্পোহভিমানশ্চ ক্ৰোধঃ পাৰুষ্যমেৱ চ।
অজ্ঞানং চাভিজাতস্য পাৰ্থ সম্পদমাসুৰীম্।। গীতা ১৬/৪

অৰ্থাৎ দম্ভ, দৰ্প আৰু অভিমান তথা ক্ৰোধ, কঠোৰতা আৰু অজ্ঞান, এইবিলাকেই হৈছে আসুৰী সম্পদ আৰু এইবোৰ গুণ লৈযেই কিছুমানে জন্মগ্ৰহণ কৰে। গতিকে আসুৰী সম্পদ ত্যাগ কৰি দৈৱীসম্পদ গ্ৰহণ কৰি কৃষ্ণক ভজিব লাগে। মহাপুৰুষ মাধৱদেৱে 'নাম-ঘোষা'ত দুয়োবিধ সম্পদৰ কথা এটি ঘোষাতে সুন্দৰভাৱে দেখুৱাইছেঃ

ৰজোগুণ তমো গুণ যত বৃত্তি
কেৱলে আসুৰী ভাৱ।
শুদ্ধ সত্ব বৃত্তি দেৱৰ সম্পত্তি
লৈয়া ভজা কৃষ্ণ পাৱ।। নাম-ঘোষা ২১৩

চঞ্চল আৰু দুৰাচাৰ কৰ্মত সদায় প্ৰবৃত্ত হোৱা মনে চাঞ্চল্য এৰি, হৰিনামত প্ৰবৃত্ত হ'ব লাগে। যিদৰে কেইবাটিও পানীৰ সোঁত নানা ফালৰ পৰা আহি এটা জানত পৰিলে যেনেকৈ একজানি (একত্ৰ) হয়, সেইদৰে নানা প্ৰকাৰৰ বিষয়-বাসনা এৰিলেহে মনে এক অবিচ্ছিন্নভাৱে হৰিক চিন্তা কৰিব পাৰে ঃ

যথা দীপো নিবাতস্থো নেঙ্গতে সোপমা স্মৃতা।
যোগিনো যতচিত্তস্য যুঞ্জতো যোগমাত্মনঃ।। গীতা ৬/১৯

অৰ্থাৎ, বায়ুহীন ঠাইত থকা দীপশিখা যিদৰে চঞ্চল নহয়, আত্মবিষয়ক যোগাভ্যাসকাৰী সংযতচিত্ত যোগীৰ অচঞ্চল চিত্তৰ এইটোৱে দৃষ্টান্ত।।

এই শ্লোকৰ অনুবাদ 'নাম-ঘোষা'ত মাধৱদেৱে এনেদৰে দেখুৱাইছে ঃ

মহন্তৰ সঙ্গে সদায় মুখত
নছাৰিবা ৰামবাণী।
তেৱেসে চঞ্চল দুৰাচাৰ মন
হৈবে আসি একজানি।। নাম-ঘোষা ২৪০

'নাম-ঘোষা'ৰ ২৪২ নং ঘোষাত মাধৱদেৱে ৰাম, কৃষ্ণ, হৰি আদি ভগৱানৰ নাম সদায় কীৰ্ত্তন আৰু শ্ৰৱণ কৰিবৰ উপদেশ দিছে তাৰ লগতে মনেৰে অন্যায় নকৰিবলৈ ইংগিত দিছে। কাৰণ, মনত পাপ বৃত্তি থাকিলেও হৰিভক্তি লাভ নহয়। নেদেখাকৈও

কোনো পাপ কৰ্ম যদি কৰা যায়, আনকি মনেৰে ভাবিলেও অদ্ভুত শক্তিসম্পন্ন সাক্ষীৰ লগতে আছে চৈধ্য সাক্ষী ঃ

ৰামকৃষ্ণ হৰি বোল শুন ভাই
অন্যায় নকৰ মনে।
চৈধ্য সাক্ষীসমে যমেৰ দেৱান
দেখিয়োক সৰ্বক্ষণে।। নাম-ঘোষা ২৪২

শাস্ত্ৰত চৈধ্য সাক্ষীৰ কথা এনেদৰে পোৱা যায় ঃ

আদিত্যশ্চন্দ্ৰানিলোঽনলশ্চ
দৌৰ্ভূমিৰাপো হৃদয়ং যমশ্চ।
অহশ্চ ৰাত্ৰিশ্চ উভে চ সন্ধ্যে
ধৰ্মস্য জানাতি নৰস্য বৃত্তম্।।

উক্ত শ্লোকত আৰু ঘোষাত এই কথাকে কোৱা হৈছে যে কায়িক, বাচিক, মানসিক একো পাপৰ পৰা নাম লৈও নিস্তাৰ পোৱা যে নাযায় এই কথাকে বুজাইছে। নহ'লে 'নাম'লোৱাজনে পাপ কৰিলেও যমৰ দেৱানক ভয় কৰিবলগীয়া কোনো কথাই নাথাকিলহেঁতেন।

শ্লোকটিত থকা চৈধ্য সাক্ষী হৈছে — সূৰ্য, চন্দ্ৰ, বায়ু, অগ্নি, স্বৰ্গ (আকাশ), ভূমি, জল, হৃদয়, যম, দিন-ৰাতি, সন্ধ্যাকালদ্বয় অৰ্থাৎ প্ৰাতঃসন্ধ্যাকাল আৰু সায়ংসন্ধ্যাকাল আৰু ধৰ্ম — এই চৈধ্যটি কৰ্মসাক্ষীয়ে প্ৰত্যেক লোকক দেখি আছে। অন্যায়কাৰ্যতঃ মানুহে লোক চকুৰ আঁৰত থাকি পাপকৰ্ম আচৰণ কৰি আত্মসন্তুষ্টি লাভ কৰে, কিন্তু চৈধ্য সাক্ষী বিদ্যমান। দিনত পাপকৰ্ম কৰিলে দিনে দেখিব, ৰাতি পাপকৰ্ম কৰিলে ৰাতিয়ে দেখিব, চন্দ্ৰই দেখিব, ভূমিত পাপ কৰিলে ভূমিয়ে দেখিব আৰু আকাশত পাপ কৰিলে আকাশে দেখিব, অগ্নি আদি দশোদিশে দেখিব, ইত্যাদি। মুঠতে চৈধ্যসাক্ষীক আঁৰ কৰিব নোৱাৰে। এই সাক্ষীবিলাকৰ দ্বাৰাই যমৰ দেৱান (দূত) চিত্ৰগুপ্তই দোষ-গুণ প্ৰমাণ লৈ পাপী হ'লে চৌৰাশী নৰকত শাস্তি দিয়ে। এই পৃথিৱীত মানুহে নিজে ইচ্ছাপূৰ্বক জন্ম লাভ কৰা নাই, নিয়ন্ত্ৰণ মতেহে জন্মলাভ কৰিছে। তেনেদৰে মৰাটো নিয়ন্ত্ৰণ মতে বাধ্য হৈ মৰে, তাতো নিজৰ স্বাধীনতা নাই। কিন্তু অহংকাৰ বিমূঢ়াত্মা ব্যক্তিয়ে মনত সমস্ত কৰ্মতে নিজে কৰ্তা বুলি অভিমান কৰে। সেই অভিমানৰ কাৰণেই সৎ অসৎ যোনিত জন্ম হয়। আসুৰী কৰ্ম কৰিলে আসুৰী যোনিত ভগৱানে জন্ম দিয়ে আৰু কৰ্মবশতঃ তাতকৈয়ো অধম যোনিত জন্ম হ'ব পাৰে।

মানুহে ধনমদ, যৌৱনমদ, জনমদ — এইবিলাকৰ বাবে অন্ধ হৈ অধৰ্ম লালসা চৰিতাৰ্থ কৰা দেখা যায়। যাতে সেইবিলাক দোষ পৰিহাৰ কৰি শুদ্ধ হৈ থাকিব পাৰে

তাৰ কাৰণে যমৰ নৰক যন্ত্ৰণা (চকুৰে নেদেখিলেও) প্ৰকৃতপক্ষে যে আছে তাকে দৃঢ় কৰি বুজাবৰ নিমিত্তে এই ঘোষাৰ অৱতাৰণা। কাৰণ, মানুহে যিবিলাক পাপকৰ্ম কৰে, সেই ঘটনাৰ সময় অতীত হোৱাৰ পিছতো নিজৰ মনত ভাবিলে প্ৰতিভাত হয় আৰু যিসময়ত যি কাম কৰিছে সেই সময়ো মনত পৰে। গতিকে কৰ্মবিলাক সময়ৰ লগত, মনৰ লগত সংযুক্ত হৈ আছে বুলি ধৰিব লাগিব। সময়ৰ মালিক চন্দ্ৰ-সূৰ্যাদি। তেওঁলোক ঈশ্বৰৰ নিযুক্ত কৰ্মসাক্ষী। বাকী সাক্ষীবিলাকো তেনেকৈ নিযুক্ত সাক্ষী। সৃষ্টিৰ বহুত আন আন কৰ্মৰ অধিকাৰৰ ভিতৰত জীৱবিলাকৰ কৰ্মৰ সাক্ষীস্বৰূপ অধিকাৰো ঈশ্বৰে তেওঁলোকক দিছে। কৰ্মকাৰী মানুহবিলাকে ভবা উচিত যে দৃশ্যমান বিশ্বজগতত ৰজাৰ শাসন শক্তি আৰু শাসন ব্যৱস্থা যেনেকৈ আছে তেনেকৈ বিশ্বজগতখনৰো এজন শাসক পৰমেশ্বৰ আছে। তেওঁৰ শক্তি অসীম।

যিদৰে মহামদগৰ্বী গজেন্দ্ৰই পুত্ৰ-ভাৰ্যা সকলক লগত লৈ আপোন মনে বিষয়সুখত উন্মত্ত হৈ জলকেলি কৰি থাকোঁতেই কালৰূপী গ্ৰাহে ধৰিলে, তেতিয়াহে গজেন্দ্ৰৰ চেতনা আহিল আৰু হৰিত শৰণ ল'লে। ঠিক সেইদৰেই এই সংসাৰতো মানুহৰ মনেই মাতঙ্গস্বৰূপ গজেন্দ্ৰ। ইন্দ্ৰিয়সমূহ হস্তিনীস্বৰূপ সঙ্গী। গ্ৰাহৰূপী কালে গজেন্দ্ৰক গ্ৰাস কৰাৰ দৰেই বিষয়সুখে গ্ৰাস কৰিছে সেই কথা ক'বই নোৱাৰে। সেই লোকসকলে হৰিত আশ্ৰয় লোৱাৰ বাহিৰে আন উপায় নাই বুলি কৈছে। শ্ৰীমদ্ভাগৱতপুৰাণত সেই কথা এনেদৰে কৈছে ঃ

সংসাৰ কূপে পতিতং বিষয়ৈৰ্মুষিতেক্ষণম্।
গ্ৰস্তং কালাহিনাহত্মানং কোহন্যস্ত্ৰাতুমধীশ্বৰঃ।।

ভাগৱত-পুৰাণ ১১/৮/৪১

মহাপুৰুষ মাধৱদেৱেও 'নাম-ঘোষা'ত ইয়াৰ অনুবাদ দেখুৱাইছে ঃ

কালগ্ৰাহে ধৰি সবাকো গিলয়
চেতন নাহিকে মনে।
ত্ৰাহি হৰি বুলি পশিয়ো শৰণে
অভয় হৰি চৰণে।। নাম-ঘোষা ২৬৪

ভাগৱত-পুৰাণত কোৱা হৈছে — সম্পদকালত ঈশ্বৰৰ নাম শ্ৰৱণ, কীৰ্তন বা স্মৰণ কৰা সম্ভৱ হ'লেও আতুৰ অৱস্থাত জ্বৰ, তাপ, পীড়া, মৰণৰ সময়ত ঈশ্বৰৰ নাম শ্ৰৱণ, কীৰ্তন স্মৰণ কৰাটো দুষ্কৰ, কিয়নো, জ্বৰ, তাপ, মৰণ আদিৰ সময়ত মানুহৰ মন অস্থিৰ হয়। চৈতন্য শক্তি হ্ৰাস পায়। সেই সময়ত ঈশ্বৰৰ নাম শ্ৰৱণ কৰিবলৈ হ'লে ঈশ্বৰৰ কৃপা অবিহনে সম্ভৱ হ'ব নোৱাৰে ঃ

অথকথঞ্চিৎস্খলনক্ষুৎপতন জৃম্ভণ দুৰৱস্থানাদিষু বিৱশানাং
নঃ স্মৰণায়।
জ্বৰমৰণদশায়ামপি সকলকশ্মলনিৰসনানি তৱ গুণকৃত নামা
ধেয়ানি বচন গোচৰাণি ভৱন্তু।
ভাগৱত-পুৰাণ ৫/৩/১২

'নাম-ঘোষা'ত মাধৱদেৱে তাৰে অনুবাদ এনেদৰে দিছে :

জ্বৰ তাপ পীড়া মৰণ সময়ে
কৰা হৰি কৃপা মোক।
তযু গুণনাম শ্ৰৱণ স্মৰণ
বচন গোচৰ হোক।। নাম-ঘোষা ৩২৫

ভক্তি-ৰত্নাকৰ আৰু মৎস্যপুৰাণত কৈছে, যিসকল লোকে কলিযুগত নিজে হৰি কীৰ্তন কৰে আৰু আনকো হৰি কীৰ্তন কৰায় তেওঁলোকেই প্ৰকৃততে পুণ্য, ধন্য আৰু সুহৃদজন :

তেহপি পূজ্যাস্তেহপি ধন্যাস্তে এৱ সুহৃদা জনাঃ।
স্মৰন্তঃ স্মৰয়ন্তো যে হৰের্ণাম কলিযুগে।।
ভক্তি-ৰত্নাকৰ ২১/২১, মৎস্যপুৰাণ

'নাম-ঘোষা'ত তাৰে অনুবাদ হৈছে :

তাৱাসৱে পূজ্য তাৱাসৱে ধন্য
তাৱাসে সুহৃদজন।
কলিযুগে হৰি আনকো বোলাৱে
আপুনো কৰে কীৰ্তন।। নাম-ঘোষা ৩৬৫

'ভাগৱত-পুৰাণ' আৰু 'ভক্তি-ৰত্নাকৰ'ত কোৱা হৈছে :

কৃতাদিষু প্ৰজা ৰাজন্ কলাৱিচ্ছন্তি সম্ভৱম্।
কলৌ খলু ভৱিষ্যন্তি নাৰায়ণ পৰায়ণাঃ।।
ভাগৱত-পুৰাণ ১১/৫/৩৮, ভক্তি-ৰত্নাকৰ ২১/৭

অৰ্থাৎ, "সত্যযুগৰ লোকেও কলিত জন্মলাভ কৰিবলৈ কামনা কৰে, এই কাৰণেই যে হৰিৰ কীৰ্তন কৰি ভক্তিৰ দ্বাৰা নাৰায়ণক পাব পাৰি। কলিত হৰিনাম ল'লে সকলো পাপ নাইকিয়া হয়। অনায়াসে মায়াৰ সংসাৰ পাৰ হৈ কৃষ্ণৰ ওচৰ পাব পাৰি।"

একে কথাৰ অনুবাদ মাধৱদেৱে কলিধৰ্ম নিৰ্ণয়ত দেখুৱাইছে :

সত্যাদিৰলোকে কলিত জনম
বাঞ্ছা কৰে নিৰন্তৰ।
হৰিগুণ গায়া নিশ্চয় কলিত
হৈব নাৰায়ণ পৰ।। নাম-ঘোষা ৩৮০

বৃহন্নাৰদীয় পুৰাণতো একে কথাকে পোৱা যায় ঃ

ঘোৰ কলিযুগে প্ৰাপ্তে হৰিনাম পৰায়ণা ঃ
সমস্ত পাপনির্মুক্তা যাস্যন্তি পৰমাং গতিম্।।

হৰিগুণ নাম কীৰ্তনে কলিৰ
কল্মষ কৰে বিনাশ।
অনায়াসে ঘোৰ সংসাৰ তৰিয়া
পাবয় কৃষ্ণৰ পাশ।। নাম-ঘোষা ৩৮২

গীতাত জ্ঞানযোগত ভগবান কৃষ্ণই কৈছে, "পাপকৰ্মপৰায়ণ বিবেকশূন্য নৰাধমসকলে মায়াৰ দ্বাৰা হৃতজ্ঞান হৈ অসুৰভাব পোৱাৰ কাৰণে মোক ভজনা নকৰে"ঃ

ন মাং দুষ্কৃতিনো মূঢ়াঃ প্ৰপদ্যন্তে নৰাধমাঃ।
মায়য়াহপহৃতজ্ঞানাঃ আসুৰাং ভাৱমাশ্ৰিতাঃ।। শ্ৰীমদ্ভগৱদ্গীতা ৭/১৫

মাধৱদেৱে 'নাম-ঘোষা'ত ইয়াৰ অনুবাদ এনেদৰে দিছে ঃ

কলিৰ মনুষ্য ভৈল ধৰ্মহীন
পাপ সাগৰত মজি।
হেন পাপীসবো কৃষ্ণ গুণ গায়া
তৰয় কৃষ্ণক ভজি।। নাম-ঘোষা — ৩৮৫

য'ত হৰি কীৰ্তনতেই সকলো পুৰুষাৰ্থ মহাসুখে লাভ কৰিব পাৰে, দেহধাৰীসকলৰ বাবে তাতকৈ পৰমলাভ একো নাই ঃ

যত্ৰ সংকীৰ্তনেনৈৱ সৰ্বঃ স্বাৰ্থোহভিলভ্যতে।।
নহ্যতঃ পৰমো লাভো দেহিনাং ভ্ৰাম্যতামিহ।
ভাগৱত-পুৰাণ ১১/৫-৩৬-৩৭

একে কথাকে মাধৱদেৱে অনুবাদ কৰিছে ঃ

কলিত হৰিৰ কীৰ্ত্তনত সুখে
সৰ্ব পুৰুষাৰ্থ পাই।

হৰিৰ কীৰ্ত্তন বিনায়ে কলিত
আন মহালাভ নাই।। নাম-ঘোষা ৩৮৮

সংসাৰত জন্ম ল'লেই মানুহে ধৰ্ম, অৰ্থ, কাম, মোক্ষ এই চাৰি পুৰুষাৰ্থ সাধন কৰাত অহোপুৰুষাৰ্থ কৰি থাকে। যদিও মানুহে চাৰিপুৰুষাৰ্থ সাধনত জীৱন পাত কৰে, কোটিজনৰ ভিতৰত কাচিৎ এজনেহে এই পুৰুষাৰ্থসমূহ লাভ কৰা দেখা যায়। কিন্তু কলি যুগত চাৰি পুৰুষাৰ্থ লাভ কৰিবলৈ হৰিনামেই শ্ৰেষ্ঠ উপায় বুলি কৈছে। এই প্ৰসংগত পৰীক্ষিত ৰজাৰ কথা উল্লেখ কৰিব পাৰি। শ্ৰীমদ্ভাগৱত পুৰাণতে দেখা যায় যে পৰীক্ষিত ৰজায়ো কৃষ্ণত শৰণ লৈ অভিশাপৰপৰা মুক্তি পাইছিল। ভাগৱতত কৈছে :

জানিয়া কৃষ্ণত কৰা একান্ত ভকতি।
কলিযুগে কৃষ্ণনাম কীৰ্ত্তনেসে গতি।।

ভাগৱত-পুৰাণ, দ্বিতীয় স্কন্ধ পদ ৪০

মূল ভাগৱতৰ (১/১৮/৭-১০) শ্লোকৰ অন্তৰ্গত কথাত কোৱা হৈছে যে কলিৰ দোষ থাকিলেও গুণো আছে — কলি যুগত মানুহে সাধুসংকল্প কৰা মাত্ৰেই পুণ্য অৰ্জন কৰে। ভাগৱতত পোৱা যায় যে পৰীক্ষিত ৰজাই মৃগয়া কৰিবলৈ যাওঁতে তৃষ্ণাতুৰ হৈ শমীক মুনিৰ আশ্ৰমত প্ৰৱেশ কৰি মুনিৰ ওচৰত জলভিক্ষা কৰে। সেই সময়ত ঋষি ধ্যানস্থ হৈ আছিল। সেই কাৰণে জলভিক্ষা বিফল হোৱাত পৰীক্ষিতে মৃত সৰ্প ঋষিৰ ডিঙিত মেৰিয়াই দিয়ে। তেতিয়া শমীক মুনিৰ পুত্ৰ শৃংগীয়ে পিতৃৰ তেনে অৱস্থা দেখি সপ্তম দিনত তক্ষকে পৰীক্ষিতক দংশন কৰিব বুলি অভিশাপ দিয়ে। কিন্তু পৰম ভাগৱত পৰীক্ষিতক অভিশাপ দিয়াত শমীক মুনিয়ে দুখ প্ৰকাশ কৰে। শমীক মুনিৰ ডিঙিত মৰা সাপ আঁৰি দিয়া কাৰণে পৰীক্ষিতৰ অনুতাপ আৰু তাৰ বাবে নিজেই শাস্তিৰ কামনা কৰিছে। মুনি শিষ্যৰ মুখেৰে সপ্তম দিনত তক্ষকৰ দংশনত মৃত্যু হ'ব বুলি জানি পৰীক্ষিতে আনন্দ পায় আৰু সকলো বিষয়াসক্তি ত্যাগ কৰি গংগাৰ পাৰত উপবেশন কৰে। তাত ঋষি-মুনিসকলৰ আগমন হৈছে। ঋষিমুনিসকলক পৰীক্ষিতে সুধিছে — "মৃত্যুমুখী ব্যক্তিয়ে কি কৰ্তব্য কৰা উচিত?" তেতিয়া ঋষি-মুনিসকলৰ কি মতভেদ হ'ল সেই কথা মূল ভাগৱতত উল্লেখ কৰা নাই। টীকাকাৰ শ্ৰীধৰস্বামীয়ে সেই কথা বহলাই লিখিছে : "অত্ৰ তেষু যাগযোগ তপোদানাদিবিৰ্বদমানেষু.. ।" এই কথাৰ আধাৰত শঙ্কৰদেৱে স্পষ্ট কৰি এনেদৰে বৰ্ণনা কৰিছে :

কেহো বোলে তপতে পৰম পাই গতি।।
কেহো বোলে মহাসিদ্ধি সাধে যজ্ঞদানে।
কেহো বোলে পৰম মুকুতি তীৰ্থস্নানে।।

কেহো বোলে মহাযজ্ঞে তৰৈ সংসাৰক।
কেহো বোলে এৰাই মহাজ্ঞানেসে নৰক।। ভাগৱত ১/৩৯৫-৩৯৬

তৰি পিছতে শুক মুনিৰ আগমন হয় আৰু পৰীক্ষিতক কৃষ্ণকথা স্মৰণ কৰি, কৃষ্ণৰ গুণ নাম-কীৰ্তন কৰি পাপৰ পৰা মুক্ত হ'বলৈ উপদেশ দিয়ে। পৰীক্ষিত ৰজাৰ সাত দিন বহু সময়।

নাৰায়ণ স্মৰণেসে পৰম মঙ্গল।
এহিমানে জীৱনৰ জন্মৰ সাফল।।
অন্তকালে হৰি স্মৰে যিটো ভাগ্যৱন্ত।
তাহাৰ মহিমা কহি কোনে পাৰে অন্ত।। ভাগৱত ২/৯

মূঠতে হৰি ভক্তিবিহীন জীৱন বৃথা আৰু হৰি ভক্তিয়েই মোক্ষৰ উপায়। কাৰণ, কৃষ্ণৰ চৰণত শৰণ লৈ দানৱ নৃপতি খটাঙ্গই দুই দণ্ড থাকোঁতেও পৰম গতি পাইছিল।

ভাগৱত, প্ৰথম স্কন্ধ — পদ ৩২৯-৪০২

সংসাৰত দুৰ্লভ মনুষ্য জন্ম পাইও যিসকলে হৰিৰ চৰণ পঙ্কজত ভজনা নকৰে সেইসকলক মায়াই ঘোৰ অন্ধকাৰত আবদ্ধ কৰি ৰাখে। গীতাৰ এই কথাকে মাধৱদেৱে নাম-ঘোষাত দেখুৱাইছে:

যিহেতু তোমাৰ চৰণ পঙ্কজে
নভজিলো নাৰায়ণ।
সিহেতু অনাদি অবিদ্যা আমাৰ
কৰিলে জ্ঞান উচ্ছন।। নাম-ঘোষা ৩৭৭

মূলত আছে:

দেৱী হ্যেষা গুণময়ী মন মায়া দুৰত্যয়া।
মামেৱ যে প্ৰপদ্যন্তে মায়ামেতাং তৰন্তি তে।। শ্ৰীমদ্ভগৱদ্গীতা ৭/১৪

বৃহন্নাৰদীয় পুৰাণত মহাভক্ত নাৰদক কৃষ্ণই কৈছে — য'তেই ভকতে তেওঁৰ গুণনাম কীৰ্তন কৰে, ত'তেই অপ্ৰকটভাৱে তেওঁ ভকতৰ সুখ নিৰীক্ষণ কৰি নিজ গুণ নাম যশ-কীৰ্তন শুনি পৰমানন্দ কৰি থাকে:

নাহং তিষ্ঠামি বৈকুণ্ঠে যোগিনাং হৃদয়ে ন চৰ
মদ্ভক্তা যত্ৰ গায়ন্তি তত্ৰ তিষ্ঠামি নাৰদ।। বৃহন্নাৰদীয় পুৰাণ ১১/৪
নাৰদসংহিতা ১/৭

'নাম-ঘোষা'ত মাধৱদেৱে উক্ত শ্লোককাকিৰ এনেদৰে অনুবাদ কৰিছে:

যিহেতু গোৱিন্দ নিজ যশ প্ৰিয়
ভকত বৎসল হৰি।

যিহেতু সদায় নামগুণ শুনি
থাকন্ত আনন্দ কৰি।। নাম-ঘোষা ৩৯১

সেই কাৰণে ভাগৱত পুৰাণ, গৰুড় পুৰাণ আৰু বৃহন্নাৰদীয় পুৰাণত কৈছে ঃ

কৃতে যদ্‌ধ্যায়তো বিষ্ণুং ত্ৰেতায়াং যজতো মখৈঃ।
দ্বাপৰে পৰিচৰ্য্যায়াং কলৌ তদ্ধৰিকীৰ্ত্তনাৎ।।

ভাগৱত-পুৰাণ ১২/৩/৫২
গৰুড়-পুৰাণ পূৰ্ব খণ্ড ২৩২/১৯
বৃহন্নাৰদীয় পুৰাণ ৩৮/৯৫/৩৮/৯৭

মহাপুৰুষ মাধৱদেৱে ইয়াৰে অনুবাদ কৰি দেখুৱাইছে ঃ

সত্য যুগে ধ্যান ত্ৰেতা যুগে যজ্ঞ
দ্বাপৰ যুগত পূজা।
কলিত হৰিৰ কীৰ্ত্তন বিনাই
আৰৰ নহিকে দুজা।। নাম-ঘোষা ৩৯১

পুৰাণসূৰ্য শ্ৰীমদ্ভাগৱতৰ সিদ্ধান্ত অনুসৰি দেখা যায় যে — সত্যযুগৰ শান্ত-শিষ্ট, সৎচৰিত্ৰপৰায়ণ প্ৰজাসকলৰ যুগধৰ্মৰূপে ধ্যান প্ৰচলিত আছিল। এই ধ্যানৰ জৰিয়তেই জীৱসমূহে পৰম গতি পাইছিল। ত্ৰেতা যুগৰ লোকসকলে যজ্ঞ আদি ধৰ্ম পালন কৰি, সেই যজ্ঞ বিষ্ণুত নিবেদন কৰি গতি পাইছিল। দ্বাপৰ যুগত একমাত্ৰ ব্ৰাহ্মণ আৰু ক্ষত্ৰিয়সকলেই ভক্তিধৰ্ম আচৰণ কৰিছিল। পূজায়েই আছিল সেই যুগৰ যুগধৰ্ম। তদুপৰি দ্বাপৰ যুগৰ শেষৰ কালে পূৰ্ণকৃষ্ণ ভগৱন্তক সাক্ষাতে পাই যুধিষ্ঠিৰ, ৰাম আদি ক্ষত্ৰিয় ভক্ত ৰজাসকলে ঈশ্বৰ কৃষ্ণক সাক্ষাতেই পূজা কৰিছিল। তাৰ প্ৰমাণ ৰাজসূয় যজ্ঞত মহাৰাজ যুধিষ্ঠিৰে ব্যাস প্ৰমুখ্যে ঋষিসকলৰ সাক্ষাতে যজ্ঞৰ সকলো নৈবেদ্য কৃষ্ণৰ চৰণত অৰ্পণ কৰিছিল। ৰজা যুধিষ্ঠিৰে সকলো ৰাজৰ্ষি, দেৱৰ্ষি আৰু ব্ৰহ্মৰ্ষি আৰু বিষ্ণুভক্ত ক্ষত্ৰিয় ৰজাসকলৰ সমুখত কৃষ্ণকেই যজ্ঞৰ ঈশ্বৰ ৰূপে পূজা কৰিছিল। কিন্তু ঘোৰ কলিকালৰ বাবে ওপৰত উল্লেখ কৰা তিনিও যুগৰ সাধন মাৰ্গসমূহ দুষ্কৰ হৈ পৰিল। সেয়েহে কলিযুগৰ অল্পায়ু মনুষ্যসকলৰ বাবে একমাত্ৰ হৰিনাম কীৰ্ত্তনেই যুগধৰ্ম বুলি কৃষ্ণই সংস্থাপন কৰি গৈছে।

হৰিনামে অধমকো বা অধম কৰ্ম কৰা লোককো পৰম নিৰ্মল কৰে। অৰ্থাৎ অধম স্বভাৱ গুচাই অতিশয় পৱিত্ৰ কৰি তোলে। যিজনে প্ৰকৃতপক্ষে হৰিনাম লয় সেইজন পৱিত্ৰ চৰিত্ৰৰ হয়, নিজেও শাস্ত্ৰবিৰুদ্ধ দোষ-কৰ্ম নকৰে আৰু সমাজকো বেয়া উপদেশ দি অসৎ নকৰে। নামে শাস্ত্ৰ বিৰুদ্ধ স্বভাৱ গুচাই নিৰ্মল কৰে। সেয়া মাধৱদেৱে বৃহদ্‌বিষ্ণু পুৰাণৰ পদ্য অনুবাদ কৰি দেখুৱাইছে — ৫০৯ নং ঘোষাত ঃ

ৰামকৃষ্ণ নামৰ দেখিয়ো কেন বল।
অধমকো কৰে নামে পৰম নিৰ্ম্মল।। নাম-ঘোষা ৫০৯

শ্ৰীমদ্ভগৱদ্‌গীতাত শ্ৰীকৃষ্ণই অৰ্জুনক কৈছে ঃ

মন্মনা ভব মদ্‌ভক্তো মদ্‌যাজী মাং নমস্কুৰু।
মামেবৈষ্যসি যুক্তৈৱমাত্মানং মৎপৰায়ণঃ।। ৯/৩৪।।

অৰ্থাৎ, "মোত মন স্থাপন কৰা, অৰ্থাৎ ময়েই একমাত্ৰ বুলি চিন্তা কৰি মোৰ ভক্ত হোৱা, মোক পূজা কৰা, মোতেই প্ৰণাম কৰি থাকা। এনেকৈ আত্মাত মোক স্থাপন কৰি মোত মন নিবদ্ধ কৰি মোৰ ভক্ত হোৱা আৰু একান্তভাৱে মোকেই পাবা।"

মহাপুৰুষ মাধৱদেৱে গীতাৰ সাৰবাণী সাৰোগত কৰি 'নাম-ঘোষা'ত ইয়াৰ অনুবাদ দেখুৱাইছে ঃ

মোতে মাত্ৰ সদা দিয়া মন মোৰ ভক্ত হোৱা সৰ্বক্ষণ
মোক পূজা মোকে মাত্ৰ কৰা নমস্কাৰ।
কহিলো তোম্মাত সত্যবাণী পাইবা সুখে মোক মহামানী
তুমি প্ৰিয়তম সুহৃদ সখি আম্মাৰ।। নাম-ঘোষা ৬১২

নিৰ্মল, অৰ্থাৎ কোনো ধৰণৰ শাস্ত্ৰীয় আৰু সামাজিক অপব্যৱশূন্য বিশুদ্ধ বা সদাচাৰহীন হ'লেও তেৱোঁ হৰিত শৰণ ল'লে সংসাৰ তৰিব পাৰে ঃ

মাং হি পাৰ্থ ব্যাপাশ্ৰিত্য মেহপি স্যুঃ পাপযোনয়ঃ।
স্ত্ৰিয়ো বৈশ্যস্তথা শূদ্ৰাস্তেহপি যান্তি পৰাং গতিম্।। গীতা ৯/৩২

তাকে মাধৱদেৱে 'নাম-ঘোষা'ত দেখুৱাইছে ঃ

আম্মাৰ নিৰ্ম্মল ভকতিত দুৰাচাৰো তৰে কোন চিত্ত
আম্মাক ভজিয়া চাণ্ডালো তৰে সংসাৰ।
স্ত্ৰী শূদ্ৰ বৈশ্য আদি যত বিষয়ত মাত্ৰ সদা ৰত
মোকে ভজি সুখে ইসবো হোৱে উদ্ধাৰ।। নাম-ঘোষা ৬১০

এই জগতত সকলো প্ৰাণী আধ্যাত্মিক, আধিভৌতিক, আধিদৈৱিক এই তিনি তাপত সন্তাপিত হৈ আছে। নিজৰ শৰীৰত হোৱা জ্বৰ, তাপ, ব্যাধি আদি আধ্যাত্মিক, অন্য প্ৰাণীৰ পৰা পোৱা পীড়া আধিভৌতিক আৰু দেৱতাৰপৰা পোৱা ৰ'দ, বৰষুণ, বতাহ আদি আধিদৈৱিক। এই তিনি তাপত পোৱা পীড়াৰ দ্বাৰা সন্তাপিত হৈ জীৱসমূহ দুৰ্ঘোৰ সংসাৰত পৰি আছে। সেই কাৰণে নৱবিধা ভক্তিৰে ভগৱানক ভক্তি কৰিব লাগে, তাৰ বাহিৰে সেই তাপ নিবাৰণৰ অন্য কোনো উপায় নাই। সেই কথা ভাগৱত-

পুৰাণৰ ১১শ স্কন্ধৰ ১৯ অধ্যায়ৰ ৯নং শ্লোকত এইদৰে কৈছে :

তাপত্ৰয়েণাভিহিতসা ঘোৰে
সন্তপ্যমানস্য ভবাধ্বনীশ।
পশ্যামি নান্যচ্ছৰণং তবাঙ্‌ঘ্ৰি
দ্বন্দ্বাতপত্ৰাদমৃতাভিবৰ্ষাত।। ভাগৱত-পুৰাণ ১১/১৯/৯

উক্ত শ্লোকৰ অনুবাদ ৬৫৭ নং ঘোষাত পোৱা যায় :

যে কৃষ্ণ যত জীৱ নিত্য তিনিতাপে হুয়া সন্তাপিত
দুৰ্ঘোৰ সংসাৰ তাপত পৰি আছয়।
তযু পদে শ্বেতছত্ৰ প্ৰায় অমৃত বৰিষে সৰ্বদায়
তাৰা ছায়া বিনে নেদেখা আৰ আশ্ৰয়।। নাম-ঘোষা ৬৫৭

স্কন্দপুৰাণৰ কাশীখণ্ডত আছে সমুদ্ৰসদৃশ বিশাল বেদশাস্ত্ৰ অধ্যয়ন কৰি অল্পমতি মনুষ্যই গতিলাভ কৰাটো পৰম দুষ্কৰ। সেই বাবেই ব্ৰহ্মাই পৰম কৃপা কৰি জীৱ জগতৰ কল্যাণাৰ্থে ঋগ, যজু, সাম, অথৰ্ব এই চাৰিবেদৰপৰা মাত্ৰ চাৰিটি অক্ষৰ সাৰ কাঢ়ি নাৰায়ণ নাম প্ৰকাশ কৰিলে। এই 'নাৰায়ণ' নামকেই শ্ৰৱণ-কীৰ্তন কৰি দেহ-মন পবিত্ৰ কৰি চিত্ত শোধন কৰিব পাৰে :

চতুৰ্ণাং বেদানাং হৃদয়মিদমাকৃষ্য বিধিনা
চতুৰ্ভিৰ্বৰ্ণৈৰেত্ স্ফুটমঘাতি নাৰায়ণপদম্।
তদেবং গায়ন্তো বয়মিহ চাত্মানং
পুনীমো জানীমো ন হৰিতোষণায় কিমপি।। স্কন্দপুৰাণ, কাশীখণ্ড

উক্ত শ্লোকৰ অনুবাদ ৬৬৫ নং ঘোষাত দেখা যায় :

চাৰিওবেদৰ চাৰি অক্ষৰ সাৰ কাঢ়ি আনি ব্ৰহ্মাদেৱে
বেকত কৰিয়া থৈলা নাৰায়ণ বাণী।
সেহি নাৰায়ণ নাম গায়া শুদ্ধ কৰো আমি চিত্তকায়া
হৰি সন্তোষৰ কাৰণ আন নজানি।। নাম-ঘোষা ৬৬৫

অনাদি জন্মৰপৰা সঞ্চিত বিষয় বাসনাৰ দ্বাৰা মানুহৰ মন কলুষিত হৈ থাকে। সেই বাসনাবিলাক ধ্বংস কৰি মনক নিৰ্মল কৰিব নোৱাৰিলে আত্মদৰ্শন বা পৰমাত্মা দৰ্শন হ'ব নোৱাৰে। সেই কথা ভাগৱত-পুৰাণত এনেদৰে কৈছে :

ধৌতাত্মা পুৰুষঃ কৃষ্ণ পাদমূলং ন মুঞ্চতি।
মুক্তং সৰ্বপৰিক্লেশঃ পান্থঃ স্বশৰণং যথা।। ভাগৱত-পুৰাণ ২/৮/৬

ক্ষাৰৰ জলাদিৰ দ্বাৰা শৰীৰ বা কাপোৰ আদিৰ মল নিবাৰণ হয়। কিন্তু মনৰ ৰাগ-দ্বেষ ৰূপ মল শোধন কৰিবৰ কাৰণে কোনো বৈজ্ঞানিক উপায়ো নাই। কেৱল মাত্র মহাপুণ্যৰ ফলত ভগৱানৰ কৃপা হ'লে তেওঁ অনুগ্রহত মহন্তৰ সংগলাভ হ'ব পাৰে। তেতিয়াহে কৃষ্ণৰ নির্মল যশস্যা শ্রৱণ মাহাত্ম্যত কাম-ক্রোধাদি মনৰ মলবিলাক দূৰ হ'ব পাৰে, যাৰ ফলত নির্মল চিত্তত আত্মতত্ত্ব জ্ঞানৰ প্রকাশ হ'ব পাৰে।

ইয়াৰে অনুবাদ ৬৬৭ নং ঘোষাত দেখুৱাইছে :

কৃষ্ণযশে চিত্ত ধৌত হুয়া সমস্তে ক্লেশক তৰি পুনু
কৃষ্ণদাসে কৃষ্ণচৰণমূল নেডয়।। নাম-ঘোষা-৬৬৭

সেই কাৰণে, যিসকল একান্ত ভকত তেওঁলোকে ধনাদিৰূপ কোনো প্রয়োজনকে বাঞ্ছা নকৰে, যিহেতু তেওঁলোক ভগৱন্ত শ্রীকৃষ্ণৰ একান্ত শৰণাগত সেৱক। তেওঁ পৰম মংগল শ্রীকৃষ্ণৰ যশৰ বাহিৰে আনত ৰস নাপায়, সেইবাবে তেওঁ পৰম আনন্দ সমুদ্রত মজি থাকে। ভাগৱত-পুৰাণত এই বিষয়ে কৈছে :

একান্তিনো যস্য ন কঞ্চনার্থং বাঞ্ছন্তি যে বৈ ভগৱত্ প্রপন্নাঃ।
অত্যদ্ভুতং তচ্চৰিতং সুমঙ্গলং গায়ন্ত আনন্দসমুদ্রমগ্নাঃ।।
ভাগৱত-পুৰাণ ৮/৩/২০

তাৰে অনুবাদ মহাপুৰুষ মাধৱদেৱে দিছে ৬৮৩ নং ঘোষাত :

একান্ত ভকত যাৰা হয় কিছু অর্থ তাৰা নবাঞ্ছয়
মহা অদভূত হৰি গুণ নামময়।
পৰম মংগল কৃষ্ণ যশ যাত পৰে আন নাহি ৰস
পৰম আনন্দ সমুদ্রে মজি ৰহয়।। নাম-ঘোষা ৬৮৩

এনেদৰে বিশ্লেষণ কৰিলে দেখা যায় যে সমগ্র 'নাম-ঘোষা' গ্রন্থখন মুঠ ৩১ খনতকৈয়ো অধিক সংস্কৃত গ্রন্থৰপৰা শ্লোকসমূহ সংগ্রহ কৰি মাধৱদেৱে এখন অনুপম ভক্তিকাব্য ৰচনা কৰিছে। সংস্কৃত গ্রন্থসমূহৰ পৰা সাৰভাগ গ্রহণ কৰি ভক্তিৰ মাধ্যমেদি 'নাম-ঘোষা'ত সন্নিৱিষ্ট কৰিছে। গ্রন্থসমূহ হৈছে : বিষ্ণুপুৰীৰ ভক্তি-ৰত্নাৱলী, ভাগৱত পুৰাণ, শ্রীমদ্ভগবদ্‌গীতা, শ্রীধৰ স্বামীৰ ভাগৱত-ভাৱার্থ-দীপিকা, ভক্তি-ৰত্নাকৰ, স্কন্দপুৰাণ, পদ্মপুৰাণ, পাণ্ডৱীয় গীতা, মহাভাৰত (উদ্যোগ পর্ব), নৰসিংহ পুৰাণ, গীতা মাহাত্ম্য, বৈষ্ণৱামৃতলহৰী মোহমুদ্‌গৰ, কূর্মপুৰাণ, ব্রহ্মাণ্ডপুৰাণ, বামনপুৰাণ, ব্রহ্মপুৰাণ, মৎস্যপুৰাণ, গৰুড়পুৰাণ, বৃহদ্বিষ্ণুপুৰাণ, সিদ্ধান্তপ্রদীপ, বিষ্ণুধর্মোত্তৰ পুৰাণ, শান্তি শতক, গীতগোবিন্দম্, নাৰদ সংহিতা, বৃহন্নাৰদীয় পুৰাণ, নাৰদ পুৰাণ, ভৱিষ্যপুৰাণ, ভক্তিবিবেক আদি। মুঠতে সমগ্র 'নাম-ঘোষা' গ্রন্থখনত মাধৱদেৱে ৫০০ ত কৈয়ো অধিক শ্লোকৰ

অনুবাদ দেখুৱাইছে। তাৰে বেছিভাগ শ্লোক ভাগৱত-পুৰাণ আৰু শ্ৰীমদ্ভগৱদ্গীতাৰপৰা সংগ্ৰহ কৰিছে। ভাগৱত-পুৰাণৰ তাৎপৰ্য ব্যাখ্যাৰ ক্ষেত্ৰত দুয়োজনা মহাপুৰুষে একান্তভাৱে অনুসৰণ কৰিছিল শ্ৰীধৰ স্বামীৰ ভাগৱত-ভাবাৰ্থ-দীপিকাখনিক। মহাপুৰুষ দুজনাৰ মতে ভাগৱত-পুৰাণ হ'ল সমস্ত বেদান্তৰ সাৰ। সেই কথা মাধৱদেৱে 'নাম-ঘোষা'ৰ উপদেশ অংশত লিখিছে ঃ

সমস্ত বেদান্ত সাৰ মহাভাগৱত শাস্ত্ৰ
ইয়াৰ অমৃতৰস পাই।
পৰম সন্তোষে পান কৰিলে বিজনে তাৰ
অন্যত্ৰ ৰসত ৰতি নাই।। নাম-ঘোষা ১৮

মূলত আছে ঃ

সৰ্ববেদান্তসাৰং হি ভাগৱতমিষ্যতে।
তদ্ৰসামৃততৃপ্তস্য নান্যত্ৰ স্যাদ্ৰতিঃ কচিত্।।

ভাগৱত-পুৰাণ ১২/১৩/১৫

ভাগৱত-পুৰাণত কোৱা কথাৰ অনুবাদ ৪০৩ আৰু ৬০৩ নং ঘোষাত দেখুৱাইছে ঃ

সকল নিগম কল্পতৰু তাৰ
মহাফল ভাগৱত।
সেহি ফল ৰস হৰি গুণ যশ
পিয়োক সাধু সন্তত।। ৪০৩।।

অৰ্থাৎ, বেদসমূহ কল্পবৃক্ষসদৃশ। শুকমুনিৰ দ্বাৰা কোৱা মহাভাগৱত ৰসময়। সেই ৰসময় ভাগৱত শাস্ত্ৰ সাধুসকলেও সংগত শ্ৰৱণ কৰিব লাগে। মূলত আছে ঃ

নিগমকল্পতৰোগলিতং ফলং
শুকমুখাত অমৃতদ্ৰৱসংযুতম্।
পিৱত ভাগৱতং ৰসমালয়ং
মুহুৰহো ৰসিকা ভুৱি ভাবুকাঃ।। ভাগৱত-পুৰাণ ১/১/৩

নাম-ঘোষাৰ এহেজাৰ এক (১০০১) ঘোষাৰ বেছিসংখ্যক ভাগৱত পুৰাণৰ পৰা লোৱা হৈছে। বৰ্তমান আলোচনা কৰা নিৰ্বাচিত মাত্ৰ কেইটিমান শ্লোকৰ অনুবাদহে দেখুৱা হৈছে। ভগৱান শ্ৰীকৃষ্ণৰ ৰূপ-গুণ-লীলাসমূহ শ্ৰীমদ্ভাগৱত পুৰাণত বিস্তৃতভাৱে বৰ্ণনা কৰা হৈছে। মহাপুৰুষ মাধৱদেৱেও ভাগৱতোক্ত নাম-কীৰ্তনৰ ব্যৱহাৰোৰ তাৎপৰ্যপূৰ্ণভাৱে উল্লেখ কৰিছে। হৰিনাম শ্ৰৱণ-কীৰ্তন, স্মৰণ আদিৰ ব্যৱস্থা ভাগৱত শাস্ত্ৰই নানা প্ৰসংগ উপস্থাপন কৰি প্ৰকাশ কৰিছে। 'নাম-ঘোষা'ইও ভাগৱতৰ আদৰ্শকে

গ্ৰহণ কৰি শ্ৰৱণ-কীৰ্তন স্মৰণ আদিৰে ভগৱানক পূজিবলৈ উপদেশ দিছে। সেই কাৰণে ভগৱানৰ নাম, গুণ আৰু লীলাসমূহ ভক্তবৃন্দক শ্ৰদ্ধাৰে গ্ৰহণ কৰিবলৈ কৈছে। এয়ে হৈছে 'নাম-ঘোষা'ৰ প্ৰধান বৈশিষ্ট্য। মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰদেৱেও ধৰ্ম প্ৰচাৰৰ আটাইতকৈ শক্তিশালী মাধ্যমৰূপে 'কীৰ্ত্তন-ঘোষা' ৰচনা কৰিছিল। ই এখন হৰিভক্তি প্ৰচাৰৰ অমূল্য গ্ৰন্থ। তাৰেই আদৰ্শ আগত ৰাখি মহাপুৰুষ মাধৱদেৱে 'নাম-ঘোষা' গ্ৰন্থখনি ৰচনা কৰিছে। নাম-ঘোষাৰ আংশিক অনুবাদ দেখুৱা হৈছে যদিও বহু অংশ মাধৱদেৱৰ নিজা সৃষ্টি।

অনুবাদৰ ধৰণ অনুসৰি ইয়াক প্ৰধানভাৱে তিনিটা শ্ৰেণীত ভগাব পাৰি : (১) অবিকল অনুবাদ বা আক্ষৰিক অনুবাদ, (২) ভাবানুবাদ, (৩) ব্যাখ্যাত্মক অনুবাদ।

মহাপুৰুষ মাধৱদেৱে দ্বিতীয় অৰ্থাৎ ভাবানুবাদ গ্ৰহণ কৰিছে। কাৰণ, মূলৰ প্ৰতিটো শব্দৰ অনুবাদত গুৰুত্ব নাৰাখি তাৰ ভাবটো ঠিকমতে প্ৰকাশ কৰাতহে অধিক প্ৰাধান্য দিছে। এয়ে হৈছে ভাবানুবাদ। মাধৱদেৱৰ সেয়া সাৰ্থক অনুবাদ। কাৰণ, মূলৰ অৰ্থ অবিকৃতভাৱে দাঙি ধৰাৰ লগতে তাৰ ৰীতি-কৌশল, ভাষা-সৌষ্ঠৱ আদিৰ যোগেদি পাঠকৰ মন সৰস আৰু আনন্দিত কৰি তুলিছে।

'নাম-ঘোষা'ত ছবি, দুলড়ী, লেছাৰী, শৰণ, নাম আদি ছন্দৰ প্ৰয়োগ দেখুৱাইছে। 'নাম-ঘোষা'ত ভক্তই ভগৱন্তৰ চৰণত জনোৱা প্ৰাৰ্থনাসমূহত একান্ত দাস্যভাব গভীৰতম আত্মনিবেদনৰ মাজেদি ফুটি উঠিছে। মুঠতে 'নাম-ঘোষা' আংশিক অনুবাদ হ'লেও তত্ত্বানুবাদ আৰু ভাবানুবাদ স্বতঃস্ফূৰ্তভাৱে আৰু স্বাভাৱিক ৰূপত মাধৱদেৱে প্ৰয়োগ কৰিছে। ❑

## ভক্তি-ৰত্নাৱলীৰ মৌলিক অনুবাদ আৰু আধ্যাত্মিক চিন্তা

মহাপুৰুষ মাধৱদেৱৰ 'ভক্তি-ৰত্নাৱলী' ভক্তিতত্ত্ব প্ৰকাশক এখনি অমূল্য গ্ৰন্থ। ভাৰতীয় ভক্তি সাহিত্যত শ্ৰীমদ্ভগৱদ্‌গীতা আৰু পুৰাণ সূৰ্য ভাগৱতৰ যি স্থান তেনেদৰে অসমীয়া বৈষ্ণৱ সাহিত্যতো শ্ৰীমন্ত শঙ্কৰদেৱৰ কীৰ্ত্তন, দশম আৰু মাধৱদেৱৰ নামঘোষা আৰু ভক্তি-ৰত্নাৱলীৰো সেই স্থান। বৈষ্ণৱতত্ত্ব প্ৰকাশক এই শাস্ত্ৰখন গুৰুৰ আজ্ঞাত মাধৱদেৱে কোচবিহাৰত থকা সময়ত ৰচনা কৰে। এই ভক্তিগ্ৰন্থখনিত মূল সংস্কৃতৰ সৰল অথচ পাণ্ডিত্যপূৰ্ণ স্বকীয় অনুবাদ লক্ষ্য কৰা যায়। সৰ্বভাৰতীয় ভক্তিশাস্ত্ৰ (সংস্কৃত) শ্ৰীমদ্‌ভাগৱত পুৰাণৰ ওপৰত ভিত্তি কৰি সাৰভাগ গ্ৰহণ কৰাই মাধৱদেৱৰ মূল লক্ষ্য। সেয়ে সমস্ত বেদৰ ভিতৰতে ই শ্ৰেষ্ঠ আৰু সমস্ত শাস্ত্ৰৰ গূঢ়তত্ত্বও ইয়াতে নিহিত আছে বুলি নিজেই ব্যক্ত কৰিছে :

তেন্ত কৰিলন্ত ভাগৱত সাৰোদ্ধাৰ।।  
ভক্তি-ৰত্নাৱলী নামে নাহি পটন্তৰ।  
পৰম অমূল্যৰত্ন ভকত জনৰ।।

নিখিল বেদৰসাৰ মহাভাগৱত।  
সদা ভক্তিপ্ৰদ যাৰ অতুল মহত্ত।।  
এতেকেসে সমস্তবেদত শ্ৰেষ্ঠতৰ।  
পৰম গোপনী ইটো সমস্ত শাস্ত্ৰৰ।। ভক্তি-ৰত্নাৱলী, পদ ৮, ৯, ১১

মূল 'ভক্তি-ৰত্নাৱলী' পুথিখনৰ ৰচক হ'ল বিষ্ণুপুৰী সন্ন্যাসী নামৰ এজন পণ্ডিত।

আছিলন্ত সন্ন্যাসী নামত বিষ্ণুপুৰী।  
পৰম মহন্ত মহাজন মাজে সাৰ।। পদ-৮

এই গ্ৰন্থখনি অসমলৈ আহে হাজোৰ কণ্ঠভূষণ নামৰ এজন লোকৰ হাততেদি। এওঁ আছিল শ্ৰীমন্ত শঙ্কৰদেৱৰ পাৰিবাৰিক পুৰোহিত ৰামৰায় গুৰুৰ জোঁৱাই। বিষ্ণুপুৰী সন্ন্যাসীৰ শিষ্য ব্ৰহ্মানন্দই কণ্ঠভূষণৰ পৰা শঙ্কৰদেৱৰ ঐশ্বৰিক প্ৰতিভা আৰু পাণ্ডিত্যৰ কথা জানিব পাৰি গুৰুজনালৈ 'ভক্তি-ৰত্নাৱলী' পুথিখনি দি পঠিয়ায়। কণ্ঠভূষণৰ পৰা

শাস্ত্ৰখনি পাই শঙ্কৰদেৱে মাধৱদেৱক পঢ়ি চাবলৈ দিযে। মাধৱদেৱে শাস্ত্ৰখন পঢ়ি দেখে শঙ্কৰদেৱে প্ৰচাৰ কৰা ধৰ্মমতৰ দৰেই। ভক্তিৰ মাহাত্ম্যৰ লগতে একশৰণৰো মহত্ত্ব ঘোষণা দেখি দুয়োজন আনন্দিত হয়। তেতিয়া শঙ্কৰ গুৰুৱে পুথি ভাঙনি কৰাৰ কাম নিজে নলৈ প্ৰিয় শিষ্য মাধৱদেৱলৈ থ'লে। শঙ্কৰদেৱৰ তিৰোধানৰ পিছতহে মাধৱদেৱে ভাঙনি সম্পূৰ্ণ কৰে। 'কথা-গুৰুচৰিত' (পৃ ২৯৭)ত এনেদৰে পোৱা যায় যে — ভাগিন ৰামচৰণৰ লগত সুন্দৰীদিযাত থকা কালত ৰত্নাৱলী ৰচনা কৰি থকা সময়ত মাধৱদেৱক শঙ্কৰদেৱৰ ভাতৃ হাথিয়াই "গৈ দেখি বোলে অ' তুমিও শাস্ত্ৰ কৰিব খৈলা, মোৰ শঙ্কৰদেৱক দেখি তাৰা গ্ৰন্থ অনেকে আদৰকৈ চাব, পঢ়িব, শুনিব, তোমাৰ পুথি চাব গাব কোনে?" এই কথাত মাধৱদেৱে দুখ পাই বাকী থকা বিৰচনকেইটা চমুৱাই ভাঙনি কৰি কোনোমতে পুথিখনি সামৰি থয়।

ভক্তি-ৰত্নাৱলীৰ 'ভক্তি' শব্দটো নিষ্পন্ন কৰিলে দেখা যায় যে "ভজ্যতে ইতি", ✓ভজ্ ধাতু (সেৱা অৰ্থত) ক্তিন্ প্ৰত্যয়। 'ভক্তি' শব্দই নিষ্ঠা, প্ৰেম, আসক্তি, অনুৰাগ আদি অৰ্থত বুজায়। 'ৰত্নাৱলী' শব্দৰ 'ৰত্ন' শব্দ নিষ্পন্ন কৰিলে ৰণয়তি ইতি, ✓ ৰম্ ধাতু নিচ্ নঃ (অৰ্থাৎ উৎকৃষ্ট শ্ৰেষ্ঠ সম্পদ) সংস্কৃত টীকাকাৰ মল্লিনাথৰ মতে — "জাতৌ জাতৌ যদুতকৃষ্টং তদ্ৰত্নমভিধীয়তে।" 'ৰত্নাৱলী' শব্দই ৰত্নৰ মালাক বুজায়। ভক্তি-ৰত্নাৱলীত ভক্তিক ৰত্নাৰ দৰে উৎকৃষ্ট শ্ৰেষ্ঠত্ব প্ৰতিপন্ন কৰিছে।

নাৰদসূত্ৰত মহৰ্ষি নাৰদে ভক্তিক ঈশ্বৰৰ প্ৰতি পৰম প্ৰেম বুলি কৈছে। মহৰ্ষি শাণ্ডিল্যৰ মতেও ঈশ্বৰৰ প্ৰতি সৃষ্টি হোৱা অনুৰক্তিয়েই ভক্তি। 'সা ভক্তিঃ পৰানুৰক্তিৰীশ্বৰে — শাণ্ডিল্য সূত্ৰ - ১/১/২)। অৰ্থাৎ পৰমাৰ্থিকভাৱে কৰা ভক্তিয়েই ভগৱদ্ ৰতি। মুক্তিতকৈ ভক্তিক শ্ৰেষ্ঠ স্থান দিয়াৰ প্ৰৱণতা মাধৱদেৱৰ সকলো ৰচনাৰ মাজত দেখা যায়। মহাপুৰুষ মাধৱদেৱে বিষ্ণুপুৰী সন্ন্যাসী ৰচিত 'ভক্তি-ৰত্নাৱলী' ভাঙনি কৰে বুলি 'গুৰুচৰিত' কথাত কোৱা হৈছে যদিও এই গ্ৰন্থখনিৰ মূল আধাৰ গ্ৰন্থ হৈছে পুৰাণসূৰ্য শ্ৰীমদ্‌ভাগৱত মহাপুৰাণ। ভাগৱত-পুৰাণত কৃষ্ণভক্তিৰ মহিমা আৰু ভক্তিৰ বিভিন্ন প্ৰকাৰৰ কথা কোৱা হৈছে। সংস্কৃত শ্ৰীমদ্ভাগৱতৰ শ্লোকৰ আধাৰতে গ্ৰন্থখনি ৰচিত হ'লেও মাধৱদেৱৰ 'ভক্তি-ৰত্নাৱালী'ত মৌলিক অনুবাদৰীতি আৰু স্বকীয় বৈশিষ্ট্য বিদ্যমান।

অনুবাদৰ ধৰণ অনুসৰি ইয়াক প্ৰধানভাৱে তিনিটা ভাগত ভগাব পাৰি। (১) অবিকল অনুবাদ বা আক্ষৰিক অনুবাদ, (২) ভাৱানুবাদ, (৩) ব্যাখ্যাত্মক অনুবাদ। মহাপুৰুষ মাধৱদেৱে তেওঁৰ 'ভক্তি-ৰত্নাৱলী'ত দ্বিতীয় প্ৰকাৰৰ অৰ্থাৎ ভাৱানুবাদ ৰীতি গ্ৰহণ কৰিছে। মূলৰ প্ৰতিটো শব্দৰ অনুবাদত গুৰুত্ব নাৰাখি তাৰ ভাৱখিনিক লৈ সৰল ভাঙনি আৰু ব্যাখ্যাৰে সুখপাঠ্য আৰু সহজবোধগম্য কৰাতহে প্ৰাধান্য দিছে।

ভক্তি-ৰত্নাৱলী গ্ৰন্থখনিত মুঠ ১৩ টা বিৰচনত (অধ্যায়ত) বিভক্ত। প্ৰথম বিৰচনটিৰ নাম হৈছে ভক্তি-বিৰচন। ইয়াত ভক্তি, ভক্ত আৰু ভগৱানৰ মহিমাসূচক মুঠ ১০২টা (এশ দুটা) সংস্কৃত শ্লোকৰ বিপৰীতে মাধৱদেৱে দুইশ আঠসত্তৰ (২৭৮) যোকা পদ ৰচনা কৰে। শ্লোকসমূহৰ বক্তাসকল হ'ল — শুকদেৱ, সূত, শ্ৰীভগৱান, কপিলদেৱ, সুনীতি, পৃথু, ৰুদ্ৰ, নাৰদ, প্ৰহ্লাদ, শ্ৰীলক্ষ্মীদেৱী, হনুমান, দেৱতাসকল, যম, যুধিষ্ঠিৰ, শ্ৰীকৃষ্ণ, প্ৰবুদ্ধ, কামদেৱ, অপ্সৰাসকল, চমস, পুৰুৰবা, মাৰ্কণ্ডেয়, ব্ৰহ্মা, উদ্ধৱ, বৃত্ৰাসুৰ আদি। কাব্যিক সৌন্দৰ্য ৰক্ষাৰ অৰ্থে পয়াৰ, ছবি আৰু দুলড়ী ছন্দত পদসমূহ ছন্দোবদ্ধ কৰা হৈছে। এই ভক্তি বিৰচনৰ ৫২ সংখ্যক পদত মাধৱদেৱে কৈছে ঃ

সেৱাৰ আনন্দ সুখ মুকুতিত নাই।
মুকুতিৰ সুখ সুখে ভকতিতে পায়।। ভক্তি-ৰত্নাৱলী ৫২

দ্বিতীয় বিৰচনটিৰ নাম সৎসঙ্গ-বিৰচন। ইয়াত সৎসঙ্গৰ মাহাত্ম্য বৰ্ণনা কৰি ৰচনা কৰা মূল সংস্কৃত শ্লোক ৬৪টাৰ বিপৰীতে মাধৱদেৱে ভক্তি-ৰত্নাৱলীত ১৫২ যোকা পদ ৰচনা কৰে। পদসমূহ পয়াৰ, ছবি আৰু দুলড়ী ছন্দত সৰলভাৱে ভাবানুবাদ দেখুওৱা হৈছে। সেইদৰে ভক্তি-বিশেষণ বিৰচনত ৩২টা মূল সংস্কৃত শ্লোকৰ বিপৰীতে মাধৱদেৱে কেৱল পয়াৰ ছন্দত ৯০ যোকা পদ ৰচনা কৰিছে। শ্ৰৱণ-বিৰচনত ৪৫ টা শ্লোকৰ বিপৰীতে পদ কৰা হৈছে ১৪৮ যোকা। বৈচিত্ৰ্য ৰক্ষাৰ্থে ইয়াতো পয়াৰ, দুলড়ী আৰু ছবি ছন্দ প্ৰয়োগ কৰা হৈছে। কীৰ্তন বিৰচনত মূল ৫৭ টা শ্লোকৰ আধাৰত ১৯৭ যোকা পদ ৰচনা কৰা কৰিছে পয়াৰ আৰু দুলড়ী ছন্দত।

স্মৰণ বিৰচনত মূল সংস্কৃত ভাগৱতৰ ২৬টা শ্লোকৰ বিপৰীতে মাধৱদেৱে ভক্তি-ৰত্নাৱলীত ৬৯ যোকা পদ ছবি আৰু পয়াৰ ছন্দত ৰচনা কৰা হৈছে। পাদসেৱন বিৰচনত ২৬টা শ্লোকৰ ভাবানুবাদ কৰে ১১২ যোকা পদ, পয়াৰ আৰু দুলড়ী ছন্দত। অৰ্চন বিৰচনত ১৬টা শ্লোকৰ বিপৰীতে ২৫ যোকা পদ কেৱল পয়াৰ ছন্দত ৰচিত হৈছে। বন্দন বিৰচনত ৫টা শ্লোকৰ বিপৰীতে কেৱল পয়াৰ ছন্দত ১৭ যোকা পদ ৰচিত হৈছে। দাস্য বিৰচনত ৪টা শ্লোকৰ ভাবানুবাদ কৰিছে ১৫ যোকা পদ পয়াৰ ছন্দত। সখ্য বিৰচনত ২টা শ্লোকৰ বিপৰীতে ১১ যোকা পদ ৰচনা কৰিছে। আত্মনিবেদন বিৰচনত ৩টা শ্লোকৰ ১১ যোকা পদ ৰচনা কৰা হৈছে পয়াৰ ছন্দত আৰু শৰণ-বিৰচনত ৯টা শ্লোকৰ বিপৰীতে ৩৭ যোকা পদৰ পয়াৰ ছন্দত ভাবানুবাদ কৰি সৰলভাৱে ভগৱানৰ চৰণত একশৰণ মাহাত্ম্য বৰ্ণনাৰ্থে ১১৮১ নং পদৰ পৰা ১২০৭ নং পদলৈকে এই ২৬ যোকা পদত স্বকীয় মতামত পোষণ কৰিছে।

মহা বিচক্ষণ মাধৱদেৱে শ্ৰীমদ্ভাগৱতৰ আধাৰত ভক্তি-ৰত্নাৱলী গ্ৰন্থখনিৰ অনুবাদ কৰ্মৰ প্ৰাৰম্ভতে বিপক্ষৰ অবহেলা আৰু কটুক্তিৰ বিষয়ে জনশ্ৰুতি পোৱা যায়। এই

কাৰ্যৰ সমুচিত প্ৰত্যুত্তৰ আভাস মাধৱদেৱে ভক্তি-ৰত্নাৱলী গ্ৰন্থৰ আদি ভাগতে দিছে ঃ

"কৃষ্ণৰ পাদ-পদ্ম দুই হৃদয়ত ধৰি।
গুৰুৰ চৰণ মনে শিৰোগত কৰি।।
ভক্তি-ৰত্নাৱলী গ্ৰন্থ ভাগৱত সাৰ।
মুৰুখ মাধৱে পদ কৰিলো প্ৰচাৰ।।

গৰুড়ৰ উৰাৱ যদ্যপি সম নুই।
পখা অনুৰূপে পখী তেৰেকি নুৰই।।
যদি অনুচিত হোৱে মোৰ ইটো কৰ্ম।
তথাপিতো মহন্ত জনৰ ক্ষমা ধৰ্ম।। ভক্তি-ৰত্নাৱলী ৪, ৬

ভক্তি-ৰত্নাৱলীত প্ৰতিপাদিত তত্ত্বমূলক কথাখিনি হৈছে ঃ

ভক্তি বিৰচনত মাধৱদেৱে কৈছে, সকলো ধৰ্মৰে মুখ্য বা প্ৰধান ফল হৈছে 'ভক্তি'। ভক্তি অবিহনে সকলো নিষ্ফল হয়। শুদ্ধ, সত্ত্ব গুণৰ দ্বাৰা মনক স্থিৰ ৰাখি ভগৱানত ভক্তি ৰাখিব লাগে। ভাগৱত-পুৰাণত কৈছে ঃ

স বৈ পুংসাং পৰো ধৰ্মো যতো ভক্তিৰধোক্ষজে।
অহৈতুক্যপ্ৰতিহতা য়য়াহহত্মা সম্প্ৰসীদতি।। ভাগৱত ১/২/৬

একে কথাকে মাধৱদেৱে ভাবানুবাদ কৰি দেখুৱাইছে ঃ

যতেক স্বধৰ্ম হৰি ভক্তিৰ কিঙ্কৰ।
ভকতিৰ মুখ চাই থাকে নিৰন্তৰ।।
সমস্তে ধৰ্মৰ ভকতিসে মুখ্যফল।
ভকতি নভৈলে ধৰ্ম সকলো বিফল।।

যাত হন্তে মাধৱত ভকতি মিলয়।।
গুচে সৱে কামনা প্ৰসন্ন হোৱে চিত্ত।
ৰজ তম গুচি শুদ্ধ সত্ত্ব হোৱে স্থিত। ভক্তি-ৰত্নাৱলী ২৭, ২৮

ভগৱান বাসুদেৱক বিজনে ভক্তি কৰে সেইজন ভকতৰ মন বিষয় বাসনাৰপৰা আঁতৰত থাকে। সত্ত্ব, ৰজ, তম প্ৰকৃতিৰ তিনিটা গুণ আছে আৰু এই তিনিওটা গুণ একেজন ভগৱন্ততে আছে। ৰজোগুণৰ দ্বাৰা ব্ৰহ্মাৰূপে চৰাচৰ জগত সৃষ্টি কৰে, সত্ত্বগুণে ব্ৰহ্মাৰূপে নিৰন্তৰে পালন কৰে আৰু তমো গুণৰ দ্বাৰা ৰুদ্ৰৰূপে সৃষ্টি সংহাৰ কৰে (পদ— ২৯, ৩০, ৩৩)

মূলত আছে :

সত্ত্বং ৰজস্তম ইতি প্ৰকৃতেৰ্গুণাস্তৈৰ্যুক্তঃ পৰঃ পুৰুষ এক ইহাস্য ধত্তে।
স্থিত্যাদয়ে হৰিবিৰিঞ্চিহৰেতি সংজ্ঞাঃ শ্ৰেয়াংসি তত্ৰ খলু সত্ত্বতনোৰ্নৃণাং স্যুঃ।।
ভাগৱত ১/২/২৩

ব্ৰহ্মা, বিষ্ণু, মহেশ্বৰ — এই তিনিওজন ঈশ্বৰক ভক্তি কৰিলেও ভগৱন্ত বিষ্ণুতহে মনুষ্যৰ সিদ্ধি লাভ হয়। সেই কাৰণে বিষ্ণু বা কৃষ্ণই হৈছে ভকতৰ ইষ্ট। সেইজন বাসুদেৱক (কৃষ্ণক) ভকতি কৰি মনত নিৰ্মল আনন্দ পোৱা যায়। সুদৃঢ় বিশ্বাসেৰে সেইজনা কৃষ্ণক ভজনা কৰিলে মোক্ষ পদকো লাভ কৰিব পাৰে (পদ ৩২-৩৬) ভাগৱতত কৈছে :

অতো বৈ কৱয়ো নিত্যং ভক্তিং পৰময়া মুদা।
বাসুদেৱে ভগৱতি কুৰ্বন্ত্যাত্মপ্ৰসাদনীম্।। ভাগৱত ১/২/২২

বাসুদেৱেই (কৃষ্ণই) হৈছে পৰম জ্ঞান, পৰম তপস্যা, পৰম ধৰ্ম আৰু পৰম গতি।

বাসুদেৱ পৰং জ্ঞানং বাসুদেৱপৰাং তপঃ।
বাসুদেৱপৰো ধৰ্মো বাসুদেৱপৰা গতিঃ।। ভাগৱত ১/২/২৯

মাধৱদেৱে 'ভক্তি-ৰত্নাৱলী'ত বৰ্ণনা কৰিছে :

আছে শ্ৰেয়সৱ যত অন্য মাৰ্গান্তৰ।
যাগ যোগ আদি সিয়ো নাৰায়ণ পৰ।।
কৃষ্ণকেসে কহে বেদশাস্ত্ৰ আছে যত।
তাহাৰ বিহিত ধৰ্ম কৰ্ম তীৰ্থ ব্ৰত।।

মিলিল যাহাৰ শ্ৰদ্ধা মুকুন্দ সেৱাত।
হোৱে চিত্ত শান্ত মিলে আনন্দ সাক্ষাত।। ভক্তি-ৰত্নাৱলী ৪০, ৪২

বিষ্ণুক (কৃষ্ণক) ভজনা কৰাজনে ইন্দ্ৰিয়ক দমন কৰিব পাৰে, সেই ভক্তি মুক্তিতকৈয়ো অধিক শ্ৰেষ্ঠ। ভগৱৎ সেৱাৰ যি আনন্দসুখ সেয়া মুক্তিত পোৱা নাযায়। সেই কথা মাধৱদেৱে এটা উপমাৰ দ্বাৰা বুজাইছে যে — চেনি খোৱাজনে চেনিৰ সোৱাদ বুজি পোৱাৰ দৰে মোক্ষপ্ৰাপ্তি লাভ কৰাজনেহে ভক্তিৰ তত্ত্ব জানিব পাৰে। এয়েই হৈছে ভক্তিৰ উত্তম লক্ষণ। ভক্তি হ'লেহে মুক্তি লাভ কৰিব পাৰে। তাকে 'ভক্তি-ৰত্নাৱলী'ত মাধৱদেৱে কৈছে :

যেহেন শৰ্কৰা খণ্ড ভুঞ্জে যিটোজনে।

তাৰ যেন মত স্বাদ সি সি জনে জানে।।

এতেকে ভকতি শ্ৰেষ্ঠ মুকুতিত কৰি।
নাহি আন সুখ আৰ ভকতিত সৰি।।
কহিলোঁহো ভকতিৰ উত্তম লক্ষণ।

যেন প্ৰাণী অন্ন পানে ভুঞ্জে যত যত।
উদৰৰ বহ্নি জীৰ্ণ কৰয় সমস্ত।।
ভকতিও সেহিমতে লিঙ্গ জীৰ্ণ কৰে।
বিনাযত্নে জীৱন্তে মুকুতি পাৱে নৰে।। ভক্তি-ৰত্নাৱলী ৫৩-৫৬

মূলত আছে :

দেৱানাং গুণলিঙ্গানামানুশ্ৰবিককৰ্মণাম্।
সত্ত্ব এৱৈকমনসো বৃত্তিঃ স্বাভাৱিকী তু যা।।
অনিমিত্তা ভাগৱতী ভক্তিঃ সিদ্ধেৰ্গৰীয়সী।
জৰয়ত্যাশু যা কোশং নিগীৰ্ণমনলো যথা।।

ভাগৱত ৩/২৫/৩২, ৩৩

কপিলমুনিয়ে দেৱাহুতিক কৈছে যে একান্ত ভকতে সকলোতে মিছা দেখে, ভকতি বিৰোধী সাযুজ্য জানি মোক্ষকো ইচ্ছা নকৰে। সাযুজ্য হৈছে সুখ, ভোগ আদিত ঈশ্বৰৰ সমান যোগ্যতা লাভ কৰা। একান্ত ভকতসকলে এই সাযুজ্যকো পাবলৈ ইচ্ছা নকৰে। কাৰণ, সেইসকল ভক্তই কৃষ্ণনাম শ্ৰৱণ, কীৰ্তন কৰি ভগৱানক প্ৰত্যক্ষতে লগ পায়। (৫৭-৫৯)

ভাগৱত-পুৰাণত কৈছে :

নান্যত্ৰ মদ্ভগৱতঃ প্ৰধান পুৰুষেশ্বৰাত্।
আত্মনঃ সৰ্বভূতানাং ভয়ং তীব্ৰং নিবৰ্ততে।।

ভাগৱত ৩/২৫/৪১

মাধৱদেৱে 'ভক্তি-ৰত্নাৱলী'ত ইয়াৰে সৰল অনুবাদ দেখুৱাইছে —

মই পৰমাত্মা চৰাচৰ জগতৰ।
প্ৰধান পুৰুষ দুইৰো নিয়ন্তা ঈশ্বৰ।।
ভকতি মুকুতি পদ দাতা মই দেৱ।
স্বতন্ত্ৰ ঈশ্বৰ মোত পৰে নাহি কেৱ।।

হেন মই মোক ভেজি আনক ভজয়।
নুগুছে তাহাৰ ঘোৰ সংসাৰৰ ভয়।। ভক্তি-ৰত্নাৱলী ৭২, ৭৩

সেই কাৰণে সেই পৰমব্ৰহ্ম কৃষ্ণত শৰণ লৈ তেওঁৰ সেৱা কৰিব লাগে। কৃষ্ণই হৈছে দেৱতাৰো দেৱ ভকত বৎসল।

তস্মাত্ত্বং সৰ্বভাবেন ভজস্ব পৰমেষ্ঠিনম্।
তদ্‌গুণাশ্ৰয়য়া ভক্ত্যা ভজনীয়পদাম্বুজম্।। ভাগৱত ৩/৩২/২২

মুমুক্ষু ভকত জনত কৰিয়া
কেৱল ভক্ত গৰিষ্ঠ।।
হেন সবে জানি ভজিও কৃষ্ণক
ত্যজিয়া সমস্ত কাম। ৭১।।

মাতৃয়ে যিদৰে পুত্ৰক অনুগ্ৰহ কৰে, সেইদৰে জগত জননী লক্ষ্মীমায়ে ভকতক দয়া কৰে আৰু ত্ৰিজগতৰ পতি কৃষ্ণ সন্তুষ্ট হ'লে লক্ষ্মীও সন্তুষ্ট হয়। প্ৰধানপুৰুষ বাসুদেৱক যিজনে সেৱা কৰে ভগৱানৰ সেইজন অত্যন্ত প্ৰিয়।(৮০, ৮১)। শ্ৰীমদ্ভাগৱতত ৰুদ্ৰদেৱৰ উক্তিত এনেদৰে পোৱা যায় ঃ

অথ ভাগৱতা যূয়ং প্ৰিয়াঃ স্থ ভগৱান যথা।
ন মদ্ভাগৱতানাং চ প্ৰেয়ানন্যোঽস্তি কৰ্হিচিত্।।

ভাগৱত ৪/২৪/৩০

মাধৱদেৱে ইয়াৰ ভাবাৰ্থ ৰত্নাৱলীৰ ৯১, ৯২ নং পদত দেখুৱাইছে ঃ

মহা ভাগৱত তোৰা মোৰ প্ৰিয়তম।
দেখো তোমাসাক মই ভগৱন্ত সম।।
তুমি সবো মোত প্ৰীতি কৰিবা সদাই।
মোত পৰে ভকতৰ প্ৰিয় আন নাই।।

যিহেতু পৰম আত্মা হৰিযে জীৱৰ।
হৰি তুষ্ট ভৈলে তুষ্ট হোৱে চৰাচৰ।।(৯১,৯২)

কৃষ্ণই হৈছে সকলো জীৱৰে পৰমাত্মা। যিদৰে পানীৰ অবিহনে মাছৰ মৰণ হয়, তেনেদৰে হৰিয়ে এৰা দিলেই জীৱই মৃত্যুমুখত পৰিব লগা হয়।

হৰি এৰিলন্তে মিলে তেখনে মৰণ।
জল বিনে নাহি যেন মৎস্যৰ জীৱন।।(১০০)

শ্ৰীমদ্ভাগৱতৰ পঞ্চম স্কন্ধৰ ঊনবিংশ অধ্যায়ত ভক্তিৰ মাহাত্ম্যৰ কথা বৰ্ণনা কৰোঁতে শুকমুনিযে কৈছে — বানৰ সৈন্য আৰু সমস্ত অযোধ্যাবাসীয়ে ৰামক ভকতি কৰি বৈকুণ্ঠত স্থান লাভ কৰিছে।

ন জন্ম নূনং মহতো ন সৌভগং
ন বাঙ্ ন বুদ্ধির্নাকৃতিস্তোষহেতুঃ।
তৈর্যদ্বিসৃষ্টানপি নো বনৌকস —
শ্চকাৰ সখ্যে বত লক্ষ্মণাগ্ৰজঃ।।
সুৰো অসুৰো বাপ্যথ বানৰো নৰঃ
সৰ্বাত্মনা যঃ সুকৃতজ্ঞমুত্তমম্।
ভজেত্ ৰামং মনুজাকৃতিং হৰিং
য উত্তৰাননয়ত্‌কোসলান্দিবমিতি।। ভাগৱত ৫/১৯/৭, ৮

ভাবানুবাদ কৰি দেখুৱাইছে :

অযোধ্যা নিবাসী জীৱ-জন্তু সমস্তক।
নিলা আতি কৌতুকে সবাকে বৈকুণ্ঠক।।
অল্প সেবা মাত্ৰ যেন কৰে বহু মান।

নাহি একোগুণ আমি বনৰ বানৰ।
অনুগ্ৰহ পাত্ৰ ভৈলো তথাপি ৰামৰ।। পদ -১০৯, ১১০

কৃষ্ণক ভজি কাম কৰিলে কামনা পূৰণ হয়। ইয়াতে মাধৱদেৱে এটা উপমাৰে দেখুৱাইছে যে শিশুৱে মাটি খালে মাতৃয়ে অত্যন্ত ভয় খায় আৰু যদি খাবলৈ লোবা মাটি আঁতৰাই দিয়ে, তেতিয়া শিশুৱে কান্দিবলৈ ধৰে। পিছত মাতৃয়ে চেনি খাবলৈ দি শিশুৰ কান্দোন বন্ধ কৰে। শিশুৱেও চেনি খাবলৈ পাই মাটি পেলাই দিয়ে। পিছত শিশুৱে চেনিহে পুনৰ খাবলৈ বিচাৰে। তেনেদৰে হৰিভক্তসকলৰো তেনে স্বভাব। সকলো শাস্ত্ৰৰ এয়েই পৰম অৰ্থ যে নিষ্কাম ভক্তসকল স্বভাৱতে কৃতাৰ্থ। (পদ ১১৯)। বিষয় বাসনাত আবদ্ধ হৈ কৃষ্ণক নভজিলে কি অৱস্থা হয় সেই বিষয়ে ভাগৱতত কৈছে :

অন্ধা যথান্ধৈৰুপনীয়মানা বাচীশতন্ত্যামুৰুদাম্নি বদ্ধাঃ।। ভাগৱত ৭/৫/৩১

অৰ্থাৎ অন্ধই অন্ধক পথ নিৰ্দেশ কৰিলে দুয়ো গৈ গাঁতত সোমোৱাৰ দৰেই বিষয়ত আসক্ত হৈ হৰিক ভজনা নকৰিলে সংসাৰূপ গৰ্তত দুয়ো বন্দী হৈ থাকিব লাগিব।

শ্ৰীমদ্ভাগৱত পুৰাণত প্ৰহ্লাদে দৈত্য শিশুসকলক কৈছে :

কৌমাৰ আচৰেত্প্ৰাজ্ঞো ধৰ্মান্ ভাগৱতানিহ।
দুৰ্লভং মানুষং জন্ম তদপ্যধ্ৰুৱমৰ্থদম্।। (ভাগৱত ৭/৬/১)

কুমাৰ কালৰ পৰাই ভগৱানক ভক্তি কৰিব লাগে। এই সংসাৰত মানৱৰ অৱস্থিতি অতীব ক্ষণস্থায়ী। পুত্ৰ, পত্নী ধন, জন সকলো নিমিষতে এৰা-এৰি হয়। সকলোৰে অন্তৰত ভগৱান বিদ্যমান। আনস্থানত কৃষ্ণক বিচাৰিব নালাগে। নৱবিধ ভক্তিৰে ভগৱানক ভজনা কৰিলে যি বিচাৰে তাকেই লাভ কৰে। সেই কথাকে ভক্তি-ৰত্নাৱলীত মাধৱদেৱে কৈছে :

পৰম দুৰ্লভ নৰতনু আছা পায়।
নুহিকে শাশ্বত ইটো ক্ষণিকে পৰয়।।
জানিয়া বিষয় সুখে যত্ন পৰিহৰি।
কুমাৰ কালৰে পৰা আৰাধিয়ো হৰি।।

পুত্ৰ দাৰা ধন জন সদায় চঞ্চল।।
একে নিমিষতে সবে হৈব এৰা এৰি। পদ ১৩৭, ১৪১, ১৪২

এই সংসাৰৰ দুখ-যন্ত্ৰণাৰপৰা নিষ্কৃতি পাবলৈ মানৱে নানা তপ, জপ, যজ্ঞ, তীৰ্থ ব্ৰত আদি কৰে। এই সমস্ত প্ৰয়াসৰ মাজেদি স্বৰ্গসুখ কামনা কৰে। কিন্তু সাধাৰণ মানৱৰ বাবে তপ, জপ, যজ্ঞ তীৰ্থ আদি দুষ্কৰ। ধৰ্মত বৰ্ণাশ্ৰমৰ প্ৰাচীৰ নাই। যি ধৰ্মত বিষয়াভিলাষী মানৱৰ আত্মজ্ঞান লাভ হয় আৰু ঈশ্বৰ কৃষ্ণপ্ৰাপ্তি হয় সেয়ে পৰম ভক্তিধৰ্ম।

নালং দ্বিজত্বং দেৱত্বমৃষিত্বং বাসুৰাত্মজাঃ।
প্ৰীণনায় মুকুন্দস্য ন বৃত্তং ন বহুজ্ঞতা।।
ন দানং ন তপো নেজ্যা ন শৌচং ন ব্ৰতানি চ।
প্ৰীয়তেঽমলয়া ভক্ত্যা হৰিৰন্যদ্ বিড়ম্বনম্।। ভাগৱত ৭/৭/৫১-৫২

একে কথাকে ভক্তি-ৰত্নাৱলীত মাধৱদেৱে ভাবানুবাদ কৰি দেখুৱাইছে :

দেৱ দ্বিজ ঋষি তপ জপ যজ্ঞ দান।
যত শৌচাচাৰ তীৰ্থ ব্ৰত মহাজ্ঞান।।
ইটো সবে বিড়ম্বন জানা নিষ্ঠ কৰি।
কেৱল ভক্তিত মাত্ৰ তুষ্ট হোৱে হৰি।। পদ ১৪৬

সকলো ধৰ্মৰ ফল ভক্তিতেই পোৱা যায়। গোপিকাসকলৰ কৃষ্ণভক্তিৰ কথা ক'বলৈ যাওঁতে শুকমুনিয়ে পৰীক্ষিতৰ আগত কৈছে যে — গোপীসকলৰ ভাগ্যৰ কথা বৰ্ণনা কৰি অন্ত কৰিব নোৱাৰি। ৰাসোৎসৱত ৰাসক্ৰীড়াৰ দ্বাৰা তেওঁলোকে পৰম

ভগৱন্ত কৃষ্ণৰ মহাপ্ৰসাদ লাভ কৰিলে। সেই বৃন্দাবনৰ একোগছি তৃণ হ'বলৈ পোৱাটোও যেন ভাগ্যৰ কথা। (পদ ১৬৬)। মূল ভাগৱতত কৈছে ঃ

আসামহো চৰণৰেণূজুষামহং স্যাং
বৃন্দাবনে কিমপি গুল্মলতৌষধীনাম্।        ভাগৱত ১০/৪৭/৬১

তাৰ একোগছি তৃণ        হৈয়ো থাকোঁ তেৱে মোৰ
মিলে মহাভাগ্য বিপৰীত। পদ-১৩৬

মহাপুৰুষ মাধৱদেৱে অন্য এক প্ৰকাৰেও ভক্তিৰ শ্ৰেণী ভাগ কৰি দেখুৱাইছে। সেয়া হৈছে — ভাগৱত ভক্তি, প্ৰেমভক্তি আৰু কেৱলভক্তি।

ভাগৱত ভক্তিত কৈছে — তপ, জপ, যজ্ঞ, দান, ব্ৰত, সদাচাৰ, ধন, জন, গৃহ, পুত্ৰ-ভাৰ্যা সকলোকে শুদ্ধভাৱে কৃষ্ণত অৰ্পণ কৰাকেই মহাভাগৱত ধৰ্মবুলি কৈছে। (পদ — ১৮৪, ৮৫)

মূল ভাগৱতত নিমি ৰজাৰ প্ৰতি প্ৰবুদ্ধৰ উক্তিত এনেদৰে পোৱা যায় ঃ

ইষ্টং দত্তং তপো জপ্তং বৃত্তং যচ্চাত্মনঃ প্ৰিয়ম্।
দাৰাণ সুতান্ গৃহান্ প্ৰাণান্ যত্ পৰস্মৈ নিবেদনম্।। ভাগৱত ১১/৩/২৮

প্ৰেম ভকতিৰ কথা ভক্তি-ৰত্নাৱলীত কৈছে ঃ

বাক্য গদ গদ আদি ভকতি আমাৰ।।
সিটো ভকতিক কৰে যিজনে আশ্ৰয়।
কৰিবে পৱিত্ৰ তাক অদভুত নয়।।
কিন্তু মোত ভৈল প্ৰেম ভকতি যাহাৰ।
হৈবেক পৱিত্ৰ যত পুৰুষ তাহাৰ।। পদ ২২৭, ২২৮

তাৰেই মূল অংশ একাদশ স্কন্ধৰ চতুৰ্দশ অধ্যায়ৰ চৌবিশ নং শ্লোকত পোৱা যায় ঃ

বাগ্ গদ্গদা দ্ৰৱতে যস্য চিত্তং
ৰুদত্যভীক্ষ্ণং হসতি ক্বচিচ্চ।
বিলজ্জ উদ্গায়তি নৃত্যতে চ
মদ্ভক্তিযুক্তো ভুৱনং পুনাতি।। ভাগৱত ১১/১৪/২৭

কেৱল ভক্তি আৰু অন্তৰংগ ভক্তি ভক্তিৰ অন্য এটা প্ৰকাৰ। ভাগৱত পুৰাণৰ মতে ভগৱান কৃষ্ণই উদ্ধৱক উপদেশ দিছিল যে — কেৱল ভক্তিৰ যোগেদি ভক্তৰ সমস্ত পাপ বিনাশ হয় আৰু মহা মহা পাপীয়েও নিস্তাৰ লাভ কৰে। সৎসংগৰ প্ৰসংগত মাধৱদেৱে কৈছে — গংগা আদি যিবোৰ তীৰ্থস্থান আছে সেইবোৰে কেৱল শৰীৰৰ

পাপহে নাইকিয়া কৰে। কিন্তু সৎসঙ্গই বাহিৰে-ভিতৰে শুদ্ধি কৰে। যিদৰে পোহৰৰ উপস্থিতিৰ লগে লগে আন্ধাৰ নাইকিয়া হয় তেনেদৰে সৎসঙ্গৰ উপস্থিতিয়ে আৰু সান্নিধ্যই কৰ্মবন্ধ নাইকিয়া কৰে।

গঙ্গা আদি কৰি যত তীৰ্থ নিৰন্তৰ।
হৰন্তে কেবল পাপ মাত্ৰ শৰীৰৰ।।
সন্ত সঙ্গে বাহিৰে ভিতৰে শুদ্ধি কৰে।
হেন সাধুসেৱা নকৰিবে কোন নৰে।। পদ ৩৮৭

বৈকুণ্ঠৰ চাৰিপদ যেনে — সালোক্য, সামীপ্য, সাযুজ্য আৰু সাৰুপ্য পাবলৈ ভগবান কৃষ্ণক ভজনা কৰিলেই পোৱা যায় বুলি মহাভাগৱত-পুৰাণে কৈছে। কিন্তু সেই সেৱা শুদ্ধচিত্তৰ হ'ব লাগে।

মৎসেৱয়া প্ৰতীতং চ সালোক্যা দিচতুষ্টয়ম্।
নেচ্ছন্তি সেৱয়া পূৰ্ণাঃ কুতো অন্যতকালবিদ্ৰুতম্।। ভাগৱত ৯/৪/৬৭

ইয়াকে মাধৱদেৱে ভাবানুবাদ কৰি দেখুৱাইছে :

বৈকুণ্ঠৰ চাৰিপদ সালোক্য প্ৰমুখ্যে।
মোহোৰ সেৱাত আসি পাৱে মহাসুখে।।
নলৱন্ত সেৱা বসে পূৰ্ণ হুয়া চিত্ত।
কাল বশ্য স্বৰ্গাদিকো নকৰে ইঙ্গিত।। ৩৯৭।।

ভকতসেৱা শ্ৰেষ্ঠ সেৱা। সেই কাৰণে দেৱতাতকৈয়ো ভকত শ্ৰেষ্ঠ। কাৰণ, মহন্তসকল ঈশ্বৰৰ সেৱক। সাধুসংগ হ'লেহে ঈশ্বৰৰ প্ৰতি ভক্তি ওপজে। ভগৱানৰ প্ৰতি ভক্তি থকা বাবেই বৃষপৰ্বা, বৃত্তাসুৰ, বলি, বিভীষণ, হনুমান, জটায়ু, সুগ্ৰীৱ, জাম্বৱন্ত, দ্বিজভাৰ্যাগণ, কুঁজী, কংসদাসী আৰু গকুলবাসীসকলে সাধুসংগ লৈ ভগৱানক ৰতি কৰা বাবেই তেওঁলোকে ভগৱানক সাক্ষাৎ দেখিবলৈ পালে। অসাধুৰ সঙ্গত বান্ধোন খালে অতি বেচিকৈহে বান্ধ খোৱা যায়। সেই কাৰণে জ্ঞানীসকলে নিজৰ বিচাৰ জ্ঞানৰ দ্বাৰা সৎ লোকৰ সঙ্গ লয়। অধমসকলো উদ্ধাৰ হয় সৎ লোকৰ সেৱাতেই। (পদ ৪৩২)

ভাগৱতত প্ৰহ্লাদে নৱবিধা ভক্তিৰ কথা উল্লেখ কৰিছে :

শ্ৰৱণং কীৰ্তনং বিষ্ণোঃ স্মৰণং পাদসেৱনম্।
অৰ্চনং বন্দনং দাস্যং সখ্যমাত্মনিবেদনম্।। ভাগৱত ৭/৫/২৩

এই নৱবিধা ভক্তিৰ প্ৰতিটো ভাগতে ভগৱানক কেনেভাৱে ভক্তি কৰিলে ভগৱানক পাব পাৰি সেই কথা বৰ্ণনা কৰিছে। এই সকলোবোৰতকৈ শ্ৰৱণ, কীৰ্তন হৈছে প্ৰধান ভকতি। ভাগৱত-পুৰাণত কৈছে — মাধৱৰ (কৃষ্ণৰ) কথা আৰু সেই কথাশ্ৰিত তেওঁৰ নাম

এয়েই হৈছে মহাভাগৱতৰ সাৰ ৰস। এই ৰসৰ যিজন ৰসগ্ৰাহী ভকতে শ্ৰৱণ, মনন আৰু নিদিধ্যাসন এই তিনি প্ৰকাৰৰ সাধনাৰ দ্বাৰা অমৃতাধিক মাধুৰী উপভোগ কৰি কৃতাৰ্থ হৈছেঃ

ভক্তিং লব্ধৱতঃ সাধোঃ কিমন্যদৱশিষ্যতে।
ময্যনন্তগুণে ব্ৰহ্মণ্যানন্দানুভৱাত্মনি।। ভাগৱত ১/২৬/৩০

অৰ্থাৎ কুন্তী দেৱীয়ে কৈছেঃ সেইজন ভক্তই বক্তা থাকিলে শুনে, শ্ৰোতা থাকিলে গাই শুনায আৰু শ্ৰোতা, বক্তা নাথাকিলে নিজেই গুঞ্জন কৰে অৰ্থাৎ ভগৱানৰ গুণানুকীৰ্তন কৰি ওৰে জীৱন কটায। মূল ভাগৱতত কৈছে ঃ

শৃণ্বন্তি গায়ন্তি গৃণন্ত্যভীক্ষ্ণশঃ
স্মৰন্তি নন্দন্তি তবেহিতং জনাঃ।
ত এব পশ্যন্ত্যচিৰেণ তাৱকং
ভৱপ্ৰৱাহোপৰমং পদাম্বুজম্।। ভাগৱত ১/৮/৩৬

ভক্তি-ৰত্নাৱলীত তাৰেই অনুবাদ দিছে ঃ

তুমি প্ৰাণ নাথৰেসে গুণ সৰ্বক্ষণে।
কৰোক কীৰ্তন বাক্যে সুমৰোক মনে।।
শৰীৰে তোমাৰ কৰ্ম কৰোক সদায়।
আতপৰে মোৰ আৰ্ব একো ইচ্ছা নাই।। পদ ৪৬৭।।

যিজন সৃষ্টি, স্থিতি, প্ৰলয়ৰ হেতু, যিজনে অনন্ত বিচিত্ৰ কৰ্ম কৰে, সেইজন কৃষ্ণৰ গুণ-কীৰ্তন শ্ৰৱণৰদ্বাৰা নৰকাদি দুখো দূৰ হয়। কাৰণ, জ্ঞান আদিতকৈয়ো শ্ৰেষ্ঠ হৈছে শ্ৰৱণ-কীৰ্তন। ভাগৱতত কৈছে ঃ

যানীহ বিশ্ববিলয়োদ্ভৱবৃত্তিহেতুঃ
কৰ্মণ্যনন্যবিষয়াণি হৰিশ্চকাৰ।
যসত্বঙ্গং গায়তি শৃণোত্যনুমোদতেবা
ভক্তিৰ্ভৱেদ্ ভগৱতি হ্যপৱৰ্গমাৰ্গে।। ভাগৱত ১০/৬৯/৪৫

মাধৱদেৱে সৰল ভাবানুবাদেৰে 'ভক্তি-ৰত্নাৱলী'ত কৈছে ঃ

সৃষ্টি স্থিতি প্ৰলয়ৰ হেতু নিৰন্তৰ।
অনন্ত বিচিত্ৰ কৰ্ম কৰে দামোদৰ।।
যিটো শুনে গাৱে আৰু প্ৰশংসে সম্প্ৰতি।
হোৱে তাৰ ভগৱন্ত কৃষ্ণত ভকতি।।

শ্ৰৱণাদি পৰম ভক্তি ভৈল যাৰ।
নৰকাদি যাতনাৰ দুঃখ নোহে তাৰ।।
যিহেতু প্ৰাৰ্থনা অতি কৰে জ্ঞানী গণ।
জ্ঞানাদিতো কৰি শ্ৰেষ্ঠ শ্ৰৱণ-কীৰ্ত্তন।। পদ - ৪৭৯, ৪৮০, ৪৮১

যিজনে ভগবানৰ নাম, যশ, শ্ৰৱণ, কীৰ্ত্তন নকৰে তেওঁৰ সকলো কামতে ৰাক্ষসীয়ে বা বিপদে ব্যাঘাত জন্মায়। ভাগৱতত সেই কথাকে কৈছে ঃ

ন যত্ৰ শ্ৰৱণাদীনি ৰক্ষোঘ্নানি স্বকৰ্মসু।
কুৰ্বন্তি সাত্বতাং ভৰ্ত্তুৰ্যাযতুধান্যশ্চ তত্ৰ হি।। ভাগৱত ১০/৬/৩

মোক্ষ আদি যিমান সুখ আছে সেই সকলো শ্ৰৱণ সুখতে অন্তৰ্হিত হৈ থাকে। যিজন ভগবানত পুৰুষাৰ্থ সমাপ্তি হয়, যিজনৰ যশৰ বাবেই লক্ষ্মীয়ে বৰণ কৰে, সেইজন কৃষ্ণৰ (বিষ্ণুৰ) নাম, যশ, শ্ৰৱণক মুক্তিতকৈয়ো শ্ৰেষ্ঠ বুলি কৈছে।

যশঃ শিবং সুশ্ৰৱ আৰ্যসঙ্গমে
যদৃচ্ছয়া চোপশৃণোতি তে সকৃত।
কথং গুণজ্ঞো বিৰমেদ্বিনা পশুং
শ্ৰীৰ্যতপ্ৰবব্ৰে গুণসংগ্ৰহেচ্ছয়া। ভাগৱত ৪/২০/২৬

ভক্তি-ৰত্নাৱলীতো তাকে অনুবাদ কৰি দেখুৱাইছে ঃ

সবে পুৰুষাৰ্থ সমাপতি হোৱে যাত।
জানি যশ মাত্ৰ লক্ষ্মী ৰৰন্ত সাক্ষাত।।
এতেকে মুকুতি এৰি খুজিলো শ্ৰৱণ।
থৈলো এহিমানে পৃথুৰাজৰ বচন।। পদ ৬১৪

'ভক্তি-ৰত্নাৱলী'ত কৈছে ঃ অস্পষ্ট কঠিন নাম উচ্চাৰণ কৰি কৰ্ম কৰাতকৈ পৰম কোমল ৰাম, কৃষ্ণ আদি নাম উচ্চাৰণ কৰিলেই ধৰ্ম, অৰ্থ, কাম আৰু মোক্ষ সাধন কৰিব পাৰে। যিদৰে অজামিলে 'নাৰায়ণ' নাম উচ্চাৰণ কৰি মৃত্যুৰ পৰা হাত সাৰিল। (পদ-৭৮৮)। এই সংসাৰত যিবোৰ সুকৃতী আছে সেই সকলোবোৰ নাম-কীৰ্ত্তনৰ অন্তৰ্গত। কলিৰ পৰমগুণ আছে আৰু চাৰিযুগৰ ভিতৰত কলিযুগক শ্ৰেষ্ঠ বুলি কয়। কিন্তু কলি বহুতো দোষযুক্ত। মহন্তসকলে এই দোষক পাহৰি কৃষ্ণৰ গুণ-কীৰ্ত্তনৰ মহাগুণৰ দ্বাৰাই ধৰ্ম, অৰ্থ, কাম, মোক্ষ আদি লাভ কৰিব পাৰে। (পদ-৮৫৪)

ভাগৱতত কৈছে ঃ

কলিং সভাজয়ন্ত্যাৰ্যা গুণজ্ঞাঃ সাৰভাগিনঃ।

যত্র সঙ্কীর্তনেনৈব সর্বঃ স্বার্থো-অভিলভ্যতে।। ভাগৱত ১১/৫/৩৬

ভক্তি-ৰত্নাৱলীত ইয়াকে ভাবানুবাদ কৰি দেখুৱাইছে ঃ

পাৱে যেন সিদ্ধি সত্য যুগে ধ্যান কৰি।
ত্রেতা যুগে নানাবিধ যজ্ঞে যজি হৰি।।
লভে যেন ফল পূজা কৰি দ্বাপৰত।
কলিত কীর্তনে তাক পাৱয় সমস্ত।। পদ-৮৬২, ৮৬৩

কৃতে যদ্ ধ্যায়তো বিষ্ণুং ত্রেতায়াং যজতো মখৈঃ।
দ্বাপৰে পৰিচৰ্যায়াং কলৌ তদ্ধৰি-কীর্তনাত। ভাগৱত ১২/৩/৫২

সেইবাবে কলিত কীর্তন কৰাজন মহাভাগ্যৱন্তনৰোত্তম্।

জানিয়া কলিত যিটো কৃষ্ণৰ নামক।
আপুনি কীর্ত্তন কৰে কৰাৱে আনক।।
মহা ভাগ্যৱন্ত আৰ নাহি তাক সম।
তৰিল সংসাৰ সুখে সি সি নৰোত্তম।। ৮৫৯।।

ভগৱন্ত ৰূপ আৰু কাৰ্যৰ স্মৰণ ভক্তিৰ অন্যতম পন্থা।

ভাগৱত-পুৰাণত কৈছে যে — কৃষ্ণৰ নাম স্মৰণ কৰিলে সাংখ্য আৰু অষ্টাঙ্গ যোগৰ ফল লাভ কৰিব পাৰি।

এতাবান্ সাংখ্যযোগাভাং স্বধৰ্ম-পৰিনিষ্ঠয়া।
জন্মলাভঃ পৰঃ পুংসামন্তে নাৰায়ণস্মৃতিঃ।। ভাগৱত ২/১/৬

মাধৱদেৱে উক্ত শ্লোকৰ সৰল অনুবাদ কৰি দেখুৱাইছে ঃ

এহিহেতু ভগৱন্ত স্মৰণেসে মহালাভ
নাহি আৰ আন সংসাৰত।
সাংখ্য অষ্টাঙ্গ যোগ জন্মৰ এহিসে ফল
কহিলোহোঁ ইটো স্বৰূপত।। পদ-৮৮৯

সুবৰ্ণ বা সোণৰ লগত আন ধাতুৰ মিশ্ৰণ হৈ থাকিলে তাক আঁতৰাবলৈ বা শুদ্ধতা নিৰ্ণয় কৰিবলৈ ক্ষাৰ বা টেঙাপানী লৈ ঘঁহিলেও কোনো কাম নিদিয়ে। কেৱল বহ্নি বা জুইৰ দ্বাৰাহে সোণৰ শুদ্ধতা নিৰূপণ কৰিব পাৰি। তেনেদৰে মনুষ্যৰো চিত্ত বিষ্ণু বা কৃষ্ণৰ নাম স্মৰণ কৰিলেহে শুদ্ধ হয়। তাকে মূল ভাগৱতত এনেদৰে কৈছে ঃ

যথা হেম্নি স্থিতো বহ্নি দুৰ্বৰ্ণং হন্তি ধাতুজম্।
এৱামাত্মগতো বিষ্ণুৰ্যোগিনামশুভাশয়ম্।। ভাগৱত ১২/৩/৪৭

মহাকবি কালিদাসেও ৰঘুবংশৰ প্ৰথম সৰ্গত কৈছে — সোণত যদি আন ধাতু মিহলি হৈ থাকে তাৰ শুদ্ধতা নিৰ্ণয় কৰিবলৈ জুইত পুৰিলেহে গম পোৱা যায়।

হেম্নঃ সংলক্ষ্যতে হ্যগ্নৌ বিশুদ্ধিঃ শ্যামিকা অপি বা।। ৰঘুবংশ ১/১০

'ভক্তি-ৰত্নাৱলী'ত এই শ্লোকৰ সুন্দৰ ভাবানুবাদ দেখা যায় ঃ

যেন সুবৰ্ণৰ ধাতু মিশ্ৰ মল যত।
কেৱল বহ্নিসে তাক হৰয় সমস্ত।।
ক্ষাৰ পানী টেঙা লৈয়া যদ্যপি প্ৰক্ষালে।
তথাপি দুৰ্বৰ্ণয়নুশুচয় একো কালে।।
সেহিমতে যোগীৰো চিত্তৰ মল যত।
বিষ্ণুসে হৰন্ত তাক জানিবা সমস্ত।। পদ-৯০০, ৯০১

ভাগৱতত এই কথাও কোৱা হৈছে যে — বৈৰভাৱে বা শত্ৰুভাৱেও যদি ভগৱানৰ নাম স্মৰণ কৰে তেতিয়াও সেইজন ভকতে বৈকুণ্ঠত স্থান লাভ কৰে। যেনে — শিশুপাল, শাল্ব, আদি ৰজাসকলে বৈৰভাৱে কৃষ্ণৰ নাম স্মৰণ কৰি মৃত্যুবৰণ কৰিলে আৰু তেওঁলোকে কৃষ্ণৰ বাবেই বৈকুণ্ঠত স্থান লাভ কৰিবলে।

বৈৰেণ যং নৃপতয়ঃ শিশুপালপৌণ্ড্ৰ
শাল্বাদয়ো গতিবিলাসবিলোক নাদ্যৈঃ।
ধ্যায়ন্ত আকৃতধিয়ঃ শয়নাসনাদৌ
তত্সাম্যমাপুৰনুৰক্তধিয়াং পুনঃ কিম্।। ভাগৱত ১১/৫/৪৮

মাধৱদেৱে ইয়াৰ ভাবানুবাদ দেখুৱাইছে ঃ

শিশুপাল শাল্ব আদি যত ৰাজাগণ।
বৈৰভাৱে কৃষ্ণক সুমৰি অনুক্ষণ।।
কৃষ্ণৰ সমানৰূপ পাইয়া অতিশয়।
মৰি মৰি গৈল সৱে বৈকুণ্ঠ নিলয়।। পদ-৯২২, ২৩

আনকি দেৱাসুৰ, নৰ, যক্ষ, গন্ধৰ্ব এই সকলোৱে যদি ভগৱানৰ চৰণত নিজকে অৰ্পণ কৰে তেওঁলোকৰ পৰম কল্যাণ হয়। তেওঁলোকৰ ইহকাল আৰু পৰকালত মঙ্গল অনিবাৰ্য। (পদ-৯৫৩)। ভাগৱতত সেই কথা স্পষ্টভাৱে উল্লেখ কৰিছে।

দেৱোঽসুৰো মনুষ্যো বা যক্ষো গন্ধৰ্ব এৱ চ।
ভজন্ মুকুন্দচৰণং স্বস্তিমান্ স্যাদ্ যথা বয়ম্।। ভাগৱত ৭/৭/৫০

বিষয় সুখত আসক্ত হৈ কৃষ্ণ পদ সেৱন নকৰাজনে যাঁহৰ লোভত পৰি পশু কুঁৰাত পৰি মৃত্যুবৰণ কৰাৰ দৰে অন্ধকূপত পৰি মৰে।

গৃহ অন্ধ কূপত পৰিযা সিটো মৰে।।
যেন পশু তৃণ লোভে পৰে অন্ধকূপে।। পদ ১০০৩-৪

কৃষ্ণপদ সালোক্যাদিতকৈয়ো শ্ৰেষ্ঠ। দেৱতো উত্তম ব্ৰহ্মাকে আদি কৰি দেৱতাসকলে কৃষ্ণৰ চৰণ সেৱন কৰে। পদ ১০২৭-৩০

মহা মহা যোগীসকলেও কুশলৰ অৰ্থে কৃষ্ণৰ চৰণ বন্দনা কৰে।

এতেকে ভকতি যোগক আশ্ৰয
যত মহা যোগী সন্ত।
কুশলৰ অৰ্থে মোহোৰ অভয
চৰণে সেৱা কাৰন্ত।। পদ-১০৮৫

ভাগৱতত কৈছে ঃ

জ্ঞানবৈৰাগ্য যুক্তেন ভক্তিযোগেন যোগিনঃ।
ক্ষেমায় পাদমূলং মে প্ৰৱিশন্ত্যকুতোভয়ম্।। ভাগৱত ৩/২৫/৪৩

কৃষ্ণৰ চৰণ অৰ্চনৰ কথা ক'বলৈ যাওঁতে মহাভাগৱত পুৰাণে এটা সুন্দৰ উপমাৰে দেখুৱাইছে যে — যিদৰে গছৰ গুৰিত পানী দিলে ডাল, পুষ্প, পাত আদিয়েও পানী পায়। সেইদৰে মানুহৰ পান, ভোজন আদিৰ দ্বাৰা ইন্দ্ৰিয়ই তৃপ্তি পায। সেই তৃপ্তি বস্ত্ৰ, অলংকাৰ ফুল-চন্দন আদিয়েও দিব নোৱাৰে। তেনেদৰে কৃষ্ণৰ অৰ্চনা নকৰি আন দেৱতাক অৰ্চনা কৰিলে সেয়া কাৰো পূজা নহয়। পদ —১০৬৪

যথা তৰোৰ্মূলনিষেচনেন
তৃপ্যন্তি তত্স্কন্ধভুজোপশাখাঃ।
প্ৰাণোপহাৰাচ্চ যথেন্দ্ৰিয়ানাং
তথৈব সৰ্বাহ্‌ণমচ্যুতেজ্যা।। ভাগৱত ৪/৩১/১৪

যিহেতু ভগৱান সকলোৰে অন্তৰত বিৰাজমান, তেওঁক অৰ্চনা কৰা মানে ভক্তজনে নিজকেই অৰ্চনা কৰা।

দেখিয়ো সাক্ষাতে তাক দৰ্পণত চাই।
প্ৰতিবিম্ব অন্যথা মিলাইবে শক্য নাই।।
সেহিমতে মাধৱক পূজিলে সাক্ষাত।
সিসৱ সকলো পূজা মিলে আপোনাত।। (পদ - ১০৭৭)

ভগৱান কৃষ্ণক বন্দনা কৰিলে মনুষ্যই বৈকুণ্ঠত স্থান লাভ কৰিবলৈ সমৰ্থ হয়। সকলো জীৱৰ গৰাকী ভগৱান বিষ্ণুক বন্দনা কৰিয়েই মুক্তিলাভ কৰে। জ্বৰে-তাপে

পীড়া কৰিলে মানুহে এনেয়ে হৰিৰ নাম লয়। অথচ সেই নামৰ মহিমাতে ভগৱানৰ কৃপা লাভ কৰে। ভাগৱত-পুৰাণত সেই কথা কৈছে ঃ

পতিতঃ স্খলিতশ্চার্ত্তঃ ক্ষুত্ত্বা বা বিবশো ব্ৰুবন্।
হৰয়ে নম ইত্যুচ্চৈর্মুচ্যতে সর্ব-পাতকাত্।। ভাগৱত ১২/১২/৪৬

ইয়াকে মাধৱদেৱে সৰলভাৱে ভাঙনি কৰি দেখুৱাইছে ঃ

জ্বৰে তাপে পীড়া কৰে হাঞ্চে হামি তোলে।
এতেকে সময়ে নমো হৰি যিটো বোলে। ১১০১।।

দাস্যভক্তিৰ কথা 'ভক্তি-ৰত্নাৱলী'ত এনেদৰে কৈছে ঃ শ্ৰীৰাম অৱতাৰত ভগৱানে বনৰ বান্দৰৰ সৈতে সখিত্ব কৰিলে। সেই দেৱতাৰো দেৱ বিষ্ণু (কৃষ্ণ)-এ ৰাম অৱতাৰত সকলোকে কৃপা কৰিলে। কিয়নো, দাস্যভাৱেৰে কৰা ভক্তি হৈছে ভক্তিৰ আন এটা পন্থা। কায়, বাক্য, মনে নিজকে কৃষ্ণৰ চৰণত অৰ্পণ কৰিব লাগে। সেই কথা ভাগৱতত কৈছে ঃ

কায়েন বাচা মনসেন্দ্ৰিয়ৈৰ্বা
বুদ্ধ্যাঅত্মনা বানুসৃতস্বভাবাত।
কৰোতি যদ্ যত্ সকলং পৰস্মৈ
নাৰায়ণায়েতি সমৰ্পয়েত্তত্।। ভাগৱত ১১/২/৩৬

'ভক্তি-ৰত্নাৱলী'ত ইয়াকে সৰল ভাবানুবাদেৰে দেখুৱাইছে ঃ

দাস্যভাৱ ভক্তি আৰু বুলিয় নিশ্চয়।
কায় বাক্য মনে যত কৰ্ম সমৰ্পয়।।
লৌকিক বৈদিক ব্ৰাহ্মণাদিৰ স্বভাৱে।
সমস্তকে অৰ্পিব কৃষ্ণৰ দুই পাৱে।। পদ- ১১২০

ভক্তিৰ আনন্দদায়ক আন এটা প্ৰকাৰ হৈছে সখ্য বা মিত্ৰ। বৃন্দাবনৰ গোপীসকল আৰু যিবোৰ জীৱ-জন্তু, গছ-গছনি আদি কৰি সকলোৱে কৃষ্ণৰ লগত সখ্যভাৱে থাকি কৃষ্ণৰ চৰণ চিন্তি ভগৱন্তক লাভ কৰিছিল। মানুহৰ লগত কৰা সখ্যভাৱত বিচ্ছেদৰ ভয় থাকে। কিন্তু সমস্ততে বিয়াপি থকা ভগৱানৰ সৈতে বিচ্ছেদৰ ভয় নাই। ভক্তি-ৰত্নাৱলীত কৈছে ঃ

তুমি সনাতন পুনু জগত ব্যাপক।
কদাচিতো শঙ্কা নাই বিয়োগ দুঃখক।।
এহিহেতু তুমি কৃষ্ণ মিত্ৰ হৈলা যাৰ।
কোনে কহিবাক পাৰে ভাগ্যক তাহাঁৰ।। ১১২৭।।

এই কথা এনেদৰে কোৱা হৈছে যে বিষয় বাসনাত থকা মনেৰেও ভগৱানক সখিত্ব

ভাবেৰে ভালপোৱাত এক গভীৰ আনন্দ পোৱা যায়।

মোতেসে কেৱলে মাত্ৰ কৰিবা সখিত্ব।।
নিবৰ্ত্তিব এতেকে অনৰ্থ আছে যত।
হৈব অতি কৃত্য কৃত্য মোৰ প্ৰসাদত।। পদ - ১১৩১, ৩২

ভাগৱতত কৈছে ঃ

এবং মনঃ কৰ্মবশং প্ৰযুঙ্ক্তে
অবিদ্যয়াঅআত্মন্যুপধীয়মানে।
প্ৰীতিৰ্ন যাবন্ময়ি বাসুদেৱে
ন মুচ্যতে দেহযোগেন তাবত।। ভাগৱত ৫/৫/৬

আত্মনিবেদন হৈছে নৱবিধা ভক্তিৰ আন এটা প্ৰকাৰ। নিজৰ দেহ-মন সকলো কৃষ্ণত অৰ্পণ কৰি সাংসাৰিক বন্ধনৰপৰা মুক্তিলাভ কৰাই হৈছে আত্মনিবেদন।

অৰ্পিলেক দেহ যিটো কৃষ্ণক সাক্ষাত।
হোৱয় কৃতাৰ্থ আতি কৃষ্ণৰ কৃপাত।।

মোত দেহ অৰ্পি ভৈল কৃতাৰ্থ পৰম।
নাই আন মোৰ প্ৰিয়তম তাক সম।।
যেন গৰু পৰত বিকিলে যিটো জনে।।
পোষণ পালন চিন্তা নকৰে সিজনে।। পদ - ১১৩৩, ৩৫

ভাগৱতত কৈছে যে — ধৰ্ম, অৰ্থ, কাম এই ত্ৰিবৰ্গ, যাগ-যজ্ঞ, যোগ, জ্ঞান, কৰ্ম, তীৰ্থ, ব্ৰত, দণ্ডনীতি আৰু আন যিবোৰ আছে সেই সকলোবোৰ ত্যাগ কৰি কৃষ্ণত দেহ অৰ্পণ কৰিলেহে মনুষ্যই সদ্‌গতি লাভ কৰিব পাৰে। পদ - ১১৩৯, ১১৪০, ১১৪১

ভাগৱতৰ সপ্তম স্কন্ধৰ ষষ্ঠ অধ্যায়ৰ ২৬ নং শ্লোকত কৈছে ঃ

ধৰ্মাৰ্থকাম ইতি যোঅভিহিতস্ত্ৰিবৰ্গ
ঈক্ষাত্ৰয়ী নয়দমৌ বিবিধা চ বাৰ্তা।
মন্যে তদেতদখিলং নিগমস্য সত্যং
স্বাত্মাৰ্পণং স্বসুহৃদঃ পৰমস্যপুংসঃ।। ভাগৱত ৭/৬/২৬

শৰণ মাহাত্ম্যৰ কথা ভাগৱতত কৈছে যে বিপদকালত চৰাচৰ বিশ্ব বিনাশ হৈ গ'লেও কৃষ্ণত শৰণ লোৱাজনক ভগৱানে বচাই ৰাখে। কৃষ্ণত শৰণ ল'লে সংসাৰৰ দুঃখ দূৰ হয়। বৃত্ৰাসুৰৰ হাতত পৰাজিত হৈ দেৱগণে কৃষ্ণ স্তুতি কৰি কৃষ্ণত শৰণ লৈছিল। এই সংসাৰত তিনি তাপৰ পৰা মনুষ্যই পৰিত্ৰাণ নাপায়। কিন্তু ভগৱন্ত কৃষ্ণত

শৰণ ল'লে এই তিনি তাপৰ পৰা তেওঁ পৰিত্ৰাণ কৰে।

ভাগৱত আছে ঃ

তাপত্ৰয়েণাভিহিতস্য ঘোৰে
সন্তপ্যমানস্য ভবাধ্বনীশ।
পশ্যামি নান্যচ্ছৰণং তবাঙ্ঘ্ৰি
দ্বন্দ্বাতপত্ৰাদমৃতাভিবৰ্ষাৎ।। ভাগৱত ১১/১৯/৯

ভক্তি-ৰত্নাবলীত ইযাৰে সৰল ভাবানুবাদ দেখুৱাইছে ঃ

তিনি তাপে অতিশয় হয়া আছে হত।।
তযু পাদ পদ্ম ছায়া ছত্ৰ বিনে তাৰ।
নাহিকে শৰণ আৰ তাপ এৰাইবাৰ।।

হে কৃষ্ণ তযু পদে পশিলো শৰণ।
আপদ প্ৰন্তুক মোক কৰিয়ো ৰক্ষণ।।
তুমিসি পৰম আত্মা শৰণ দায়ক।
ব্ৰহ্মাদি দেৱৰো তুমি পৰম নায়ক। পদ - ১৯৭৪, ১১৭৭

শ্ৰীমদ্ভাগবদ্‌গীতাতো কৃষ্ণই অৰ্জুনক কৈছিল ঃ

মন্মনা ভব মদ্‌ভক্তো মদ্‌যাজী মাং নমস্কুৰু।
মামেবৈষ্যসি সত্যংতে প্ৰতিজানে প্ৰিয়োঽসি মে।।
সৰ্বধৰ্মান্ পৰিত্যজ্য মামেকং শৰণং ব্ৰজ।
অহং ত্বাং সৰ্বপাপেভ্যো মোক্ষয়িষ্যামি মা শুচঃ।।

গীতা ১৮/৬৫, ৬৬

অৰ্থাৎ — 'তুমি একমাত্ৰ মোতেই চিত্ত ৰাখা, মোৰ ভক্ত হোৱা, মোক পূজা কৰা, মোক নমস্কাৰ কৰা, মই সত্য প্ৰতিজ্ঞাৰে কৈছোঁ — তুমি মোকেই পাবা, কিয়নো, তুমি মোৰ প্ৰিয়।' সকলো ধৰ্ম পৰিত্যাগ কৰি তুমি একমাত্ৰ মোৰেই শৰণ লোৱা, মই তোমাক সকলো পাপৰ পৰা মুক্ত কৰিম, শোক নকৰিবা।

ভগৱন্ত কৃষ্ণত শৰণ লোৱাটোৱেই হৈছে সকলো শাস্ত্ৰৰ তাৎপৰ্য।

লৈয়োক শৰণ এক চৰণে কৃষ্ণৰ।
এহিমানে তাৎপৰ্য সকলো শাস্ত্ৰৰ।। ১১৮৩।।

ইয়াতেই অৰ্থাৎ শৰণৰ মাহাত্ম্য বৰ্ণনা কৰি মহাপুৰুষ শঙ্কৰদেৱে ভক্তি-ৰত্নাৱলী গ্ৰন্থ সমাপ্ত কৰিছে। পিছৰ পদসমূহ গ্ৰন্থ ৰচনা কৰাৰ বাবে স্বকীয় মত দাঙি ধৰিছে

১১৮৪-১২৭০ নং পদলৈ।

বিষ্ণুপুৰী সন্ন্যাসীয়ে ভাগৱত পুৰাণৰ সাৰ সংগ্ৰহ কৰি সংস্কৃত 'ভক্তি-ৰত্নাৱলী' গ্ৰন্থ ৰচনা কৰিছিল। এই সংস্কৃত শাস্ত্ৰখনক মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰদেৱৰ আদেশত মাধৱদেৱে অসমীয়ালৈ সৰল ভাৱানুবাদ কৰে। মহাপুৰুষ মাধৱদেৱৰ এই গ্ৰন্থইও সংস্কৃত শ্ৰীমদ্ভাগৱত পুৰাণক তিনিশ বাৱন্নটা (৩৫২) শ্লোক স্বকীয় ভাবেৰে অনুবাদ কৰিছে। মুঠ বাৰশ সাতটা (১২০৭) পদত দুলড়ী আৰু ছবি ছন্দত ৰচনা কৰা ভক্তি-ৰত্নাৱলী গ্ৰন্থখনি বৈষ্ণৱ শাস্ত্ৰৰ ভক্তি সাহিত্যৰ ভিতৰতে উচ্চ স্থান লাভ কৰিছে। গ্ৰন্থখনিত মাধৱদেৱে ভগৱান কৃষ্ণৰ মাহাত্ম্য বৰ্ণনৰ লগতে ভক্তিৰ প্ৰকাৰসমূহ যথাযথ বৰ্ণনা কৰিছে। 'সমস্ত বেদান্তৰ সাৰ' ভাগৱত শাস্ত্ৰকে মূলৰূপে লৈ 'ভক্তি-ৰত্নাৱলী' ৰচনা কৰিছে ঃ

সৰ্ববেদান্তসাৰং হি শ্ৰীভাগৱত মিষ্যতে।
তদ্ৰসামৃততৃপ্তস্য নান্যত্ৰ স্যাদ্ৰতিঃ কচিত্।। ভাগৱত ১২/১৩/১৫

এই কথা মাধৱদেৱে 'নাম-ঘোষা'ৰ উপদেশ অংশত লিখিছে ঃ

সমস্ত বেদান্ত সাৰ মহাভাগৱত শাস্ত্ৰ
ইয়াৰ অমৃত ৰস পাই।
পৰম সন্তোষে পান কৰিলে যি জনে তাৰ
অন্যত্ৰ ৰসত ৰতি নাই। নাম-ঘোষা ১৮

ভাগৱতৰ আদৰ্শকে গ্ৰহণ কৰি তেৰটি বিৰচন বা অধ্যায়ত ভগৱানৰ নাম, গুণ, লীলাসমূহক ভক্তিৰ নটা প্ৰকাৰে গ্ৰহণ কৰি ভগৱানৰ চৰণত শৰণ ল'বলৈ কৈছে। এয়ে হৈছে ভক্তি-ৰত্নাৱলী গ্ৰন্থৰ বৈশিষ্ট্য। মূলৰ অৰ্থ অবিকৃতভাৱে ৰাখি স্বকীয় ৰীতিৰে এই ভক্তি নিৰূপক গ্ৰন্থখনি ৰচনা কৰিছে। ভগৱানৰ নাম-গুণ, লীলাসমূহে ভগৱদ্ভক্তিৰ ভাব আনি দিয়ে। প্ৰকৃত ভক্তসকল কোনো জাতি বা শ্ৰেণীভুক্ত নহয়। ভগৱানৰ ওচৰ চাপিবলৈ তিনিটা পথ প্ৰধানভাৱে লোৱা হয়। তাৰে ভিতৰত জ্ঞান, কৰ্ম, আৰু ভক্তিৰ কথাকে যাইকৈ লেখত লোৱা হয়। কিন্তু তিনিওটি পথৰ ভিতৰত শ্ৰেষ্ঠ হ'ল ভক্তি বা ভকতি। সংসাৰ চক্ৰৰ পৰা জীৱই পাৰ পাবলৈ ভক্তিত আশ্ৰয় গ্ৰহণেই হৈছে একমাত্ৰ উপায়। এই ভগৱৎভক্তিৰ বাবে বিশিষ্ট জ্ঞানৰ অধিকাৰী নহ'লেও হয়। সকলো তপ-জপতকৈয়ো ভক্তিৰ শ্ৰেষ্ঠতা ভক্তি-ৰত্নাৱলীয়ে ঘোষণা কৰিছে। সংস্কৃত শাস্ত্ৰসমূহেই বৈষ্ণৱ ধৰ্মৰ মূল উৎস হ'লেও অসমীয়া ভাষান্তৰ বা প্ৰতিলিপি বোৰহে বৈষ্ণৱ কবিসকলৰ মৌলিক কবি প্ৰতিভাৰ স্বাক্ষৰ।

'ভক্তি-ৰত্নাৱলী' গ্ৰন্থৰ অধ্যাত্মবাদৰ ওপৰত চমু আলোচনা কৰিলে দেখা যায় যে — এই গ্ৰন্থখনি আধ্যাত্মিক ভাবৰ উচ্চতাৰে মহিমামণ্ডিত। 'আধ্যাত্মিক' শব্দৰ অৰ্থ

হৈছে — "আত্মতত্ত্ব বিষয়ক জ্ঞান ব্ৰহ্মবিষয়ক জ্ঞান"। (মনুসংহিতা — ২/১১৭)

'ভক্তি-ৰত্নাৱলী' গ্ৰন্থখনিত মাধৱদেৱে দ্বিত্বৰ অৰ্থাৎ দুটা কথাৰ বিধান দিছে অৰ্থাৎ কোনটো গ্ৰহণযোগ্য, কোনটো অগ্ৰহণীয় সেই দিশটোৰ লগতে ভক্তিৰ প্ৰকাৰসমূহ গ্ৰহণ কৰাৰ বিধান দিছে। মানুহ এনে দ্বিত্ব সংশয়ৰ উৰ্ধ্বত বিচৰণ কৰিব লাগে। তেতিয়াহে মুক্তিৰ সন্ধান পাব পাৰে। মাধৱদেৱে মুক্তিতকৈয়ো ভক্তিক শ্ৰেষ্ঠ বুলি কৈছে। ইয়াৰ প্ৰচেষ্টাত সফলতাই হৈছে আধ্যাত্মিক প্ৰাপ্তি। অধ্যাত্মবাদ পাবৰ বাবে অনাধ্যাত্মিকাৰ যি দমননীতি তাক পাদক্ষিপ্ত কৰিব পাৰিব লাগিব। 'ভক্তি-ৰত্নাৱলী'ত উল্লেখ কৰা প্ৰহ্লাদৰ উক্তিসমূহে আধ্যাত্মিক জগতৰ বাৰ্তা বহণ কৰে। তেনেদৰে কপিলৰ ভক্তিয়েও আধ্যাত্মিক জগতৰ সন্ধান দিয়ে। যিখন দেৱতাৰ ৰাজ্য, য'ত ঐশ্বৰিক প্ৰবৃত্তিবিলাকে বিৰাজ কৰি মানুহক আলোকৰ সন্ধান দিলে। আনপিনে দুষ্ট প্ৰবৃত্তিবিলাক নৰকগামী, অৰ্থাৎ তেওঁলোকে মানুহৰ মানসিক উন্মেষ ব্যাহত কৰি মানৱক অধোগামী কৰে। ই হৈছে এক আসুৰিক ব্যৱহাৰ আৰু দুষ্ট প্ৰবৃত্তিবিলাকেই আসুৰিক জগতৰ প্ৰতিনিধি। এয়ে হৈছে দেৱাসুৰৰ সংগ্ৰাম, য'ত দেৱতাসকল পৰাস্ত হৈ বিক্ষিপ্ত হৈ পৰে। পিছত আধ্যাত্মিক শক্তিয়ে সেই দেৱতাসকলক পুনৰ অনুপ্ৰেৰণা যোগায় আৰু তেওঁলোকৰ সংহতি সাধন কৰে। প্ৰসংগক্ৰমে উল্লেখ কৰিব পাৰি যে — ভক্ত প্ৰহ্লাদে পিতৃক অধ্যাত্মবাদৰ উপদেশ দিছে ১২৩ আৰু ১২৪ পদত।

অসন্ত বিষয় অনুমাত্ৰ সুখ নাই।
মিছা অহম্মম ভাব এৰিয়ো সদায়।।

একচিত্তে ভক্তি আচৰিয়া মাধৱৰ।।
শ্ৰৱণ কীৰ্ত্তন তান কৰিব সদায়।
ভকতিত আৰ আত পৰে শ্ৰেষ্ঠ নাই।।

কুমাৰকালৰ পৰাই ভগবানক ভক্তি কৰিব লাগে, এই বুলি দৈত্য শিশুসকলকো প্ৰহ্লাদে উপদেশ দিছে। এই অনাধ্যাত্মবাদক প্ৰতিবোধ কৰিবলৈ ভক্তিয়েই একমাত্ৰ পথ। দৈত্য শিশু প্ৰহ্লাদৰ এনে আধ্যাত্মিক উপদেশে আসুৰিক প্ৰবৃত্তিক অৱসান ঘটায়। ভগৱান শ্ৰীকৃষ্ণৰ প্ৰতি থকা ভক্তৰ আধ্যাত্ম ধাৰণাই অধৰ্ম বা কু-প্ৰবৃত্তিসমূহ নাশ কৰে।

সমস্ত ভূতৰে হৰি আত্মা প্ৰিয়তমা।

সবাৰো হিয়াত হৰি স্বভাৱে আছন্ত।।
আনস্থানে বিচাৰিবে নলাগে কৃষ্ণক। পদ- ১৩৮, ১৩৯

ইয়াত দেখা যায় যে প্ৰহ্লাদৰ মানসিক বিকাশ উচ্চস্তৰলৈ গতি কৰিছে আৰু

আসুৰিক শক্তিক দমন কৰি অধ্যাত্মবাদলৈ নিয়াৰ চেষ্টা কৰিছে। য'ত নেকি তেওঁৰ সকলো জীৱৰে প্ৰতি সহানুভূতি আৰু অনুকম্পা প্ৰকট হৈ উঠিছে। গতিকে প্ৰহ্লাদ আসুৰিক ব্যৱহাৰৰ উৰ্দ্ধত থাকি সকলো ঐশ্বৰিক ব্যৱহাৰ, স্নেহ, দয়া, দাক্ষিণ্য আদিৰ অধিকাৰী হৈ উঠিছে। প্ৰহ্লাদে কৈছে ঃ

ইহ পৰলোকৰ সুখৰ এৰি আশ।
ঈশ্বৰ কৃষ্ণত মাত্ৰ কৰিও বিশ্বাস।। পদ-১৪৪

'ভক্তি-ৰত্নাৱলী'ৰ কীৰ্তন বিৰচনত দেখুৱাইছে যে, যমদূত আৰু বিষ্ণুদূতৰ যি বিবাদ তাক এনে এটা দৃষ্টিভংগীৰে গ্ৰহণ কৰিব পৰা যায়। মহা অধম দ্বিজ অজামিলৰ হঠাতে সত্ত্ব গুণৰ উদ্ৰেক ঘটি বিষ্ণুনাম স্মৰণ কৰোঁতেই সৎ প্ৰবৃত্তিৰ উদয় বুলি ধৰিয়েই বিষ্ণুদূতৰ আবিৰ্ভাৱ হয় আৰু অসৎ প্ৰবৃত্তি যমদূতবিলাক আঁতৰি যাব লগা হয়। ইয়াতে অন্তনিৰ্হিত হৈ আছে হৰিৰ (বিষ্ণুৰ) আধ্যাত্মিক শক্তি।

নামৰ আভাস কীৰ্ত্তন মাত্ৰকে
মুকুতি দিলা সাক্ষাত।
ধৰ্ম, অৰ্থ, কাম দিয়ে হৰি নামে
কিবা কথা কৈবো আত।। পদ — ৭৮৩

ঈশ্বৰ কৃষ্ণৰ প্ৰতি ব্ৰজৰ গোপীসৱৰ যি ভক্তি সেয়া হৈছে অধ্যাত্মবাদৰ অপূৰ্ব নিদৰ্শন। ভগৱান কৃষ্ণত দেহ, মন অৰ্পম কৰি কৃত্য কৃত্য হৈছে। সেয়া হ'ল পৰমব্ৰহ্মত লীন হ'ব খোজা জীৱৰ শাশ্বত অভীপ্সা। ব্ৰজৰ গোপীসকলে কৃষ্ণৰ ওচৰত আধ্যাত্মিক সৌহাৰ্দ প্ৰকাশ কৰিছে। অধ্যাত্মবাদৰ প্ৰথম বাধা হৈছে অজ্ঞান।

'অজ্ঞানক গুচাইবাৰ সাধনা যতেক।
বহুবিধ বিঘ্নগ্ৰস্ত জানিবা প্ৰত্যেক।। পদ — ৬৪৫

এই অজ্ঞান আঁতৰাবলৈ সাধনা কৰিবলগীয়া হয়। যুধিষ্ঠিৰেও অধ্যাত্মবাদ (সত্যত্ম প্ৰতিষ্ঠা কৰিবলৈ বহুতো বিঘিনি পাৰ হ'ব লগা হৈছিল।

যুধিষ্ঠিৰ বাক্যে লৈয়ো তাহাৰ প্ৰমাণ। (পদ — ৬৪৬)

ভক্তি এক আধ্যাত্মিক অনুভৱ আৰু ই হৃদয় ধৰ্মৰ দ্বাৰা সিক্ত। ভক্তি-ৰত্নাৱলী গ্ৰন্থৰ প্ৰতিটো বিৰচনৰে অধ্যাত্মবাদৰ আলোচনাৰ সম্ভৱ নহয়। মাধৱদেৱে নৱবিধা ভক্তি শ্ৰৱণ, কীৰ্তন, স্মৰণ, অৰ্চন, বন্দন, দাস্য, সখিত্ব, আত্ম-নিবেদন আৰু শৰণ এইকেইটা ভক্তিৰ পথ অৱলম্বন কৰি ভগৱানক ভক্তি কৰিবলৈ কৈছে। ❑

# মহাপুৰুষ মাধৱদেৱৰ আদিকাণ্ড ৰামায়ণ ঃ এক সমীক্ষাত্মক আলোচনা

মহাপুৰুষ মাধৱদেৱৰ ৰচনাৱলীসমূহৰ মাজত আদিকাব্য ৰামায়ণ অন্যতম উল্লেখযোগ্য গ্ৰন্থ। ১৫২২ খৃষ্টাব্দত শাক্ত মাধৱদেৱে বেলগুৰিত মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰদেৱৰ সৈতে তুমুল তৰ্ক যুদ্ধত অৱতীৰ্ণ হোৱাৰ পিছত ভক্তিধৰ্মত শৰণ লয়। তেতিয়া মাধৱদেৱৰ বয়স বত্ৰিশ বছৰ। শঙ্কৰদেৱক লগ পোৱাৰ পিছতহে মাধৱদেৱৰ সাহিত্যিক জীৱন আৰম্ভ হয়। মাধৱদেৱৰ সমস্ত ৰচনাৱলীৰ মূল প্ৰেৰণা আছিল গুৰু শঙ্কৰদেৱ। শঙ্কৰদেৱে মাধৱদেৱৰ অন্তৰত সুপ্ত অৱস্থাত থকা প্ৰতিভাৰ উমান পাইছিল। সেয়ে গুৰুজনাই পদপুথি ৰচনা কৰিবলৈ মাধৱদেৱক বাধ্য কৰাইছিল। মাধৱদেৱে তেওঁৰ শেষ ৰচনা 'নাম-মালিকা'ত নিজে সেইকথা স্বীকাৰ কৰিছে।

"কৰোঁ নমস্কাৰ নিজ গুৰুৰ চৰণে।।
সুপ্তপ্ৰায় আছিলেক মোৰ বুদ্ধি মন।
যাহাৰ কৃপাত ইটো ভৈল সচেতন।।
হেন গুৰু চৰণত কৰি নমস্কাৰ।
মাধৱে ৰচিলা পদ নাম-মালিকাৰ।।" (নাম-মালিকা, পদ — ৫, ৬)

মহাপুৰুষ মাধৱদেৱে 'জন্ম-ৰহস্য'ৰ পিছত ৰামায়ণৰ আদিকাণ্ড ৰচনা কৰে। ৰামায়ণ (আদিকাণ্ড) ৰচনাৰ ক্ষেত্ৰতো মাধৱদেৱে শঙ্কৰদেৱৰ অনুপ্ৰেৰণা লাভ কৰিছিল। অনন্ত কন্দলিয়ে আনুমানিক ১৫৫০ খৃষ্টাব্দৰ আগে-পাছে ৰামায়ণৰ পদ ৰচনা কৰিছিল। ইয়াৰ আগতে অসমীয়া সাহিত্যৰ প্ৰাক্-বৈষ্ণৱ যুগত মাধৱ কন্দলিয়ে সপ্তকাণ্ড ৰামায়ণ ৰচনা কৰে। বৈষ্ণৱ যুগতেই ইয়াৰে আদি আৰু উত্তৰকাণ্ড দুটি বিলুপ্ত হৈছিল। সম্ভৱতঃ অনন্ত কন্দলিয়ে মাধৱ কন্দলিৰ ৰামায়ণৰ পদৰ আৰ্হি গ্ৰহণ কৰিছিল। যাৰ ফলত মাধৱ কন্দলিৰ ৰামায়ণৰ জনপ্ৰিয়তা লোকসমাজত নাইকিয়া হৈ যাব বুলি শঙ্কৰদেৱৰ মনত শঙ্কাৰ সৃষ্টি হৈছিল। সেয়ে মাধৱদেৱক 'আদিকাণ্ড' ৰচনাৰ ভাৰ দি নিজে 'উত্তৰাকাণ্ড' ৰচনা কৰিছে। (গুৰুচৰিত কথা, অনুচ্ছেদ — ২৩৪)। "তেহে গুৰুজনাত বিপ্ৰে কয়াতে সৰনাপন্ন হৈ প্ৰাৰ্থিলে ৰবৰ হেতু।। পাচে গুৰুজনে বোলে ৰবাপো তোমাৰ শাস্ত্ৰ কৰিতা গুচাবজে খোজে ঃ য়ামি ধৰো গোৰত ঃ তুমি হোৱা আগে ঃ তেহে আদ্যে উত্তৰা কৰিছে।" ১৫৫০ৰ পৰা ১৫৬০ খৃষ্টাব্দৰ ভিতৰত মাধৱদেৱে সুন্দৰীদিয়াত থকা সময়ত

আদিকাণ্ড ৰচনা কৰিছিল বুলি অনুমান কৰিব পাৰি।

চৰিতপুথি অনুসৰি ৰামায়ণ (আদিকাণ্ড) ৰচনাৰ ক্ষেত্ৰতো মাধৱদেৱে মহাপুৰুষ শঙ্কৰদেৱৰ প্ৰেৰণা লাভ কৰিছিল। মাধৱদেৱে নাইবা অনন্ত কন্দলিয়ে ৰামায়ণ ৰচনা কৰাৰ বহু আগেয়ে প্ৰাক্-শঙ্কৰী যুগত মাধৱ কন্দলিয়ে অসমীয়া ভাষালৈ মূল ৰামায়ণ অনুবাদ কৰে। যিখন ৰামায়ণ নব্য-ভাৰতীয় আৰ্য ভাষাৰ প্ৰথম ৰামায়ণ। (হেমন্ত কুমাৰ শৰ্মা — 'অসমীয়া সাহিত্যত দৃষ্টিপাত', পৃঃ ৬৪)। মাধৱ কন্দলিয়ে সপ্তকাণ্ড ৰামায়ণ ভাঙনি কৰাৰ কথা নিজ ৰচনাৰ লঙ্কাকাণ্ডত উল্লেখ কৰিছে যদিও বৈষ্ণৱ যুগৰপৰাই ইয়াৰে আদি আৰু উত্তৰকাণ্ড পাবলৈ নোহোৱা হয়।

"সাতকাণ্ড ৰামায়ণ পদবন্ধে নিবন্ধিলো
লম্ভা পৰি হৰি সাৰোদ্ধৃতে।"
(মাধৱ কন্দলি — সপ্তকাণ্ড ৰামায়ণ)

**মাধৱদেৱৰ আদিকাণ্ড ৰচনাৰ উৎস ঃ**

আদিকাণ্ড ৰামায়ণ ৰচনাৰ ক্ষেত্ৰত মাধৱদেৱে বাল্মীকিৰ মূল ৰামায়ণকেই আধাৰ গ্ৰন্থ হিচাপে লৈছিল নে অন্য কোনো ৰামায়ণক আধাৰ গ্ৰন্থ হিচাপে লৈছিল সেই বিষয়ে পণ্ডিতসকলৰ মাজত মতানৈক্য দেখা যায়। এই বিষয়ে মত প্ৰকাশ কৰি ড° সত্যেন্দ্ৰ নাথ শৰ্মাদেৱে কৈছে — "মাধৱদেৱৰ ভনিতাযুক্ত আদিকাণ্ডৰ বহুতো কথা বাল্মীকিৰ ৰামায়ণৰ ওপৰত প্ৰতিষ্ঠিত নহয়, বঙালী কবি কৃত্তিবাসৰ আদিকাণ্ডৰ লগতহে মিল দেখা যায়। (ড° সত্যেন্দ্ৰ নাথ শৰ্মা — "অসমীয়া ৰামায়ণ সাহিত্যৰ চমু পৰিচয়, পুৰণি সাহিত্য অধ্যয়ন", পৃঃ ৫৯)।আনহাতে ড° মহেশ্বৰ নেওগে কৈছে — "মনত ৰাখিবলগীয়া মাধৱদেৱৰ ৰামায়ণ মাধৱ কন্দলিৰ ৰচনাৰ দৰে মূল ৰামায়ণৰ পূৰ্বীয় পাঠ-প্ৰশাখাৰ (যাক পণ্ডিতসকলে গৌড়ীয় পাঠ প্ৰশাখা বুলি কৈছে) দৰেই।" এই কথা ঠিক যে মাধৱদেৱে নিজৰ ৰচনাৰ মূল উপাদান নিশ্চয় বাল্মীকিৰ পৰাই লৈছে। কিন্তু তাৰ অনুবাদ কৰা নাই। সেইদৰে মাধৱ কন্দলি আৰু কৃত্তিবাসী ৰামায়ণৰ লগত যদিও মিল দেখা যায়, তথাপি মাধৱদেৱে সেই দুখনৰ আধাৰত ৰচনা কৰা নাছিল। মাধৱদেৱৰ আদিকাণ্ড তেখেতৰ মৌলিক প্ৰতিভাৰ পৰিচায়ক। মাধৱদেৱে বাল্মীকি ৰামায়ণৰ উপৰি মহাভাৰত, পদ্মপুৰাণ (পাতাল খণ্ড) হনুমন্নাটক, বৃহদ্ধৰ্মপুৰাণ, ভাগৱত, ৰঘুবংশ আদি অনেক গ্ৰন্থৰপৰা আনি ভাবানুবাদেৰে কথাভাগ সজাই তুলিছে। তদুপৰি মাধৱদেৱৰ মৌলিক কাব্য প্ৰতিভাৰ সুষম প্ৰয়োগে কাব্যখণ্ডক এক স্বকীয় কাব্যিক মান লাভ কৰাত সহায় কৰিছে। (কৃষ্ণনাৰায়ণ-প্ৰসাদ — 'মাধৱদেৱ ব্যক্তিত্ব আৰু কৃতিত্ব' পৃঃ ৬১-৬২)।

**মাধৱদেৱৰ ৰামায়ণ (আদিকাণ্ড)ৰ কাহিনীভাগ ঃ**

মহাপুৰুষ মাধৱদেৱে ৰামায়ণৰ আদিকাণ্ডৰ আৰম্ভ 'শ্ৰীকৃষ্ণায় নমঃ' বুলি ভগৱান

বাসুদেৱক প্ৰণাম জনাই নিজে ৰামচন্দ্ৰক স্তুতি কৰিছে –

ৰামায় ৰামচন্দ্ৰায় ৰামভদ্ৰায় বেধসে।
ৰঘুনাথায় সীতায়াঃ পতয়ে নমঃ।।

ইয়াৰ পিছতে গুৰু শঙ্কৰদেৱৰ চৰণত প্ৰণাম জনাই কাব্য আৰম্ভ কৰিছে। মহৰ্ষি বাল্মীকি প্ৰভাত সময়ত শিষ্য ভৰদ্বাজক লগত লৈ গঙ্গাত স্নান কৰিবলৈ গৈ সঙ্গমৰত ক্ৰৌঞ্চ মিথুন এটাক ব্যাধে বধ কৰাত ঋষিৰ অন্তৰত কৰুণ ৰসৰ উদ্ৰেক হয় আৰু সেই কৰুণ ৰসেই শ্লোক ৰূপত পৰিণত হয়।

"মা নিষাদ প্ৰতিষ্ঠাং ত্বমগমঃ শাশ্বতীঃমাঃ।
যৎ ক্ৰৌঞ্চ মিথুনাদেকমবধিঃ কামমোহিতম্।।

অনুষ্টুপ ছন্দত ৰচিত মূলৰ এই শ্লোকটি মাধৱদেৱে তেওঁৰ আদি কাণ্ডত যথাযথভাৱে উদ্ধৃত কৰিছে।

চাৰিপদ হুয়া মোৰ আসিল বচন।
শ্লোক নামে ইহাকে বুলিয়ো সৰ্বজন।।
বাল্মীকিৰ মুখে ভৈল বচন উত্তম।
শ্লোক নামে কবিতা শুনন্তে মনোৰম।।

(ৰামায়ণ, আদিকাণ্ড – ১৬, ১৭)

ইয়াৰ পিছতে পিতামহ ব্ৰহ্মা আৰু দেৱৰ্ষি-নাৰদ বাল্মীকিৰ ওচৰত উপস্থিত হয় আৰু ব্ৰহ্মাই বাল্মীকিক ৰামায়ণ ৰচনা কৰি জগতত প্ৰচাৰ কৰিবলৈ কয়।

"বাল্মীকিক ব্ৰহ্মা পাচে বুলিলা বচন।
শুনা মহাঋষি মোৰ যেন প্ৰয়োজন।।
বুলিলা বচন যেন ক্ৰৌঞ্চক বধিতে।
সেহিমতে ৰামায়ণ কৰা একচিত্তে।।

যুগে যুগে তোমাৰ কবিতা প্ৰচাৰিব।
তাকে শুনি ভণি লোকে সংসাৰ তৰিব।।"

(ৰামায়ণ : আদিকাণ্ড, পদ – ২২, ২৩, ২৪)

মূল ৰামায়ণত ৰামচন্দ্ৰৰ লঙ্কা বিজয়ৰ পাছতহে ৰামায়ণ ৰচনাৰ কথা পোৱা যায়। কিন্তু মাধৱদেৱৰ আদিকাণ্ডত ৰামচন্দ্ৰৰ জন্মৰ আগেয়ে ব্ৰহ্মাৰ নিৰ্দেশক্ৰমে নাৰদমুনিয়ে ঋষি বাল্মীকিৰ আগত ৰামায়ণৰ কাহিনী বৰ্ণনা কৰিছে –

দশৰথ নৃপতিৰ গৃহে অযোধ্যাত।

শ্ৰীৰাম স্বৰূপে হৰি জন্মিবা সাক্ষাৎ।।
নাৰদৰ মুখে কথা শুনিবা সকলে।
পাছে ৰামায়ণ কৰিবাহা কৌতুহলে।।

(ৰামায়ণ ঃ আদিকাণ্ড, পদ — ২৩, ২৪)

দেবৰ্ষি নাৰদে বাল্মীকিৰ আগত ৯৪ (চৌৰানব্বৈ) টা পদত সংক্ষেপে ৰামায়ণ বৰ্ণনা কৰিছে। ইয়াৰ পাছতে মাধৱদেৱে 'ৰাক্ষস বিৱৰণ' খণ্ডত ২৭ টা (সাতাইশটা) পদত ৰাক্ষস ৰাৱণৰ বংশৰ পৰিচয় দাঙি ধৰিছে। লগতে ৰাৱণৰ বিপৰীত চৰিত্ৰৰ ভাতৃ বিভীষণ আৰু কুবেৰ আৰু ভগ্নী ত্ৰিজটাৰ কথা উল্লেখ কৰিছে।

ত্ৰিজটা হৈবেক বিষ্ণুভক্ত অতিশয়। পদ — ১২৭

দৈত্য অংশ ৰাৱণৰ বিবাদত ৰতি।
বিষ্ণুঅংশে কুবেৰৰ বিষ্ণুত ভকতি।। পদ — ১৩১

বিবাদপ্ৰিয় ৰাৱণে কেনেদৰে ইন্দ্ৰ আদি দেৱতাসকলক বিবাদত পৰাস্ত কৰি অত্যাচাৰ কৰি অৱশেষত ৰামৰ হাতত সবংশে ধ্বংস হৈছিল সেই কথাও এই অংশত উল্লেখ কৰিছে —

"সমস্তকে ৰাৱণে লগাইয়া অপমান।
ৰামৰ হাতত হৈব সবংশে নিৰ্য্যাণ।।" পদ — ১৪৫

ইয়াৰ পিছত মাধৱদেৱে 'সূৰ্য্যবংশৰ বিৱৰণ' খণ্ডৰ আদিতে ঋষি বাল্মীকিয়ে শুভক্ষণ চাই ৰামায়ণ ৰচনাৰ কামত হাত দিয়ে।

"শুভক্ষণে বসিলা কৰিতে ৰামায়ণ।
আচৰিলা সুমঙ্গল হৰিৰ কীৰ্ত্তন।।
ধৰিয়া শিৰত মুনি ব্ৰহ্মাৰ আদেশ।
সুমৰিলা মনে নাৰদৰ উপদেশ।।
ৰামায়ণ কৰিতে লাগিলা অনুক্ৰমে।
বংশাৱলী কহিবাক লাগিলা প্ৰথমে।।"

পদ — ১৫০, ১৫১

তাৰপিছতে ৰজা দশৰথৰ পূৰ্বৰ সূৰ্যবংশীয় ৰজাসকলৰ বিৱৰণ দাঙি ধৰিছে — ব্ৰহ্মা, মাৰীচ, কাশ্যপ, আদিত্য, শ্ৰাদ্ধদেৱমনু, সুবাহু, ইক্ষবাকু, বিকুক্ষি, পৃথু, প্ৰসাভ্ৰূত, মান্ধাতা, কুৰু, ত্ৰয়ম্বুৰ, অনাৰণ্য, দীৰ্ঘবাহু, দিলীপ, হাৰ্ৰক, হাৰিদ্ৰ, সাশ্ৰক, মন্দাকিনি, সগৰ, শশবিন্দ, নন্দা, নন্দন, বিশ্বনাথ, অম্বত্ৰক, ভগীৰথ, সৌদাস, দিলীপ, ৰঘু, অজ, দশৰথ, ৰাম।

ইয়াৰ পাছত যথাক্ৰমে ৰজা দশৰথৰ কৌশল্যা, কৈকেয়ী আৰু সুমিত্ৰাৰ সৈতে

বিবাহৰ বৰ্ণনা দিছে। এই তিনিগৰাকী মুখ্য ৰাণীৰ বাহিৰেও আৰু সাতশ গৰাকী কন্যা ৰজা দশৰথে বিয়া কৰাইছিল। এই পত্নীসকলৰ লগত সুখ-ভোগত ব্যস্ত থাকোতে দেশত অনাবৃষ্টি হোৱাৰ খবৰো ৰজা দশৰথে নোপোৱা হ'ল। তেতিয়া দেৱৰ্ষি নাৰদ ৰজা দশৰথৰ ওচৰত উপস্থিত হৈ কয় যে –

শুনিয়া ৰাজাক বুলিলন্ত মুনিবৰ।
ভাল মন্দ চিন্তা তুমি নকৰা ৰাজ্যৰ।।
সূৰ্য্যবংশে ভৈলা যত নৃপতি মহন্ত।
পুত্ৰতো অধিক কৰি ৰাজ্য পালিলন্ত।। পদ – ২৬৪, ২৬৫

নাৰদমুনিৰ উপদেশক্ৰমে ৰজাই ৰাজ্যত ঘূৰি অনাবৃষ্টিৰ কথা গম পায় আৰু স্বৰ্গৰ ৰজা ইন্দ্ৰক সাক্ষাৎ কৰি অনাবৃষ্টিৰ কাৰণ সোধে।

ইন্দ্ৰক বোলন্ত শুনিয়োক পুৰন্দৰ।।
মোহোৰ ৰাজ্যত কেনে নাহি বৰিষণ।
অনাহাৰে মৰে লোক কহিয়ো কাৰণ।। পদ – ২৮৮

তেতিয়া স্বৰ্গাধিপতি ইন্দ্ৰই উত্তৰ দিছে –
ইন্দ্ৰে বোলে শুনা ৰাজা কৰি থিৰ চিত।
সম্পূৰ্ণে শনিৰ দৃষ্টি ভৈল ৰোহিণীত।। পদ – ২৮৯

ইন্দ্ৰৰ কথা শুনি ৰজা দশৰথ শনিৰ ওচৰলৈ যাওঁতে শনিৰ কোপদৃষ্টিত পৰে। ভাগ্যক্ৰমে জটায়ু পক্ষীৰ সহায়ত প্ৰাণ ৰক্ষা পৰে। পিছত ৰজাই শনিৰ বৰ লাভ কৰিবলৈ সক্ষম হয়। এই বৰৰ প্ৰভাৱত ৰাজ্যত বৰষুণ হয়।

ৰাজায়ে বোলন্ত দৃষ্টি ছাৰা ৰোহিনীত।
তেবে জলবৃষ্টি হৈবে মোৰ পৃথিৱীত।।
শনি বোলে ছাৰিলোহো ৰোহিনীত দৃষ্টি।
তোমাৰ ৰাজ্যত আজি হন্তে হৈব বৃষ্টি।।
অনন্তৰে ৰাজ্যত বিস্তৰ বৃষ্টি ভৈলা।
নানাবিধ শস্যে ভৈল পৃথিৱী পূৰণ।
ভোগ ভুঞ্জি ভৈল মহা সুখী সৰ্ব্বজন।। পদ – ৩৪১-৩৪২

ইয়াৰ পাছতে এদিন ৰজা দশৰথ মৃগয়া কৰিবলৈ গৈ শব্দভেদী বাণ নিক্ষেপ কৰোতে অন্ধমুনিৰ পুত্ৰ সিন্ধুমুনি মৃত্যুমুখত পৰে। পুত্ৰ শোকত অন্ধমুনিয়ে ৰজা দশৰথক শাপ দিলে –

তথাপিতো শাপো তোক শুনৰে দুৰ্জ্জন।

পুত্ৰশোকে মৰো যেন আমি দুযোজন।।
তই পুত্ৰশোকে ৰাজা মৰিবি নিশ্চয।
আনে যেন ব্ৰাহ্মণৰ দ্ৰোহ নাচৰয়।। পদ — ৩৮১

এই অভিশাপেই ৰজা দশৰথৰ আশীৰ্বাদ স্বৰূপ হ'ল। কাৰণ সেই সময়লৈকে ৰজা দশৰথ অপুত্ৰক আছিল। পুত্ৰ লাভৰ উপায়ো অন্ধমুনিযেই দিলে।

শুনিযা ৰাজাক মুনি বুলিলন্ত বাণী।
কৰিবাহা যজ্ঞ তুমি ঋষ্যশৃঙ্গ আনি।।
শিশুমতি মুনি তান গুণ কৈবো কত।
আগম পুৰাণ বেদ সবাতো পাৰ্গত।। পদ - ৩৮৩

এনে সময়তে দেৱৰাজ ইন্দ্ৰই অসুৰৰ লগত যুদ্ধত হাৰি আহি ৰজা দশৰথৰ সহায় বিচাৰে। তেতিয়া দশৰথে সৈন্যসকলৰ স'তে স্বৰ্গযাত্ৰা কৰে আৰু ৰণত অসুৰসকলক বধ কৰি অমৰাৱতীত পুনৰ দেৱৰাজ ইন্দ্ৰক প্ৰতিষ্ঠা কৰে।

ইয়াৰ পিছত ৰজা দশৰথে তেওঁৰ ৰাণী কৈকেয়ীৰ বিশেষ সেৱাত সন্তুষ্ট হৈ দুটা বৰ দিবলৈ অঙ্গীকাৰ কৰে। কুঁজীৰ নিৰ্দেশক্ৰমে পিছত প্ৰয়োজনত বৰ ল'ব বুলি কৈকেয়ীয়ে ৰজা দশৰথক সভাৰ মাজত সত্য অঙ্গীকাৰ কৰোৱায।

ভক্তি দেখি আৰো বৰ দিবে খোজা মোক।
সভাৰ মাজত সত্য কৰি বুলিয়োক।।
যেতিক্ষণ যিবা বাঞ্ছো দিবা সেহি বৰ।
সত্য কৰি বোলা ৰাজা সভাৰ ভিতৰ।। পদ — ৪৪৪

অন্ধমুনিৰ অভিশাপত ৰজাৰ পুত্ৰ জন্ম নোহোৱাত মনত অসন্তোষৰ সৃষ্টি হয় আৰু বশিষ্ঠ আদি ঋষি-মুনিসকলক মাতি আনি সকলো কথা ভাঙি-পাতি কয়।

"পুছিলো হৰিষে মই তান শাপ শুনি।
কেমনে হৈবেক পুত্ৰ কৈয়ো মহামুনি।।
ঋষ্যশৃঙ্গে যজ্ঞ আসি কৰাইবে তোমাক।
তেৱে হৈৱে পুত্ৰ মুনি বুলিলন্ত বাক।।
অন্ধকৰ কথা যত কহিলো বশিষ্ঠ।
কোথা আছে ঋষ্যশৃঙ্গ নাজানোহো নিষ্ঠ।।" পদ — ৪৫৫, ৪৫৬

ইয়াৰ পাছত বশিষ্ঠমুনিৰ পৰামৰ্শক্ৰমে ৰজাই ঋষ্যশৃঙ্গ মুনিক আনি যজ্ঞ পতাৰ বাবে উদ্যোগ লয়। এই খিনিতে ৰাজমন্ত্ৰী সুমন্তই ৰজা দশৰথৰ আগত ঋষ্যশৃঙ্গৰ সম্পূৰ্ণ উপাখ্যান বৰ্ণনা কৰিছে আৰু ঋষ্যশৃঙ্গ মুনিক আনি পুত্ৰ লাভৰ বাবে যজ্ঞ কৰিবলৈ পৰামৰ্শ দিছে।

ঋষ্যশৃঙ্গ আনি যজ্ঞ কৰিয়ো নৃপতি।
হৈবেক তোমাৰ তবে উত্তম সন্ততি।। পদ — ৫০৬

তেতিয়া ৰজা দশৰথে বশিষ্ঠ আদি ৰাজপুৰোহিত আৰু সুমন্ত্ৰ আদি ৰাজমন্ত্ৰীসকলৰ সৈতে লোমপাদ নৃপতিৰ ৰাজ্যলৈ গৈ ঋষ্যশৃঙ্গ মুনিক আযোধ্যালৈ লৈ আহে আৰু কাশ্যপ, কপিল প্ৰমুখ্যে অনেক মহাঋষিৰ উপস্থিতিত ঋষ্যশৃঙ্গ মুনিৰ পৌৰোহিত্যত পুত্ৰ প্ৰাৰ্থনা কৰি মহাযজ্ঞ সমাপন কৰে।

ইফালে অসুৰ ৰজা ৰাৱণৰ অত্যাচাৰত অতীষ্ঠ ইন্দ্ৰাদি দেৱতাসকলে আলোচনা কৰিলে —

পুত্ৰৰ নিমিত্তে কৰে মহাযজ্ঞ
দশৰথ নৃপবৰ।
এহি সময়ন্তে ঈশ্বৰ বিষ্ণুক
পঠাই দিওঁ তান ঘৰ।।
হেন যুক্তি কৰি ক্ষীৰোদধি তীৰে
গৈলন্ত দেৱতাগণ।
লক্ষ্মী সমন্বিতে ক্ষীৰোদ সাগৰে
আছা প্ৰভু নাৰায়ণ।। পদ — ৫৪৮

অৱশেষত ব্ৰহ্মাদি দেৱতাসকলৰ প্ৰাৰ্থনা ৰক্ষা কৰি ভগৱান বিষ্ণুৱে চাৰি অংশে দশৰথৰ তিনিগৰাকী পত্নীৰ গৰ্ভত চাৰিপুত্ৰৰূপে জন্মগ্ৰহণ কৰে। পৰম স্নেহত ৰজা দশৰথে যথাক্ৰমে পুত্ৰসকলৰ নাম ৰাখিলে।

জগতৰঞ্জন গুণ দেখি অনুপাম।
কৌশল্যাৰ পুত্ৰৰ থৈলন্ত ৰাম নাম।।
কৈকেয়ীক ৰাজাৰ অধিক স্নেহভৰ।
থৈলন্ত ভৰত নাম তাহান পুত্ৰৰ।।
সুমিত্ৰাৰ পুত্ৰ দুই সৰ্ব্ব সুলক্ষণ।
দেখি নাম থৈলন্ত লক্ষ্মণ শত্ৰুঘ্ন।।

এক নাৰায়ণ চাৰি অংশে মূৰ্ত্তি ধৰি।
ভৈলা চাৰিপুত্ৰ আৰু জানা নিষ্ঠ কৰি।। পদ — ৬৮৬, ৬৮৮

আনহাতে বিষ্ণুৰ পূৰ্ব্ব নিৰ্দেশ অনুসৰি লক্ষ্মীদেৱীয়ে জনক ৰজাৰ যজ্ঞভূমিত ডিম্বৰূপে থাকিল। পিছত হালবাওঁতে নাঙলৰ সীৰলুত উঠা ডিম্ব নি ৰজাৰ হাতত দিলে। ৰজাই ডিম্ব ভাঙি শিশুকন্যা এটি দেখি সুখী মহাদেৱক পালন কৰিবলৈ দিলে।

ইটো সুলক্ষণী কন্যা বৰ ৰূপৱতী।
আতি অদভূত লক্ষ্মী যেন মূৰ্ত্তিমতী।। ৭৫০
ৰাজা বোলে যজ্ঞ ভূমে পালো কন্যাখানি।
মুখ্য মহাদৈক দিয়া বুলিলন্ত বাণী।।

* * * * * * * *

এহিমতে সীতা গোসানীৰ জন্ম ভৈলা।।
জনক নৃপতি আতি তুলিলা যতনে।
তাহান দুহিতা সীতা বোলে সৰ্ব্বজনে।। (পদ — ৭৫০, ১৫১, ৭৫৩)

সীতাৰ জন্মৰ পাছতে গুহ চণ্ডালৰ বৃত্তান্ত বৰ্ণনা কৰা হৈছে। পূৰ্বজন্মত গুহ এজন ব্ৰাহ্মণ আছিল। পিছত গঙ্গাৰ অভিশাপত চণ্ডাল হৈ জন্ম পায়। দশৰথে চাৰিপুত্ৰক লৈ ভাগীৰথীৰ পাৰলৈ স্নান তৰ্পণ কৰিবলৈ যাওঁতে ৰামচন্দ্ৰৰ দৰ্শন লাভ কৰি চণ্ডালৰ পাপ মোচন হয়। এইদৰে গুহ চণ্ডালৰ সৈতে ৰামৰ পৰম বন্ধুত্ব হয়।

গঙ্গাত স্নান কৰি উভতি আহোঁতে ৰাতি হোৱাত দশৰথে চাৰিপুত্ৰৰ সৈতে সসৈন্যে ভৰদ্বাজ ঋষিৰ আশ্ৰমত অতিথি হয়। ইয়াতেই দেৱতাসকলৰ লগত আহি ইন্দ্ৰই ৰামক দিব্য ধনুশৰ প্ৰদান কৰে। ঋষি ভৰদ্বাজেও ধ্যানৰ দ্বাৰা গম পালে যে —

জানিলন্ত ঋষি ৰাম নুহিকে মানুষ।
ভৈলা অৱতাৰ বিষ্ণু পৰম পুৰুষ।।
দিলন্ত অজয় ধনুৰ্ব্বাণ দেৱৰাজে।
বধিৱন্ত ৰাৱণক সংগ্ৰামৰ মাজে।। (পদ — ৭৯৮)

ইয়াৰ পাছতে ঋষি বিশ্বামিত্ৰই মাৰীচ আৰু সুবাহু নামৰ দুজন দুৰ্জয় ৰাক্ষসৰ অত্যাচাৰত যজ্ঞ সমাপ্ত কৰিব নোৱাৰি অযোধ্যালৈ আহি ৰামচন্দ্ৰক ৰাক্ষস বধ কৰিবলৈ নিব বিচাৰে। পুত্ৰ স্নেহত ৰজা দশৰথে প্ৰথমে যদিও ৰামচন্দ্ৰক পঠিয়াবলৈ অমান্তি হয়। পিছত ঋষি বিশ্বামিত্ৰৰ ক্ৰোধ দেখি আৰু ৰাজ পুৰোহিত বশিষ্ঠৰ বুজনি মানি অৱশেষত ভাতৃ লক্ষ্মণৰ সৈতে ৰামক ৰাক্ষস বধ কৰিবলৈ বিশ্বামিত্ৰৰ লগত পঠিয়ায়। বিশ্বামিত্ৰ ঋষিৰ তপোবনলৈ যোৱাৰ পথত ৰামে তাড়কা ৰাক্ষসীক বধ কৰে। ৰামৰ বিক্ৰমত সন্তুষ্ট হৈ বিশ্বামিত্ৰই ৰাম-লক্ষ্মণক বৈষ্ণৱ অস্ত্ৰ, ব্ৰহ্ম অস্ত্ৰ, ৰূদ্ৰ অস্ত্ৰ, অগ্নিবাণ, গড়ুৰ বাণ, অৰ্ধচন্দ্ৰ, নাগপাশ, নিশাচক্ৰ আদি অনেক প্ৰকাশ অস্ত্ৰশিক্ষা দিবলৈ আগ্ৰহ কৰে।

নানা অস্ত্ৰ-শস্ত্ৰ মুনি দুইকো শিখাইলন্ত।
বিশ্বামিত্ৰ ঋষিৰ ভৈলন্ত দুয়ো শিষ্য।
অস্ত্ৰ শিখি দুয়ো ভাই মনত হৰিষ।। পদ — ৮৯৮

ৰাম-লক্ষ্মণৰ উপস্থিতিত সিদ্ধাশ্ৰমত বিশ্বামিত্ৰই যজ্ঞ আৰম্ভ কৰে। যজ্ঞ ধ্বংস

কৰিবলৈ আহোঁতে বহুতো ৰাক্ষসৰ লগতে সুবাহুৰ মৃত্যু হয়। ৰামৰ শৰত মাৰীচ মৃতপ্ৰায় হৈ বায়ু বাণৰ প্ৰভাৱত লঙ্কাত পতিত হয়। (পদ — ৯১৮, ৯১৯)। ঋষিসকলে তেতিয়া পৰম সন্তুষ্টিৰে যজ্ঞ সমাপন কৰে।

যজ্ঞ ৰক্ষা কৰি হিত কৰিলা আমাক।
উচিত প্ৰসাদ আৰে কি দিব তোমাক।। পদ - ৯৩৩

যজ্ঞ ৰক্ষা কৰাৰ কৃতজ্ঞতা স্বৰূপে ঋষি বিশ্বামিত্ৰই ৰামচন্দ্ৰক সীতাৰ স্বয়ম্বৰ সভালৈ লৈ যায়। এইখিনিতে সীতা দেৱীৰ ৰূপৰ সুন্দৰ বৰ্ণনাৰ লগতে স্বয়ম্বৰ সভাৰো বিশদ বিৱৰণ এটি পোৱা যায়।

স্বয়ম্বৰ সভালৈ যোৱাৰ বাটত ৰাম-লক্ষ্মণৰ সৈতে বিশ্বামিত্ৰই নিজৰ দেশ কান্যকুব্জত প্ৰৱেশ কৰে। ৰামৰ প্ৰশ্নৰ উত্তৰত বিশ্বামিত্ৰই নিজৰ পূৰ্বপুৰুষসকলৰ বৃত্তান্ত দাঙি দৰে। প্ৰসঙ্গক্ৰমে ৰামৰ প্ৰশ্নৰ উত্তৰত বিশ্বামিত্ৰই ঊনপঞ্চাশত বায়ুৰ উৎপত্তিৰ বিৱৰণ দাঙি ধৰে। ইয়াৰ পিছত ৰাম-লক্ষ্মণক লৈ বিশ্বামিত্ৰ মুনিয়ে গৌতমঋষিৰ তপোবনত প্ৰৱেশ কৰে। বিশ্বামিত্ৰৰ নিৰ্দেশক্ৰমে শাপগ্ৰস্তা অহল্যাক চৰণৰ স্পৰ্শৰে উদ্ধাৰ কৰে।

গৌতম ঋষিৰ শাপ লভিয়া প্ৰচণ্ড।
আছন্ত অহল্যা সতী হয়া শিলাখণ্ড।।
বিশ্বামিত্ৰে ৰামক বুলিয়া মৃদুভাৱে।
এহি শিলাখণ্ড ৰাম পৰশিয়ো পাৱে।।
শুনি ৰামে শিলে মাত্ৰ পৰশিলা পাৱ।
শাপ এৰাই অহল্যা ভৈলন্ত শুদ্ধ ভাৱ।। পদ — ১০৬৬-৬৭

ইয়াৰ পিছত ৰাম-লক্ষ্মণক লৈ ঋষি বিশ্বামিত্ৰই মিথিলা ৰাজ্যত প্ৰৱেশ কৰে। মিথিলাৰ ৰজা জনকে নিজৰ কন্যা সীতাৰ স্বয়ম্বৰ সভা মহা পয়োত্তেৰে আয়োজন কৰে আৰু হৰধনু যিয়ে গুণ লগাব সিয়ে সীতাক বিয়া কৰাব বুলি অঙ্গীকাৰ কৰে।

মৃগ মাৰি মহাদেৱে থাৱত আমাৰ।।
ধনু এৰি পূৰ্ব্বকালে গৈলা মহাশয়।
তাতে যিটোজনে গুণ দিবাক পাৰয়।।
ইটো লক্ষ্মীসম কন্যা বিহা দিবো তাত।
এহি অঙ্গীকাৰ ৰাজা কৰিলা সাক্ষাত।। পদ — ৯৫৪, ৯৫৫

সীতাৰ সেই স্বয়ম্বৰ সবাত উপস্থিত হোৱা কোনো ৰজা-মহাৰজাই হৰধনুত গুণ লগাব নোৱাৰিলে। অৱশেষত বিশ্বামিত্ৰ ঋষিৰ উপদেশ অনুসৰি ৰামচন্দ্ৰই অৱলীলাক্ৰমে ধনুত গুণ দিওঁতে ধনুখন মাজতে ভাঙি দুটুকুৰা হ'ল। পিছত সীতাই সুৱৰ্ণৰ মালাৰে ৰামক বৰণ কৰে —

ধনু ভাঙ্গিলন্ত ৰামচন্দ্ৰ মহাশয়।
আনন্দে প্ৰেমত নীৰ বহে নয়নৰ।
সুপ্ৰসন্ন বিধি বুলি উঠিলা সত্বৰ।।
সুৱৰ্ণৰ পুষ্পমালা হাতে তুলি লৈলা।
বিষ্ণুক বৰিবে যেন লক্ষ্মী সাজ ভৈলা।। পদ — ১২২৩, ১২২৪

হৰধনু ভাঙি সীতাক লাভ কৰিবলৈ অবা কোনো ৰজা-মহাৰজাই এই হৰধনুত গুণ লগাব নোৱাৰি সীতাক পত্নীৰূপে লাভ কৰিব নোৱাৰি ৰাম-লক্ষ্মণ আৰু সীতাক আক্ৰমণ কৰিবলৈ উদ্যত হ'ল।

তাকে দেখি লক্ষ্মণেও ৰজাসকলৰ লগত যুদ্ধ কৰিবলৈ অস্ত্ৰ তুলি ল'লে। দুয়োপক্ষৰ মাজত তয়াময়া যুদ্ধ আৰম্ভ হ'ল। অৱশেষত প্ৰতিপক্ষৰ ৰজাসকলে যুদ্ধত হাৰি ছত্ৰভংগ দিলে। যুদ্ধত জয়লাভ কৰি ৰাম-লক্ষ্মণ আহি ঋষি বিশ্বামিত্ৰৰ চৰণ চুই সেৱা কৰিলে। মুনিৰ আশীৰ্বাদত দুয়োজনৰ যুদ্ধক্লান্তি দূৰ হ'ল। এইদৰে প্ৰয়োজনতকৈ অধিকভাৱে মাধৱদেৱে যুদ্ধৰ দীঘল বৰ্ণনা এটা দাঙি ধৰিছে। ইয়াৰ পিছত ৰজা জনকে নিজৰ পুৰোহিত শতানন্দক সবিশেষ খবৰ দিবলৈ অযোধ্যালৈ পঠিয়ায়। জনকৰ আমন্ত্ৰণক্ৰমে ৰজা দশৰথে কুল পুৰোহিত বশিষ্ঠৰ সৈতে দুই পুত্ৰ ভৰত-শত্ৰুঘ্নক লৈ মিথিলাত আহি উপস্থিত হয়। পিছত ৰামচন্দ্ৰ সীতাৰ লগতে জনকৰ জীয়ৰী উৰ্মিলাৰ সৈতে লক্ষ্মণৰ আৰু জনকৰ ভাতৃ কুশধ্বজৰ দুগৰাকী কন্যা মাণ্ডৱী আৰু শ্ৰুতকীৰ্তিৰ সৈতে যথাক্ৰমে ভৰত আৰু শত্ৰুঘ্নৰ বিবাহ সম্পন্ন হয়।

বিবাহ সম্পন্ন কৰি অযোধ্যালৈ প্ৰত্যাৱৰ্তন কৰাৰ পথত পৰশুৰামে হৰধনু ভঙ্গ কৰাৰ কোপত ৰামৰ বাট ভেটি ধৰে। ৰামৰ বীৰত্ব পৰীক্ষাৰ বাবে নিজৰ ধনুত গুণ লগাবলৈ দিয়ে। ৰামচন্দ্ৰই পৰশুৰামৰ ধনুত গুণ লগাব পাৰিলে পৰশুৰামে পৰাজয় স্বীকাৰ কৰিব লাগিব বুলি কৈ ধনুত গুণ দিবলৈ আগবাঢ়ে।

শুনিয়া পৰশুৰামে ধনুখান দিলা।
শ্ৰীৰামে লগাইলা গুণ কৰি মহালীলা।। পদ — ১৪৩০

ইয়াৰ পাছত ৰামচন্দ্ৰই নিজৰ ধনুত বাণ জুৰি পৰশুৰামৰ স্বৰ্গপথ ছন্ন কৰে। পৰশুৰামেও শ্ৰীৰামচন্দ্ৰক স্বযং ঈশ্বৰৰ অৱতাৰ বুলি জানি অনেক প্ৰাৰ্থনা কৰে। ৰামৰ বিক্ৰম দেখি দশৰথ প্ৰমুখ্যে সকলো প্ৰজাই আনন্দ প্ৰকাশ কৰে। অৱশেষত সকলোবোৰ গৈ অযোধ্যাত উপস্থিত হয়। কৌশল্যা, সুমিত্ৰা আৰু কৈকেয়ীয়ে নানা মাঙ্গলিক অনুষ্ঠানৰ মাজেৰে পৰমানন্দৰে পুত্ৰ আৰু পুত্ৰ বধুসকলক গৃহ প্ৰৱেশ কৰোৱায়। ঋষি বিশ্বামিত্ৰক ৰজা দশৰথে অতিশয় মান সংকাৰ কৰি বিদায় দিয়ে। (পদ — ১৪৭৭)।

এইদৰে কিছুদিন অতিবাহিত হোৱাৰ পিছত ৰজা দশৰথে দুয়োকে মাতি আনি বুজাই-পৰাই মোমায়েকৰ দেশলৈ শিক্ষা অৰ্জনৰ বাবে পঠিয়াই দিয়ে আৰু ৰামচন্দ্ৰক

ৰজা পাতিবলৈ আযোজন কৰে।

পাচে দশৰথ ৰাজা ৰামক হৃষিষ মনে
ৰাজা পাতিবাক সাজ ভৈলা।।
এহিমানে আদিকাণ্ড যেন অমৃতৰ ভাণ্ড
সাঙ্গোপাঙ্গে ভৈল সমাপতি।
শুনিয়োক সাধুজন পুণ্য কথা ৰামায়ণ
ৰচিলা মাধৱ মূঢ়মতি।। পদ ১৪৮১

ইয়াৰ পিছতে মাধৱদেৱে ৰাম-নামৰ গুণ প্ৰকাশ কৰি আদিকাণ্ড ৰামায়ণৰ কাহিনীভাগৰ সামৰণি মাৰিছে।

মহাপুৰুষ শঙ্কৰদেৱ আৰু মহাপুৰুষ মাধৱদেৱৰ ৰচনাৱলীত মহাকাব্য ৰামায়ণৰ প্ৰভাৱ সীমাবদ্ধ। ভগৱান বিষ্ণুৰ পূৰ্ণ অৱতাৰ ভগৱান শ্ৰীকৃষ্ণৰ জন্ম-কৰ্মইহে তেওঁলোকৰ ৰচনাৱলীত মুখ্য স্থান পাইছে। দুয়োজন মহাপুৰুষে ৰামায়ণৰ কাহিনীৰ সৈতে সঙ্গতি ৰাখি ভক্তিধৰ্মৰ তত্ত্বমূলক উপদেশসমূহ সংযোগ কৰিছিল। গুৰুচৰিতত কোৱা হৈছে — 'তেহে আদ্যে উত্তৰা কৰিছে : কাপৰ গাৰি দৰে আগ গোৰ সমে ৰ'ল : উপদেশ আচুফুল হ'ল। আগে উপদেশ নাই শুভ শুভাহে আছিল আধ্যাত্ত (ছোট আত্তা দিছে)" (মহেশ্বৰ নেওগ, গুৰুচৰিত কথা, অনুচ্ছেদ ২৩৪)। মহাপুৰুষ মাধৱদেৱে কৰুণ ৰস প্ৰধান ৰামায়ণ মহাকাব্যখনি ভক্তিকাব্যলৈ উত্তৰণ ঘটাইছে। মাধৱদেৱে কাব্যৰ আৰম্ভণিতে বাসুদেৱ শ্ৰীকৃষ্ণক প্ৰণিপাত জনাইছে। ব্ৰহ্মামহেশ্বৰেও তেওঁৰ চৰণত প্ৰণিপাত জনাইছে।

"জয় জয় কৃষ্ণ দেৱ দৈৱকীনন্দন।
ব্ৰহ্মা হৰে যাৰ চৰণে বন্দন।।
আতি অন্ত্য জাতি তৰে যাৰ লৈলে নাম।
হেন কৃষ্ণ পদে কৰো সদায় প্ৰণাম।। পদ — ১
অনন্তৰে ব্ৰহ্মাদেৱে সেহি সময়ত।
সৰ্ব্বলোক হিত তেৰে চিন্তিয়া মনত।।
চৰাচৰ জগতৰ কুশল কাৰণে।
ৰামৰূপে অৱতাৰ হৈবা নাৰায়ণে।।" পদ — ১৮

ৰজা দশৰথৰ ঘৰত এই নাৰায়ণেই দেৱতাসকলৰ প্ৰাৰ্থনা ৰক্ষা কৰি চাৰি অংশে জন্ম লাভ কৰিছিল। ত্ৰিদশ দেৱতাই বিষ্ণুক কেনেদৰে স্তুতি কৰিছিল তাৰ দীঘলীয়া বৰ্ণনা মাধৱদেৱে দাঙি ধৰিছে, য'ত ভক্তিধৰ্মৰ কিছু তত্ত্বকথা সংযোগ কৰা হৈছে।

মায়াৰ অধীন আমি জীৱ নিৰন্তৰ।

তুমিসে কেৱলে মাত্ৰ মায়াৰ ঈশ্বৰ।।

কৰিয়ো কৰুণা মাত্ৰ একলেশ মান।
ত্ৰিদশ দেৱৰ হৌক দুখ পৰিত্ৰাণ।। পদ — ৫৭২, ৫৮৬

মায়াত মোহিত জীৱই ঈশ্বৰ তত্ত্ব লাভ কৰিব নোৱাৰে। যিহেতু সকলো জীৱ ঈশ্বৰৰ মাযাৰ অধীন, গতিকে মাযাৰ গৰাকী ঈশ্বৰৰ চৰণত শৰণ লৈ তেওঁৰ গুণানুকীৰ্ত্তনৰ দ্বাৰাহে মাযাৰ ইন্দ্ৰজাল ভেদ কৰি ঈশ্বৰক লাভ কৰিব পাৰি।

কেৱলে তোমাৰ পাৱে পশিয়া শৰণ।
তযু গুণ নাম কৰে শ্ৰৱণ কীৰ্ত্তন।।
সেহিসে মহন্ত জানে তযু ব্যৱহাৰ।
মোক্ষকো এৰিয়া ভজে চৰণ তোমাৰ।। পদ — ৫৭৩

ভগৱানে কোন সময়ত কোন ৰূপে কি কাৰ্য কৰে ব্ৰহ্মাইও তাৰ মৰ্ম নাপায়। সেইকাৰণে আন কোনে তেওঁৰ তত্ত্ব জানিব পাৰিব। আনকি, বেদেও তেওঁ যে অনাদি অনন্ত জগত নায়ক সেই তত্ত্বকেই প্ৰকাশ কৰিছে। যি বেদ ভগৱন্তৰ পৰাই উৎপত্তি হৈছে, সেই কথা মায়াৰ অধীন জীৱই উপলব্ধি কৰিব নোৱাৰে।

"তোমাত উপজি বেদে তোমাকেসে কয়।
মায়ায়ে মোহিত জীৱ তাক নেদখয়।" পদ — ৫৮৪

মায়াৰ ভ্ৰমত পৰি জীৱই নানা কৰ্মত লিপ্ত হৈ সংসাৰ বন্ধন ছেদ কৰিব নোৱাৰা হয়। যেতিয়ালৈকে জীৱই নাৰায়ণক নভজে তেতিয়ালৈকে কৰ্মবন্ধন এৰাব নোৱাৰে আৰু ঈশ্বৰক লাভ কৰিবলৈ সমৰ্থ নহয়। (পদ — ৫৮৫) এই ধৰ্ম-অৰ্থ-কাম-মোক্ষদাতা দেৱৰ বাহিৰে সংসাৰত কোনো নাই। (পদ — ৫৮০)

এনেদৰে মহাপুৰুষ মাধৱদেৱে আদিকাণ্ড ৰামায়ণত ভক্তিধৰ্মৰ কিছু তাত্ত্বিক কথা সংযোগ কৰিছে। দেৱতা সকলৰো আগোচৰ, যিজনৰ আদি, অন্ত, মধ্য নাই, যিজন শেষ সত্য সেই ভগৱানেই ৰামৰূপে অৱতাৰ ধাৰণ কৰিছিল।

যিটো দেৱ নাৰায়ণ সদাশিৱ সনাতন
নাহি আদি অন্ত মধ্য যাৰ।
দেৱে যাক নজানন্ত তেন্তে দেৱ ভগৱন্ত
ৰাম ৰূপে ভৈলা অৱতাৰ।। পদ — ১৭৪৭

এনেদৰে ৰামৰ অৱতাৰৰ কথা কৈ মাধৱদেৱে ৰাম অৰ্থাৎ বিষ্ণুৰ মহিমা প্ৰকট কৰি আদিকাণ্ড ৰামায়াণ সমাপ্ত কৰিছে। ❑

# মাধৱদেৱৰ নাটক আৰু নাট্য-ৰীতিৰ বৈশিষ্ট্য

অসমৰ নববৈষ্ণৱ ধৰ্ম আন্দোলনৰ গুৰি ধৰোঁতা মহাপুৰুষ শ্ৰীমন্ত শংকৰদেৱৰ শিষ্যসকলৰ ভিতৰত মহাপুৰুষ মাধৱদেৱ আছিল অন্যতম। শ্ৰীমন্ত শংকৰদেৱৰ ধৰ্মপ্ৰচাৰত তেওঁৰ ঘাই সহযোগী আছিল মাধৱদেৱ। মহাপুৰুষৰ চিন্তা আৰু আদৰ্শৰ অনুকৰণত মাধৱদেৱেও অসমৰ সাহিত্য আৰু সংস্কৃতি জগতখনলৈ যি অৱিহণা আগবঢ়াইছে সি শংকৰদেৱতকৈ কোনো গুণে কম নহয়। মাধৱদেৱৰ সমগ্ৰ সাহিত্যিক জীৱন আছিল শংকৰদেৱৰ আৰ্হিত প্ৰতিষ্ঠিত। সৰ্বমুঠ নখন নাট বা ঝুমুৰা মাধৱদেৱৰ নামত পোৱা যায়। তাৰে ভিতৰত (১) অৰ্জুন ভঞ্জন (২) চোৰধৰা (৩) পিম্পৰা গুচোৱা (৪) ভূমি লেটোৱা (৫) ভোজন বেহাৰ — এইকেইখন নিঃসন্দেহে মাধৱদেৱৰ ৰচনা বুলি জানিব পাৰি। ইয়াৰোপৰি চৰিত পুথিত মাধৱদেৱৰ ৰচনা বুলি উল্লেখ থকা নাটকেইখন (১) গোবৰ্দ্ধন যাত্ৰা (২) নৃসিংহ যাত্ৰা (৩) ৰামযাত্ৰা। কেইখনমান আকৌ মাধৱদেৱৰ ৰচনা হয়নে নহয় সেইবিষয়ে পণ্ডিতসকলে সন্দেহ কৰে। তাৰ ভিতৰত (১) ভূষণ হৰণ (২) কোটোৰাখেলা, (৩) ৰাস ঝুমুৰা, (৪) ব্ৰহ্মামোহন। 'কথাগুৰুচৰিত'ৰ বিৱৰণতে 'গোবৰ্দ্ধনযাত্ৰা' উৎসৱ বুলি অনুমান হয়। প্ৰকৃততে 'গোবৰ্দ্ধনযাত্ৰা' উৎসৱ বুলি অনুমান হয়। প্ৰকৃততে 'গোবৰ্দ্ধনযাত্ৰা' নাট নে উৎসৱ সেইকথাত সিদ্ধান্ত দিয়াৰ উপায় নাই। আনহাতে 'ভূষণ হৰণ' নাটখনিৰ বিষয় বস্তু, ৰচনাৰীতি আৰু কৃষ্ণ চৰিত্ৰৰ চিত্ৰণ মাধৱদেৱৰ নাট্যৰীতিৰ বেছি ওচৰ চপা। সেইকাৰণে (১) অৰ্জুন ভঞ্জন, (২) চোৰধৰা (৩) পিম্পৰা গুচোৱা (৪) ভূমি লেটোৱা (৫) ভোজন বেহাৰ (৫) ভূষণ হৰণ এইকেইখনহে মাধৱদেৱৰ ৰচনা বুলি ভাবিব পাৰি।

মহাপুৰুষ মাধৱদেৱৰ নাট বা ঝুমুৰা সমূহত বিল্বমঙ্গলৰ প্ৰভাৱ দৃষ্ট হয়। কাৰণ, এইবোৰৰ কাহিনীত প্ৰায়ে দেখা যায় বিল্বমঙ্গলৰ জোৰৰ প্ৰভাৱ। কিন্তু বিল্বমঙ্গলৰ বিষয়ে সঠিক তথ্য জনা নাযায়। দক্ষিণ ভাৰতৰ পৰম্পৰাগত বিশ্বাস মতে এওঁ আছিল তামিল অথবা মালয়ালম্ ভাষী অঞ্চলৰ লোক। কেৰালা অঞ্চলৰ বিশ্বাসমতে তেওঁ মালাবাৰ মুক্তিশাল (বৰ্তমানৰ মুক্তালাই) অঞ্চলৰ লোক। বাৰ বছৰ বয়সত সন্ন্যাস গ্ৰহণ কৰি এওঁ অন্ধ্ৰপ্ৰদেশৰ কৃষ্ণা জিলাৰ বেদাৰি পৰ্বতত কিছুকাল কটোৱাৰ কথাও জনা যায়।

আন কিছুমান পণ্ডিতৰ মতে এওঁ আছিল বিষ্ণুস্বামী সম্প্ৰদায়ৰ লোক। বিল্বমঙ্গলৰ সময়ৰ বিষয়েও পণ্ডিতসকলে বিভিন্ন মত পোষণ কৰে। বিল্বমঙ্গলৰ বিষয়ে মন

কৱিবলগীয়া কথা এয়ে যে সমগ্র ভাৰতে এওঁৰ ৰচনাসমূহ নানা ৰূপত সিঁচৰতি হৈ থকা পোৱা যায়। সম্ভৱ ৰামায়ণ মহাভাৰতৰ পিছত ইমান বিস্তৃতি লাভ কৰা সাহিত্য এইখনিয়েই। বংগদেশত এওঁৰ ৰচনাৱলীক কোৱা হয় 'বিল্বমঙ্গল কোষকাব্য' নাইবা 'শ্ৰীকৃষ্ণ স্তোত্ৰ'। পশ্চিম ভাৰতত এইবোৰৰ নাম 'বালগোপাল স্তুতি'। দক্ষিণ ভাৰতত এই ৰচনাৱলীক 'কৃষ্ণকৰ্ণামৃত নামেৰে জনা যায়। ইয়াৰ ৰচক লীলাশুক।

এই বিল্বমঙ্গলৰ ৰচনাৱলী কেনেদৰে অসমত প্ৰৱেশ কৰিলে সেইকথা সঠিক ভাৱে জানিব নোৱাৰি। মহাপুৰুষ শঙ্কৰদেৱে তেওঁৰ অতুলনীয় শিক্ষাৰ দ্বাৰা ভক্তি-কবিতাৰ প্ৰতি মানুহৰ আগ্ৰহ আৰু অনুৰাগ জগাই তুলিছিল। শঙ্কৰদেৱৰ প্ৰধান শিষ্য মাধৱদেৱৰ গীত আৰু নাট সমূহত 'কৃষ্ণকৰ্ণামৃত'ৰ যথেষ্ট প্ৰভাৱ দেখা যায়। মহাপুৰুষ শঙ্কৰদেৱৰ তিৰোধানৰ পিছত দীৰ্ঘকাল সাহিত্যিক জীৱন কটোৱা মাধৱদেৱে তেওঁৰ নাটসমূহত বিল্বমঙ্গলৰ ৰচনাৰ বালগোপালক প্ৰাধান্য দিছে। সেইবাবেই বাৎসল্যৰসেই তেওঁৰ ঝুমুৰা সমূহৰ প্ৰধান ৰস।

চোৰধৰা, পিম্পৰা-গুচোৱা, ভূমিলেটোৱা এই কেইখন ঝুমুৰা বা নাট 'কৃষ্ণ কৰ্ণামৃত'ৰ শ্লোকৰ পোনপটীয়া নাট্যৰূপ। 'অৰ্জুন-ভঞ্জন' নাটতো ইয়াৰ পাঁচটা শ্লোক ব্যৱহৃত হৈছে। 'পিম্পৰা-গুচোৱা' ঝুমুৰাৰ নামটো লোৱা হৈছে মূল স্তোত্ৰৰ 'পিপিলিকাপ নয়নম' শব্দৰপৰা। ঝুমুৰাসমূহত ভাগৱত পুৰাণৰ কাহিনীবো প্ৰকাশ দেখা যায়। অৰ্জুন-ভঞ্জনত 'হৰিবংশ'ৰ প্ৰভাৱ স্পষ্ট হৈ চকুত পৰে। তথাপিও নাট্যসমূহৰ কাহিনীত ভাগৱততকৈও বিল্বমঙ্গলৰ 'কৃষ্ণকৰ্ণামৃত'ৰ শ্লোকসমূহহে তেওঁৰ প্ৰিয় আছিল।

মহাপুৰুষ শঙ্কৰদেৱৰ আৰ্হিৰপৰা প্ৰায় আঁতৰি আহি মাধৱদেৱে সম্পূৰ্ণ নতুন আৰ্হিৰে এই নাট সমূহ ৰচনা কৰি নিজস্ব নাট্যকলাৰ নৈপুন্যৰ পৰিচয় দিয়ে। আনকি লোকনাট্যৰ লগতো তেওঁৰ ৰচনাৰ সাদৃশ্য নাই। ই এটা মাধৱদেৱৰ মৌলিক প্ৰতিভাৰ শ্ৰেষ্ঠতম নিদৰ্শন। নাটসমূহ নৃত্য-গীতেৰে ভৰপূৰ। শঙ্কৰদেৱৰ নাটসমূহৰ সৈতে মাধৱদেৱৰ নাট্যসমূহৰ ৰচনাৰীতিৰ যে পাৰ্থক্য আছে তাক আলোচনা কৰা হ'ল —

(১) মাধৱদেৱৰ নাটসমূহত পূৰ্ণ দৈৰ্ঘৰ কাহিনী নাথাকে। কাহিনীৰ বিকাশ দেখা নাযায়। উপ-কাহিনীও নাথাকে। আকৃতিৰ ক্ষুদ্ৰতাৰ বাবে ধ্ৰুপদী নাটৰ পঞ্চসন্ধিও ইয়াত চকুত নপৰে।

(২) একোটা অতি সামান্য ঘটনাক কেন্দ্ৰ কৰি কৃষ্ণলীলা পৰিৱেশন কৰা হৈছে।

(৩) গুৰুজনা শঙ্কৰদেৱৰ দৰে কেৱল 'ভাগৱত পুৰাণ' বা 'হৰিবংশ'ৰ আধাৰত মাধৱদেৱৰ নাট্যৰচনা গঢ় লৈ উঠা নাই। প্ৰধান ভাৱে 'কৃষ্ণ কৰ্ণামৃত' আৰু কম পৰিমাণে 'ভাগৱত'ৰ আখ্যানৰ ভিত্তিত মাধৱদেৱে ঝুমুৰা সমূহৰ ৰূপ দিছিল।

(৪) শঙ্কৰদেৱৰ নাটত যিদৰে 'ভটিমা' অন্যতম তেনেদৰে মাধৱদেৱৰ নাটত

ভটিমা কম। কেৱল 'ভোজন বেহাৰ' নাটতহে এটি ভটিমা পোৱা যায়। বাকী নাটসমূহত ভটিমা দেখা নাযায়।

(৫) মাধৱদেৱৰ ঝুমুৰাসমূহত শঙ্কৰদেৱৰ নাটত পোৱাৰ দৰে স্বৰচিত শ্লোক দেখা নাযায়। যি কেইটি শ্লোক আছে সেয়া বিল্বমঙ্গলৰ স্তুতি নাইবা ভাগৱত পুৰাণৰ পৰা সংগৃহীত। কাহিনীৰ মাজত থকা শ্লোকৰ সংখ্যা 'অৰ্জুন ভঞ্জন'ত তিনিটা, চোৰধৰা, ভূমি-লেটোৱা আৰু ভোজন-বেহাৰত একোটি শ্লোকহে দেখা যায়।

(৬) মাধৱদেৱৰ ঝুমুৰা বা নাট সমূহত শিশু কৃষ্ণৰ চৰিত্ৰ দেখা যায়। কিন্তু শঙ্কৰদেৱৰ নাটত যুৱক কৃষ্ণৰ চৰিত্ৰহে অঙ্কন কৰিছে।

(৭) শৃঙ্গাৰ আৰু বীৰৰসৰ প্ৰাধান্য নথকা মাধৱদেৱৰ নাটত শৃঙ্গাৰ আৰু বীৰৰসৰ স্থান নাই।

(৮) শঙ্কৰদেৱৰ নাটত নাৰী আৰু পুৰুষ চৰিত্ৰৰ সমানে প্ৰাধান্য দেখা যায়। কিন্তু মাদৱদেৱৰ নাটসমূহত নাৰী চৰিত্ৰৰহে প্ৰাধান্য বেছি। মাধৱদেৱৰ ৰচনাৰ শ্ৰেষ্ঠতম নাৰী চৰিত্ৰ হৈছে মাতৃ যশোদা।

(৯) মাধৱদেৱৰ নাটৰ ব্ৰজবুলী ভাষাৰ ৰচনৰ প্ৰায় সমান্তৰাল গতিত তাৰ অৰ্থবোধক গীত পৰিৱেশন। গীতৰ লগতে বালক কৃষ্ণৰ নৃত্যৰ অপূৰ্ব সমন্বয় দেখা যায়। পুৰণি অসমীয়া সাহিত্যত নৃত্য গীতি নাটিকাৰ এইয়া প্ৰথম আৰু উৎকৃষ্ট নিদৰ্শন।

(১০) শ্ৰীকৃষ্ণৰ চৰিত্ৰ চিত্ৰণত নাট্যকাৰে পৰমাৰ্থ তত্ত্বৰ গভীৰতা প্ৰদৰ্শনৰ প্ৰয়াস পৰিহাৰ কৰি এটা সাধাৰণ মানৱ শিশুৰ ৰূপত কৃষ্ণৰ চৰিত্ৰ দাঙি ধৰিছে। সেই শিশু কৃষ্ণৰ কৰ্মৰ অন্তৰালত গভীৰ পৰমাৰ্থ তত্ত্ব নিহিত হৈ আছে।

(১১) মাধৱদেৱৰ নাটসমূহ সাধাৰণতে গ্ৰাম্যজীৱনৰ পটভূমিত ৰচিত, সেইকাৰণে ইয়াত মানৱীয় অনুভূতি বিশেষ বিচাৰ্য বিষয় আৰু নিভাজ অসমীয়া কথিত ভাষাৰ প্ৰভাৱ মন কৰিবলগীয়া।

মাধৱদেৱে তেওঁৰ নাট্যৰীতিৰে সাধাৰণ নৰ-নাৰীকো আকৰ্ষিত আৰু আনন্দদায়ক কৰে। সুৰেৰে, গীতেৰে, নৃত্যেৰে ঐন্দ্ৰজালিক পৰিৱেশ সৃষ্টি কৰি মানৱৰ মন ছন্দিত মতলীয়া কৰি তোলে।

(১২) শঙ্কৰদেৱৰ নাটকতকৈ মাধৱদেৱৰ ঝুমুৰাসমূহত যোজনা আৰু জতুৱা ঠাঁচৰ প্ৰয়োগ বেছি। কিন্তু ব্যাকৰণৰ নিয়মাৱলীসমূহত মাধৱদেৱে গুৰু শঙ্কৰদেৱৰ ৰীতি অনুসৰণ কৰিছিল। এই ৰীতি পুৰণি অসমীয়া সাহিত্যৰ ব্যাকৰণ ৰীতিতকৈ পৃথক। প্ৰাচীন অসমীয়াত অপ্ৰচলিত দুই এটা ব্যাকৰণৰ পদ মাধৱদেৱৰ গীতত দেখা যায়।

(১৩) নাটসমূহৰ যোগেদি চতুৰালিৰে ভৰা শিশু কৃষ্ণৰ পৰমানন্দ লীলাৰ প্ৰকাশ মাধৱদেৱে সুন্দৰকৈ দাঙি ধৰিছে। এই প্ৰকাশ ইমান মনোৰম যে সুকুমাৰ কৃষ্ণৰ

ঘাই আকৰ্ষণ শিশুৰ চতুৰালিৰে সৃষ্টি কৰা হাস্যৰসৰ মুঠেই ব্যাঘাত ঘটা দেখা নাযায়। নাটকীয় কাহিনীৰ আদিতে আৰু সামৰণিতহে সাধাৰণতে কৃষ্ণৰ পৰমপুৰুষত্ব ঘোষণা কৰা হয়। আনহাতে নাৰী চৰিত্ৰৰ প্ৰধান ভূমিকাত থকা মাতৃ যশোদাক এগৰাকী আদৰ্শ মাতৃৰ ৰূপত দাঙি ধৰিছে। সাধাৰণ মাকৰ দৰেই যশোদাই কৃষ্ণক দুষ্টামি কৰোতে শাসন কৰিছে আৰু এগৰাকী দায়িত্বসম্পন্না গৃহিনীৰূপে ফুটি উঠিছে। মাধৱদেৱৰ যশোদাৰ মাজত বিশ্বজনীন মাতৃৰূপ প্ৰতিভাত হৈছে। যশোদাৰ মৰম এজন সাধকৰ ভক্তিৰ দৰে গভীৰ।

**মাধৱদেৱৰ নাটসমূহৰ চমু আভাস :**

(১) **অৰ্জুন ভঞ্জন :** মহাপুৰুষ মাধৱদেৱৰ নাট কেইখনৰ ভিতৰত 'অৰ্জুন ভঞ্জন' সৰ্বশ্ৰেষ্ঠ। ভাগৱতৰ দশম স্কন্ধৰ শিশু কৃষ্ণৰ যমলাৰ্জুন-ভঞ্জন লীলাৰ আধাৰত এটি পূৰ্ণাঙ্গ কাহিনীৰ আদি, মধ্য, অন্ত্যৰ মাজেদি নাট্যকলাৰ পূৰ্ণ বিকাশ ঘটাই নাটখনি ৰচনা কৰা হৈছে। ভাগৱতৰ দশম স্কন্ধ আৰু হৰিবংশৰ তেৰষষ্ঠিতম অধ্যায়ৰ কাহিনীৰ লগতে মিশ্ৰিত কৰা হৈছে বিশ্বমঙ্গলৰ কৃষ্ণকৰ্ণামৃতৰ শ্লোক।

এদিন যশোদাই দধিমন্থন কৰি থাকোতে শিশু কৃষ্ণই ওচৰতে খেলি আছিল। হঠাতে মাতৃৰ কোলাত সোমাই কৃষ্ণই গাখীৰ খাবলৈ ধৰিলে। কিন্তু ইফালে গাখীৰ উতলি পৰা যেন দেখি কৃষ্ণক কোলাৰপৰা নমাই যশোদা আঁতৰি যাব লগা হ'ল। স্তনপানৰপৰা বঞ্চিত কৃষ্ণৰ খং উঠিছে আৰু খঙতে দাঁত ওঁঠ কামুৰিবলৈ ধৰিছে। খঙতে কৃষ্ণই আঁৰি থোৱা দধি ভাণ্ড ভাঙি পেলাইছে আৰু ভঙা ভাণ্ডৰ পৰা বাগৰি অহা লৱণু পান কৰি আঁতৰি লুকাইছে। কৃষ্ণক বিচাৰি আহি যশোদাই দেখে যে উৰলৰ ওপৰত বহি কৃষ্ণই লৱণু চুৰি কৰাত লাগিছে আৰু লৱণু হাতেৰে চতিয়াই বান্দৰকো দিছে। নন্দৰাণী খঙত জ্বলি উঠিল আৰু হাতত এচাবি লৈ দুষ্ট কানাইক পিছে পিছে খেদিলে। কোনোমতে ধৰিব পাৰি যশোদাই বান্ধিবৰ কাৰণে জৰী আনিলে। কিন্তু কৃষ্ণক যশোদাই যিমানেই বান্ধিবলৈ চেষ্টা কৰে দুই আঙুল জৰী কম হয়। অতি মৰমৰ কৃষ্ণক বান্ধিবলৈ চেষ্টা কৰা দেখি ৰোহিণী প্ৰমুখ্যে গোপীসকলে যশোদাক নানা প্ৰকাৰে বাধা দিলে, যশোদা কিন্তু অটল। বাৰে বাৰে দুই আঙুল জৰী কম হোৱাত যশোদা ভাগৰি পৰা দেখি ভক্তবৎসল ভগবানে নিজে বান্ধ ল'লে। দুষ্ট কৃষ্ণক উৰলত বান্ধি কোনেও মুকলি কৰি নিদিবলৈ সকীয়াই যশোদা নিজ কামলৈ গ'ল। ইফালে কৃষ্ণইও উৰল চোঁচৰাই লৈ জৰীৰে সৈতে বগাই বাটচ'ৰা পাওঁলগৈ। তাতে দুজোপা যমল অৰ্জুনৰ মাজত পথালিকৈ লগা উৰালটো আঁজোৰ মাৰোতে গছ উভালি পৰিল আৰু শাপভ্ৰষ্ট হৈ থকা দুই কুবেৰ পুত্ৰ মণিগ্ৰীৱ আৰু নলকুবেৰে মুক্ত হৈ তেওঁক বন্দনা কৰিলে। বিনা

কাৰণে দুজোপা গছ উভালি পৰাৰ শব্দ শুনি গোৱাল সকল দৌৰি আহি দেখে যে বন্ধনেৰে সৈতে স্বয়ং কৃষ্ণ। মৰমৰ পুত্ৰৰ তেনেদশা দেখি নন্দৰজাই কৃষ্ণক কোলাত তুলি ভিতৰলৈ লৈ গ'ল। তাৰ পিছত নন্দ যশোদাৰ মাজত এখন গৃহযুদ্ধৰ আৰম্ভ হয়।

এই নাটখনিৰ প্ৰধান ৰস ভক্তি আৰু হাস্য। লগতে আছে পৰম পুৰুষৰ লোকলীলাত উদ্ভৱ হোৱা বিস্ময় ৰস।

'অৰ্জ্জুন ভঞ্জন'ৰ কাহিনী উপস্থাপনত দুটি স্তৰ দেখা যায়। মানৱীয় লৌকিক স্তৰ আৰু অলৌকিক পৰমাৰ্থিক স্তৰ। সূত্ৰধাৰৰ বচনৰ মাজেদি, শ্ৰীকৃষ্ণৰ স্বগতোক্তিৰ মাজেদি অৰ্জুন-ভঞ্জনৰ পৰমাৰ্থিক স্তৰ দৰ্শক মণ্ডলীৰ বোধগম্য হয়। আনহাতে লৌকিক স্তৰৰ কাহিনী দৰ্শকৰ দৃষ্টিত হাস্যাস্পদ হৈ পৰে। লৌকিক স্তৰত যশোদাই আৱৰ্তনিৰপৰা শেষলৈ নিজৰ কৰ্তৃত্ব সাব্যস্ত কৰি নিজকে গৌৰৱান্বিত বুলি ভাবে কিন্তু ভগৱৎ দৃষ্টিত তথা ভগৱৎ প্ৰেমৰ ভক্তসকলৰ দৃষ্টিত যশোদাই পৰাজয়ৰ গ্লানি বহন কৰে। ভাগৱতৰ এনে সৰল কাহিনীত এনে অপূৰ্ব সংঘাত সৃষ্টি কৰি মাধৱদেৱে নাট্যকলা নৈপুণ্যৰ পৰিচয় দিয়ে।

অৰ্জুন ভঞ্জনত কৃষ্ণ প্ৰধান চৰিত্ৰ, আন চৰিত্ৰসমূহো জীৱন্ত, প্ৰাণৱন্ত আৰু নিজ অধিকাৰ সচেতন। যশোদা আদৰ্শ মাতৃ, পত্নী আৰু গৃহিণী। কৃষ্ণৰ চৰিত্ৰৰ লৌকিক অলৌকিক ৰূপত অংকণ কৰাত নাট্যকাৰ সফল হৈছে। কৃষ্ণৰ পৰম পুৰুষত্বৰ ঘোষণা এইখনি ঝুমুৰাতে অধিকভাৱে দেখা যায়। লক্ষণৰ ফালৰপৰা এইখনি পূৰ্ণাঙ্গ অংকীয়া নাটৰ ওচৰ চপা বুলি ক'ব পাৰি। মাধৱদেৱৰ নাটসমূহৰ ভিতৰত আটাইতকৈ দীঘল এইখনি ঝুমুৰাৰ চৰিত্ৰ চিত্ৰন বৰ নিখুঁত। অৰ্জুন ভঞ্জনত আৰম্ভণিৰপৰা শেষলৈকে কেইবাটিও গীত সংযোজিত হৈছে। এই গীতসমূহ মাধৱদেৱৰ স্বকীয় বৈশিষ্ট্য, গীত সমূহে দুটি কাৰ্য সম্পাদন কৰে — প্ৰথমতে নাট্য কাহিনী বোধগম্য কৰাই দৰ্শকৰ হৃদয়ত গভীৰ ৰেখাপাত কৰে আৰু দ্বিতীয়তে, নাটৰ কাহিনীৰ অগ্ৰগতিত ইন্ধন যোগায়। এনে গীতৰ সংখ্যা মুঠতে আঠোটা। গীতৰ উপৰিও নাটকখনিত ছটা সংস্কৃত শ্লোক আছে। এই শ্লোক কেইটিৰ দ্বাৰা কৃষ্ণৰ ৰূপ আৰু অৱতাৰী লীলাৰ স্বৰূপ প্ৰকাশ কৰা হৈছে।

ভাগৱতৰ কাহিনীভাগত কৃষ্ণৰ শিশুলীলাৰ পৰমাৰ্থিক আনন্দ চিৰ অনুভূত হয়। নন্দ যশোদা, গোপ-গোপী, গোপবালক সকলো কৃষ্ণ প্ৰেমত ব্যাকুল। বালকৃষ্ণৰ কৰ্মই সকলোকে আনন্দ দান কৰে। কিন্তু 'অৰ্জুন ভঞ্জন'ত কাহিনী ভাগ সাংসাৰিক মানৱ জীৱনৰ হৰ্ষ-বিষাদ, বিশ্বাস-অবিশ্বাস, মান-অভিমান, ঠেহ-পেচ, বাৎসল্য প্ৰেম, ভগৱৎ প্ৰেম আদিৰ মাজেদি সজাই-পৰাই তোলা হৈছে। ভাগৱতৰ অলৌকিক কাহিনীৰ পৰমাৰ্থ তত্ত্ব, সূত্ৰধাৰৰ বচন আৰু কৃষ্ণৰ স্বগতোক্তিৰ মাজেদি তুলি ধৰি সাধাৰণ কাহিনী সম্পূৰ্ণ

মানৱীয় ভৱত স্বাভাৱিকভাৱে উপস্থাপন কৰিব পৰাটো নাট্যকাৰ মাধৱদেৱৰ পৰম সাৰ্থকতা। 'অৰ্জ্জুন-ভঞ্জন'ত মাধৱদেৱে এই পৰমাৰ্থ তত্ত্বৰ এটি প্ৰতীতি ৰূপ দাঙি ধৰি নিজকে পৰম তাত্ত্বিক নাট্যকাৰ ৰূপত পৰিচয় দিছে। নাটৰ শীৰ্ষ বিন্দুত কৃষ্ণ বন্ধন কৰ্মই ভগৱৎ প্ৰেম আৰু ভক্তিৰ শ্ৰেষ্ঠত্ব নিৰূপন কৰিছে। ভগৱৎ প্ৰেমে ঈশ্বৰৰ বন্ধন আৰু জীৱৰ মুক্তিৰ সূচনা কৰে। এই বন্ধন আৰু মুক্তি 'অৰ্জ্জুন ভঞ্জন'ৰ মূল কথা।

### (২) চোৰধৰা ঃ

মহাপুৰুষ মাধৱদেৱৰ শ্ৰেষ্ঠ ক্ষুদ্ৰাৱয়ৱী নাট 'চোৰধৰা' নান্দীশ্লোকেৰে আৰম্ভ হৈছে। ইয়াৰ লগতে মাধৱদেৱে মিশ্ৰণ কৰিছে লৱণু-চুৰিৰ কাহিনী। এদিন কোনো এগৰাকী গোপীৰ ঘৰত লৱণু চুৰ কৰি থকা অৱস্থাতে কৃষ্ণ হাতে-লোটে ধৰা পৰিল। ঘৰৰ গৃহিনী গৰাকীয়ে চোৰ ধৰিব পাৰি আন গোপীসকলক মাতিলে। কানাইয়েও বিপদত পৰি বন্ধুসকলক উদ্ধাৰৰ বাবে মাতিবলৈ ধৰিলে। লগৰীয়া সকল আহি পোৱাত কানাইৰ শক্তি বাঢ়িল। তেওঁ লগৰীয়াসকলক ক'লে যে ৰাজপথত খেলি থকাৰপৰা চোৰ ধৰি আনিছে। গতিকে গোপীসকলৰ সেই কথা মাতৃ যশোদাৰ আগত জনাব বুলি কৈছে। কৃষ্ণই গোপীসকলকো নেৰে। উপায়ন্তৰ হৈ গোপীসকলে কৃষ্ণক লৱণু খাবলৈ দিলে। কৃষ্ণই লৱণু খাবলৈ ধৰিলে আৰু গোপীৰ অনুৰোধ ৰাখি নানাবিধ কৌতুক নৃত্য কৰি সকলোকে আনন্দ দিবলৈ ধৰিলে। ইফালে যশোদাই পুৱাতে ওলাই গৈ গধূলি সময়লৈকে ঘূৰি নহা কানাইক বিচাৰি তেওঁ চিন্তাত বাউলি হ'ল। শেষত এগৰাকী গোপীৰপৰা কৃষ্ণৰ সম্ভেদ পাই যশোদাই নাচি থকা অৱস্থাতে কানাইক পালেহি। পুত্ৰক পাই যশোদাৰ শান্তি আহিল। কৃষ্ণইও কান্দি কান্দি মাকক গোপীসকলৰ বৃত্তান্ত ক'লে। সেই কথা শুনি যশোদাই গোপীসকলক গালি পাৰি পুত্ৰক বুজনি দি পুত্ৰক লৈ নিজ গৃহলৈ গুচি আহিল।

'চোৰধৰা'ৰ কৃষ্ণ নৃত্যক ৰাস নৃত্যৰ পূৰ্বপ্ৰস্তুতি বুলি ক'ব পাৰি। সূত্ৰধাৰৰ বচন আৰু বৰগীতৰ মূৰ্চনাৰ মাজেদি কৃষ্ণৰ অৱতাৰী লীলা তত্ত্বক দাঙি ধৰা হৈছে। কাহিনীটোত কৌশলেৰে কৃষ্ণৰ মহিমা ব্যক্ত কৰা হৈছে। গোপীয়ে কৃষ্ণক লৱণু দিয়া কাৰ্য পৰমাৰ্থিক দিশত তাৎপৰ্যপূৰ্ণ। কৃষ্ণক চোৰ বুলি অপযশ দিয়োটো মায়াৰ কৰ্ম। কৃষ্ণই এই মায়াৰপৰা মানৱক মুক্ত কৰিলেহে ভগৱৎ প্ৰেম সম্ভৱ হৈ উঠে।

### (৩) পিম্পৰা গুচোৱা ঃ

মহাপুৰুষ মাধৱদেৱৰ 'পিম্পৰা গুচোৱা' নাটখনিৰ বচন আৰু গীতৰ সমান্তৰাল আৰ্হি 'ভূমিলেটোৱা' নাটৰ অনুৰূপ। নান্দী শ্লোকেৰে নাটখনি আৰম্ভ হৈছে। শ্লোক কেইটিৰ বিষয় বস্তু হ'ল লৱণু চুৰ কৰিবলৈ গৈ ধৰা পৰি নিজৰ ঘৰ বুলি ভুল কৰা কথাৰে আৰু পিম্পৰা গুচোৱাৰ মিথ্যা বচনেৰে ছলনা কৰা কৃষ্ণৰ ছবি প্ৰকাশিত হৈছে। দ্বিতীয়তে

কৃষ্ণৰ মুখত লৱণুৰ গোন্ধ, বচনত চতুৰতা, নয়নত ছলনাময় অশ্ৰু আৰু চৰণত চঞ্চল নৃত্যৰ ভঙ্গীৰে নন্দ কুমাৰৰ ৰূপ। 'পকৰাবোৰ কলহত সোমাই লৱণু নাশ কৰা দেখি সিহঁতক গুচাবৰ কাৰণেহে কলহত হাত দিছো'। গোপীয়ে সেই কথা মানি লৈছে। কিন্তু "নিদ্ৰাক বালক কিসক জগাৱল?" বুলি গোপীয়ে পুনৰায় প্ৰশ্ন কৰিছে। ইয়াৰ উত্তৰত কৃষ্ণই কৈছে "ওহি বালক সমে ধেনু ৰাখলো। হামাৰ এক বাছুৰ নাহি পাৱত। তাহেক পুছিতে ওহি বালক জগাৱলোঁ।" কৃষ্ণই লৱণু খাই নিজক বচাই ওলোৱাটোকে গোপীকহে চোৰ ধৰিছে। মাতৃ যশোদাক সকলো গোচৰ দাঙি ধৰিছে। গোপীসকলৰ অভিযোগ শুনি যশোদাই লজ্জা বোধ কৰিছে আৰু কৃষ্ণক গোৱালীৰপাৰালৈ যাবলৈ হাক দিছে। এই অভিযোগবোৰ সামৰি মাতৃ যশোদাৰ দুঃখ আৰু গালি-শপনি প্ৰকাশ কৰি নাট্যকাৰে এটি প্ৰাণস্পৰ্শী বৰগীত ৰচনা কৰিছে।

"যাদৱ নাযায়ো নাযায়ো তুমি গোৱালীৰ পাড়া'।
কতনো সহিবো মঞি তোমাৰ ৰগড়া।"

•মুঠে 'পিম্পৰা গুচোৱা' নাট কৃষ্ণ চাতুৰীৰ চূড়ান্ত অভিব্যক্তি। নাটখনিয়ে দৰ্শক মণ্ডলীক বিমল আনন্দ প্ৰদান কৰে। কৃষ্ণৰ চাতুৰীয়ে নাটক খনিক হাস্যৰসৰপৰা ভক্তিৰসলৈ লৈ যায় আৰু যশোদা সম্বন্ধিতে দৰ্শকক কৃষ্ণ ভক্তি ৰসত নিমজ্জিত কৰে। মহাপুৰুষ মাধৱদেৱে কৃষ্ণৰ মহিমা প্ৰকাশ কৰাৰ লগতে কৃষ্ণক মানৱীয় ভাৱৰ সৈতে সামঞ্জস্য ৰাখিবলৈ চেষ্টা কৰাহে।

## (৪) ভূমি লেটোৱা ঃ

মহাপুৰুষ মাধৱদেৱৰ গীতি নাট 'ভূমি লেটোৱা' এটি নান্দী শ্লোকেৰে আৰম্ভ হৈছে। আৰম্ভণীৰপৰা শেষলৈকে নাট্য-কাহিনী গীত আৰু বচনৰ চমৎকাৰিত্ব দেখা যায়। কৃষ্ণৰ আবিৰ্ভাৱ পৰিস্থিতি আৰু বাল্য ৰাস-ক্ৰীড়াৰ আভাস দাঙি ধৰা হৈছে। সূত্ৰৰ বচনৰ মাজেদি দৰ্শকমণ্ডলীৰ আগত কৃষ্ণৰ কৰ্মৰ খতিয়ান আগবঢ়োৱা হৈছে। যশোদা আৰু কৃষ্ণৰ কৰ্মৰ খতিয়ান আগবঢ়োৱা হৈছে। যশোদা আৰু কৃষ্ণৰ কথোপকথন সমান্তৰাল গতিত গীতাংশ আগবাঢ়িছে। নাট্য-কাহিনী প্ৰদৰ্শনৰ এই অভিনৱত্ব মাধৱদেৱৰ এটি বৈশিষ্ট্য। উল্লেখযোগ্য যে নাটখনিৰ চৰিত্ৰ মাত্ৰ দুটি। চতুৰ বালক কৃষ্ণ আৰু সৰল মাতৃ-যশোদা, নাটৰ কাহিনীভাগ অতি সামান্য। অথচ, ই অতীৱ চিত্তাকৰ্ষক আৰু গভীৰ দাৰ্শনিক তত্ত্বৰ পৰিচায়ক। বাল-কৃষ্ণৰ চুৰি-চাতুৰ্য আৰম্ভণি হৈছে নিজ গৃহতে। কৃষ্ণই চুৰ কৰি খীৰ লৱণু খাই মাতৃ যশোদালৈ ভয় কৰিছে। কাৰণ ধৰা পৰিলে যশোদাই তেনেই নেৰে। চুৰি কৰি চতুৰালি দেখুৱাইছে। হাতৰ কণী দুকুৱাই যে খীৰ লৱণু ভাত মাটিত লুটিয়াই কৃষ্ণই কান্দি আছে। এই নাটকীয় কৰ্মৰ লগে লগে বচন আৰু গীত সমান্তৰাল ভাৱে আগবাঢ়িছে আৰু নাটৰ শেষ পৰ্যন্ত এই গতি অব্যাহত আছে। কৃষ্ণৰ ক্ৰন্দন আৰু

যশোদাৰ সান্ত্বনাৰ মাজেদি চুৰি চাতুৰী ৰস হাস হাস্যৰসলৈ ৰূপান্তৰিত হৈ দৰ্শক মণ্ডলীক বিমল প্ৰদান কৰিছে। বিল্বমঙ্গলৰস্তোত্ৰৰ আধাৰত ৰচিত এইখনি ঝুমুৰাত শিশুকৃষ্ণৰ চাতুৰিৰ মনোমোহা ছবি দেখা যায়।

**(৫) ভোজন বেহাৰ :**

ভাগৱত পুৰাণৰপৰা লোৱা কাহিনীৰ আধাৰত ৰচিত এইখনি এখনি ক্ষুদ্ৰাকৃতিৰ নাট। শিশু কৃষ্ণই কোনো এদিন তেওঁৰ গৰখীয়া সকলৰ লগত বনভোজৰ আয়োজন কৰিছে। যমুনাৰ তীৰত পদ্মগন্ধেভৰা বতাহ আৰু সুকোমল বালিত বহি তেওঁলোকে নৃত্য-গীত আৰু ধেমালিৰ মাজেদি ভোজন কৰিবলৈ ধৰিলে। গোপ শিশুসকলৰ মাজত শিশু কৃষ্ণৰ শোভা প্ৰকাশ পালে। এনে সময়তে ব'ৰাগীৰ বেশ ধৰি নাৰদ মুনি উপস্থিত হ'ল। শিশুসবৰ পৰা প্ৰসাদ খুজি খাই তেওঁ উপলব্ধি কৰিলে যে সপ্ত বৈকুণ্ঠ, অনন্তশয্যা আৰু পাতাল ক'তো বিচাৰি নোপোৱা পূৰ্ণ ব্ৰহ্ম ভগৱান আছে গৰখীয়াৰ লগত। আশ্চৰ্য মানি নাৰদ মুনি আঁতৰি গ'ল। তাৰ পিছতে দূৰলৈ আঁতৰি যোৱা গো বৎস চপাই আনিবৰ বাবে কৃষ্ণও দূৰলৈ গ'ল। কিন্তু উভতি আহি দেখে যে এজনো গোপ শিশু আগৰ ঠাইত নাই। শিশুসকলক নেদেখি কৃষ্ণই বিলাপ কৰিবলৈ ধৰিলে। ঝুমুৰাখনিৰ সামৰণি আকস্মিক।

নাটখন দেখাত অতি চমু আৰু ব্ৰহ্মামোহন ঝুমুৰাখনি ইয়াৰ পৰিপূৰক যেন লাগে। কাহিনী অতি চমু হ'লেও এইখন অসম্পূৰ্ণ নহয়। নাটত নাৰদৰ আগমন আৰু কৃষ্ণস্তুতি প্ৰদৰ্শন কৰা হৈছে। কাহিনী চমু হোৱাৰ কাৰণে নাৰদৰ চৰিত্ৰটি সংযোজন কৰা যেন লাগে। তদুপৰি ভোজন বেহাৰ লীলাৰ তাৎপৰ্য নাৰদৰ প্ৰসাদ গ্ৰহণৰ মাজেদি সদৰি কৰা হৈছে। নান্দীশ্লোক, ভটিমা, সূত্ৰধাৰৰ বচন আৰু গীত এই চাৰি বস্তুৰ সাৰ্থক পৰিবেশনৰ মাজেদি অতি কম নাটকীয় বচনৰ মাজেদি ভাগৱতৰ কাহিনীভাগৱত নাট্যৰূপ দান কৰা হৈছে। ভটিমা আৰু গীতৰ দ্বাৰা ভোজন পৰিবেশ সৃষ্টি কৰা হৈছে। প্ৰকৃতাৰ্থত 'ভোজন বেহাৰ' এখনি গীতি নাট্য। ইয়াত এটি ভটিমা, তিনিটা দীৰ্ঘাবয়বী গীত আৰু তিনিটা সংস্কৃত শ্লোকে নাটকৰ অধিক অংশ অধিকাৰ কৰিছে। সূত্ৰৰ বচনে কৃষ্ণ আৰু বালকসবৰ বন গমন, ভোজন-বেহাৰ, নাৰদৰ আগমন, পৰিস্থিতি, কৃষ্ণৰ গোবৎসৰ অন্বেষণ, গোবৎস আৰু গোপবালকসবক ব্ৰহ্মাৰ দ্বাৰা হৰণ কাৰ্যৰ আভাস আৰু কৃষ্ণৰ বিলাপ কাৰ্য দৰ্শক মণ্ডলীক অৱগত কৰে।

মুঠতে 'ভূমি লেটোৱা', 'পিম্পৰা গুচোৱা' আৰু 'চোৰধৰা'ক কৃষ্ণৰ চুৰি চাতুৰী কৰ্ম বিষয়ক একেটি কাহিনীৰ আধাৰত গঠিত নাট বুলি ক'ব পাৰি। এই নাটসমূহৰ প্ৰধান বৈশিষ্ট্য হৈছে — মাতৃৰ বাৎসল্য প্ৰেমৰ চিৰন্তন মানবীয় অনুভূতিৰ মাজেদি বিকশিত হৈছে। তিনিওখন গীতি-নাট। কিন্তু শেষৰখনি গীত নৃত্য-নাট। কৃষ্ণই ভক্তৰ

মায়া মোহ (লৱণু চুৰি) হৰণ কৰি পৰমানন্দ প্ৰদান কৰে। সেয়েহে কৃষ্ণই লৱণু চুৰি কৰি গোপীসৱক মায়া মোহৰপৰা উদ্ধাৰ কৰিছে।

গতিকে উক্ত আলোচনাৰপৰা দেখা যায় যে মহাপুৰুষ শঙ্কৰদেৱৰ নাটসমূহৰ তুলনাত ঝুমুৰাবোৰ অৱয়ৱত ক্ষুদ্ৰ যদিও এইবোৰৰ আবেদন বেছি গভীৰ। মাধৱদেৱৰ সমগ্ৰ ৰচনাতে কৃষ্ণ ভক্তিৰ মাহাত্ম্য প্ৰকাশিত হৈছে।

মাধৱদেৱে মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰদেৱৰ নাট্য-ৰীতিৰ আদৰ্শ অনুসৰি নাট প্ৰণয়ন কৰিছিল সঁচা, কিন্তু মাধৱদেৱে নিজস্ব কবিত্ব প্ৰতিভাৰ দ্বাৰা নাটসমূহত নতুনত্ব প্ৰদান কৰিবলৈ চেষ্টা কৰিছিল। মাধৱদেৱৰ নাট্য-ৰীতিৰ প্ৰথম বৈশিষ্ট্য পৰিলক্ষিত হয় নাটৰ শ্ৰেণীবিভাগৰ ক্ষেত্ৰত। মহাপুৰুষ শঙ্কৰদেৱে তেওঁৰ নাটকেইখনক 'যাত্ৰা' বা 'নাটক' নামেৰে অভিহিত কৰিছে। ইয়াৰ বিপৰীতে মাধৱদেৱে 'অৰ্জুন-ভঞ্জন'ৰ বাহিৰে তেওঁৰ আন নাট কেইখনিক 'ঝুমুৰা' আখ্যা দিছে। যেনে — 'ইতি চোৰধৰা ঝুমুৰা সমাপ্তম্', 'ইতি পিম্পৰা গুচুৱা ঝুমুৰা সমাপ্তম্।' মাধৱদেৱৰ বাহিৰে অন্য বৈষ্ণৱ কবি বা নাট্যকাৰে ঝুমুৰা প্ৰণয়ন কৰা প্ৰমাণ পোৱা নাযায়। সাধাৰণতে সম্পূৰ্ণ ঘটনা বা পৰিপূৰ্ণ কাহিনী সম্বলিত নাটকক 'যাত্ৰা' বা 'নাট' বোলা হয়। আৰু ইয়াৰ বিপৰীতে ক্ষুদ্ৰ বা স্বল্প পৰিসৰ বিশিষ্ট কথাবস্তু সম্বলিত নাট, ঝুমুৰা নামে খ্যাত।

মাধৱদেৱৰ নাটকৰ দ্বিতীয় বৈশিষ্ট্য পৰিলক্ষিত হয় তেখেতৰ নাটকৰ মূলৰ ক্ষেত্ৰত। মহাপুৰুষ শঙ্কৰদেৱ, গোপাল আতা, ৰামচৰণ ঠাকুৰ, দ্বিজভূষণ, দৈত্যাৰি ঠাকুৰ আদি নাট্যকাৰসকলৰ নাটৰ কথাবস্তু 'ভাগৱত-পুৰাণ'ৰপৰা লোৱা হৈছে, শঙ্কৰদেৱৰ 'ৰাম-বিজয়' নাট ইয়াৰ ব্যতিক্ৰম। এই নাটৰ কাহিনীভাগ মহাকবি বাল্মীকিৰ মহাকাব্য ৰামায়ণৰপৰা লোৱা হৈছে।

মাধৱদেৱৰ দুখন নাটৰ ভিতৰত মাত্ৰ 'অৰ্জুন-ভঞ্জন' নাটৰ কথাবস্তুহে 'ভাগৱত-পুৰাণ'ৰপৰা গ্ৰহণ কৰিছে। বাকী পাচোঁখন নাটৰে মূল বা বিষয়বস্তু 'ভাগৱত-পুৰাণ' নাইবা অন্য পুৰাণ অথবা ৰামায়ণ-মহাভাৰত আদিৰ ওপৰত প্ৰতিষ্ঠিত নহয়। 'চোৰধৰা', 'পিম্পৰা গুচুৱা' 'ভূমি-লেটোৱা', আদি নাটৰ বিষয়বস্তু লীলাশুকৰ 'কৃষ্ণকৰ্ণামৃত' গ্ৰন্থৰ পৰা লোৱা হৈছে।

বিষয়বস্তু পৰিৱেশনৰ ক্ষেত্ৰতো মাধৱদেৱৰ নাটত বিশেষত্ব লক্ষ্য কৰা যায়। 'অৰ্জুন-ভঞ্জন' নাটেই মহাপুৰুষ মাধৱদেৱৰ প্ৰথম নাট। শঙ্কৰদেৱ জীৱিত থকা কালতেই মাধৱদেৱে এই নাটখন প্ৰণয়ন কৰে। সেয়েহে মাধৱদেৱে গুৰু শঙ্কৰদেৱৰ দ্বাৰা প্ৰৱৰ্তিত নাট্যৰীতি আৰু কলা-কৌশলৰ আবেষ্টনী ভঙ্গ কৰিবলৈ প্ৰয়াস নকৰি, শঙ্কৰদেৱৰ নাট্যাদৰ্শ অনুসৰি 'অৰ্জুন-ভঞ্জন' ৰচনা কৰে। এই নাটখনিৰ বাহিৰে বাকী কেইখন ঝুমুৰা শঙ্কৰদেৱৰ তিৰোধানৰ পিছত প্ৰণয়ন কৰা হেতু এই ঝুমুৰা কেইখনিত শঙ্কৰদেৱৰ দ্বাৰা প্ৰদৰ্শিত

নাট্যৰীতিৰ পূৰ্ণ প্ৰতিফলন পৰিদৃষ্ট নহয়। কিন্তু মাধৱদেৱৰ বাহিৰে অন্য বৈষ্ণৱ নাট্যকাৰৰ নাটত শঙ্কৰদেৱৰ নাট্যৰীতি আৰু আঙ্গিকৰ স্পষ্ট প্ৰতিফলন লক্ষ্য কৰা যায়। গতিকে এই নাট্যকাৰসকলৰ নাট্যৰীতি আৰু আঙ্গিকত কোনো বিশেষত্ব লক্ষ্য কৰা নাযায়। কেৱল মাধৱদেৱহে ইয়াৰ ব্যতিক্ৰম।

মহাপুৰুষ শঙ্কৰদেৱ, গোপাল আতা, আদি নাট্যকাৰসকলৰ নাটত কৃষ্ণ-লীলা বা ৰামলীলা বিশেষকৈ তেওঁলোকৰ যৌৱন লীলা একোটা কাহিনীৰ ভেটিত ৰূপায়িত হৈছে। মহাপুৰুষ শঙ্কৰদেৱৰ 'ৰুক্মিণী হৰণ', 'পাৰিজাত হৰণ' আদি নাটত কৃষ্ণৰ যৌৱন লীলা আৰু 'কালিয় দমন', 'পত্নী প্ৰসাদ' আদি নাটত কৃষ্ণৰ বাল্য-লীলা আৰু 'ৰাম বিজয় নাট'ত ৰামৰ যৌৱন লীলা বৰ্ণিত হোৱা দেখা যায়। তেনেদৰে গোপাল আতাৰ 'জন্মযাত্ৰা', উদ্ধৱ সংবাদ, ৰামচৰণ ঠাকুৰৰ 'কংসবধ' দৈত্যাৰি ঠাকুৰৰ 'নৃসিংহ যাত্ৰা' 'স্যমন্ত হৰণ' আদিত শ্ৰীকৃষ্ণৰ বিভিন্ন বয়সৰ ঘটনাৱলীৰ বৰ্ণনা পৰিলক্ষণীয়। এইদৰে মাধৱদেৱৰ বহিৰে অন্য নাট্যকাৰৰ বিভিন্ন নাটৰ বিষয়বস্তুৰ ওপৰত দৃষ্টি নিক্ষেপ কৰিলে দেখা যায় যে, তেখেতসকলৰ নাট্য কল্পনা কৃষ্ণৰ কোনো এটা নিৰ্দ্ধাৰিত বয়সৰ বা অৱস্থাৰ লীলা বৰ্ণনাতে সীমাবদ্ধ নাথাকি স্বকীয় অভিৰুচি অনুসৰি কৃষ্ণ লীলা বা ৰাম লীলাক নাট্যৰূপ প্ৰদান কৰিছে।

এই প্ৰসঙ্গত মাধৱদেৱৰ নাটকৰ কৃষ্ণ চৰিত্ৰৰ ক্ষেত্ৰতহে বৈপৰীত্য বৰ্ত্তমান। মাধৱদেৱে তেওঁ নাট্য পৰিকল্পনা শিশু কৃষ্ণৰ চৰিত্ৰ ৰূপায়ণতে সীমাবদ্ধ ৰাখিছিল। তেওঁৰ কোনো একন নাটতেই (ঝুমুৰাটেই) যুৱক কৃষ্ণৰ লীলা খেলা বৰ্ণনা পৰিদৃষ্ট নহয়। আনকি যি কেইখন নাট মাধৱদেৱৰ ৰচনা নহয় বুলিও প্ৰমাণিত হৈছে সেই কেইখন নাটো বালকৃষ্ণৰ লীলা-খেলাৰ বৰ্ণনাহে।

মাধৱদেৱৰ কৃষ্ণ চৰিত্ৰৰ লগত শঙ্কৰদেৱ, গোপাল আতা, ৰামচৰণ ঠাকুৰ, দৈত্যাৰি ঠাকুৰ আদি নাট্যকাৰ সকলৰ কৃষ্ণ-চৰিত্ৰৰ আদৰ্শগত পাৰ্থক্য স্পষ্ট। মাধৱদেৱৰ নাটত (অৰ্জুন-ভঞ্জন'ৰ বাহিৰে) কৃষ্ণ মানৱ শিশু। চিৰন্তন শিশু স্বৰূপে কৃষ্ণ চৰিত্ৰ অংকনত মাধৱদেৱৰ সমকক্ষ শিল্পী অসমীয়া সাহিত্যত বিৰল। মানৱীয় দৃষ্টিভঙ্গীৰে শ্ৰীকৃষ্ণৰ শিশুলীলা পৰিস্ফুট কৰাৰ প্ৰসঙ্গত কলা-কুশল মাধৱদেৱে তেওঁৰ গুৰুকো চেৰ পেলাবলৈ সক্ষম হৈছে। আনকি সমসাময়িক ভাৰতীয় আন আন ভাষাৰ কবিসকলেও ইমান নিখুঁত আৰু সাৰ্থকতাৰে কৃষ্ণৰ শিশুলীলাৰ বাস্তৱ ৰূপ দিব পৰা নাই। মাধৱদেৱৰ ৰচনাৰাজিৰ ওপৰত ড° বাণীকান্ত কাকতিদেৱে এনেদৰে মন্তব্য দিছে — "পুৰণি অসমীয়া সাহিত্যত মাধৱদেৱ বাৎসল্যৰসৰ শ্ৰেষ্ঠ প্ৰকাশক। সমসাময়িক ভাৰতৰ আন আন বৈষ্ণৱ মত প্ৰকাশকসকলৰ হাতত কৃষ্ণৰ শিশুলীলা এনেদৰে ক'তো পৰিস্ফুট হৈ ওলোৱা যেন নালাগে।" (পুৰণি অসমীয়া সাহিত্য — পৃষ্ঠা ৬৫)

অৱশ্যে কেতিয়াবা এই মানৱ শিশুকৃষ্ণৰ চাৰিত্ৰিক বৈশিষ্ট্যত ঐশ্বৰিক গুণ প্ৰকট হোৱা দেখা গ'লেও ই অন্যান্য নাট্যকাৰসকলৰ নাটৰ দৰে প্ৰগাঢ় আৰু স্পষ্ট নহয়। শঙ্কৰদেৱৰ শিশু কৃষ্ণৰ শিশুত্বত বাল্যসুলভ চতুৰালি বা দুষ্টালি নাই, আছে বীৰত্ব, ঐশ্বৰ্য, অলৌকিক শক্তি সামৰ্থ্য আৰু মাহাত্ম্য। শঙ্কৰদেৱৰ শিশু কৃষ্ণৰ চৰিত্ৰৰ সংযোগত স্বৰূপাৰ্থত বাৎসল্যভাৱ প্ৰকট হোৱা যেন নালাগে, কাৰণ তেওঁৰ শিশু কৃষ্ণ অনন্ত ঐশ্বৰ্য সম্বন্ধে চিৰ সচেতন। ইয়াৰ বিপৰীতে মাধৱদেৱৰ শিশু কৃষ্ণ নিজৰ ঐশ্বৰিক গুণাৱলী সম্পৰ্কে চিৰ সচেতন নহয়। মাধৱদেৱৰ মানৱীয় শিশুৰূপ পৰিকল্পনাই পৰম মঙ্গলকৰ ভক্তিৰস উদ্গীৰণত অন্তৰায় সৃষ্টি কৰিব পৰা নাই। কাৰণ 'উপাসনা ক্ষেত্ৰত যি আদৰ্শ প্ৰভু কল্পনা, সাহিত্যত সেই প্ৰভু ভাৱৰেই স্বাভাৱিক বিকাশ হৈছে স্নেহেৰে আকোঁৱালি ধৰিব পৰা বাৎসল্য লীলা কীৰ্তন।' (পুৰণি অসমীয়া সাহিত্য পৃষ্ঠা — ৫৭)

মাধৱদেৱৰ নাটৰ প্ৰধান বিশেষত্ব শ্ৰীকৃষ্ণৰ বাল্য সুলভ লীলাখেলাৰ সৰল চিত্ৰণ অঙ্কন কৰা। তেওঁৰ এখন নাটতো কৃষ্ণৰ যৌৱন লীলাৰ ৰূপায়ণ দেখা নাযায়। মাধৱদেৱৰ এই বৈশিষ্ট্যটো অকল যে নাটৰ ক্ষেত্ৰতহে প্ৰযোজ্য তেনে নহয়, বৰগীতৰ প্ৰসঙ্গতো প্ৰযোজ্য। বালক কৃষ্ণৰ ভেম, চোৰ-চাতুৰি, মান-অভিমান, আমনি, দুষ্টালি, উত্তাৱালি আদিৰ ৰূপায়নৰ সংযোগত মাধৱদেৱৰ নাট, বৰগীত আদি প্ৰাণৱন্ত হৈ উঠিছে। বাৎসল্য প্ৰেম মাধৱদেৱৰ ভক্ত জীৱনৰ সৰ্বস্ব। গীত, পদ, নাট সকলোবোৰতেই তেওঁ শ্ৰীকৃষ্ণৰ শিশু চৰিত্ৰ সজীৱ কৰি তুলিছে। সেইবাবে মাধৱদেৱৰ ৰচনাৱলীত শ্ৰীকৃষ্ণৰ বাল্যলীলাৰ প্ৰতি স্বাভাৱিক আকৰ্ষণৰ প্ৰাবল্য লক্ষ্য কৰা যায়।

মাধৱদেৱৰ নাট্য কাহিনীৰ ক্ষেত্ৰতো বিশেষত্ব বৰ্তমান। তেওঁৰ দুয়োখন নাটৰ ভিতৰত মাত্ৰ 'অৰ্জুন ভঞ্জন' নাটতহে এটা সুসংহত, সুনিৰ্দিষ্ট আৰু নিটোল কাহিনী দেখা যায়। ইয়াৰ বাহিৰে বাকী কেইখন নাটত সুসংহত, পৰিপূৰ্ণ, নিটোল আৰু সুনিৰ্দিষ্ট কাহিনীৰ অভাৱ। শঙ্কৰদেৱে, গোপাল আতা, ৰামচৰণ ঠাকুৰ, দ্বিজভূষণ, দৈত্যাৰি ঠাকুৰ আদি নাট্যকাৰৰ নাটত একোটা সুসংহত আৰু সুনিৰ্দিষ্ট বিদ্যমানতা স্বীকাৰ কৰিব লাগিব। 'অৰ্জুন-ভঞ্জন' নাটৰ বাহিৰে মাধৱদেৱৰ বাকী কেইখন নাট একোটা অৱস্থা বা পৰিস্থিতি বিশেষক কেন্দ্ৰ কৰি ৰচনা কৰা দেখা যায়। গতিকে এইকেইখন নাটত এককোটা স্বয়ং সম্পূৰ্ণ কাহিনী বিকাশ লক্ষ্য কৰা নাযায়। অৱস্থা বা পৰিস্থিতি বিশেষৰ সাধাৰণ ঘটনা বা চিত্ৰক নাট্য কাহিনী ৰূপে ৰূপায়িত কৰাৰ পৰিণতি স্বৰূপে নাটকীয় সংঘাত আৰম্ভ হোৱাৰ পূৰ্ব মুহূৰ্ত্ততেই নাটকীয় কাহিনীৰ পৰিসমাপ্তি ঘটিছে। আধুনিক যুগৰ লঘু একাঙ্কিকাৰ লগত মাধৱদেৱৰ পাঁচোখন নাট তুলনা কৰিব পাৰি। (অসমীয়া নাট্য সাহিত্য — পৃঃ ৭১)

ইয়াৰ বিপৰীতে শঙ্কৰদেৱৰ 'পাৰিজাত হৰণ', 'ৰুক্মিণী হৰণ', 'ৰাম-বিজয়' ৰামচৰণ

ঠাকুৰৰ 'কংসবধ', দ্বিজভূষণৰ 'অজামিল উপাখ্যান', দৈত্যাৰি ঠাকুৰৰ 'নৃসিংহ যাত্ৰা', স্যমন্তক হৰণ' আদি নাটত স্বয়ং সম্পূৰ্ণ কাহিনী এটাকোটিৰ বিকাশ পৰিদৃষ্ট হয়। ক'বলৈ গ'লে মাদৱদেৱৰ নাটৰ কাহিনীৰ বিকাশত প্ৰধান কথাবস্তুৰ বৈশিষ্ট্যতকৈ উপকথা বস্তুৰ বৈশিষ্ট্যহে অধিক আকৰ্ষণীয় আৰু হাস্যমধুৰ ৰূপত প্ৰকাশ কৰাতেই মাধৱদেৱৰ অসামান্য দক্ষতা প্ৰকাশ পাইছে। যিটো পৰিস্থিতিক কেন্দ্ৰ কৰি নাট এখন ৰচনা কৰা সন্দেহজনক তেনে এটা সাধাৰণ পৰিস্থিতিৰ ওপৰত নিৰ্ভৰ কৰি মাধৱদেৱে নাট একোখন ৰচনা কৰিছে আৰু তাতেই প্ৰকাশ পাইছে — তেওঁৰ অসাধাৰণ দক্ষতা আৰু প্ৰতিভা।

মাধৱদেৱৰ নাটৰ সংঘাতৰ ক্ষেত্ৰতো বিশেষত্ব আছে। যেনে — শঙ্কৰদেৱৰ নাটৰ সংঘাত গভীৰ আৰু ব্যাপক। ইয়াৰ বিপৰীতে মাধৱদেৱৰ নাটৰ সংঘাত তৰাং আৰু লঘু। স্বৰূপাৰ্থত ক্ষুদ্ৰ কলেবৰ বিশিষ্ট নাট। যেনে — চোৰধৰা, পিম্পৰা গুচোৱা আদিত নাটকীয় সংঘাত সৃষ্টি হোৱা নাই বুলিয়েই ক'ব পাৰি। বাল গোপালৰ মুহূৰ্ত্তকালীন পৰিস্থিতিৰ ৰূপায়ণত সংঘাত সৃষ্টি নোহোৱাই স্বাভাৱিক। শিশুৰ ভেম চাতুৰি, মান-অভিমান আদিক উপজীব্য কৰি ৰচিত হোৱা নাটত গভীৰ ধৰণৰ সংঘাত সৃষ্টি হ'ব নোৱাৰাই স্বাভাৱিক। শঙ্কৰদেৱৰ 'ৰুক্মিণীহৰণ', 'পাৰিজাত হৰণ' আদি নাটত কাহিনীভাগ দীৰ্ঘবায়ব বিশিষ্ট আৰু দীৰ্ঘসময় ব্যাপক হোৱা বাবে তাত নাটকীয় সংঘাত সৃষ্টি হোৱা দেখা যায়। যুৱক বা বয়সত প্ৰবীন ব্যক্তিৰ জীৱনক কেন্দ্ৰ কৰি নাট্য কাহিনীভাগ ৰচিত হ'লে তাত নাটকীয় সংঘাত বা দ্বন্দ্ব সৃষ্টি হোৱা সম্ভৱ। কৃষ্ণৰ শিশুকালৰ অতি সাধাৰণ পৰিস্থিতিক কেন্দ্ৰ কৰি ৰচিত হোৱা হেতু মাধৱদেৱৰ নাটত গভীৰ আৰু অন্তৰ্সংঘাত সৃষ্টি হোৱা দেখা নাযায়।

মাধৱদেৱৰ নাটত চৰিত্ৰ অঙ্কন আৰু সামাজিক প্ৰতিচ্ছবি পৰিস্ফূৰণৰ ক্ষেত্ৰতো বিশেষত্ব লক্ষ্য কৰা যায়। বাল কৃষ্ণৰ ভেম আৰু চাতুৰিপূৰ্ণ এটাকোটা পৰিস্থিতি বা অৱস্থাক কেন্দ্ৰ কৰি মাধৱদেৱৰ নাটকেইখন ৰচিত হোৱা হেতু তাত লঘু তৰল অথচ হাস্য মধুৰ ৰূপ এটাকোটি পোৱা যায়। ইয়াৰ দ্বাৰা তেওঁ দৰ্শক বা পাঠকক কৌতুকপূৰ্ণ আৰু আনন্দমুখৰ চিত্ৰ প্ৰদৰ্শন কৰিবলৈ সক্ষম হৈছে। মহাপুৰুষ শঙ্কৰদেৱৰ 'পাৰিজাত হৰণ' নাটত লঘু-পাতল হাস্যৰসৰ সমাবেশ হৈছে যদিও তেওঁৰ বাকী নাট ইয়াৰ ব্যতিক্ৰম, মুহূৰ্তকালীন পৰিস্থিতি এটাকোটিক সমুজ্জলৰূপত উপস্থাপন কৰি জনগণৰ মনত হাস্যৰসৰ সৃষ্টি কৰি তাৰ সহায়ত ভগৱানৰ ঐশ্বৰ্য-বিভূতি, শক্তি-মাহাত্ম্য আৰু পৌৰষত্ব প্ৰকট কৰাই মাধৱদেৱৰ নাটৰ অন্যতম লক্ষ্য। ত্ৰিজগতৰ পতি সৃষ্টি-স্থিতি প্ৰলয়ৰ অধিকাৰী পূৰ্ণকাম ঈশ্বৰে গাখীৰ বা মাখন গোৱালিনীৰ ঘৰৰ পৰা চুৰ কৰি খাই ভৰ্ৎসনা সহ্য কৰিবলগীয়া হৈছে। আনকি মাৰ খাবলৈও বাধ্য হৈছে। ত্ৰিলোকপতি হৰিৰ বাখোৱাল ৰূপ বৰ্ণনাই মাধৱদেৱৰ নাটৰ অসংগতিবোধ আৰু এই অসংগতিবোধেই তেওঁৰ নাটত

হাস্য ৰসৰ উদ্ভৱ হৈছে।

মাধৱদেৱৰ অন্য এটা উল্লেখযোগ্য বিশেষত্ব হৈছে — সামাজিক জীৱনৰ প্ৰতিচ্ছবি। শঙ্কৰদেৱ অথবা তেওঁৰ পৰৱৰ্তী নাট্যকাৰসকলৰ নাটত (মাধৱদেৱৰ বাহিৰে) ইয়াৰ অভাৱ পৰিলক্ষিত। শঙ্কৰদেৱৰ 'ৰুক্মিণীহৰণ' নাটৰ ৰুক্মিণী, কৃষ্ণ বা 'ৰাম বিজয়' নাটৰ ৰাম, সীতা আদি চৰিত্ৰৰ মাজেদি অসমীয়া সমাজত জীৱনৰ প্ৰতিচ্ছবি ৰূপায়িত হৈছে বুলি ক'ব নোৱাৰি, কাৰণ এইবোৰ চৰিত্ৰৰ সংযোগত সৰ্বভাৰতীয় সামাজিক জীৱনৰ প্ৰতিফলনহে বিশেষভাৱে দেখা যায়। ইয়াৰ বিপৰীতে মাধৱদেৱৰ নাটত অসমৰ পৰম্পৰাগত জীৱনৰ বাস্তৱ চিত্ৰণ পৰিস্ফুট হোৱা দেখা যায়, কৃষ্ণ, নন্দ, যশোদা আদি চৰিত্ৰৰ জৰিয়তে। বিশেষকৈ 'অৰ্জ্জুন ভঞ্জন' নাটত উপস্থাপিত নন্দ যশোদাৰ দাম্পত্য কলহৰ মাজেদি লোক জীৱনত সদা-সৰ্বদাই সংঘটিত দম্পতি কলহৰ ইঙ্গিত পোৱা যায়। লোক-জীৱনত যশোদাৰ দৰে মুখৰা, কলহপ্ৰিয়া, লাওপাত-কচুপাতৰ দৰে মুখা বিশিষ্টা স্ত্ৰীৰ অভাৱ নাই। সেইদৰে শিশু কৃষ্ণ দেৱাদিদেৱ, পৰমপুৰুষ কিন্তু মাধৱদেৱৰ নাটত তেওঁ আত্মপ্ৰকাশ কৰিছে টেঙৰ গৰখীয়া ৰূপেহে। কৃষ্ণৰ দুষ্টামি, ভণ্ডামি আদি অসমীয়া লোক সমাজত ঘৰে ঘৰে দেখা দুষ্ট ল'ৰাৰ ভণ্ডামি, দুষ্টালি আদিৰ প্ৰতিফলন মাথোন। এইদৰে মাধৱদেৱৰ নাটৰ নন্দ, যশোদা, কৃষ্ণ আদি চৰিত্ৰৰ জৰিয়তে আমাৰ দৈনন্দিন অথবা পাৰিবাৰিক জীৱনৰ চিত্ৰ পৰিস্ফুট হোৱা দেখা যায়।

নাটকীয় কলা-কৌশল আৰু আঙ্গিকৰ প্ৰয়োগৰ ক্ষেত্ৰতো মাধৱদেৱৰ নাটৰ বিশেষত্ব দেখা যায়। শঙ্কৰদেৱৰ নাটসমূহত নাটৰ আৰম্ভণীতে 'আৰম্ভণী ভটিমা' আৰু নাটৰ শেষত 'মুক্তিমঙ্গল ভটিমা' প্ৰয়োগ লক্ষ্য কৰিব পাৰি। ইয়াৰ বিপৰীতে মাধৱদেৱৰ নাটত আৰম্ভণীৰ ভটিমা নাইবা শেষৰ মুক্তিমঙ্গল ভটিমা আদিৰ প্ৰয়োগ নাই। শঙ্কৰদেৱৰ নাটত পৰিবেশন কৰা নান্দী শ্লোকবোৰ নাট্যকাৰৰ স্বকীয় ৰচনা, কিন্তু মাধৱদেৱৰ নাটৰ নান্দীশ্লোক কেইটি তেওঁ নিজে ৰচনা কৰা নাই। লীলাশুকৰ বা বিল্বমঙ্গলৰ কৃষ্ণকৰ্ণামৃতাদি গ্ৰন্থৰপৰা সংগৃহীত। মাধৱদেৱৰ নাটৰ পৰাই ব্ৰজাৱলী ভাষাৰ লগে লগে অবিমিশ্ৰ অসমীয়া ভাষাৰ প্ৰয়োগ পৰম্পৰা আৰম্ভ হৈছে। আনকি নাটৰ চৰিত্ৰৰ মুখত দিয়া দুই-চাৰিটা গীতৰ ভাষাতো অবিমিশ্ৰ অসমীয়া ভাষাই স্থান লাভ কৰা দেখা যায়। তেনেদৰে ব্ৰজাৱলী ভাষাত ৰচনা কৰা গদ্য ধৰ্মী সংলাপ বোৰতো অসমীয়া ঠাচৰ বিদ্যমানতা অস্বীকাৰ কৰিব নোৱাৰি। ইয়াৰ বিপৰীতে শঙ্কৰদেৱৰ নাটৰ গীতত অথবা সংলাপত বিশুদ্ধ অসমীয়া ভাষাৰ প্ৰয়োগ দেখা নাযায়।

এইদৰে স্বকীয় প্ৰতিভা আৰু সৃজনীশক্তিৰ দ্বাৰা বৈশিষ্ট্যপূৰ্ণভাৱে নাট ৰচনা কৰিবলৈ সক্ষম হোৱা বাবেই মাধৱদেৱৰ নাটসমূহে উল্লেখযোগ্য স্থান অধিকাৰ কৰিছে। □

# 'অর্জুন-ভঞ্জন' নাট ঃ এক অনুপম কৃতি

অসমৰ বৈষ্ণৱধৰ্মৰ গুৰি ধৰোঁতা শ্ৰীমন্ত শঙ্কৰদেৱে বৈষ্ণৱ ধৰ্মৰ প্ৰচাৰ উদ্দেশ্য আগত ৰাখি বিভিন্ন ধৰ্মগ্ৰন্থ আৰু কাব্য ৰচনা কৰি অসমীয়া সাহিত্যৰ ভেটি সুদৃঢ় কৰি থৈ গৈছে। মহাপুৰুষ শঙ্কৰদেৱেই অসমীয়া নাট্য সাহিত্যৰো জনক। মহাপুৰুষৰ আদৰ্শৰে অনুপ্ৰাণিত মাধৱদেৱেও কেবাখনো দৃশ্যকাব্য ৰচনা কৰিছিল। সেই কেইখন হ'ল — অৰ্জুন-ভঞ্জন, চোৰধৰা, পিম্পৰা গুচোৱা, ভূমিলেটোৱা, ভোজন বেহাৰ আৰু ভূষণ হৰণ। নাটকীয় কৌশলৰ ফালৰপৰা মাধৱদেৱৰ নাটকেইখন শঙ্কৰদেৱৰ পদ্ধতিৰপৰা কিছু পৃথক। প্ৰকৃততে, শঙ্কৰদেৱৰ আৰ্হিত মাধৱদেৱৰ 'অৰ্জুন-ভঞ্জন' খনিহে এক প্ৰকাৰ পূৰ্ণাঙ্গ নাট বুলিব পাৰি। সাধাৰণতে এইখনিৰ বাহিৰে বাকী কেইখন 'ঝুমুৰা'হে বোলা হয়। ঝুমুৰাসমূহ গীতি প্ৰধান নাট, য'ত শঙ্কৰদেৱৰ ৰচিত নাটৰ সকলো অঙ্গ দেখা নাযায়। ঝুমুৰা কেইখনি অন্ততঃ ঘটনা প্ৰধান বুলিব নোৱাৰি। ইয়াত একোটি সামান্য পৰিস্থিতিক লৈ নাটৰ কাহিনী সজোৱা হৈছে আৰু নাটসমূহ ভক্তিৰসেৰে সিক্ত।

মাধৱদেৱৰ ছখন নাটৰ ভিতৰত সম্ভৱ 'অৰ্জুন-ভঞ্জন' প্ৰধান নাট। কালিৰাম মেধিৰ মতে মাধৱদেৱ গনককুছিত থকাৰ সময়ত খ্ৰীঃ ১৫৩৮ চনৰ আশে-পাশে এই নাটকখন ৰচিত হয়। মেধিয়ে অনুমান কৰে যে মহাপুৰুষ শঙ্কৰদেৱৰ জীৱন কালতেই এই অৰ্জুন-ভঞ্জন নাটৰ ৰচনা সম্পূৰ্ণ হৈছিল আৰু এই নাটকখনৰ প্ৰথম অভিনয়ত শঙ্কৰদেৱেও অংশ গ্ৰহণ কৰিছিল। (অৰ্জুন-ভঞ্জন — পৃষ্ঠা, ১৩)

'অৰ্জুন-ভঞ্জন' নাটৰ কাহিনীভাগ বিষ্ণুপুৰাণ, হৰিবংশ আৰু শ্ৰীমদ্ভাগৱত পুৰাণত পোৱা যায়। বিষ্ণুপুৰাণত কাহিনীভাগ এনেদৰে বৰ্ণিত হৈছে — "এদিনাখন যশোদাই অত্যন্ত চঞ্চল বলোৰাম আৰু বালগোপালক একোতে বাধা দিব নোৱাৰি নিৰ্দোষ কৰ্মত প্ৰবৃত্ত কৃষ্ণক ৰচীৰে উড়লত বান্ধি ৰোষপূৰ্ণভাৱে কৈছিল — "হে চঞ্চল। তুমি পাৰা যদি এই বন্ধনৰপৰা যোৱাচোন "যদি শক্নোষি গচ্ছ ত্বমতিচঞ্চলচেষ্টিত।" এইদৰে কৃষ্ণক কৈ যশোদা নিজ গৃহকৰ্মত প্ৰবৃত্ত হ'ল। বালগোপালে লাহে লাহে উড়ালটো টানি নি যঁজা অৰ্জুন গছ দুজোপাৰ মাজত লগাই এনেদৰে টানিবলৈ ধৰিলে যে, যঁজা অৰ্জুন গছ দুজোপা ভয়ঙ্কৰ শব্দ কৰি উভালি পৰিল। গছ দুজোপা উভালি পৰা শব্দ শুনি ব্ৰজবাসীসকল আতঙ্কিত হৈ দৌৰি আহি দেখা পালে যে গছ দুজোপাৰ মাজত ৰচীৰে বন্ধা অৱস্থাত বালকৃষ্ণই মুক্তাফলসদৃশ দাঁতবোৰ দেখুৱাই হাঁহি আছে। তেতিয়াৰে পৰা বালগোপালৰ নাম হ'ল — দামোদৰ।" (বিষ্ণুপুৰাণ — ৬ষ্ঠ অধ্যায়, পৃষ্ঠা, ২১৮)

ভাগৱত পুৰাণৰ দশমস্কন্ধৰ নৱম, দশম আৰু একাদশ অধ্যায়ত যমলাৰ্জুন ভঙ্গ কাহিনী বৰ্ণিত আছে। ভাগৱত পুৰাণৰ মতে — "এদিনাখন যশোদাই গৃহদাসী সকলক কামত

নিয়োজিত কৰি স্বয়ং নিজে দধি মথিছিল। স্তনপান কৰাৰ আশাত বালগোপালে মথনীদণ্ডত ধৰিলেহি। যশোদাই পুত্ৰক কোলাত লৈ স্তন পান কৰিবলৈ আৰম্ভ কৰিলে। গাখীৰ উতলি পৰিবলৈ উপক্ৰম কৰা দেখি যশোদাই অতৃপ্ত বালগোপালক কোলাৰপৰা নমাই থৈ গাখীৰৰ ওচৰলৈ গ'ল। মাতৃৰ ব্যৱহাৰত বালগোপাল ক্ৰোধান্বিত হৈ শিলগুটি নিক্ষেপ কৰি দৈৰ ভাণ্ডটো ভাঙিলে আৰু মাখন খাবলৈ ধৰিলে। গাখীৰ নমাই থৈ যশোদা ঘূৰি আহিল। দৈৰ ভগ্ন পাত্ৰটো দেখি তেওঁৰ বুজিবলৈ বাকী নাথাকিল যে ভাণ্ড ভঙা কাৰ্যটো পুত্ৰ কৃষ্ণৰ বাহিৰে আনৰ নহয়। যশোদাই কৃষ্ণক বিচাৰি গৈ উড়লৰ ওপৰত বহি বান্দৰবিলাকক মাখন খাবলৈ দিছে। যশোদাৰ বৰ খং উঠিল। তেওঁ হাতত ৰচী লৈ কৃষ্ণক ধৰিবলৈ গ'ল। মাতৃক দেখি ভীতিবিহ্বল কৃষ্ণই উড়লৰ পৰা নামি দৌৰ মাৰিলে। কৃষ্ণক ধৰিবলৈ যশোদাই অশেষ চেষ্টা কৰি ক্লান্ত হৈ পৰিল। অৱশেষত যশোদাই কৃষ্ণক ধৰিলে আৰু ৰচীৰে কৃষ্ণৰ হাতে-ভৰিয়ে বান্ধিবলৈ প্ৰয়াস কৰি বাৰে বাৰে ব্যৰ্থ হ'ল। প্ৰতিবাৰতে যশোদাই দেখে যে দু-আঙুলি ৰচীৰে নোজোৰে। নিজৰ আৰু গোপীসকলৰ ঘৰত থকা সমস্ত ৰচী সংযোগ কৰিও দু-আঙুলি ৰচীৰ বাবে যশোদাই কৃষ্ণক বান্ধিব নোৱাৰে। যশোদা আৰু গোপীসকল আচৰিত হ'ল। কৃষ্ণভক্তা যশোদাৰ প্ৰতি দয়াশীল হৈ অৱশেষত জগতৰ ঈশ্বৰ কৃষ্ণই নিজে বান্ধ ল'লে। যশোদাই কৃষ্ণক সাধাৰণ দুষ্ট শিশুৰ নিচিনাকৈ উড়লত বান্ধি থৈ গৃহকৰ্মত প্ৰবৃত্ত হ'ল। কৃষ্ণই বন্ধনৰত অৱস্থাৰে যমলা-অৰ্জুন গছ দুজোপাৰ মাজেৰে পাৰ হৈ গ'ল আৰু উড়লটো দুয়ো জোপা গছৰ মাজত লাগি ধৰিলে। কৃষ্ণই সৰ্বশক্তি প্ৰয়োগ কৰি দুয়োজোপা গছ উভালি পেলালে। ভূপতিত গছ দুজোপাৰপৰা অগ্নিসমজ্যোতি বিশিষ্ট দুজন পুৰুষ ওলাই আহিল। নাৰদৰ অভিশাপত তেওঁলোকে যমলাৰ্জুনৰূপে জন্ম লাভ কৰিবলগীয়া হৈছিল। তেওঁলোক আছিল কুবেৰৰ পুত্ৰ নলকুবেৰ আৰু মণিগ্ৰীৱ। ৰুদ্ৰৰ অনুচৰ কুবেৰৰ পুত্ৰ নলকুবেৰ আৰু মণিগ্ৰীৱে বাৰুণী মদিৰা পান কৰি উন্মত্ত হৈ স্ত্ৰীসকলৰ লগত বিকশিত পঙ্কজেৰে শোভিত গঙ্গাত প্ৰৱেশ কৰি জলক্ৰীড়া কৰি আছিল। স্ব-ইচ্ছাৰে গতি কৰিবলৈ সক্ষম দেৱৰ্ষি নাৰদ গৈ তাত উপস্থিত হোৱাৰ লগে লগে বিবসনা ৰমণীসকলে তৎক্ষণাত বস্ত্ৰেৰে সুসজ্জিতা হৈ নাৰদৰ অভিশাপৰপৰা নিজকে ৰক্ষা কৰিলে। আনহাতে মদমত্ত কুবেৰৰ পুত্ৰদ্বয় বসন বিবৰ্জিত অৱস্থাতেই থাকিল। কুবেৰৰ পুত্ৰ নলকুবেৰ আৰু মণিগ্ৰীৱৰ আচৰণত অতিশয় ক্ৰোধান্বিত হৈ দেৱৰ্ষি নাৰদে তেওঁলোকক অভিশাপ দিলে — "তোমালোকে স্থাৱৰ ৰূপ লাভ কৰা আৰু এই অৱস্থাতো তোমালোকে অতীতৰ স্মৃতি মনত পেলাব পাৰিবা। এশ দিব্য বছৰৰ অন্তত তোমালোকে পুনঃ দিব্যৰূপ পাবা আৰু তেতিয়াই বাসুদেৱৰ ভক্তি লাভ কৰিবলৈ সমৰ্থ হ'বা।" নাৰদৰ দ্বাৰা অভিশপ্ত হৈ কুবেৰৰ পুত্ৰদ্বয় নলকুবেৰ আৰু মণিগ্ৰীৱ উভয়ে যমল আৰু অৰ্জুন গছৰূপে ভূমিত থাকিলহি। দেৱৰ্ষি নাৰদৰ বচন ৰক্ষা কৰিবলৈ ভগৱান কৃষ্ণই দুয়োজোপা গছৰ মাজেৰে পাৰ হৈ গ'ল আৰু উড়লটো দুয়োজোপা গছৰ মাজেৰে পাৰ হৈ গ'ল আৰু উড়লটো দুয়োজোপা গছৰ মাজত লাগি ধৰিলে। কৃষ্ণ সৰ্বশক্তি প্ৰয়োগ কৰি উড়লটো টানিবলৈ ধৰিলে। ইয়াৰ পৰিণতি স্বৰূপে প্ৰচণ্ড শব্দ কৰি

দুয়োজোপা গছ উভালি পৰিল। উডলত বন্ধা অৱস্থাতেই ভগৱান কৃষ্ণক নলকুবেৰ আৰু মণিগ্ৰীৱে পৰি পৰি নমস্কাৰ কৰি উত্তৰ দিশৰ ফালে যাত্ৰা কৰিলে। যমল আৰু অৰ্জুন গছ দুজোপা ভূপতিত হোৱাৰ প্ৰচণ্ড শব্দ শুনি বজ্ৰপাত হোৱা বুলি ভাবি নন্দ আৰু গোপসকল দৌৰি আহিল। যমল আৰু অৰ্জুন গছ দুজোপা উভালি পৰি থকা দেখি কাৰণ নিৰ্ণয় কৰিব নোৱাৰি তেওঁলোক কিংকৰ্ত্তব্যবিমূঢ় হৈ পৰিল। উডলটো টানি নিয়াৰ প্ৰতি লক্ষ্য নকৰি কেনেকৈ ঘটনাটো ঘটিল তাকে চিন্তা কৰি নন্দ পীড়িত হ'ল। উডলটো গছ দুজোপাৰ মাজেৰে টানি নি থকা নিজ পুত্ৰক দেখা পাই নন্দই কৃষ্ণৰ বান্ধ মুকলি কৰি দিলে। (ভাগৱত পুৰাণ — ৯, ১০, ১১ অধ্যায় পৃষ্ঠা — ৪১৪-৪১৮)

'অৰ্জুন-ভঞ্জন' নাটৰ কাহিনীভাগৰ বিশ্লেষণ আৰু নাট্যকাৰৰ মৌলিকতা বিচাৰ কৰি চালে দেখা যায় যে মাধৱদেৱে অৰ্জুন ভঞ্জনৰ কাহিনীভাগ গ্ৰহণ কৰিছে ভাগৱত পুৰাণৰপৰা। অৱশ্যে ভাগৱত পুৰাণৰ কাহিনীভাগকেই তেওঁ যথাযথ নাট্য ৰূপ দিয়া নাই। কাব্য বা মহাকাব্যৰ কাহিনী আৰু নাটকৰ কাহিনীৰ মাজত পাৰ্থক্য থকা স্বাভাৱিক, নাটকত শ্ৰব্য আৰু দৃশ্য দুয়োটা উপাদানৰ চোকা দৃষ্টি ৰখাৰ বাহিৰেও ৰঙ্গমঞ্চৰ প্ৰতিও চকু ৰাখিব লাগিব। যিবিলাক দৃশ্য বা কথা ৰঙ্গমঞ্চত অভিনয় কৰিব নোৱাৰি তেনে দৃশ্য বা কথা নাটকত উপস্থাপন কৰা নহয়। মাধৱদেৱে নাটকীয় কলা-কৌশল, ৰঙ্গমঞ্চ বা অভিনয়ৰ প্ৰতি সচেতন হৈ ভাগৱতৰ কাহিনীভাগ সংযোগ আৰু বিয়োগ কৰিছে। ভাগৱত পুৰাণত কেনেকৈ কুবেৰৰ পুত্ৰদ্বয় যমলাৰ্জুন গছলৈ ৰূপান্তৰিত হ'ল তাৰ বহল বৰ্ণনা পৰিৱেশন কৰা হৈছে। অন্যহাতে নাটকত এই কাহিনীভাগ প্ৰদৰ্শন কৰা অসুবিধাজনক হোৱা হেতু মাধৱদেৱে ইয়াত বিস্তৃত নাট্যৰূপ নিদি মাত্ৰ উল্লেখহে কৰিছে।

'অৰ্জুন-ভঞ্জন' নাটত বৰ্ণিত গোপীসকলে দধিমথা কাৰ্যত হীনডেটি কৰা কাৰণে আশা কৰা মতে লৱণু নোপোৱা হেতু যশোদাই গোপীসকলক তিৰস্কাৰ কৰা বৰ্ণনাংশ 'ভাগৱত পুৰাণ'ৰ আশ্ৰিত নহয়। মাধৱদেৱৰ মৌলিক সৃষ্টিহে।

যশোদাই দধিমথন কৰি থকা সময়ত ক্ৰীড়াৰত গোপালক দেখি মাতৃ যশোদাই বালকৃষ্ণৰ ৰূপলীলা বৰ্ণন বিশিষ্ট সংলাপটো মাধৱদেৱৰ স্বকীয় সৃষ্টি। শ্ৰীকৃষ্ণই মাতৃ যশোদাৰ শ্ৰমকাতৰ মুখখনি চাই আৰু যশোদাৰ মুখত গুণলীলা বৰ্ণনা শুনি কোৱা — "হামু পৰম ঈশ্বৰ, লক্ষ্মীৰ নায়ক, ইহাৰি গৃহে ভকতিত বশ্য হুয়া বহলছি।" (অৰ্জুন-ভঞ্জন— পৃঃ ৪) শীৰ্ষক সংলাপটিও ভাগৱত পুৰাণৰ ওপৰত প্ৰতিষ্ঠিত নহয়। সেয়া মাধৱদেৱৰ স্বকীয় সৃষ্টি। ভাগৱত পুৰাণৰ মতে বালগোপালে মথনী দণ্ডত ধৰিছিল মাতৃ যশোদাৰ শ্ৰম দেখিহে। আনহাতে অৰ্জুন-ভঞ্জন নাটত বালগোপালে মথনী দণ্ডত ধৰিছিল স্তনপানৰ আশাত। মায়ক শ্ৰম পেখিয়ে ভুলি হাসি, মথন দণ্ডে ধৰল হৰি আসি।" (অৰ্জুন-ভঞ্জন — পৃঃ ৫)

দ্বিতীয়তে ভক্তা গোপীসকলক যশোদাই কোপ কৰি দণ্ড বিধান কৰা বাবে ভক্ত প্ৰাণ গোপালে যশোদাক মন্থন কাৰ্যত বাধা প্ৰদান কৰিছিল। "হামাৰ ভকতা গোপীসৱক কোপ কৰিয়ে লৱণু অধিক কৰিয়ে গোপীসৱক দণ্ড কৰিতে অন্তৰে শ্ৰম কৰিতে লাগল। ইহাক

আজু লৱণু তুলিলে নাহি দেৱব।" (অৰ্জুন-ভঞ্জন — পৃঃ ৪) এনেদৰে কৈ কৃষ্ণই মথনী দণ্ডত ধৰা বাবে যশোদাই কৃষ্ণক উদ্দেশ্য কৰি কোৱা আছে — "আহে পুত্ৰ শ্ৰীকৃষ্ণ, লৱণু তুলিতে সময় গেল,..   ।" (অৰ্জুন-ভঞ্জন, পৃঃ ৫) ইত্যাদি মাধৱদেৱৰ স্বকীয় সৃষ্টি। কৃষ্ণই স্তন পান কৰি থকা সময়ত গাখীৰ উতলি পৰিবলৈ উপক্ৰম কৰা দেখি গোপীসৱে যশোদাক জনোৱা পৰিস্থিতিটো মাধৱদেৱৰ নিজা সৃষ্টি। ভাগৱত পুৰাণৰ মতে যশোদাই নিজেই গাখীৰ উতলি পৰিবলৈ উপক্ৰম কৰা দেখিবলৈ পাইছিল।

সম্পূৰ্ণকৈ স্তন পান কৰিবলৈ অক্ষম হৈ কৃষ্ণ ক্ৰোধান্বিত হোৱাৰ বৰ্ণনা ভাগৱত পুৰাণতো পোৱা যায়। কিন্তু ক্ৰোধান্বিত কৃষ্ণই নিজৰ ঐশ্বৰিক মহিমাৰ প্ৰতি সজাগ হৈ কোৱা "হামু কোটি কোটি ব্ৰহ্মাণ্ডক নায়ক   " (অ ভ পৃ ৬) সংলাপটো মাধৱদেৱৰ নিজা উদ্ভাৱন মাথোন। লগতে যশোদাই-কৃষ্ণক খেদা, কটীৰে কৃষ্ণক বান্ধিবলৈ চেষ্টা কৰা দেখি গোপীসকলে তেওঁক তিৰস্কাৰ কৰা, যশোদাই গোপীসকলক ভৰ্ৎসনা কৰা, ৰোহিণীৰ দ্বাৰা যশোদা তিৰস্কৃত হোৱা, ৰোহিণীৰ দ্বাৰা বালগোপালৰ মহিমা সোঁৱৰাই দিয়া, যশোদাৰ ভৰিত ধৰি কৃষ্ণক বন্ধা কাৰ্যৰপৰা নিবৃত্ত কৰিবলৈ ৰোহিণীৰ দ্বাৰা ব্যৰ্থ চেষ্টা, যশোদাই বদ্ধ পৰিকৰ হৈ কৃষ্ণক বান্ধিবলৈ চেষ্টা কৰা আদিৰ বৰ্ণনা 'ভাগৱত পুৰাণ'ত নাই। সেয়া মাধৱদেৱৰ স্বকীয় সৃষ্টি।

শ্ৰীকৃষ্ণৰ দ্বাৰা যমলাৰ্জুন ভঞ্জন, নলকুবেৰ আৰু মণিগ্ৰীৱৰ কৃষ্ণ স্তুতি, কৃষ্ণই কুবেৰৰ পুত্ৰদ্বয়ক নিজ নিজ স্থানলৈ যাবলৈ নিৰ্দেশ দিয়া, গছ উভালি পৰা, প্ৰচণ্ড শব্দ শুনি গোপসকলৰ মনত আতংকৰ সৃষ্টি আদি পৰিস্থিতি বৰ্ণনা ভাগৱত পুৰাণৰ ওপৰত নিৰ্ভৰশীল।

বৃষ্টি, বজ্ৰপাত আদি নোহোৱাকৈ যমলাৰ্জুন গছ দুজোপা উভালি পৰাৰ কাৰণ নিৰ্ণয় কৰিবলৈ অক্ষম হৈ গোপসকল চিন্তান্বিত হোৱাৰ বৰ্ণনা বিশিষ্ট সংলাপটি ভাগৱত পুৰাণৰ ওপৰত প্ৰতিষ্ঠিত নহয়। হৰিবংশৰ শ্লোক এটিৰ ওপৰতহে নিৰ্ভৰশীল। (হৰিবংশ ২/৭/২৮)

ভাগৱত পুৰাণৰ মতে উভালি পৰা যমলাৰ্জুন গছ দুজোপাৰ মাজত [illegible] বালগোপালক দেখি নন্দই হাঁহিছিল আৰু মুক্তি কৰি দিছিল। অৱশ্যে এই সন্দৰ্ভত নন্দৰ মুখত দিয়া সংলাপটো মাধৱদেৱৰ নিজা সৃষ্টি। গোপবালক সবে বৃদ্ধ গোপসকলক কৃষ্ণই কেনেকৈ যমল আৰু অৰ্জুন গছ দুজোপা উভালিছিল আৰু বৃক্ষৰপৰা অতিশয় জ্যোতিৰ্বিশিষ্ট দিব্য পুৰুষ দুজন ব্যক্ত হৈ কৃষ্ণক প্ৰণাম কৰি উত্তৰ দিশৰ ফালে যাত্ৰা কৰা আদিৰ বিষয়ে বিবৰি কৈছিল। বৃদ্ধ গোপসকলে সেই কথাত গুৰুত্ব নিদিয়া বৰ্ণনাহে ভাগৱত পুৰাণখনত পোৱা হৈছে।

নাটৰ শেষাংশত পৰিৱেশন কৰা নন্দ যশোদাৰ দাম্পত্য কলহৰ চিত্ৰণ মাধৱদেৱৰ স্বকীয় সৃষ্টি। ভাগৱত পুৰাণ, বিষ্ণু পুৰাণ অথবা হৰিবংশত কতো এই দাম্পত্য কলহৰ সংযোগত মাধৱদেৱে অসমৰ লোক জীৱনৰ চিত্ৰ ৰূপায়িত কৰিবলৈ সফল চেষ্টা কৰিছে যদিও নাটকীয় কাহিনীভাগৰ গাথনিৰ ফালৰপৰা নন্দ যশোদাৰ দাম্পত্য কলহ সম্পৰ্কীয় পৰিস্থিতিটোৰ কোনো প্ৰয়োজন নাই। 'অৰ্জুন-ভঞ্জন' নাটৰ পৰিণামী ভটিমা যমল আৰু

অৰ্জুন গছ দুজোপা ভঞ্জন। গতিকে যমল আৰু অৰ্জুন ভঞ্জনৰ লগে লগে নাট্য কাহিনীভাগৰ পৰিসমাপ্তি ঘটা বিধেয়। নাট্য কাহিনীক সুসংহত ৰূপ দিয়াৰ উদ্দেশ্যেৰে ভাগৱত পুৰাণত বৰ্ণিত নলকুবেৰ আৰু মণিগ্ৰীৱে বৃক্ষৰূপ পোৱাৰ কাহিনীভাগৰ সামান্য উল্লেখহে কৰা হৈছে। সমগ্ৰ কাহিনীভাগৰ নাট্যৰূপ দিয়া হোৱা নাই, আনহাতে যমল অৰ্জুন-ভঞ্জন কৰাৰ পাছত নাট্য কাহিনীভাগৰ পৰিপূৰ্ণতাৰ বাবে সম্পূৰ্ণভাৱে নিষ্প্ৰয়োজন নন্দ যশোদাৰ গ্ৰাম্য কলহৰ চিত্ৰণ পৰিবেশন কৰা হৈছে। অৰ্জুন ভঞ্জন নাটৰ কাহিনীভাগে বালগোপালৰ দ্বাৰা যমলাৰ্জুন ভঞ্জন আৰু নলকুবেৰ আৰু মণিগ্ৰীৱৰ মুক্তিতেই পৰিপূৰ্ণতা লাভ কৰিছে, ইয়াত নন্দ যশোদাৰ গ্ৰাম্যকলহৰ চিত্ৰণ সম্পূৰ্ণভাৱে নিষ্প্ৰয়োজন।

'অৰ্জুন-ভঞ্জন' নাটৰ কাৰ্য বা পৰিণতি যমলাৰ্জুন বৃক্ষ দুজোপা ভঞ্জন আৰু নলকুবেৰ, মণিগ্ৰীৱৰ মুক্তিৰ লগে লগেই কাৰ্যৰ পৰিণতি। মূল কাহিনী ভাগতেই ইয়াৰ কাৰণ কাৰ্যৰ পৰিণন্তি নিহিত হৈ আছে। গতিকে অৰ্জুন ভঞ্জন নাটৰ কাহিনীভাগৰো মূল কাৰ্য অৰ্জুন ভঞ্জন আৰু ইয়াৰ পৰিণতি নলকুবেৰ আৰু মণিগ্ৰীৱৰ মুক্তি।

'অৰ্জুন-ভঞ্জন' নাটৰ কাহিনীভাগ ভাগৱত পুৰাণৰপৰা সংগ্ৰহ কৰা হৈছে যদিও নাট্য কাহিনী ভাগৰ সৌষ্ঠৱ আৰু নাটকীয় কলা-কৌশলৰ প্ৰতি লক্ষ্য ৰাখি ইয়াত সাতোটা শ্লোক পৰিবেশন কৰা হৈছে। ইয়াৰ ভিতৰত এটা হৰিবংশৰপৰা আৰু বাকী দুটা বিল্ব মঙ্গল কৃত কৃষ্ণ স্তোত্ৰৰ পৰা লোৱা হৈছে।

"ববন্ধ মাধবঃ সৰ্বং মায়য়া মোহিখিলং জগৎ।
বধ্নাতি গোপী তমপি পশ্য ভক্তেৰ্বলং মহৎ।। ৩।।

(অৰ্জুন-ভঞ্জন — পৃ ১৩)

যশোদাই কৃষ্ণৰ উদৰত বল প্ৰয়োগ কৰি ৰজ্জুৰে বন্ধাৰ পৰিণতি স্বৰূপ যে বালগোপালৰ উদৰস্থ ত্ৰিজগতৰ সৰ্বপ্ৰাণী পীড়িত হৈছে তাৰ বৰ্ণনা মাধৱদেৱে সূত্ৰধাৰৰ কথা সূত্ৰৰ সংযোগত পৰিবেশন কৰিছে। গতিকে দেখা যায় অৰ্জুন-ভঞ্জন নাটত পৰিবেশন কৰা বিল্বমঙ্গলকৃত শ্লোক আৰু হৰিবংশৰপৰা গ্ৰহণ কৰা শ্লোককেইটিৰ নাটকীয় তাৎপৰ্য আছে। মুঠতে এই নাটকখনিৰ কাহিনীৰ ৰূপৰেখা গ্ৰহণ কৰা হৈছে ভাগৱত পুৰাণৰপৰা আৰু নাটকীয় সৌষ্ঠৱ বৃদ্ধিৰবাবে ভাগৱতৰ কাহিনীভাগৰ লগত সংযোজিত কৰা হৈছে হৰিবংশ আৰু বিল্বমঙ্গলৰ শ্লোকৰপৰা ভাগৱত পুৰাণৰ বিষয়বস্তুক নাট্যৰূপ দিবলগীয়া হোৱা বাবে সেই কাহিনী ভাগৰ দুই এটি উপঘটনা আৰু পৰিস্থিতি পৰিহাৰ কৰিবলগীয়া হৈছে। কিন্তু হৰিবংশ আৰু বিল্বমঙ্গলৰ কৃষ্ণস্তোত্ৰৰপৰা সংযোগ কৰা শ্লোক আৰু বিষয়বস্তুৱে সেই খালি ঠাই পূৰ কৰি নাটকীয় সৌষ্ঠৱ বৃদ্ধি কৰিবলৈ সক্ষম হৈছে।

মাধৱদেৱৰ নাটৰ অন্যতম বৈশিষ্ট্য হৈছে চৰিত্ৰ সৃষ্টি। নাট্যকাৰ মাধৱদেৱে এই নাটকৰ প্ৰধান চৰিত্ৰ বালগোপাল, নন্দ আৰু যশোদাৰ চৰিত্ৰ অংকনত নাট্যকাৰে বিশেষভাৱে চকু দিছে। ভক্ত প্ৰধান চৰিত্ৰ কেইটি সংক্ষেপে আলোচনা কৰিলে দেখা যায়। —

কৃষ্ণ : 'অৰ্জুন-ভঞ্জন' নাটত কৃষ্ণৰ দ্বমুখীয়া ব্যক্তিত্ব প্ৰকাশ পাইছে। এফালে তেওঁ মানৱশিশু, আনফালে তেওঁ ত্ৰিলোকেশ্বৰ, জন্মৰহিত, অচিন্ত্য, প্ৰকৃতি পুৰুষ পৰমেশ্বৰ। অৰ্জুন ভঞ্জন নাটৰ বাহিৰে মাধৱদেৱৰ আনকেইখন নাটত শ্ৰীকৃষ্ণৰ মানৱীয় দিশটোৰ ওপৰতহে অধিক গুৰুত্ব প্ৰদান কৰা দেখা যায়। 'অৰ্জুন-ভঞ্জন' নাটত যথাপাৰ্থত শিশু কৃষ্ণৰ চাৰিত্ৰিক বাস্তৱ চৰিত্ৰ বুলিব নোৱাৰি, কাৰণ তেওঁ ব্ৰহ্ম স্বৰূপ, মায়াধীশ। শিশু কৃষ্ণৰ ঐশ্বৰিক দিশৰ প্ৰতি নাট্যকাৰ সচেতন আনকি নিজৰ অলৌকিক শক্তি সম্বন্ধে শিশু কৃষ্ণই নিজেই চিৰ সজাগ। একান্তিকা ভক্তিত সন্তুষ্ট হৈছে আৰু যশোদাৰ পুত্ৰৰূপে ধৰা দিছে। ঋষিমুনি সকলৰো দুৰ্লভ কৃষ্ণক পুত্ৰৰূপে লাভ কৰিও যশোদাই সাধাৰণ পাৰ্থিৱ বস্তুৰ প্ৰতি লোভ সামৰিব পৰা নাই। দ্বিতীয়তে ভক্তা গোপীসকলক যশোদাই দণ্ড বিধান কৰা বাবে ত্ৰিলোকেশ্বৰ কৃষ্ণ ক্ষুণ্ণ হৈছে।

ভাগৱত-পুৰাণৰ মতে স্তন পান কৰিবলৈহে বাল গোপালে যশোদাৰ মথনী দণ্ডত ধৰিছিল। ইয়াৰ বিপৰীতে অৰ্জুন ভঞ্জন নাটত শিশু কৃষ্ণই যশোদাৰ মথনী দণ্ডত ধৰিছে ভক্তা গোপীসকলক আসন্ন শ্ৰমৰূপৰা ৰক্ষা কৰিবলৈ। এই প্ৰসঙ্গত ভাগৱত পুৰাণৰ শিশু কৃষ্ণৰ চৰিত্ৰত বাস্তৱৰ পৰশ স্পষ্ট। বালগোপাল যে ভক্তৰ অধীন, তেওঁ যে ত্ৰিলোকেশ্বৰ আৰু লীলা প্ৰদৰ্শনৰ বাবেহে পৃথিৱীত অৱতাৰ গ্ৰহণ কৰিছে। ব্ৰহ্মাদি দেৱৰ পৰমদেৱতা সচ্চিদানন্দ পৰম ব্ৰহ্মাৰ কপট ৰূপহে। মানৱীয় ভাৱ প্ৰদৰ্শন কৰিবলৈহে অৰ্থাৎ লীলা প্ৰকট কৰিবলৈহে বালগোপালে সাধাৰণ মানৱী যশোদাৰ ভয়ত পলোৱাৰ অভিনয় কৰিছিল। মহা মহা যোগীগণে শান্ত-সমাহিত অৱস্থাতো যাক চিন্তা কৰি দৰ্শন পাব নোৱাৰে, সৰ্বপ্ৰাণীৰ আত্মাস্বৰূপ পৰম ঈশ্বৰ সেই কৃষ্ণক যশোদাই হাতত এচাৰি লৈ খেদি ফুৰিছে।

মহা মহা যোগীগণে পৰম নিৰ্মল মনে
চিন্তিয়ো নাপাৱে লাগ যাবে।
সবাৰে আতমা হৰি হাতে গোপী লাড়ু ধৰি
ধায়া ফুৰে তাৰে মাৰিবাৰে। (অৰ্জুন-ভঞ্জন যাত্ৰা — পৃ ১)

পূৰ্বাপৰ অন্তবিহীন জগতৰ আধাৰ স্বৰূপ শ্ৰীকৃষ্ণই গোপী যশোদাৰ ভয়ত পলাই ফুৰিছে ভক্ত আৰু ভগৱন্তৰ গভীৰ সম্বন্ধৰ মহত্ত্ব প্ৰকট কৰিবলৈ সক্ষম নোহোৱাৰ জৰিয়তে বালগোপালৰ ঐশ্বৰিক ক্ষমতাৰ পৰিচয় পাব পাৰি। ঈশ্বৰ কৃষ্ণক বন্ধুৰে বন্ধন কৰাৰ ক্ষমতা সাধাৰণ গোপী যশোদাৰ নাই। কিন্তু ভক্তা যশোদাৰ শ্ৰম লাঘৱ কৰিবলৈ আৰু মনোবাঞ্ছা পূৰ্ণ কৰিবলৈহে তেওঁ নিজে বন্ধন মূৰ পাতি লৈছে আৰু ভক্তানুগ্ৰহৰ সাৰ্থকতা প্ৰতিপন্ন কৰাৰ নিমিত্তেহে ভক্ত নাৰদৰ বাক্য ৰক্ষা কৰিবলৈ আৰু ভক্ত নলকুবেৰ আৰু মণিগ্ৰীৱক উদ্ধাৰ কৰি লোকানুগ্ৰহৰ সাৰ্থকতা প্ৰতিপন্ন কৰি ভক্তৰ গৌৰৱ বৃদ্ধি কৰিছে। নলকুবেৰ আৰু মণিগ্ৰীৱেও বালগোপালক পৰমানন্দ, পৰমপুৰুষ, পুৰুষোত্তম, পৰমদেৱতা জগতৰ আদিৰ কাৰণ ৰূপেহে লক্ষ্য কৰিছে। কবিৰ দৃষ্টিত পৰম ঈশ্বৰ পুৰুষোত্তম গুণাতীত পৰম দেৱতাই

সংসাৰাবদ্ধ জীৱক উদ্ধাৰ কৰিবলৈ হে মনুষ্য ৰূপে অৱতীৰ্ণ হৈ বিবিধ লীলা দেখুৱাইছে। অৰ্জুন ভঞ্জন নাটত এই লীলাৰেই চাক্ষুস অভিব্যক্তি প্ৰদৰ্শন কৰা হৈছে।

মাধৱদেৱে শিশু কৃষ্ণৰ ঐশ্বৰিক দিশৰ লগে লগে মানৱীয় দিশৰ ওপৰতো আলোকপাত কৰিছে। মানৱৰূপ ভগৱন্তৰ লীলা ৰূপটোহে লীলা প্ৰদৰ্শনৰ বাবেহে তেওঁ মানৱ সন্তৰ কাৰ্যাৱলী সম্পাদন কৰিছে। মানৱীয় দিশত বালগোপালৰ চতুৰালি, টেঙৰালি আৰু দুষ্টালি আদি বৈশিষ্ট্য প্ৰকট হোৱা দেখা যায় আৰু সাধাৰণ গঞা দুষ্ট শিশু এটিৰ কাৰ্যাৱলীৰ লগত শিশু কৃষ্ণৰ কাৰ্যাৱলীৰ সাদৃশ্য দেখা যায়। সাধাৰণ শিশুৰ দৰেই মাতৃৰ দুগ্ধ পান কৰিবলৈ মথনী দণ্ডত ধৰিছে। হেপাহ পলুৱাই স্তন পান কৰিবলৈ নোপোৱাৰ বাবে সাধাৰণ শিশুৰ নিচিনাকৈ ক্ৰোধান্বিত হৈছে আৰু তাৰ পৰিণতি স্বৰূপে তেওঁ শিল গুটিৰে মাখনৰ পাত্ৰ চূৰ্ণ কৰি নিজেও মাখন খাইছে আৰু বান্দৰ বিলাককো খুৱাইছে। সৰ্বসাধাৰণ শিশুৰ দৰেই ভয়ত পলাইছে, অৱশেষত মাতৃৰ ওচৰত ধৰা দি ৰজবন্ধন নতশিৰে গ্ৰহণ কৰি সাধাৰণ শিশুৰ নিচিনাকৈ যেঁকুৰি যেঁকুৰি কান্দিছে আৰু দুষ্টালি বুদ্ধিৰে পিতৃ-মাতৃৰ মাজত দাম্পত্য কলহ সংঘটিত হোৱাৰ পথো বালগোপালে পৰিষ্কাৰ কৰি দিছে। কৃষ্ণৰ চৰিত্ৰৰ যোগেদি শিশু চৰিত্ৰৰ অঙ্কণত মাধৱদেৱ যথেষ্ট সাৰ্থক হৈছে।

নন্দ ঃ 'অৰ্জুন-ভঞ্জন' নাটৰ আন এটি পুৰুষ চৰিত্ৰ নন্দ। যশোদাৰ স্বামী নন্দ কৃষ্ণৰ পালক পিতৃ। নন্দৰ চৰিত্ৰৰ পুত্ৰবৎসল পিতৃৰ ৰূপ দেখা যায়। ভাগৱত পুৰাণৰ মতে উড়লত বন্ধা অৱস্থাত পুত্ৰ কৃষ্ণক দেখি তেওঁ হাঁহি হাঁহি পুতেকৰ বান্ধ খুলি দিছিল। আনহাতে 'অৰ্জুন-ভঞ্জন' নাটত বন্ধন অৱস্থাত পতিত বৃক্ষৰ তলত প্ৰাণপুত্ৰক দেখি নন্দৰ বুজিবলৈ বাকী নাথাকিল যে সেই কাম যশোদাৰ বাহিৰে আনৰ নহয়। গৰুৰ পঘাৰে একমাত্ৰ পুত্ৰক উড়লত বন্ধাটো যে মমতাহীনতাৰ নিদৰ্শন সেই কথা নন্দই উপলব্ধি কৰিছে।

নন্দ আমাৰ সমাজত থকা সাধাৰণ পুৰুষৰ দৰেই। প্ৰাণপুত্ৰ কৃষ্ণক ৰচীৰে উড়লত যশোদাই বান্ধি থোৱা বুলি জানি তেওঁৰ খং উঠিছে আৰু খঙত যশোদাক গালি পাৰিছে। কিন্তু যশোদাৰ বাক্যবাণ প্ৰহাৰত জৰ্জৰিত নন্দই উপায়ান্তৰ নেদেখি মৌন হৈ থাকিবলৈ বাধ্য হৈ দৰ্শকক বিমল হাস্যৰসৰ যোগান ধৰিছে। নন্দৰ চৰিত্ৰটি মাধৱদেৱে 'ভাগৱত-পুৰাণ'ৰ পৰা গ্ৰহণ কৰিছে। নাটকীয় ঘটনা প্ৰবাহৰ লগত কিন্তু নন্দ যশোদাৰ দাম্পত্য কলহৰ অঙ্গাঙ্গী সম্পৰ্ক নাই।

যশোদা ঃ ভাগৱত পুৰাণৰ কাহিনী ভাগত যশোদাৰ ভূমিকা বালগোপালক ৰজ্জুৰে বন্ধা অৱস্থাৰেই শেষ হৈছে। ইয়াৰ বিপৰীতে 'অৰ্জুন ভঞ্জন' নাটত যশোদাৰ ভূমিকা আৰম্ভণিৰ পৰা পৰি সমাপ্তিলৈ অব্যাহতভাৱে ৰক্ষিত হৈছে। লোকসমাজত দেখা পুত্ৰ শাসিকা, কৰ্মনিৰতা, প্ৰগলভা নাৰীৰ লগত যশোদাৰ চৰিত্ৰৰ সাদৃশ্য স্পষ্ট। ভাগৱত পুৰাণ, হৰিবংশ বা বিষ্ণুপুৰাণ অথবা কোনো কবিৰ ৰচনাত যশোদাৰ চৰিত্ৰটি ইমান উজ্জ্বল আৰু স্পষ্টভাৱে চিত্ৰিত হোৱা নাই। যশোদা একালে পুত্ৰস্নেহত সৰ্বদা বিগলিতা, আনকালে তেওঁ দুষ্ট পুত্ৰ

কৃষ্ণক শাসন কৰাৰ প্ৰসঙ্গতো অতিকৈ কঠোৰ। দধি মথন কৰি থকা অৱস্থাত যশোদাই নিজ পুত্ৰৰ প্ৰতি থকা সীমাহীন স্নেহৰ পৰিচয় দিছে। দধিমন্থনৰতা যশোদাই কামৰ মাজতো বালগোপালক কোলাত লৈ চুমা খাই আনন্দেৰে স্তন পান কৰাইছে। ইফালে গাখীৰ উতলি পৰিবলৈ উপক্ৰম কৰা দেখি তেওঁ কৃষ্ণক কোলাৰপৰা নমাই বহাই থৈ গাখীৰ নমাবলৈ গৈছে। তাতেই আৰম্ভ হ'ল নাটকীয় বিৰোধৰ। পাছত পাত্ৰাদি ভাঙি, দধি নষ্ট কৰি বান্দৰক মাখন খাবলৈ দি আৰু নিজেও খোৱা বাবে মাতৃ যশোদাৰ খং বাঢ়ি গ'ল। সেই কাৰণে হাতত লড়ুলৈ যশোদাই কৃষ্ণক খেদি গ'ল আৰু অৱশেষত মাতৃৰ ওচৰত কৃষ্ণই ধৰা দিছে। মাধদেৱৰ 'অৰ্জুন-ভঞ্জন' নাটৰ চৰিত্ৰসমূহৰ ভিতৰত যশোদা নিশ্চিতভাৱে সাৰ্থক চৰিত্ৰ, অসমীয়া লোক সমাজত যশোদাৰ দৰে বাক্‌পটুত্বীৰ অভাৱ নাই।

যশোদাৰ চৰিত্ৰৰ উপৰিও নাটকখনত ৰোহিণী আদি উপকন্যা চৰিত্ৰ আছে। কৃষ্ণক শাস্তি দিবলৈ চেষ্টা কৰা যশোদাক ৰোহিণীয়ে বাধা দিছে। ৰোহিণীয়ে শিশু কৃষ্ণৰ অলৌকিক মহিমা উপলব্ধি কৰিবলৈ সক্ষম হৈছে।

অলৌকিকতা : অৰ্জুন ভঞ্জন নাটত অলৌকিক সকল যথেষ্ট আছে। কাৰণ মহাপুৰুষ মাধৱদেৱে অৰ্জুন ভঞ্জন নাট ৰচনা কৰিছিল, কৃষ্ণভক্তি প্ৰদৰ্শন কৰিবলৈ। ভক্তিৰ বাবে প্ৰয়োজন বিশ্বাস, আবেগ আৰু শ্ৰদ্ধা। ভক্তৰ দৃষ্টিত প্ৰাকৃত-অপ্ৰাকৃত বা লৌকিকতা-অলৌকিকতাৰ কোনো পাৰ্থক্য নাই। সেইকাৰণে ভক্তিপ্ৰধান দৃশ্য বা গ্ৰন্থকাৰত প্ৰায়ে অলৌকিকতাৰ সমাবেশ দেখা যায়। বাল গোপালক যশোদাই কঁকালে বান্ধিবলৈ চেষ্টা কৰিও কেৱল দুআঙুলি কঁকাল বাবে তেওঁক কৃষ্ণক বান্ধিব পৰা নাই। ই অতি অবিশ্বাস্য আৰু অলৌকিক। আনহাতে বালগোপালে উদুখল সংযোগত প্ৰকাণ্ড গছ দুজোপা বাগৰাই পেলোৱা কাৰ্যও নিশ্চিতভাৱে অলৌকিক। গছদুজোপাৰপৰা দুজন দেৱতা ওলাই অহাটোও অলৌকিক।

'অৰ্জুন ভঞ্জন' নাটত এই সকলোবোৰৰ মাজেদি ভয়ানক, অদ্ভুত, ৰৌদ্ৰ, কৰুণ, হাস্য, আদি ৰসৰ সৃষ্টি হৈছে যদিও মূলতঃ ই ভক্তিৰসহে প্ৰকাশক। নাটৰ উদ্দেশ্যই হৈছে সামাজিকৰ হৃদয়ত ভক্তিৰস উদ্দীপন। এই প্ৰক্ৰিয়াত তিনিটা স্তৰ আছে। সেয়া হৈছে শ্ৰদ্ধা, ৰতি আৰু ভক্তি। ভগৱন্তৰ প্ৰতি ভক্তৰ হৃদয়ত উদয় হয় শ্ৰদ্ধা আৰু এই শ্ৰদ্ধাই পৰিণতি লাভ কৰে ৰতিত। ৰতিয়ে পৰিণতি লাভ কৰে ভক্তিত। প্ৰিয়বস্তুৰ প্ৰতি মানৱ মনৰ সহজানুৰাগেই ৰতি। কৃষ্ণৰতি পাঁচ প্ৰকাৰে অভিব্যক্ত হ'ব পাৰে। (১) শান্ত ভক্তিৰস (২) বাৎসল্য ভক্তিৰস (৩) দাস্য ভক্তিৰস (৪) সখ্য ভক্তিৰস (৫) শৃঙ্গাৰাত্মক ভক্তিৰস।

মাধৱদেৱৰ নাটত বাৎসল্য ভক্তিৰসৰ পৰাকাষ্ঠা দেখা যায়। অৰ্জুন-ভঞ্জন নাটৰ স্থায়ীভাৱে 'বাৎসল্য ৰতি'। যশোদা নন্দ আদিয়ে শিশু কৃষ্ণক লালন-পালন কৰিছে। অন্যহাতে কৃষ্ণয়ো নানা দুষ্টালি কৰিছে। এইদৰে মাতৃ-পুত্ৰৰ স্বাভাৱিক সম্পৰ্কৰ মাধ্যমেৰে নাট্যকাৰে সামাজিক বা দৰ্শকৰ চিত্তত বাৎসল্য ভাৱ জগাই তুলি তাৰ পৰিণতি দেখুৱাইছে ভক্তিৰসত। □

# মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰদেৱৰ ধৰ্ম আৰু বেদ

'বেদ' শব্দ 'বিদ্' ধাতুৰপৰা নিষ্পন্ন হৈছে। বিদ্ ধাতুৰে চাৰিটা অৰ্থ বুজায়— জ্ঞানাৰ্থক, লাভাৰ্থক, সত্তাৰ্থক আৰু বিচাৰাৰ্থক। 'বেদ' শব্দৰ অৰ্থ হৈছে 'জ্ঞান'। 'বিদ্যতে অনেন ইতি'। বিদ্ ধাতুত ঘঞ্ প্ৰত্যয় লগাই বেদ শব্দ নিষ্পন্ন কৰা হৈছে। ঋগ্বেদৰ ভাষ্যভূমিকাত স্বামীদয়ানন্দ সৰস্বতীয়ে বেদ শব্দৰ ব্যাখ্যা এনেধৰণে দিছে — "বিদন্তি, জানন্তি, বিদ্যন্তে, ভৱন্তি অথবা বিন্দন্তে, লভন্তে, বিন্দন্তি, বিচাৰয়ন্তি, সৰ্বে মনুষ্যাঃ সত্যবিদ্যাং যৈৰ্যেষু বা তথা বিদ্বাংসশ্চ ভৱন্তি তে বেদাঃ।" অৰ্থাৎ য'ৰপৰা মানুহে সত্যবিদ্যা জানে বা লাভ কৰে, অথবা বিচাৰ কৰে, বা বিদ্বান হয় অথবা সত্যবিদ্যা প্ৰাপ্তিৰ অৰ্থে প্ৰবৃত্ত হয় সেযাই 'বেদ'।

যাজ্ঞবল্ক্যৰ মতে — প্ৰত্যক্ষ নাইবা অনুমানৰ জৰিয়তে যি জ্ঞান লাভ কৰাৰ কোনো বাট নাই, সেই অতীন্দ্ৰিয় জ্ঞান বেদৰ পৰা অনায়াসে লাভ কৰিব পাৰি, সেইবাবে এই গ্ৰন্থ 'বেদ' নামে অভিহিত। বেদক শ্ৰুতি, ত্ৰয়ী, আগম, ছন্দস আদি নামেৰেও জনা যায়। বেদৰ পৰাই ধৰ্মসম্বন্ধীয় জ্ঞান, মোক্ষ আদি জ্ঞান বোধগম্য হয়। বেদৰ মন্ত্ৰসমূহ গুৰু-শিষ্যৰ মুখে মুখে পৰম্পৰাগতভাৱে চলি অহাবাবে ইয়াৰ আন এটা নাম শ্ৰুতি। আপস্তম্বৰ মতে — "মন্ত্ৰব্ৰাহ্মণয়োৰ্বেদনামধেয়ম্"। অৰ্থাৎ বেদৰ দুটা অংশ — মন্ত্ৰ আৰু ব্ৰাহ্মণ। বেদ চাৰিখন — ঋগ্, যজু, সাম আৰু অথৰ্ব। প্ৰত্যেক বেদৰ চাৰিটা ভাগ আছে — সংহিতা, ব্ৰাহ্মণ, আৰণ্যক আৰু উপনিষদ। এই চাৰিবেদৰ বহুতো মন্ত্ৰ মহাপুৰুষ শঙ্কৰদেৱৰ ধৰ্মৰ লগত মিল দেখা যায়। তাকে অতি সংক্ষিপ্তভাৱে আলোচনা কৰা হ'ল।

মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰদেৱে প্ৰচাৰ কৰা ধৰ্মক 'একশৰণ হৰিনাম ধৰ্ম' বুলি কোৱা হয়। মধ্যযুগত সমাজত চলি থকা অন্যায়, কুসংস্কাৰ আদি সংশোধন কৰি গুৰুজনাই অসমত নব-বৈষ্ণৱ ধৰ্মৰ প্ৰৱৰ্তন কৰে। গুৰুজনাই বৈষ্ণৱ ধৰ্মৰ শ্ৰেষ্ঠত্ব প্ৰতিপাদন কৰি সুদৃঢ় ভেটিত প্ৰতিষ্ঠিত কৰিলে আৰু জাতি-ধৰ্ম নিৰ্বিশেষে সৰ্বসাধাৰণৰ মাজত ভগৱান বিষ্ণু (কৃষ্ণৰ) নাম শ্ৰৱণ-কীৰ্তন আৰু মহিমা প্ৰকাশ কৰি মানৱৰ জীৱনত নতুন পোহৰৰ সন্ধান দিলে। ফলত, ধৰ্মৰ নামত বিভিন্ন পথেৰে চলি থকা মানুহে বৈষ্ণৱ ধৰ্মৰ সাৰবত্তা উপলব্ধি কৰিবলৈ সক্ষম হ'ল। ভগৱানৰ নাম লোৱাত সকলোৰে অধিকাৰ আছে। কোনো জাতি-অজাতিৰ বিচাৰ নাই। স্ত্ৰী-বাল্য-বৃদ্ধ সকলোৰে অধিকাৰ আছে —

স্ত্ৰী বাল্য বৃদ্ধ সমস্তৰে অধিকাৰ।
চণ্ডালকো কৰে নামে তেখনে উদ্ধাৰ।। ভাগৱত ২/ পদ —১৩
নাহি ভকতিত জাতি অজাতি বিচাৰ।
কৃষ্ণত ভকতিত সমস্তৰে অধিকাৰ।। ভাগৱত — ১১/৭

শঙ্কৰদেৱে ধৰ্মপ্ৰচাৰৰ উদ্দেশ্য আগত ৰাখি যি ধৰ্মমত প্ৰচাৰ কৰিছে সেয়া হৈছে পৰমব্ৰহ্ম পুৰুষোত্তম বিষ্ণু- কৃষ্ণক সেৱা কৰা। শ্ৰীমদ্ভাগৱতৰ একাদশ স্কন্ধত মহাপুৰুষৰ বন্দনাৰ দ্বাৰা পৰিত্ৰাণ পোৱা কথা আছে। মহাপুৰুষ মাধৱদেৱেও নাম-ঘোষাত শুকদেৱে পৰীক্ষিতক কোৱা দেখা যায় —

তোমাত কহিবো সেহি শাস্ত্ৰ তুমি আৰু শুনিবাৰ পাত্ৰ
মহাপুৰুষক সেৱক তুমি সম্প্ৰতি।
ই শাস্ত্ৰত শ্ৰদ্ধা মাত্ৰকত মুকুন্দৰ পাদ পঙ্কজত
আতি শীঘ্ৰে তাৰ হইবে জানা সতী মতি।। নাম-ঘোষা — ৬৫০

একমাত্ৰ ভগৱান কৃষ্ণৰ চৰণত শৰণ লৈ শ্ৰৱণ-কীৰ্তনৰ দ্বাৰাই কৃষ্ণক (বিষ্ণুক) ভজনা আৰু কিঙ্কৰৰূপে আত্মনিয়োগ কৰাই হৈছে এই ধৰ্মৰ মূল কথা। একশৰণৰ দ্বাৰা সম্পূৰ্ণভাৱে আত্ম-সমৰ্পণ কৰিলে সকলো দুখ-দুৰ্গতিৰপৰা ভক্ত ৰক্ষা পৰে।

একশৰণ নাম-ধৰ্মত বেদৰ স্থান সম্পৰ্কে আলোচনা কৰিলে দেখা যায় যে, একশৰণ হৰি নাম-ধৰ্ম বেদ বিমুখ নহয়। বেদে প্ৰথমতে ভিন ভিন দেৱতাৰ উদ্দেশ্যে যাগ-যজ্ঞ আদি অনুষ্ঠানৰ উপদেশ দিয়ে যদিও, সেই বেদেই আকৌ একমাত্ৰ পৰমাত্মা পুৰোষোত্তমৰ সন্ধান দিয়ে। শ্ৰীমদ্ভাগৱতত বেদৰে সাৰতত্ত্ব উপদেশ নিহিত হৈছে —

শুনিয়োক সৰ্ব্বজন কৃষ্ণত অৰ্পিয়ো মন
মহাভাগৱত কথা সাৰ।
ইসে পুৰাণৰ সূৰ্য্য ভকতিৰ প্ৰকাশক
সমস্তে বেদৰ সাৰোদ্ধাৰ।। ভাগৱত — ১০/৪২৫

সেইদৰে নাম-ঘোষাতো এনেদৰে কৈছে যে হৰিয়েই একমাত্ৰ সত্য এইটো সকলো বেদেই স্বীকাৰ কৰে।

সৰ্ব্ব পুৰুষাৰ্থ কৈতৱ জান।
হৰি মাত্ৰ সত্য বেদ প্ৰমাণ।। নাম-ঘোষা — ৭২৯

কৃষ্ণ-কথাৰ মহিমা শুনি বৈষ্ণৱ ভক্তসকলে বিদৰে আকোল বিহ্বল হৈ সমস্ত নামেৰে ভগৱানৰ গুণ গায়, তেনেদৰে বৈদিক সাহিত্যতো ইন্দ্ৰ সম্পৰ্কে ঋষিসকলে তেওঁৰ মহিমাৰ গুণ গায়। বিশেষতঃ ঋগ্বেদত অকৃপণভাৱে ইন্দ্ৰৰ বৰ্ণনা কৰিছে। সেই বৰ্ণনা দেখি ভাব হয় ঋগ্বেদত ইন্দ্ৰই শ্ৰেষ্ঠ দেৱতা। অন্তৰীক্ষবাসী, বিশ্বৰূপ, বৃত্ৰঘ্ন, মায়াবী, বীৰ, শতকৰ্মা ইন্দ্ৰক স্তুতি কৰি কোৱা হৈছে যে—

"ইন্দ্ৰায়াহি চিত্ৰভানো সুতা ইমে ত্বায়বঃ" ইন্দ্ৰায়াহি ধিয়েষিতো বিপ্ৰজূতঃ সুতাবতঃ উপ ব্ৰহ্মাণি-বাঘতঃ।। ১/৩/৫

অৰ্থাৎ— সমস্ত কাৰ্য্যজগতৰ উৎপত্তিৰ যি আদি কাৰণ পৰমেশ্বৰ তেওঁক ধ্যান কৰা সকলো মনুষ্যৰ কৰ্তব্য। সেই ইন্দ্ৰৰ প্ৰতি ৰতি হ'ব লাগে। ইয়াত ইন্দ্ৰক প্ৰতীকৰূপে সেই পৰম ব্ৰহ্মৰ কল্পনা কৰা হৈছে।

সেইদৰে দ্বিতীয় স্কন্ধ ভাগৱতত শঙ্কৰদেৱে কৈছে যে পূৰ্বতে ব্ৰহ্মাই বেদৰ গাৰ বুজি কৈছিল যে শ্ৰৱণ-কীৰ্তনেই হৈছে সুগম পথ। কাৰণ, ইয়াৰ দ্বাৰা অতি কম সময়ৰ ভিতৰতে ভক্তৰ অন্তৰত কৃষ্ণ-প্ৰেমৰ উদ্ভৱ হয়।

। পূৰ্ব্বত ব্ৰহ্মায়ে একচিত্তে তিনিবাৰ।
বেদত বিচাৰি এহিমাত্ৰ পাইলা সাৰ।।
শ্ৰৱণ কীৰ্ত্তন মাত্ৰ সুগম ভকতি।
অলপতে উপজে গোবিন্দত প্ৰেমৰতি।। ভাগৱত — ২/২১

বেদত কোৱা হৈছে যে ভজনীয় দেৱতা হৈছে কৃষ্ণ বা বিষ্ণু।

ভজনীয় দেৱ কৃষ্ণ বিনে নাহি আন।
বেদ শিৰোৰত্ন মন্ত্ৰে কহে বিদ্যমান। ভাগৱত — ২/৮৪

ঋগ্বেদৰ ইন্দ্ৰসূক্তত তেনে এটা সূক্ত আছে যিটোৱে মনুষ্যৰ হিতসাধানৰ বাবে উপদেশ দিছে —

"ইন্দ্ৰং যো বিশ্বতস্পতি হবামহে জনেভ্যঃ। তস্মাযমস্তু কেবলঃ।১/৭/১০

হে মনুষ্যবৰ্গ, তোমালোক সকলোৱে এইটোৱেই উচিত কৰ্ম যে মোক বাদ দি উপাসনাৰ যোগ্য বুলি অন্য কাকো। নাভাবিবা, মোৰ অবিহনে দ্বিতীয় নাই। সেইদৰে ভজনীয় দেৱ কৃষ্ণৰ অবিহনে আন দেৱ নাই বুলি শঙ্কৰদেৱেও কৈছে। পুৰুষোত্তম ভগৱান কৃষ্ণৰ চৰণত নিজৰ সমস্ত সমৰ্পণ কৰি নিষ্কামভাৱে কৰণীয় কামখিনি কৰিব লাগে।

কীৰ্ত্তন-ঘোষাৰ বেদস্তুতিত কৈছে —

তোক্ষাৰ পৰম জ্ঞান মাধৱ দিয়োক মোক
বিটো খণ্ড সুখ দুঃখ হীন।
নুহি নাৰায়ণ দিয়া শ্ৰৱণ-কীৰ্ত্তন ভক্তি
নোহো যেন বেদৰ অধীন।। কীৰ্ত্তন/বেদস্তুতি পদ — ১৬৭২

বেদৰ অভিপ্ৰায় হৈছে ব্ৰহ্মা সৃষ্ট জগতখন ব্যৱহাৰিক দৃষ্টিত সত্য যেন লাগিলেও পৰমাৰ্থিক দৃষ্টিৰপৰা অসন্ত অৰ্থাৎ অসত্য। সৎ ব্ৰহ্মৰ কাৰ্যৰূপে ই মাথোন সত্যৰ আলোকেৰে অনুৰঞ্জিত। বিষয় বাসনাত লিপ্ত থকা মনুষ্যই বেদৰ অভিপ্ৰায় বুজি নাপায়। কাৰণ, বেদেই পৰমব্ৰহ্মৰ সন্ধান দিছে।

অসন্ত জগতখান তোক্ষাত উদ্ভৱ ভৈল
সন্ত হেন প্ৰকাশে সদায়।
কৰ্ম্মজড় মনুষ্যৰ মনমগ্ন ভৈল তাতে
বেদৰ নুবুজে অভিপ্ৰায়। কীৰ্ত্তন/বেদস্তুতি — ১৬৬১

চাৰিবেদ, অষ্টাদশ পুৰাণ আৰু পৰম বেদাত ভাগৱত আৰু ঋষিমুনিসকলে যোগৰ দ্বাৰা জ্ঞান লাভ কৰি সেই সাৰতত্ত্ব উপলব্ধি কৰিছে। (পদ — ১৬৭৩)।

ঋগ্‌বেদত কোৱা হৈছে —

বিষ্ণুৰ্গোপাঃ পৰমংপাতি পাথঃ প্ৰিয়া ধামান্যমৃতাদধানঃ।
অগ্নিষ্টা বিশ্বা ভুবনানি বেদ মহ দেৱানামসুৰত্ব মেকম্‌।।

ঋগ্বেদ ৩/৫৫, ১০

অৰ্থাৎ — "হে মনুষ্য, যি পৰমাত্মাই এই সংসাৰৰ স্ৰষ্টা, পালোতা আৰু নাশকৰ্ত্তা আৰু সকলো জীৱৰ হিতসাধনৰ কাৰণে অনেক পদাৰ্থৰ নিৰ্মাণ কৰিছে, তোমালোকে একমাত্ৰ তেওঁকহে সেৱা কৰা উচিত।"

ভাগৱত পুৰাণত কোৱা হৈছে পৃথিৱীত জীৱ সমূহে তিনি তাপত পৰি কষ্ট ভোগ কৰিবলগীয়া হয়। সেই দুঃখ বা তিনিতাপৰ পৰা উদ্ধাৰ হ'ব কাৰণে ভগৱানৰ ধ্যান কৰিব লাগে অৰ্থাৎ তেওঁৰ আশ্ৰয় ল'ব লাগিব।

তাপত্ৰয়েণাভিহিতস্য ঘোৰে সন্তপ্যমানস্য ভৱাধ্বনীশ।
পশ্যামি নান্যচ্ছৰণং তৱাঙ্ঘ্ৰিদ্বন্দ্বাতপত্ৰাদমৃতাভিবৰ্ষাৎ।

ভাগৱত — ১১/১৯/৯

তং বো ধিয়া নব্যসা শবিষ্ঠং প্ৰত্নং প্ৰত্নবৎপৰিতংসয়ধ্যৈ।
স নো বক্ষদনিমানঃ সুৱহ্মেন্দ্ৰো বিশ্বান্যতি দুৰ্গহাণি।"

ঋগ্বেদ — ৬/২২/৭

নাম-ঘোষাতো মাধৱদেৱে কৈছে —

হে কৃষ্ণ যত জীৱ নিত্য তিনি তাপে ব্যথা সন্তাপিত
দুৰ্ঘোৰ সংসাৰ তাপত পৰি আছয়।
তযু পদ ধেতছত্ৰ প্ৰায় অমৃত বৰিষে সৰ্ব্বদায়
তাৰ ছায়া বিনে নেদেখো আন আশ্ৰয়।। নাম-ঘোষা — ৬৫৭

ঋগ্বেদৰ প্ৰথম মণ্ডলৰ ১৫৪ নং সূক্তৰ প্ৰথম মন্ত্ৰত বিষ্ণুদেৱতাক স্তুতি কৰি কৈছে —

বিষ্ণোৰ্নু কং বীৰ্যাণি প্ৰবোচং যঃ পাৰ্থিবানি বিমমে ৰজাংসি।
যো অস্কভায়দুত্তৰং সধস্থং বিচক্ৰমাণস্ত্ৰেধোৰুগায়ঃ।।

ঋগ্বেদ — ১/১৫৪/১

অৰ্থাৎ, আকৰ্ষণ শক্তিৰ দ্বাৰা সূৰ্যই গ্ৰহসমূহক ধাৰণ কৰি আছে, সেই সূৰ্যাদি লোক আৰু জীৱসমূহক জগদীশ্বৰে ধাৰণ কৰি আছে, তেৱেঁই সৃষ্টি কৰিছে আৰু তেওঁতে সকলোৰে লয় ঘটে। সেইকাৰণে মিথ্যা অহংকাৰ ত্যাগ কৰি একমাত্ৰ পৰমেশ্বৰকে উপাসনা কৰিব লাগে।"

সেইদৰে মহাপুৰুষ শংকৰদেৱেও বিষ্ণু (কৃষ্ণৰ) মহিমা প্ৰকাশ কৰি নিজৰ ভকত বলোৰাম মুখেদি কোৱাইছে —

বিষ্ণো ব্ৰহ্মা লোহে তৰ্ক লোকৰ।

নপাৰে বচনে মনে ওচৰ।।
নাহি উতপতি নাহি মৰণ।
সদায়ে প্ৰণামো তান চৰণ।।
হেন অহম্মম সদাযে কৰো।
যাহাৰ মাযাত উপজো মৰো।। কীৰ্ত্তন, শিশুলীলা — ৬৭৬, ৬৭৭

ঋগ্বেদৰ প্ৰথম মণ্ডলৰ ২২ নং সূক্তৰ ১৮ নং মন্ত্ৰত কোৱা হৈছে— বিষ্ণু ৰক্ষক, তেওঁক কোনেও আঘাত কৰিব নোৱাৰে, তেওঁ সমুদায় ধৰ্ম ধাৰণ কৰি তিনি পদেৰে পৰিভ্ৰমণ কৰিছিল।

ত্ৰীনিপদা বিচক্ৰমে বিষ্ণুৰ্গোপা অদাভ্যঃ।
অতো ধৰ্মাণি ধাৰয়ণ্। ঋগ্বেদ ১/২২/১৮

ভাগৱতৰ ৮ম স্কন্ধত কোৱা হৈছে —

যদ্যপি সৱাতে সম তুমি দামোদৰ।
তথাপিতো ভকতত কৰুণা বিস্তৰ।। ভাগৱত — ৮/৫২২

বিষ্ণুৱেই সৃষ্টি, স্থিতি, লয়ৰ কাৰণ অধিষ্ঠাতা দেৱতা। যিজন বিষ্ণু পালন কৰ্মৰ অধীশ্বৰ তেৱেঁই পুৰাণৰ যুগত অন্যতম প্ৰধান দেৱতাৰূপে স্থান লাভ কৰিছে। গীতাত ভগৱান কৃষ্ণই ঘোষণা কৰিছে — 'আদিত্যসকলৰ মাজত ময়েই বিষ্ণু।' 'আদিত্যনামহং বিষ্ণু।'

আদিত্যানামহং বিষ্ণুৰ্জ্যোতিষাং ৰৱিৰংশুমান্।
মৰীচিৰ্ম্মৰুতামস্মি নক্ষত্ৰাণাংঅহং শশী।। গীতা — ১০/২১

অৰ্থাৎ, দ্বাদশ আদিত্যৰে ভিতৰত মই সূৰ্য, মৰুৎসকলৰ ভিতৰত মই মৰীচি আৰু নক্ষত্ৰ সমূহৰ ভিতৰত মই চন্দ্ৰ।

(দ্বাদশ আদিত্য — ধাতা, মিত্ৰ, অৰ্যমা, ৰুদ্ৰ, বৰুণ, সূৰ্য, ভগ, বিবস্বান, পূষা, সবিতা, ত্বষ্টা, বিষ্ণু।)

কীৰ্ত্তনৰ শিশুলীলাত সেই বিষ্ণুমায়াৰ স্বৰূপ প্ৰকাশ কৰিছে শিশুৰূপীকৃষ্ণৰ মুখ গহ্বৰত। য'ত যশোদাই সমস্ত জগত, সাতোখন দ্বীপ, চন্দ্ৰ, সূৰ্য, গ্ৰহ-নক্ষত্ৰ আৰু সমস্ত জীৱগণক দেখা পাইছিল। সেয়া গুৰুজনাই সুন্দৰ ৰূপত বৰ্ণনা কৰিছে।

যশোদা সুন্দৰী দেখন্ত পাছে।
সমস্ত জগত গৰ্ভতে আছে।।
সাতোখান নদী সাতো সাগৰ।
সিৰিকন নদী প্ৰায় সাগৰ।।
বায়ু সূৰ্য্য শশী দিশ আকাশ।
তাৰাগণো তৈতে কৰে প্ৰকাশ।। (কীৰ্ত্তন/শিশুলীলা ৬৭০-৬৭২)

কীৰ্ত্তনৰ পাষণ্ড-মৰ্দনত বেদৰ অভিপ্ৰায় বুজি নোপোৱা অনেক মূঢ় বুলি কৈছে —

নুবুজে বেদ-অভিপ্ৰায় গুঢ়।
কৰ্ম্মক কৰিবে নোৱাৰে মূঢ়।। পাষণ্ড-মৰ্দন — ৯৪

নিষ্কামভাৱে কৰ্ম কৰি সকলো বিষ্ণুতে অৰ্পণ কৰিব লাগে।

"নিষ্কামে কৰিয়া সকলে কৰ্ম্ম।
বিষ্ণুত অৰ্পিব সিসৱ ধৰ্ম্ম।। পাষণ্ড-মৰ্দন ৯৫

ওপৰত উল্লেখ কৰা পদ সমূহৰপৰা ইয়াকে বুজিব পাৰি যে বেদ-শাস্ত্ৰৰ মৰ্যাদা ৰাখি, শাস্ত্ৰৰ নিগুঢ় তাৎপৰ্য উপলব্ধি কৰি একমাত্ৰ পুৰুষোত্তমৰ চৰণত শৰণ ল'লেহে পৰম শান্তি লাভ কৰা যায়। একশৰণ হৰিনাম ধৰ্মৰ এয়েই বিশেষত্ব। আনকি বেদক নিন্দা কৰাটো অপৰাধ বুলি গণ্য কৰা হৈছে।

"বেদকো নিন্দে যদি কোনো বেলা।

ভূঞ্জিবে যাতনা নাহিকে বাধ।। নাম-অপৰাধ, কীৰ্ত্তন — ৫০

ঋগ্বেদৰ ৪ৰ্থ মণ্ডলৰ ৫৩ নং সূক্তৰ ৪ নং মন্ত্ৰত কোৱা হৈছে যে মনুষ্য, যি পৰমেশ্বৰে সমস্ত প্ৰজাৰ হিত সাধন কৰে, সকলোৰে বাহিৰে ভিতৰে অভিব্যাপ্ত হৈ সমস্তৰ কাৰণে কৰ্মফল দান কৰে সেই পৰমেশ্বৰক ভজনা কৰিব লাগে।

"অদাভ্যো ভূবনানি প্ৰচাকশদ্ৰ্ৰতানি দেৱঃ সৱিতাভি ৰক্ষতে।
প্ৰাস্ৰাগবাহু ভূৱনস্য প্ৰজাভ্যো ধৃতব্ৰতো মহো অজ্‌মস্য ৰাজতি।।

ঋগ্বেদ — ৪/৫৩/৪

অৰ্থাৎ যিজন কল্যাণকামী, অনাদি অনন্ত নিৰ্গুণ সেই পৰমেশ্বৰৰ শৰণাপন্ন হ'ব লাগে। শ্ৰীমদ্ভাগৱতপুৰাণতো একশৰণৰ কথা পোৱা যায় —

তস্মাত্ত্বমুদ্ধবোত্‌সৃজ্য চোদনাং প্ৰতিচোদনাম্।
প্ৰবৃত্তং চ নিবৃত্তং চ শ্ৰোতব্যং শ্ৰুতমেৱ চ।।
মামেকমেৱ শৰণমাত্মানং সৰ্বদেহিনাম্।
যাহি সৰ্বাত্মভাৱেন ময়া সা হ্যকুতোভয়।।

ভাগৱত — ১১/১২/১৪-১৫

"হে উদ্ধৱ, শ্ৰুতি-স্মৃতিৰ দ্বাৰা বিহিত বিধি নিষেধমূলক সকলো পৰিহাৰ কৰি সকলো প্ৰাণীৰ আশ্ৰয় একমাত্ৰ মোতহে তুমি অনন্য ভক্তিৰে সৰ্বতোভাৱে শৰণ লোৱা, কোনো বিষয়ৰ পৰা কোনো ৰূপ ভয় তুমি নকৰিবা। এই অভয় অৱস্থাই হৈছে পৰম শান্তিময় অৱস্থা।"

বৃহদাৰণ্যক উপনিষদত কোৱা হৈছে — "অভয়ং বৈ জনক প্ৰাপ্তোহসীতি হোবাচ যাজ্ঞবল্ক্যঃ।" বৃহদাৰণ্যক উপনিষদ ২/৪, পৃ. ৭৯৪

যাজ্ঞবল্ক্যই জনকক ক'লে — 'হে জনক! আপুনি অভয় লাভ কৰিছে।" অৰ্থাৎ

যেতিয়া পৰমাত্মাত মন নিবিষ্ট হয় তেতিয়া বিষয়-আসক্তিবশৰা ভয় নাথাকে। তৈত্তিৰীয় উপনিষদতো কৈছে — যেতিয়া জীৱই তৃপ্তিকৰ সুখস্বৰূপ ৰসক লাভ কৰে আৰু দৰ্শনাতীত, অশৰীৰ, অনিৰ্বচনীয়, নিৰাধাৰ ব্ৰহ্মাত নিৰ্ভয়ে স্থিতি লাভ কৰে, তেতিয়াই জীৱ অভয় প্ৰাপ্ত হয় অৰ্থাৎ তেওঁৰ সকলো ভয়ৰ উপশম হয়। "অথ সোঽভয়ং গতো ভবতি।" তৈত্তিৰীয় উপনিষদ — ৭/২)

উক্ত উপনিষদ বাণীসমূহৰপৰা জানিব পাৰি যে এই 'অভয়' সকলো দুখৰ নিবৃত্তিত পৰম শান্তিময় মুক্ত অৱস্থা বুলি অভিহিত হৈছে।

এয়ে হৈছে অনন্যা ভক্তি। অনন্যা ভক্তিৰ বিষয়ে শ্ৰীধৰস্বামীয়ে 'মদেকনিষ্ঠতয়া' বুলি কৈছে। শ্ৰীমৎ শঙ্কৰাচাৰ্যইও অনন্যা ভক্তিৰ ব্যাখ্যাৰ প্ৰসঙ্গত কৈছে যে "অনন্যয়া অপৃথগ্‌ভূতয়া ভগৱতঃ অন্যত্ৰ পৃথক্ ন কদাচিদপি যা ভবতি সা তু অনন্যা ভক্তিঃ" — অৰ্থাৎ একমাত্ৰ ভগৱন্তৰ বাহিৰে আন কোনো বিষয়ত কেতিয়াও যি ভক্তিয়ে পৃথক হৈ থাকিব নোৱাৰে, তেনে ভক্তিহে হৈছে অনন্যা ভক্তি।

মহাপুৰুষ শঙ্কৰদেৱে অনন্যা বা অব্যভিচাৰিণী ভক্তিৰে "এক দেৱ এক সেৱ এক বিনে নাহি কেৱ" এই পৰম ব্ৰহ্ম পৰমেশ্বৰ কৃষ্ণ বা বিষ্ণুকে শ্ৰৱণ-কীৰ্তনৰ দ্বাৰা ভক্তি বাখিবলৈ কৈছে। তেনেদৰে ঋগ্বেদৰ প্ৰথম মণ্ডলৰ ১৬৪ নং সূক্তৰ ৪৬ নং মন্ত্ৰত কোৱা হৈছে —

"একং সদ্ বিপ্ৰাঃ বহুধা বদন্ত্যগ্নিং যমং মাতৰিশ্বানমাহুঃ"। ঋগ্বেদ ১/১৬৪/৪৬

অৰ্থাৎ তেওঁ এক হ'লেও বহু বুলি বৰ্ণনা কৰা হয়, বিদৰে এই অখণ্ড অব্যাকৃত সৎ ব্ৰহ্মক অগ্নি, যম আৰু মাতৰিশ্বা (বায়ু) বুলি কোৱা হয়।"

এই মন্ত্ৰটোতো শঙ্কৰদেৱৰ দৰেই পৰম পুৰুষ পৰমাত্মাৰ সন্ধান দিছে। কাৰণ হৰিক বিভিন্ন নামেৰে ভক্তই স্মৰণ কৰে।

ঋগ্বেদৰ ৮ ম মণ্ডলৰ ৬৬ নং সূক্তৰ ১৩ নং মন্ত্ৰত কোৱা হৈছে যে —

ঈশ্বৰতকৈ পালনকৰ্তা, পোষণকৰ্তা আৰু কৃপালু আন কোনো নাই, সেই কাৰণে প্ৰেম, ভক্তি আৰু শ্ৰদ্ধাৰে তেওঁকেই উপাসনা কৰা উচিত।

বয়ং ধা তে বিপ্ৰা ইন্দ্ৰিৱ বিপ্ৰা অপি স্মসি।
নহি ত্বদন্যঃ পুৰুহুত কশ্চন মঘৱন্নস্তি মৰ্ডিতা।। ঋগ্বেদ — ৮/৬৬/১৩

এনেদৰে নাম-ঘোষাত মাধৱদেৱে কৈছে —

বেদৰ গুপুত বিত্ত নাৰায়ণ এ
দেৱকীত হুয়া সাক্ষাতে ভৈলা বিদিত।
জীৱৰ তৰণ হেতু নাৰায়ণ এ
প্ৰচাৰিলা নিজ ধৰ্ম বিপৰীত।। নাম-ঘোষা — ৮০৬

অথৰ্ববেদত কোৱা হৈছে — "বায়ু যিদৰে সকলো প্ৰাণীৰ জীৱনৰ আধাৰ, পৰমেশ্বৰ

এড়ায় কলঙ্ক মহাপাপ।
দূৰ যায় সংসাৰৰ তাপ।।
হোৱৈ সিদ্ধি মনৰ বাঞ্চিত।

কীৰ্ত্তন নেডিবা একো নৰে।।
আতপৰে নাহিকে উপায়।
বেদৰো এহিসে অভিপ্ৰায়।।

(কীৰ্ত্তন-ঘোষা/স্যমন্তক হৰণ – ১৪৭২, ১৪৭৩)

শ্বেতাশ্বতৰোনিষদৰ ষষ্ঠ অধ্যায়তো সেই একে কথাকে কৈছে যে "পৰমেশ্বৰে বৃক্ষাকৃতিৰূপ সংসাৰৰ ধৰ্ম শোক-মোহাদি আৰু কালৰ ধৰ্ম ভূত-ভৱিষ্যত আদিৰ অতীত। যাৰ প্ৰভাৱত জগত প্ৰপঞ্চত আৱৰ্তিত হয় সেই ধৰ্মৰ পোষক, পাপনাশক ঐশ্বৰ্যবান, অমৃতস্বৰূপ পৰমেশ্বৰকে উপলব্ধি কৰি মানৱে পৰিত্ৰাণ পায়।"

স বৃক্ষকালাকৃতিভিঃ পৰোহন্যো যস্মাৎপ্ৰপঞ্চতঃ পৰিৱৰ্ত্ততেহয়ম্।
ধৰ্মাবহং পাপনুদাং ভগেশং জ্ঞাত্বাত্মস্থমমৃতং বিশ্বধাম্।।

শ্বেতাশ্বতৰোপনিষদ - ৬/৬

বেদ আদি শাস্ত্ৰতো সেই পৰমব্ৰহ্মাৰ কথাকেই ইঙ্গিত দিছে। সেইকাৰণে শাস্ত্ৰৰ নিগুঢ় তাৎপৰ্য উপলব্ধি কৰি একমাত্ৰ পুৰুষোত্তমৰ চৰণত শৰণ ল'লেহে পৰম শান্তি লাভ কৰিব পাৰি। শ্ৰীমদ্ভাগবত পুৰাণৰ একাদশ স্কন্ধত কোৱা হৈছে –

চাৰি বেদ ৰামায়ণ পুৰাণ ভাৰত।
হৰিকেসে কৰৈ মাত্ৰ সমস্তে শাস্ত্ৰত।। ভাগৱত পুৰাণ – ১১/১৯১

পুৰুষোত্তম ভগৱন্তই একমাত্ৰ সকলো ধৰ্মৰ সাৰস্বৰূপ। সেই পৰমপুৰুষ সম্বন্ধে জ্ঞান লাভ কৰি অব্যাভিচাৰিণী ভক্তিযোগেৰে তেওঁৰ নাম শ্ৰৱণ-কীৰ্তনৰ দ্বাৰা আত্মনিয়োগ কৰে, সেই ভক্তক ভগৱানে উদ্ধাৰ কৰে। (শ্বেতাশ্বতৰোপনিষদ - ৬/৭)

শঙ্কৰদেৱেও কীৰ্ত্তন-ঘোষাত কৈছে –

আগম পুৰাণ যত বেদান্তৰ তাতপৰ্য্য
জানি কৰা ভকতিক সাৰ।
শ্ৰৱণ কীৰ্ত্তন বিনা আন পুণ্য নপায় জানা
ইটো ঘোৰ সংসাৰৰ পাৰ।।

কীৰ্ত্তন-ঘোষা-বেদস্তুতি – ১৬৭৩ □

# গ্রন্থ-পঞ্জী


**অসমীয়া :**

গোহাঁই, হীৰেন : অসমীয়া জাতীয় জীৱনত মহাপুৰুষীয়া পৰম্পৰা, লয়াৰ্ছ বুক ষ্টল, গুৱাহাটী, ২য় প্ৰকাশ, ১৯৭৮।

: কীৰ্ত্তন পুথিৰ ৰস বিচাৰ গুৱাহাটী, ২য় প্ৰকাশ, ১৯৮৭।

গোস্বামী, তীৰ্থনাথ : যোৰামৃত, ধ্ৰুৱ সত্ৰ পুথিভঁৰাল, যোৰহাট, ১ম প্ৰকাশ, ১৯৯০।

গোস্বামী, উপেন্দ্ৰনাথ : বৈষ্ণৱ ভক্তিধাৰা আৰু সত্ৰকথা, বীণা লাইব্ৰেৰী গুৱাহাটী, ২য় প্ৰকাশ, ১৯৮৭'

: ভাষা আৰু সাহিত্য, মণি-মাণিক প্ৰকাশ গুৱাহাটী, ৪ৰ্থ প্ৰকাশ, ১৯৮৫।

গোস্বামী, ত্ৰৈলোক্যনাথ : সাহিত্য কলা আৰু তাৰ বিচাৰ মিত্ৰ এজেন্সি এণ্ড কোং, তিনিচুকীয়া ২য় প্ৰকাশ ১৯৮৮।

গোস্বামী, পূৰ্ণচন্দ্ৰ (সম্পাদিত) : শ্ৰীশ্ৰীমাধৱদেৱ বাক্যামৃত জ্যোতি প্ৰকাশ, গোলাঘাট, ২য় প্ৰকাশ, ১৯৮০।

গোস্বামী, যতীন্দ্ৰনাথ : অসমীয়া সাহিত্যৰ চমু বুৰঞ্জী, মণি মাণিক প্ৰকাশ, গুৱাহাটী, ৪ৰ্থ প্ৰকাশ, ১৯৮৬।

চলিহা, ভৱপ্ৰসাদ (সম্পাদিত) : মাধৱদেৱ আৰু সংস্কৃতি, শ্ৰীমন্ত শঙ্কৰদেৱ সঙ্ঘ,অসম, গুৱাহাটী, ১ম প্ৰকাশ, ১৯৮৯।

" : মাধৱদেৱৰ সাহিত্য, শ্ৰীমন্ত শঙ্কৰদেৱ সঙ্ঘ, গুৱাহাটী, ১ম প্ৰকাশ, ১৯৮৭।

" : শঙ্কৰী সংস্কৃতিৰ অধ্যয়ন, শ্ৰীমন্ত শঙ্কৰদেৱ সঙ্ঘ, ১ম প্ৰকাশ ১৯৭৮।

চলিহা, ভৱপ্ৰসাদ আৰু বৰুৱা, বিশ্ব, (সম্পাদিত) : মাধৱদেৱ অধ্যয়নৰ ভূমিকা, শ্ৰীমন্ত শঙ্কৰদেৱ সঙ্ঘ, গুৱাহাটী, ১ম প্ৰকাশ, ১৯৮৯।

চুতীয়া, সোণাৰাম : বেদ আৰু মহাপুৰুষীয়া ধৰ্ম, অলকা বুক এণ্ড ষ্টেচনাৰ্চ, দেৰগাঁও (অসম), ১ম প্ৰকাশ ১৯৮৮।

: বৈষ্ণৱ দৰ্শনৰ ৰূপৰেখা, শ্ৰীমন্ত শঙ্কৰদেৱ সঙ্ঘ, ৩য় প্ৰকাশ, ১৯৮৬।

সম্পাদনা সমিতি, শ্ৰীমন্ত শঙ্কৰদেৱ সঙ্ঘ : শঙ্কৰী সাহিত্য-সংস্কৃতিত দৃষ্টিপাত, শ্ৰীমন্ত শঙ্কৰদেৱ সঙ্ঘ ২০০২।

" : মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰদেৱ বাক্যামৃত, শ্ৰীমন্ত শঙ্কৰদেৱ সঙ্ঘ, অসম, গুৱাহাটী, ১ম প্ৰকাশ ১৯৯৮।

,, : মহাপুৰুষ মাধৱদেৱ বাক্যামৃত, শ্ৰীমন্ত শঙ্কৰদেৱ সঙ্ঘ, অসম, গুৱাহাটী, ১ম প্ৰকাশ, ১৯৯৪।

,, : কীৰ্ত্তন-ঘোষা আৰু নাম-ঘোষা, শ্ৰীমন্ত শঙ্কৰদেৱ সঙ্ঘ, গুৱাহাটী, অসম, ১ম প্ৰকাশ, ১৯৯১।

ডেকা হাজৰিকা, কৰবী : মাধৱদেৱ : সাহিত্য, কলা আৰু দৰ্শন, বনলতা, ডিব্ৰুগড, ১ম প্ৰকাশ, ১৯৮৭।

ডেকা, ৰামচন্দ্ৰ : মাধৱদেৱ : জীৱন আৰু কৃতি, জ্যোতি প্ৰকাশন, ১ম প্ৰকাশ, ২০০১।

তামুলী, লক্ষ্মীনাথ : ৰাধানাথ ফুকন ৰচনাৱলী, অসম প্ৰকাশন পৰিষদ, গুৱাহাটী, ১ম প্ৰকাশ, ১৯৮৮।

দত্তবৰুৱা, হৰিনাৰায়ণ (সম্পাদিত) : শ্ৰীশঙ্কৰ বাক্যামৃত, দত্তবৰুৱা এণ্ড কোম্পানী, গুৱাহাটী। তৃতীয় প্ৰকাশ, ১৯৯৫।

,, : সটীক নাম-ঘোষা, দত্তবৰুৱা এণ্ড কোম্পানী, ৩য় প্ৰকাশ, ১৯৮৮।

,, : গুৰুচৰিত (শ্ৰীমন্ত শঙ্কৰদেৱ লীলাচৰিত), ৰামচৰণ ঠাকুৰ বিৰচিত, দত্তবৰুৱা এণ্ড কোম্পানী, ৩য় প্ৰকাশ, ৫২৯ শঙ্কৰাব্দ।

,, : মহাপুৰুষ শ্ৰীশঙ্কৰদেৱ আৰু মাধৱদেৱ চৰিত, দৈত্যাৰি ঠাকুৰ বিৰচিত, ১ম প্ৰকাশ, ৫০১ শঙ্কৰাব্দ।

,, : ৰামবিজয় নাট, পাৰ্বতী প্ৰকাশন, পাণবজাৰ, গুৱাহাটী। ৫ম প্ৰকাশ, ১৯৯২।

দাস, ইলাৰাম : নাম-ঘোষা ৰসামৃত, জালুগুটি, মৰিগাঁও ১ম প্ৰকাশ, ১৯৯২।

দাস, নাৰায়ণ : শঙ্কৰী সাহিত্যৰ ভূমিকা, নিউ বুক ষ্টল, গুৱাহাটী, ১ম প্ৰকাশ, ১৯৭৯।

দেৱগোস্বামী, কেশৱানন্দ (সম্পাদিত) : অঙ্কমালা, ১৯৮৫।

: অঙ্কীয়া ভাওনা, অসম সাহিত্য সভা, ১ম প্ৰকাশ ১৯৮৪।

শ্ৰীমদ্ভাগৱত (দ্বাদশ স্কন্ধ সম্পূৰ্ণ), বনলতা, ডিব্ৰুগড়, ১ম প্ৰকাশ, ১৯৮৪।

দেৱগোস্বামী, হৰমোহন : সংস্কৃত সাহিত্যৰ বুৰঞ্জী, বুকলেণ্ড, গুৱাহাটী, ২য় প্ৰকাশ, ১৯৮৮।

নাথ, জীৱকান্ত : নাম-ঘোষাৰ সমীক্ষাত্মক অধ্যয়ন, শ্ৰীমন্ত শঙ্কৰদেৱ সঙ্ঘ, ১ম প্ৰকাশ, ২০০২।

নেওগ, ডিম্বেশ্বৰ : যুগনায়ক শঙ্কৰদেৱ, দত্তবৰুৱা এণ্ড কোম্পানী, গুৱাহাটী,

১ম প্ৰকাশ, ৫১৮ শঙ্কৰাব্দ।

নেওগ, মহেশ্বৰ (সম্পাদিত) : গুৰুচৰিতৰ ইতিকথা, অসম সাহিত্য সভা, ১ম প্ৰকাশ, ১৯৮৩।

: শ্ৰীশ্ৰীশঙ্কৰদেৱ লয়াৰ্ছ বুক ষ্টল গুৱাহাটী, ২য় প্ৰকাশ, ১৯৫২।

(সম্পাদিত) : শ্ৰীশ্ৰীমাধৱদেৱ, শ্ৰীমন্ত শঙ্কৰদেৱ সঙ্ঘ, গুৱাহাটী, ১ম প্ৰকাশ, ১৯৮৯।

(সম্পাদিত) : কীৰ্ত্তন-ঘোষা আৰু নাম-ঘোষা, লয়াৰ্ছ বুক ষ্টল গুৱাহাটী, তৃতীয় প্ৰকাশ ১৯৬২।

(সম্পাদিত) : গুৰুচৰিত কথা, গুৱাহাটী বিশ্ববিদ্যালয়, ১ম প্ৰকাশ, ১৯৮৬।

(সম্পাদিত) : বৰদোৱা গুৰুচৰিত গুৱাহাটী বুক ষ্টল, ১ম প্ৰকাশ ১৯৭৭।

বৰা, মহিম ॰ শঙ্কৰদেৱৰ নাট, অসম প্ৰকাশন পৰিষদ গুৱাহাটী, প্ৰথম প্ৰকাশ, ১৯৮৯।

বৰা, যতীন : ছন্দ ধ্বনি আৰু অলঙ্কাৰ, বনলতা ডিব্ৰুগড় ১ম প্ৰকাশ, ১৯৯৯।

বৰ্মন শিবনাথ : অসমীয়া সাহিত্যৰ বুৰঞ্জী আনন্দৰাম বৰুৱা ভাষা কলা-সংস্কৃতি সংস্থা, অসম, ১ম প্ৰকাশ ১৯৯৭

: শ্ৰীমন্ত শঙ্কৰদেৱ : কৃতি আৰু কৃতিত্ব পুথিতীৰ্থ প্ৰকাশন, গোলাঘাট, ১ম প্ৰকাশ, ১৯৮৬।

বসু, যোগীৰাজ : বেদৰ পৰিচয়, অসম প্ৰকাশন পৰিষদ অসম, ১৯৭২।

বৰুৱা, বিৰিঞ্চি কুমাৰ (সম্পা) : অঙ্কীয়া নাট, গুৱাহাটী বিশ্ববিদ্যালয় ১ম প্ৰকাশ, ১৯৫৪।

ব্ৰহ্মচাৰী, কৃষ্ণানন্দ (সম্পাদিত) : শ্ৰীমদ্ভগৱদগীতা, পঞ্চৰতন ফাৰ্ম, হাউলী, অসম ৪ৰ্থ প্ৰকাশ, ১৯৮৬।

বেজবৰুৱা, লক্ষ্মীনাথ : মহাপুৰুষ শ্ৰীশঙ্কৰদেৱ আৰু শ্ৰীমাধৱদেৱ, সাহিত্য প্ৰকাশ, গুৱাহাটী ৩য় প্ৰকাশ, ১৯৮৮।

ভট্টাচাৰ্য্য, জ্যোৎস্না : ভাৰতীয় দৰ্শন, বুক এম্পৰিয়াম, গুৱাহাটী ষষ্ঠ প্ৰকাশ, ২০০২।

ভট্টাচাৰ্য্য, বসন্ত কুমাৰ (সম্পাদিত) : ৰামচৰণ ঠাকুৰ বিৰচিত গুৰুচৰিত, চন্দ্ৰ প্ৰকাশ, ১ম প্ৰকাশ ১৯৮৫।

ভাগৱতী কামাখ্যাচৰণ : সংস্কৃত নাট্য-সাহিত্য, নিউ বুক ষ্টল, গুৱাহাটী, ২য় প্ৰকাশ, ১৯৮৮।

: সংস্কৃত সাহিত্যৰ বিজিলিজনি, গ্ৰন্থপীঠ, গুৱাহাটী, ১ম প্ৰকাশ, ১৯৭৩।

মেধি, কালিৰাম : অঙ্কাৱলী, গুৱাহাটী, ১ম প্ৰকাশ, ১৯৫০।

মহন্ত, বাপচন্দ্ৰ : ঐতিহাসিক পটভূমিত মহাপুৰুষ শঙ্কৰদেৱ, যোৰহাট, ১ম প্ৰকাশ।

(সম্পাদিত) : বৰগীত, ১ম প্ৰকাশ, ১৯৯২।

শইকীয়া, পূৰ্ণানন্দ : মাধৱদেৱৰ ভক্তি-সাহিত্য, বৰা প্ৰকাশন, গুৱাহাটী, ১৯৯০।

শইকীয়া, নগেন : চিন্তা আৰু চৰ্চা, বাণী প্ৰকাশ, পাঠশালা, ১ম প্ৰকাশ, ১৯৭৮।

শৰ্মা, তীৰ্থনাথ : ভক্তিবাদ, অসম প্ৰকাশন পৰিষদ, গুৱাহাটী, ১ম প্ৰকাশ, ১৯৭৭।

: উপনিষদ অষ্টক, ১ম খণ্ড, অসম প্ৰকাশন পৰিষদ, গুৱাহাটী, ১ম প্ৰকাশ।

: সাহিত্য বিদ্যা পৰিক্ৰমা, বাণী প্ৰকাশ, ১৯৮৭, গুৱাহাটী, ৫ম প্ৰকাশ, ১৯০৭ শক।

শৰ্মা, মুকুন্দ মাধৱ : ধ্বনি আৰু ৰসতত্ত্ব, বাণী প্ৰকাশ, গুৱাহাটী, ২য় প্ৰকাশ, ১৯৯১।

: উপমা কালিদাসস্য, গুৱাহাটী বুক ষ্টল, গুৱাহাটী, ১ম প্ৰকাশ ১৯৭২।

(সম্পাদিত) : ভৰতৰ নাট্যশাস্ত্ৰ, ১ম খণ্ড, অসম নাট্য সন্মিলন, ১ম প্ৰকাশ, ১৯৯১।

শৰ্মা, সত্যেন্দ্ৰ নাথ : অঙ্কমালা (প্ৰাচীন অসমীয়া নাটৰ সঙ্কলন), গুৱাহাটী বিশ্ববিদ্যালয়।

: অসমীয়া সাহিত্যৰ সমীক্ষাত্মক ইতিবৃত্ত, ৰিহাবাৰী, গুৱাহাটী, ৪ৰ্থ প্ৰকাশ, ১৯৮৯।

শৰ্মা, থানেশ্বৰ : সংস্কৃত সাহিত্যৰ ইতিবৃত্ত, চন্দ্ৰ প্ৰকাশ, গুৱাহাটী, ১ম প্ৰকাশ, ১৯৯৫।

শৰ্মা, বাণীকান্ত (সম্পাদিত) : অসমৰ বৈষ্ণৱ দৰ্শনৰ ৰূপৰেখা, আচাৰ্য্য মনোৰঞ্জন শাস্ত্ৰী। বাণী প্ৰকাশ, গুৱাহাটী, ১ম প্ৰকাশ, ১৯৯১

শাস্ত্ৰী, বিশ্বনাৰায়ণ অনুবাদ আৰু সম্পাদনা : সাহিত্য দৰ্পণ, বিশ্বনাথ কবিৰাজ, শৰাইঘাট প্ৰকাশন, গুৱাহাটী, ১ম প্ৰকাশ, ১৯৬৪।

শাস্ত্ৰী, মনোৰঞ্জন : সাহিত্য দৰ্শন, জাৰ্ণাল এম্প'ৰিয়াম, গুৱাহাটী, ২য় প্ৰকাশ, ১৯৯৩।

বাংলা ঃ

ঠাকুৰ, ৰবীন্দ্ৰনাথ : প্ৰাচীন সাহিত্য, বিশ্বভাৰতী, কলিকতা, ১৯৭০।

ভট্টাচাৰ্য্য, বিমানচন্দ্ৰ : সংস্কৃত সাহিত্যেৰ ৰূপৰেখা, বিদ্যোদয় লাইব্ৰেৰী প্ৰাইভেট লিমিটেড, কলিকতা, ৫ম প্ৰকাশ ১৯৭২।

চট্টোপাধ্যায়, পৰাগৰঞ্জন : বেদ পরিচয়, নবপত্ৰ প্ৰকাশন, কলিকতা, ১ম প্ৰকাশ ১৯৯২।

সেন, অতুল চন্দ্ৰ : উপনিষদ, হৰফ প্ৰকাশনী, কলেজ ষ্ট্ৰীট মাৰ্কেট, কলিকতা, ১ম প্ৰকাশ, ১৯৭২।

আব্দুল, আজিজ আল অমন অনুবাদ (সম্পাদিত) : ঋগ্বেদ সংহিতা, ১ম, ২য় খণ্ড, যজুৰ্বেদ সংহিতা, সামবেদ সংহিতা, অথৰ্ববেদ সংহিতা, হৰফ প্ৰকাশনী, কলিকতা, ৪ৰ্থ প্ৰকাশ, ২০০০।

ভট্টাচাৰ্য্য, ভৱানীপ্ৰসাদ ও অধিকাৰী তাৰকনাথ (সম্পাদিত) : বৈদিক সঙ্কলন, ১ম আৰু ২য় খণ্ড, সংস্কৃত বুক ডিপো, কলিকতা, ১ম প্ৰকাশ, ২০০০।

ভৌমিক, জাহ্নবীচৰণ : সংস্কৃত সাহিত্যে ইতিহাস, কলিকতা বং ১৩৮৫।

### হিন্দী :

উপাধ্যায়, বলদেব : পুৰাণ বিমৰ্শ, বাৰানসী ১৯৬৫।

: বৈদিক সাহিত্য ঔৰ সংস্কৃতি, বাৰানসী, ১৯৬৬।

: সংস্কৃত শাস্ত্ৰোকা ইতিহাস। বাৰানসী, ১৯৬৯।

: সংস্কৃত সাহিত্যকা সংক্ষিপ্ত ইতিহাস, বাৰানসী ১৯৬৮।

গৈৰালা, বাচস্পতি : বৈদিক সাহিত্য ঔৰ সংস্কৃতি, কাশী।

: ভাৰতীয় নাট্য পৰম্পৰা ঔৰ অভিনয় দৰ্পণ ইলাহাবাদ, ১৯৭১।

প্ৰসাদ, কৃষ্ণনাৰায়ণ : মাধৱদেৱ : ব্যক্তিত্ব ঔৰ কৃতিত্ব, পূৰ্বোত্তৰ প্ৰাদেশীয় মাৰৱাৰী সম্মিলন গুৱাহাটী, ১ম প্ৰকাশ ১৯৭৯।

### সংস্কৃত (মূল)

শ্ৰীমদ্ভাগৱত মহাপুৰাণম : গীতা প্ৰেছ, গোৰখপুৰ।

ঈশাদিদশোপনিষদ : (শঙ্কৰভাষ্যযুক্তঃ), মতিলাল বানাৰসী দাস, দিল্লী, ১ম প্ৰকাশ, ১৯৬৪।

শ্ৰীশ্ৰীবিষ্ণুপুৰাণম্ : গীতা প্ৰেছ, গোৰাখপুৰ।

নাৰদভক্তিসূত্ৰ : নন্দলাল সিং (সম্পাদিত)।

সাহিত্যদৰ্পণ (বিশ্বনাথ কবিৰাজ প্ৰণীত) : ব্যাখ্যাকাৰ ড° সত্যব্ৰত সিংহ চৌখম্বা বিদ্যাভৱন, বাৰানসী, ৫ম প্ৰকাশ, ১৯৭৯।

শ্ৰীমদ্ভগৱদ্গীতা (শঙ্কৰভাষ্যযুক্তঃ) : মতিলাল বানাৰসীদাস, ১৯৬৪।

তৈত্তিৰীয় উপনিষদ : ঈশাদিদশোপনিষদ, মতিলাল বানাৰসীদাস, বাৰানসী, ১৯৬৪।

### ইংৰাজী :

Agrawal, H R — A short history of Sanskrit Literature, Delhi-1779

Barua, Brinci Kumar — History of Assamese Literature, Sahitya Academi, New Delhi, 2nd Ed 1978

Bhattacharjee, S — Literature in vedic Age, vol 1 Samhitas, Calcutta, 1984

Chutia, Dharmeswar — Mahapurusa Jyoti, vol I Srimanta Sankaradeva Sangha, Assam. 1997

Deussen, Paul — Sixty Upanisads of the Vedas, Eng. Tr Bedekar and Palsule, Delhi- 1980

De, S K. — History of Sanskrit poetics, Calcutta, 1965

Kane, P V — Sahitya Darpana (I, II& X) Motilal Banarasidass Delhi, 5th ed 1965

History of Dharmasastra, 5 vols (7 parts) , poona 1930

History of Sanskrit poetics, Delhi, 1966

Krishnamachariar, M — History of Classical Sanskrit Literature Delhi 3rd ed, 1974

Kakati, B (edited) — Aspects of Early Assamese Literature Gauhati University 1959

Neog Maheswar — Sankaradeva and his times Early History of vaisnava Faith and Movement in Assam Guwahati-1965

The Bhakti-Ratnakara of Sankaradeva and history of the concept of Bhakti Panjabi University Patiala, 1982

(edited) — Vilvamangala s Krishna stotra Lawayer's Book Stall, Guwahati 1962

Sarma, S — A Few Aspect of Assamese Literature and Culture Assam Sahitya Sabha 1991

Sarma C D — A Critical Survey of Indian Philosophy Motilal Banarasidass, New Delhi 1973

Saikia, Purnananda — Nam-Ghosa, (Rendered into English Verse) Bota Prakasan, Ananda nagar, Guwahati ed 1997

আলোচনী ঃ

ঃ নাম-ধৰ্ম, শ্ৰীমন্ত শঙ্কৰদেৱ সঙ্ঘ, গুৱাহাটী, অসম।

ঃ 'মণিকাঞ্চন' বাৰ্তালোচনী (মাহেকীয়া), শ্ৰীমন্ত শঙ্কৰদেৱ সঙ্ঘ, গুৱাহাটী, অসম।

ঃ 'মহীয়সী', শ্ৰীমন্ত শঙ্কৰদেৱ সঙ্ঘ, গুৱাহাটী, অসম,

শইকীয়া, চন্দ্ৰপ্ৰসাদ (সম্পাদিত) — ঃ 'গৰীয়সী' (মাহেকীয়া অসমীয়া আলোচনী) সাহিত্য প্ৰকাশ, ট্ৰিবিউন ভৱন, গুৱাহাটী -৩।

পাঠক, দয়ানন্দ (সম্পাদিত) — ঃ অসম সাহিত্য সভা পত্ৰিকা, ২য় সংখ্যা, ১৯৯২-৯৩। যোৰহাট, ১ম প্ৰকাশ।